

স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা

জন্ম- ২৪ আঘোণ, শক- ১৭৫৭

মৃত্যু- ১৭ বহাগ, মঙ্গলবাৰ, কৃষ্ণা পতিপদ তিথি, শক- ১৮১৮

অসমীয়া ভাষাৰ

# পঢ়াশলীয়া অভিধান

হেমচন্দ্ৰ বৰুৱাৰ দ্বাৰা
প্ৰণীত

# PARHA-SALIA ABHIDHAN

OR

**An Assamese elementary Dictionary.**

BY

**Hem Chandra Barua.**

পঞ্চম তাঙ্গৰণ

১৯৯৮ চন

প্ৰকাশকঃ

দেৱানন্দ বৰুৱা

গুৱাহাটী- ৭৮১০০৩

# জাননী।

স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাই তিনিখনি অসমীয়া ভাষাৰ অভিধান পুথি প্ৰণীত কৰি যায়। সেই পুথি কেইখনি প্ৰচাৰ হোৱাৰ পূৰ্ব্বে তেওঁ কালৰ মুখত পৰি (১৮১৮ শকৰ ১৭ বহাগত) পৰলোক প্ৰাপ্ত হল। তেওঁৰ সৰ ডাঙৰ অভিধান "হেম-কোষ" আসাম গভৰ্ণমেণ্টে আগ্ৰহ কৰা দেখি প্ৰথমবাৰ প্ৰচাৰৰ ভাৰ গভৰ্ণমেণ্টৰ হাতত সমৰ্পণ কৰা হল। দ্বিতীয় "সংক্ষিপ্ত হেম-কোষ" যাৰ নাম "হেম-কোষ"ৰ পাতনিত উল্লেখ কৰা আছে তাক আমি দেখিবলৈ নাপালোঁ, তেওঁৰ পৰলোকৰ পাচত পুথি হেৰাল। তৃতীয় "পঢ়াশালীয়া অভিধান" খনি আমি এতিয়া যাক প্ৰচাৰ কৰিছোঁ ইয়াক প্ৰকাশ কৰিবৰ নিমিত্তে গ্ৰন্থকৰ্ত্তাই "শিৱসাগৰ অসমীয়া ভাষাৰ উন্নতি সাধিনী" সভাত সমৰ্পণ কৰিছিল। কিন্তু সভাই সেই ভাৰ আমাৰ হাতত অৰ্পণ কৰি দিলে। আমিও ছাপা কৰিবলৈ দেশত যি অলপ ছাপা-যন্ত্ৰালয় আছিল তাত চেষ্টা কৰি সুকলমে কাৰ্য্য কৰিবৰ আশা নেদেখি, শেহত শ্ৰীযুত শিবনাথ ভট্টাচাৰ্য্য মহাশয়ৰ উদ্যোগেৰে ১৯০৩ সনৰ নবেম্বৰ মাহত পুথিখনি কলিকতাৰ সঞ্জীবনী যন্ত্ৰালয়লৈ পঠোৱা হল। তেওঁলোকে এই পুথি ছাপা কৰোঁতে বিস্তৰ সময় নিয়ালে, সেয়ে নোহোৱাহলে পুথি কেতিয়াবাই পাঠসকলৰ আগত ওলাই দেখা দিলে হেঁতেন।

"পঢ়াশলীয়া অভিধান" খনি কেৱল পঢ়াশালীৰ শিক্ষকসকলৰ নিমিত্তেই যে উপযোগী হৈছে; এনে নহয়। অনেক লোকে অনেক সময়ত ইয়াৰ উপকাৰ অনুমান কৰিব পাৰিব। অসমীয়া ভাষাৰ অভিধান গ্ৰন্থকৰ্ত্তাৰ প্ৰথম ক্ৰিয়া তাতে আৰু বিদেশত ছাপা হোৱা বাবে ই যে সৰ্ব্বাঙ্গ সুন্দৰ, আৰু নিৰ্দ্দোষ হৈছে; এনেকৈ বুলি কব পৰা নহয়। অসমীয়া ভাষাৰ প্ৰিয় বন্ধুসকলে অনুগ্ৰহ কৰি সংশোধনৰ অৰ্থে দোষ জনালে আমি বিশেষ উপকাৰ অনুমান কৰিম আৰু দ্বিতীয় বাৰ ছাপাৰ সময়ত দোষ বিলাক শোধন কৰিও দিম।

অসমীয়া ভাষাত বহুত সংস্কৃত শব্দৰ ভগা আৰ্হিৰ আৰু প্ৰকৃত সংস্কৃত শব্দৰ ব্যৱহাৰো আছে, আৰু যেতিয়া স্বদেশী ভাষা উজ্জ্বলিত কৰাই অসমীয়া শিক্ষিত লোকসকলৰ মনৰ ভাব; এনেকুৱাত অসমীয়া ভাষাৰ পুথি আদিৰ ৰচনা বিলাকত দেশী ভাষা থকাতো বেগতে মনত ওলোৱা বিদেশী ভাষাৰ শব্দবিলাক ব্যৱহাৰ কৰা যুগুত নহয়, নহলে অসমীয়া শব্দৰ নাটনি ঠাই পুৰাবলৈ সংস্কৃত শব্দ ব্যৱহাৰ কৰা

কোনো দোষৰ কথা নহয়। অভিধানেই শব্দৰ ভঁৰাল আৰু বান্ধনি আমাৰ ভাষাত মোৰ নথকা বাবে অনেক লোকে অনেক সময়ত শব্দৰ অৰ্থ আৰু ব্যৱহাৰৰ উৱাদিহ্ নাপাই মনত দুখ পাই আছিল, "হেম-কোষ" ওলাই লোকৰ সেই নাটনি আঁতৰালে কিন্তু অৱস্থা অনুসৰি সকলোৰে তাক ব্যৱহাৰলৈ আনিব নোৱৰা গতিকে সেই অভাবৰ গুৰি উঘলা নহৈছিল; সম্প্ৰতি এই "পঢ়াশলীয়া অভিধান" খনিয়ে বহুতৰ সেই অভাব দূৰ কৰিব; এনে আশা কৰিছোঁ। এই বিষয়ে গ্ৰন্থকৰ্ত্তাই এই "হেম-কোষ"ৰ পাতনিত উল্লেখ কৰি গৈছে। এতিয়া বিনীত ভাবেৰে ভাবসা কৰোঁ যেন, অসমীয়া শিক্ষাৰ গৰাকী সকলে পঢ়াশলীয়া সাহিত্য পুথিবিলাকৰ মনেৰে সজা অৰ্থ-পুস্তক বিলাক গুচাই এই অভিধান চাই ছাত্ৰৰ বিলাকক শিকাবলৈ পঢ়াশলীৰ ওজা সকলৰ প্ৰতি আদেশ দিয়ে; সেয়ে হলে, ভাষাৰ সানমিহলি গুচি দেশত খাচ অসমীয়া ভাষা প্ৰচলিত হব পাৰিব। আৰু জনাও যে, আমি বহুত পৰিশ্ৰম কৰি পুৰণি পদ-পুথিৰ আৰু দেশত চলিত 'হেম-কোষ"ত নোপোৱা কিছুমান শব্দ গোটাই "এৰা বোটলা শব্দ" বুলি এই অভিধানৰ তলত লেখি দিছোঁ; দ্বিতীয় তাঙ্কৰণৰ সময়ত সেই শব্দবিলাক পুথিৰ গৰ্ভৰ আপোন আপোন ঠাইত সুমুৱাই দিয়া হব।

"পঢ়াশলীয়া অভিধান" প্ৰকাশৰ নিমিত্তে "শিৱসাগৰ অসমীয়া ভাষা উন্নতি সাধিনী সভাই আমাক বিশেষ উদ্যোগ আৰু সাহস দিছিল; এই বাবে সেই সভাৰ প্ৰতি কৃতজ্ঞতা স্বীকাৰ কৰিলোঁ।

নিচেই শেহত, এই অভিধান ছাপাৰ সম্বন্ধে মোৰ জ্যেষ্ঠ পুত্ৰ শ্ৰীমান আনন্দৰাম বৰুৱাই পাৰগতাৰ সহিত প্ৰুফ্ সংশোধনাদি লেখা-পঢ়াৰ সমুদায় ভাৰ নিজে বহন কৰিলে, তাতে মোৰ বহুত পৰিশ্ৰম আৰু ব্যয়ৰ লাঘৱ হল; এই নিমিত্তে মই সস্নেহ হৃদয়েৰে তেওঁৰ প্ৰতিও নথৈ শলাগ ললোঁ।

শ্ৰীতুলসীৰাম বৰুৱা।

শিৱসাগৰ,

২০ পুহ, ১৮২৮

# দ্বিতীয় তাঙ্কৰণ।

শিক্ষাবিভাগৰ গৰাকীসকলৰ অনুগ্ৰহত এই পুথি সুৰমা উপত্যকা আৰু, আসামৰ উচ্চ, মজলীয়া স্কুল আৰু পঢ়াশালি বিলাকৰ পুথিৰ ভঁৰাল আৰু পঢ়াশালি বিলাকৰ ব্যৱহাৰতো চলিছে, এই উদগণিৰে উৎসাহিত হৈ পুথিখন দ্বিতীয়বাৰ ছাপা কৰাবলৈ আগ বাঢ়িলোঁ। ইয়াৰ তলত থকা "এবাবোটলা শব্দ" বিলাকৰ লগত আৰু কিছুমান শব্দ যোগ আৰু গ্ৰন্থকৰ্ত্তাৰ জীৱনীৰ সংক্ষিপ্ত বিৱৰণে সৈতে পুথি খনিৰ অৱয়ৱৰ কিছু বৃদ্ধি কৰা গল।

পঢ়াশলীয়া অভিধান "হেম-কোষ"ৰ পিচ ক্ৰিয়া, এই বাবে তাত নথকা কোনো কোনো শব্দ ইয়াত পোৱা যায়। অধিকন্তু দুয়ো পুথিত নথকা, নাইবা; পঢ়াশলীয়া অভিধানত নথকা "হেম-কোষ"ৰ শব্দ আৰু উভয় গ্ৰন্থৰ শব্দবিলাকৰ বাচ্যবিশেষণাদি কিছুমান শব্দ মূললৈ চাই "এবাবোটলা" ভাগত সন্নিবিষ্ট কৰি অভিধানৰ নাটনি পূৰাবৰ চেষ্টা কৰা হৈছে; তেও যে পুথি পূৰা হৈছে এনে ভাব মনৰ আগৰ পৰা বহুত নিলগত পৰি আছে।

এই পুথিৰ তল ভাগত দিয়া "এবাবোটলা শব্দ" বিলাকৰ শ্ৰেণী পূৰাবৰ অৰ্থে ডিব্ৰুগড়ৰ "আলোচনী" কাকত আৰু শ্ৰীযুক্ত কামাখ্যা দাম বৰুৱা বি, এ, বি, এল্, মহাশয়ৰ পৰা বহুত সহায়তা পোৱা গৈছিল; এতেকে মুকলি মনেৰে তেওঁবিলাকৰ প্ৰতি নথৈ শলাগ লোৱা হৈছে।

শেহত, দুঃখেৰে জনাও যে পঢ়াশলীয়া অভিধান শীঘ্ৰে প্ৰকাশিত হবৰ আশাৰে কিছু আগধনে সৈতে ১৯০৯ সনৰ মেই মাহত কলিকতা সুকীয়া ষ্ট্ৰীটৰ "মণিকা প্ৰেচলৈ পঠোৱা হৈছিল। পিচে অনেক যত্ন আৰু পুৰুষাৰ্থ কৰিও তাৰ পৰা পুথি ওলাবৰ আশা নেদেখি, আকও "সামা প্ৰেচ"ত দি ছপা কৰোৱা হল। "মণিকা প্ৰেচে ছাপি দিয়া হলে কেতিয়াবাই এই পুথি পাঠকসকলৰ ওচৰত উপস্থিত হলহেঁতেন।

ইতি—

শিৱসাগৰ।
১লা জেঠ, ১৮৩৪ শক।

শ্ৰীতুলসীৰাম বৰুৱা
প্ৰকাশক।

# তৃতীয় তাঙ্গৰণ।

দ্বিতীয় তাঙ্গৰণৰ তলভাগত দিয়া "এৰা বোটলা" শব্দবিলাক এই বাৰ এই পুথিৰ আপোন আপোন ঠাইত সুমুৱাই দিয়া হৈছে। এই পুথি বা "হেম-কোষত" নথকা কিছুমান শব্দ সংগ্ৰহ কৰি এৰা বোটলা (appendix) ভাগত দিয়া হৈছে।

এই নতুন শব্দবিলাকৰ বিষয়ে শ্ৰীযুক্ত দুৰ্গেশ্বৰ শৰ্ম্মা বি,এল মহাশয়ৰ পৰা বহুত সহায় পোৱা হৈছিল; এতেকে তেখেতৰ প্ৰতি কৃতজ্ঞতা স্বীকাৰ কৰিলোঁ।।

শিৱসাগৰ,
১লা কাতি, ১৯৪৭ শক।

আনন্দৰাম বৰুৱা।
প্ৰকাশক।

# চতুৰ্থ তাঙ্গৰণ

হেমকোষ, সংক্ষিপ্ত হেমকোষ, পঢ়াশলীয়া অভিধান, অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাৰ অক্ষয় কীৰ্ত্তি আৰু তেওঁৰ জীৱনব্যাপি সাধনাৰ ফল। 'হেমকোষৰ বাবে শব্দ সংগ্ৰহ কৰোঁতে কৰোঁতে এইখন ইমান ডাঙৰ হৈ পৰিল যে তাক ছপাবলৈ সৰহ ধন ভাঙিব লগা হোৱাৰ উপৰি সৰ্বসাধাৰণৰ ক্ৰয় ক্ষমতাৰ বাহিৰ হ'ব বুলি শংকা কৰিয়েই তেখেতে হেমকোষৰ আৰ্হিতে 'সংক্ষিপ্ত হেমকোষ' নামেৰে আন এখনি অভিধান প্ৰণয়ন কৰে। তাৰো পাচত পঢ়াশলীয়া ছাত্ৰৰ বাবে অন্য এখনি ক্ষুদ্ৰ অভিধানৰ প্ৰয়োজন অনুভৱ কৰি তেখেতে তৃতীয়খন 'পঢ়াশলীয়া অভিধান' নামেৰে সৰু অভিধান এখন প্ৰস্তুত কৰি উলিয়ায়। যদিও এইখন পঢ়াশলীয়া ছাত্ৰৰ উদ্দেশ্যে লিখা, তথাপি ইয়াত বিস্তৰ অসমীয়া শব্দ সংযোজনৰ কাৰণে এইখনে ছাত্ৰৰ বাদেও সৰ্বসাধাৰণৰ উপকাৰ সাধিবলৈ সক্ষম হ'ব বুলি ভাবিব পাৰি।

'সংক্ষিপ্ত হেমকোষ' গ্ৰন্থকৰ্তাৰ পৰলোকপ্ৰাপ্তিৰ পাচত আৰু পোৱা নগ'ল। এইখন পঢ়াশলীয়া অভিধান প্ৰকাশৰ আগতে গ্ৰন্থকৰ্তা বৈকুণ্ঠগামী হোৱাত তেওঁৰ ভাতৃ পণ্ডিত পিতামহ পূজ্যপাদ তুলসীৰাম বৰুৱাদেৱে অশেষ

যত্ন কৰি এইখন কলিকতাত ১৯০৬ চনত ছপাই আনে। ইয়াত তেখেতে অনেক লাগতিয়াল শব্দ 'এৰাবোটলা শব্দ' বুলি পৰিশিষ্ট শিতানত সংযোজন কৰি দিয়ে। ১৯১২ চনত এইখন দ্বিতীয়বাৰ ছপা হোৱাত পৰিশিষ্ট শিতানৰ শব্দবিলাক যথাস্থানত অন্তৰ্ভুক্ত কৰি দি সেই তাঙ্গৰণতো পুনৰ তেখেতে কিছু 'এৰাবোটলা' শব্দ বুলি পৰিশিষ্ট শিতানত সংযোজন কৰিছিল। তেখেতৰ মৃত্যুৰ পাচত এইখিনি ১৯৪৭ চনত ছপা হোৱা তৃতীয় তাঙ্গৰণত পিতৃদেৱতা পূজ্যপাদ ঁআনন্দ ৰাম বৰুৱাদেৱে যথাস্থানত অন্তৰ্ভুক্ত কৰি ছপাই দিছিল। তেখেতৰ এই তাঙ্গৰণটো তেখেতে বহুত পৰিশ্ৰম কৰি কিছু নতুন শব্দৰ আবশ্যক বুজি সংগ্ৰহ কৰি সন্নিবিষ্ট কৰি দিয়ে। এইখিনি 'এৰাবোটলা' পৰিশিষ্ট শিতানত তেনেকৈয়ে ৰখা হৈছে।

এতিয়া পুণ্যশ্লোক পিতামহ হেমচন্দ্ৰ বৰুৱাদেৱৰ অভিধানত থকা নিজা শব্দৰাজি বিচাৰি উলিয়াবলৈ অসুবিধা হ'ল। তাৰ কাৰণে প্ৰথম ১৯০৬ চনৰ পঢ়াশলীয়া অভিধানখনি বিচাৰিবলগা হ'ল। অনেক চেষ্টা কৰিও এই অভিধানখনি বহুত দিনলৈ বিচাৰি উলিয়াব পৰা হোৱা নাছিল।

ভাগ্যে যোৱা বছৰ শিৱসাগৰ মজলীয়া পঢ়াশালিৰ (এম ভি) প্ৰধান শিক্ষয়িত্ৰী আৰু সহযোগী শিক্ষকসকলৰ যত্নত পঢ়াশালিৰ পুথিভঁৰালত কিতাপখনি উদ্ধাৰ হোৱাত এটা ডাঙৰ অভাব দূৰ হ'ল। এই আপাহতে তেখেতসকললৈ কৃতজ্ঞতাৰ শলাগ যাচিলো। বেণুধৰ শৰ্মাদেৱে লিখিছে - 'তুলসীৰাম বৰুৱা শিৱসাগৰ মজলীয়া পঢ়াশালিৰ (এম ভি) হেড্ পণ্ডিত আছিল। সেইগুণে তেখেতক ডাঙৰীয়া নুবুলি 'বাবু' বোলা হৈছিল। তুলসী বাবুৱে হেমচন্দ্ৰ বৰুৱাৰ 'পঢ়াশলীয়া অভিধান'খন ছপাই উলিয়াইছিল। 'হেমকোষ' ওলোৱাৰ আগেয়ে এইখনৰ বৰ্ণবিন্যাসকহে সকলোৱে অনুসৰণ কৰিছিল। হেম বৰুৱাৰ 'কানীয়াৰ কীৰ্তন', 'বাহিৰে ৰংচং ভিতৰে কোৱাভাতুৰী', অসমীয়া ব্যাকৰণ, মেৰেইজ চিষ্টেমছ অব ডি পিপ'লছ্ অব আসামৰ দ্বিতীয় সংস্কৰণ তেখেতে প্ৰকাশ কৰিছিল। স্বপ্ন চৰিত্ৰ আৰু কিবা-কিবি দুখনমান কিতাপ নিজে ৰচনা কৰি ছপাই উলিয়াইছিল। 'তেখেতৰ পুতেক আনন্দৰাম তেতিয়া ডেকা।'

বৰ্তমান 'পঢ়াশলীয়া অভিধান'খনি পুনৰ্মুদ্ৰণহে কৰা হৈছে। ইয়াকে নকবি ন-কৈ ছপা কৰিবলৈ হ'লে বিস্তৰ সময়ৰ প্ৰয়োজন হ'ব। সেয়ে পুথিখনিৰ গুণাগুণলৈ চাই বহুদিনীয়া অভাব দূৰ কৰাৰ উদ্দেশ্যে পুনৰ্মুদ্ৰণ কৰি

উলিওৱাটোকে সমীচীন বুলি বিবেচনা কৰা হ'ল। পঞ্চাশ বছৰৰ অধিক কালৰ, আগতে ছপা হোৱা পুৰণি পুথিখনি পুনৰ্মুদ্ৰণ বৰ কষ্টসাধ্য। তথাপিও বহুত উৰলি যোৱা আখৰ উদ্ধাৰৰ কাৰণে চেষ্টা কৰা হৈছে। কিছু ঠাইত আখৰ সৰু হোৱা পৰিলক্ষিত হৈছে যদিও বুজাত বিশেষ অসুবিধা নহ'ব বুলি ভাবিছো।

সুধী সমাজে হেমচন্দ্ৰ বৰুৱাৰ শব্দৰাজিৰ ওপৰত শিক্ষাগত কাৰণতে মূল্য নিৰ্ধাৰণৰ গুৰুত্ব দিয়াত নতুন শব্দাৱলীত একোটি চিনেৰে নতুন শব্দ বুলি চিহ্নিত কৰিবলৈ '১' চিন দি পৃথক কৰি দেখুওৱা হৈছে যদিও অভিধানত নতুন শব্দ সংযোজনৰ এনে চিহ্ন পদ্ধতি বিৰল।

সৰ্বশেষত পুণ্যশ্লোক পিতামহ হেমচন্দ্ৰ বৰুৱাদেৱৰ গুণগ্ৰাহী সদাশয়, বিশেষকৈ নতুন পুৰুষে গ্ৰন্থকৰ্তাই যি উদ্দেশ্য আগত ৰাখি অভিধানখন ৰচনা কৰাৰ প্ৰয়োজন অনুভৱ কৰিছিল সেই দিশটোও বিবেচনা কৰি পুথিখনিক আদৰি ল'লে আমি কৃতাৰ্থ মানিম।

গুৱাহাটী - ৭৮১০০৩ | দেৱানন্দ বৰুৱা
১৯৯৮ চন | প্ৰকাশক

# গ্ৰন্থকৰ্ত্তাৰ সংক্ষিপ্ত জীৱনী।

অসমীয়া ভাষাৰ পণ্ডিত স্বদেশ হিতৈষী হেমচন্দ্ৰ বৰুৱা ইং ১৮৭৫ শকৰ নবেম্বৰ মাহত শিৱসাগৰ জিলাৰ অন্তৰ্গত বজ্ৰাবাহাৰ মৌজাত জন্ম গ্ৰহণ কৰে। তেওঁৰ পূৰ্ব্বপুৰুষ সকলে আসাম ৰাজাৰ ৰাজত্বৰ সময়ত বিবিধ বিষয় ভোগ কৰিছিল। তেওঁৰ জন্মৰ পাচত শিক্ষিত ককায়েক এজনৰ অকাল কাল-গ্ৰাহৰ মূখত প্ৰাণ সমৰ্পণৰ শোকত পৰি পিতৃৰ মন বৰ দুঃখিত হৈ কেইবা বছৰলৈকে তেওঁক পাঠ শিক্ষা দিবলৈ আওহেলা কৰি আছিল। তেওঁ ৬।৭ বছৰ বয়সৰ সময়লৈকে গাৱঁতে লোকৰ মুখে বৰ্ণমালাৰ আখৰ চিনি দেশী কোমল ভাষাৰ পুথি পঢ়িব পৰা হল আৰু এই মতে ৮।৯ বছৰ মান বয়স পোৱাত পিতৃয়ে সংস্কৃত শব্দ সাধিবলৈ লগালে আৰু শব্দ-ধাতু সধাওঁতেই সংযোগী আখৰবিলাকেৰে সৈতে পৰিচয়ো কৰালে। আগে যদিও তেওঁ পদ-পুথি পঢ়িব পৰা হৈছিল হয়; তথাপি, সংযুক্ত আখৰবিলাক আনৰ সহায় অপেক্ষায় কেৱল খুটিয়াই হে মাতিছিল। এতিয়া সেই আখৰবিলাক নিজে মাতিব পৰা হল আৰু তাৰ কাৰণে আনৰ মুখলৈ বাটচোৱাটো নিলগহৈ পৰিল। তাতে, তেওঁ বিনা সহায়েৰে মহাভাৰতৰ দ্ৰোণ, ভীষ্ম, কৰ্ণ-পৰ্ব্ব আদি পদ-

·পুথিবিলাক পঢ়িলে। আকৌ তাৰ লগে লগে লোকৰ হাতত দুইচাৰি খন ছাপা কৰা বঙালী পুথি পাই তাৰো অভ্যাস কৰিবলৈ ধৰিলে। এনেতে, লৰাৰ বুদ্ধি-বিকাশৰ পোহৰ দেখি, জনক দেৱতাই তেওঁক "প্ৰয়োগ ৰত্নমালা ব্যাকৰণ" পঢ়াবলৈ আৰম্ভ কৰি ব্যাকৰণৰ প্ৰায় একমানৰ আবৃত্তি হওঁতেই, পৰলোক প্ৰাপ্ত হল। হেমচন্দ্ৰ বৰুৱা বাল্যাৱস্থাতে পিতৃ-বিয়োগ দুৰ্দ্দশাগ্ৰস্ত আৰু নিৰুপায় অৱস্থাত পৰি আশ্ৰয় বিচৰাত, দদাইদেৱেকে জ্যেষ্ঠ পৰিয়ালৰ ভৰণ-পোষণৰ ভাৰ গ্ৰহণ কৰি, উদ্যোগৰ পোহৰ দেখুৱাত, পৰিয়ালেৰে সৈতে জন্ম ঠাই এৰি শিৱসাগৰ নগৰবাসী হলহি। সজলোক সকলৰ উপজীৱিকাৰ অৰ্থে গৱৰ্ণমেণ্টৰ চাকৰিৰ বাহিৰে প্ৰচলিত আন কোনো উপায় নথকা বাবে, পিতৃব্য মহাশয়ে তেওঁক কাছাৰীৰ কাৰ্য্য-শিক্ষা কৰাবৰ অভিপ্ৰায়েৰে সেই সময়ৰ নিয়ম মতে মাহিলি চাৰি টকা বেতনত শিক্ষানবিচি কৰ্ম্মত নিযুক্ত কৰাই, পুত্ৰা-পধূলি "ৰত্নমালা ব্যাকৰণ" পঢ়িবলৈ ওচৰ-চুবুৰীয়া সংস্কৃত পঢ়াশালী এখনত সুমুৱাই দিলে। সেইমতে তেওঁ চৰ্কাৰী কৰ্ম্ম আৰু আন ভাৰ এৰি শিক্ষা বিষয়ত নিযুক্ত হৈ থাকিল। যেনেকৈ "এক ৰত্নৰ ৰস চোপোঁতেই ৰসান্তৰৰ লালসা বাঢ়ি যায়"—এই ৰীতি অনুসৰি ১৪।১৫ বছৰ বয়সতে দেৱনাগেৰী আখৰ চিনি তাৰে লেখা পুথিৰ ৰসাস্বাদনে বৰুৱাৰ মন ধৰ্ম্মিলে। সংস্কৃত ব্যাকৰণৰ দৈনিক পাঠ সমাপ্ত হলে যদি অল্প সময় লাভ কৰিব পাৰে তাতে, তেওঁ হিন্দী আৰু সংস্কৃত পাঠ বিলাকৰ আবৰ্ত্তন আৰু আলোচনা কৰিবলৈ ধৰিলে।

হেমচন্দ্ৰ বৰুৱা যেনে দৃঢ় সংকল্পী তেওঁৰ বুদ্ধিৰ প্ৰতিভাও তেনেকুৱা অটল আছিল। তেওঁ অসীম উৎসাহ আৰু অধ্যৱসায় গুণেৰে-অতি অল্প কালৰ মূৰতে চেষ্টিত কাৰ্য্যত কৃতাৰ্থ আৰু হিন্দী ভাষাৰ অৰ্থাৱগম কৰিব পৰাও হল। বিদ্যা-মন্দিৰৰ অৱলাৰ খাপত ভৰি দি—নিপিচলাকৈ ৰাখিব পাৰিলে নিৰ্ব্বিঘিনীয়ে সহায় হৈ ক্ৰমে উন্নতি-বাটৰ পোহৰ দেখাই দিয়ে। ইয়াৰ ভিতৰতে বৰুৱাৰ ইংৰাজী-শিক্ষাৰ হেপাহে মনত ঢৌ মৰাত তেওঁ ইংৰাজী প্ৰাইমাৰ বা প্ৰথম কিতাপ এখন আনি তাকে মনে মনে অভ্যাস আৰু ৰাজকীয় কৰ্ত্তব্য কৰ্ম্ম অতি সোনকালে সাঙ্গশেষ কৰি যি কেৰি সময় পায়, তাতে ইজন সিজন জনালোকৰ আশ্ৰয় লৈ সেই ক্ষুদ্ৰ পুথি খন পঢ়ি শেষ কৰিলে। ইংৰাজী ভাষাৰ আগ্ৰহৰ

কথা তাৎকালিক জিলাধিপতি কাপ্তান ব্রাউন চাহাবে শুনি নিজ ঘৰলৈ তেওঁক মতাই নি শিক্ষাৰ মহলা ললে আৰু চাহাবে সন্তোষ মনেৰে ইংৰাজী প্ৰথম শিক্ষাৰ কিতাপ খনদিয়েকো দি আদেশ দিলে যে, প্ৰতিসপ্তাহৰ দেওবাৰে, দিয়া পাঠবিলাকৰ মহলা দিবহি লাগিব। কাপ্তান চাহাবৰ এই আদেশত তেওঁৰ মন আৰু দেহ একেবাৰেই কঁপি উঠিল ; কি কৰিব, ইপিনে পুৰা-গধুলি পঢ়াশালিত সংস্কৃত বিদ্যাভ্যাস আৰু দুপৰিয়া কাছাৰীৰ কাম, তদুপৰি সাহায্যৰ অভাবে কেৱল নিজ পৰিশ্ৰম আৰু যত্নৰ বলেৰে বাজ ভাষা শিকি তাত জ্ঞান লাভ কৰা, ই কোমল কথা নহয়, ভাৰ শকত আৰু গধুৰ। তত্ৰাচ, তাৰ দুখ কষ্টলৈ পিঠি দি তেওঁ বিষম সাহসেৰে গা-মন গধুৰ কৰি লৈ, দুই চাৰি জন সমনীয়া লোকৰ ওচৰত পাঠ শিকি দেওবাৰে ছেগচাই এবাৰ কাপ্তান চাহাবৰ কোঁৱৰত সপ্তাহ কালৰ শিক্ষাৰ মহলা দিয়েগৈ। এই মতেই অলপ দিনৰ মূৰতে তেওঁৰ পঢ়া পুথি কেখনৰ পাঠ সমাপ্ত আৰু সংস্কৃত ব্যাকৰণৰ ব্যুৎপত্তি এবং শাস্ত্ৰাৰ্থ বোধৰ ভাৰ মনত দৃঢ় হল। তেবেঁ৷ আৰু সংস্কৃত পঢ়াশালিলৈ, অহাযোৱাত ঢিল দি ; ক্ৰমে ইংৰাজী শিক্ষাত বিশেষকৈ মন দিবলৈ ধৰিলে। কিয়নো সেই সময়ত ইংৰাজী জনা লোক সৰহ নাছিল। সাধাৰণ ভাবে ওচৰ চুবুৰীয়া যি দুই চাৰি জন জনা ভাল লোক আছিল, তেওঁবিলাকৰ সহায় লৈ নিজৰ পৰিশ্ৰম.চিন্তা আৰু আবৰ্ত্তনৰ দ্বাৰায় শিকা ইংৰাজী পাঠখিনিৰ ভাব অবগতিৰ দৃঢ় পৰিচয় পাবৰ নিমিত্তে নিজ ভাষাৰে ভাঙি লেখাৰ অভ্যাস আৰু ভাঙনীবিলাক মাহিলি বাতৰি কাকতত প্ৰচাৰিত হবলৈকো চেষ্টা কৰিবলৈ লাগিল।

শিৱসাগৰত মিচনেৰি চাহাব সকলে "অৰুণোদয়" নামেৰে এখন মাহে-কীয়া বাতৰি কাকত দেশী ভাষাৰে লিখি প্ৰচাৰ কৰিছিল কিন্তু তাৰ বৰ্ণাৱলী আৰু ৰচনা প্ৰণালী ব্যাকৰণৰ নিয়মৰ পৰা একেবাৰেই বহুত নিলগ হৈ আছিল। কিয়নো, ছাপাখানাৰ কৰ্মচাৰী আৰু "অৰুণোদয়" লেখোঁতাবিলাক কেৱলে শিক্ষাপোৱা লোক নাছিল। সিবিলাকে ইতৰ লোকৰ মুখে কোৱা কথা শুনি আপোন বোধ-শক্তি অনুসৰি কাকতৰ বাক্যাৱলী ৰচনা কৰিছিল। কিন্তু হেমচন্দ্ৰ বৰুৱাই পঠোৱা ইংৰাজী অনুবাদ ৰচনাৰ গাঁথনি আৰু বৰ্ণাৱল দেখি, তেওঁবিলাক একেবাৰেই তাৰ প্ৰতি বিৰোধী হৈ উঠিল। যন্ত্ৰাধ্যক্ষ

পাদ্রি ব্রাউন চাহাবে বৰুৱাৰ লগত বিশেষ আলাপ আৰু আলোচনা কৰি অৱশেষত, তেওঁৰ ৰচনাৱলী প্ৰচাৰ আৰু ছাপা যন্ত্ৰৰ সকলো বাক্যবিলাকৰ আহিঁ প্ৰদৰ্শিত প্ৰণালী অনুসাৰে ব্যৱহাৰ চলাবলৈ কৰ্মচাৰী বিলাকৰ প্ৰতি আদেশ কৰিলে। তাতে, তেখেঁা পাদ্রি চাহাবৰ ওচৰ চাপিবলৈ সুচল পালে আৰু মিচনেৰি চাহাব সকলৰ সহায়তাৰ পৰাই তেওঁৰ ইংৰাজী শিক্ষা বহুত আগবাঢ়ি যাবলৈ উপায় হল। তেতিয়াৰে পৰা হেমচন্দ্ৰ বৰুৱাৰ ইংৰাজী বিদ্যা চৰ্চ্চাৰ সোঁতে আবৰণৰ ভেঁটা প্ৰলম্পন কৰি বৰহৈ ধৰিলে। তেওঁৰ পৰিশ্ৰম আৰু অধ্যৱসায়ৰ গাঁঠিয়েও ক্ৰমে টানহৈ বাঢ়ি থাকলে, ইংৰাজী জনা দেশী-বিদেশী লোকসকলৰ ভিতৰত শিক্ষাৰ প্ৰশংসা প্ৰতিধ্বনিত হৈ উঠিল আৰু চৰ্কাৰী কাছাৰীৰ ইংৰাজী অনুবাদিত কাকত বিলাকো তেওঁৰ স্বাক্ষৰিত নহলে শুদ্ধবুলি গ্ৰাহ্য নহবলৈ ধৰিলে। হেমচন্দ্ৰ বৰুৱাৰ মনোযোগ সহকাৰে কাৰ্য্য নৈপুণ্য দেখি তেওঁৰ ৰাজকীয় কাৰ্য্যৰ পদ ক্ৰমোন্নত হৈ বাঢ়ি যাবলৈ লাগিল। তেওঁ কালেক্টৰি চিৰস্তাৰ পেচকাৰি আৰু শিৱসাগৰ গবৰ্ণমেণ্ট হাই স্কুলৰ দ্বিতীয় শিক্ষকতাৰ কাৰ্য্যও কিছুকালৰ নিমিত্তে সুখ্যাতিৰে সম্পাদন কৰি পিচত, কালেক্টৰি মহাফেজি কামত নিগাজিকৈ নিযুক্ত হলগৈ।

অসমীয়া ভাষাৰ ব্যাকৰণ নাই, ভাষা লেখক সকলেও আপোন ইচ্ছা মতে পদ পদান্ত স্থাপিত কৰি বাক্য প্ৰয়োগ কৰে আৰু তাৰ প্ৰত্যাৰোপিত দোষ খণ্ডাবৰ কথা লৈ দুজনৰ ভিতৰত উপস্থিত বাদ বিসম্বাদে, এবো ফল নধৰি হাই মাৰি উৰি মাথোন গৈছিল। দেশীলোকৰ এই মহদভাবৰ অসহনীয়া বেদেনা গুচাবৰ অভিপ্ৰায়ে তেওঁ ইং ১৮৮০ শকত প্ৰচলিত অতি উৎকৃষ্ট "অসমীয়া ব্যাকৰণ" খনি আৰু তাৰ তলতীয়া "অসমীয়া লৰাৰ ব্যাকৰণ" নামে সৰু পুথি এখনিও বিৰচিত কৰিলে; আজিলৈকে যতবিলাক ব্যাকৰণ প্ৰণীতহৈ চলিছে অসমীয়া ব্যাকৰণেই তাৰ মাই আহি স্বৰূপ। "পাত্ৰ হলে সম্পাদক পায়"—এই নীতি অনুসাৰে হেমচন্দ্ৰ বৰুৱাৰ কপাল মুকলি, ইং ১৮৮২ শকৰ আগষ্ট মাহত আসামৰ জুডিচিয়েল কমিচনাৰ কৰ্ণেল এৰ্‌হিউ চাহাব শিৱসাগৰলৈ অহাত তেওঁৰ গুণ-যশস্যা শুনি জিলাধিপতি চাহাবৰ গোহাৰি পাই তেওঁক লগতে লৈ গৈ নিজ চিৰস্তাত ইংৰাজী অনুবাদক পদত নিগাজীৰূপে থাপিলে। এতিয়া তেওঁ শিৱসাগৰ এৰি গুৱাহাটী নিবাসী হল। যদিও বুঢ়ী আইৰ সেৱা-

শুশ্ৰূষা এৰি যোৱাত মনে-মনে দুখ ভাবি চৰ্কাৰী চাকৰি পালে উলটি আহিব-লৈকো মন কৰিছিল আৰু তদনুৰূপ সুযোগৰ চেলু অপৰ আসামৰ স্কুলবিলাকৰ ডেপুটি ইন্‌স্পেক্টৰি পদ পাইছিল হয়; তত্ৰাচ একে সময়তে সেই চিৰস্তাতে সৰহ বেতনৰ ওপৰ থাপৰ পোৱা পদ এৰি উজনিলৈ ঘুৰি অহা কাৰ্য্যে নাটনি যোলালে। তাৰ পিচতে, তেওঁ সেই বিচাৰালয়ৰ ওপৰ থাপৰ চুপৰিণ্টেডেণ্টৰ পদলৈ উন্নতি লাভ কৰিলে। ওপৰত কোৱা পদত থকা কালতে তেওঁক মুন্‌চেপি পদ যচা হৈছিল কিন্তু তাক লোভ নকৰি আগৰ পদৰ সন্তোষতেই স্থিৰ হৈ থাকিল। ইং ১৮৭৩ শকত বঙ্গ-দেশৰ লেপ্‌টেনেণ্ট্‌ গবৰ্ণৰ বাহাদুৰৰ আনণী অনুসৰি তেওঁ অসমীয়া লৰাৰ প্ৰথম শিক্ষাৰ নিমিত্তে "আদিপাঠ" নামে তিনি ছোৱা পুথি লিখি ডিব্ৰুগড় পুথি বচা সভাৰ আগত ভেটিছিল। সভাৰ সভাসদ সকলেও উপস্থিত অন্যূন পঞ্চাচ খন মান পুথিৰ ভিতৰত "আদি-পাঠ" মনোনীত কৰাত, সেই পুথিৰ লেখকতাৰ বাবে পাঁচ শ আৰু বিষয়ান্তৰৰ লাভে সৈতে সকলোৰে মুলি এঘাৰ শ মান টকা গৱৰ্ণমেণ্টৰ পৰা বঁটা পাইছিল।

ইং ১৮৮১ শকৰ জানুয়াৰি মাহত তেওঁৰ অধিষ্ঠিত পদ একেবাৰে উঠি যোৱাত,তেওঁ পেন্‌চন লৈ জীৱনৰ শেষ কাল গুৱাহাটীতে থাকি অৱশেষ কৰিবৰ নিমিত্তে নিশ্চয় কৰি ঘূৰি শিৱসাগৰলৈ অহাৰ অনিচ্ছা প্ৰকাশ কৰিলে। ইয়াৰ ভিতৰতে দেশত অসমীয়া ভাষাৰ বিশেষ প্ৰচলনৰ অৰ্থে দেশাধিপতি সকলৰ অভিমতে পঢ়া পুথিৰ অনাটন গুচাবৰ মনেৰে উপদেশ আৰু সজ্জলোক সকলৰ চৰিতাদিৰে পূৰ্ণ কৰি "পাঠ-মালা" গ্ৰন্থ খন প্ৰণীত কৰিলে, যি পুথি আজি পৰ্য্যন্তে শিক্ষাবিভাগত সমাদৃত হৈ চলিব লাগিছে। ইয়াৰ আগেয়েও "কানীয়াৰ কীৰ্ত্তন" আৰু কপটাচাৰৰ দোষ দেখাই "বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী" নামে এখন প্ৰহসন গ্ৰন্থও প্ৰচাৰ কৰিছিল। নিজ দেশী লোকৰ হিত কৰাই বৰুৱাৰ মনত থাৰি বান্ধি আছিল; তাতে দেখিলে যে অভিধানেই ভাষাৰ খাই ধৰণী আৰু পকা ভেঁটি। সকলো ভাষাৰে অভিধান আছে কিন্তু এই ভাষাত সি নথকা বাবে, আধাৰ কঁটীয়া অসমীয়া ভাষা মৃতকল্পে উটি-বুৰি ফুৰিছে আৰু কতো থিৰ হৈ ৰব পৰা নাই। তেওঁ বহুত যত্ন আৰু সমধিক পৰিশ্ৰম কৰি প্ৰত্যেক শব্দৰ পিচত, ধাতু প্ৰত্যয়াৰ্থ আৰু তাৰ লগে লগে

ইংৰাজী প্ৰতিশব্দ দি "হেমকোষ" অভিধান পুথিখন প্ৰণীত কৰিলে। এই পুস্তকেই অসমীয়া ভাষা উজ্জ্বলিত কৰি স্থিৰ ভাবে দেশত বহুৱাই ৰাখিছে; বিশেষতঃ, ইও যে এটা স্বতন্ত্ৰ পুৰণি ভাষা এই বিষয়ে বিৰোধী লোকসকলৰ মনৰ খুদুৱনিও গুচালে, অসমীয়া ভাষা এতিয়া ক্ৰমে ঊৰ্দ্ধগামিনী হৈ বিস্তা মন্দিৰৰ ঘাই থাপৰ ওপ আসনত বহি প্ৰকাশ কৰিব লাগিছে। ইয়াৰ এনে উন্নতিৰ পক্ষে হেমচন্দ্ৰ বৰুৱাৰ যত্ন পৰিশ্ৰমেই মূল কাৰণ, তেওঁ তাকে নকৰা হলে ইমান দিনে দেশৰ সাহিত্য সমাজত অসমীয়া ভাষাৰ নামেই হুমাল হেতেন; এই কথা নহয় বুলিব নোৱাৰি। তেওঁ হেমকোষ লিখি থাকোঁতেই তাৰ কায় ডাঙৰ হৈ উঠিবৰ দেখি সৰ্ব্বসাধাৰণে গ্ৰহণ কৰি তাৰ পৰা উপকাৰ লভিব নোৱাৰিব, মনত এই ভৱোদয় হোৱা গতিকে তাৰ পৰা "পঢ়াশলীয়া" নাম দি এই সৰু অভিধান পুথি খনিও প্ৰণীত কৰিলে। সি এতিয়া প্ৰকাশিত হৈ সকলো বিস্তালয়ৰ পুথিৰ ভঁৰালত শোভা পাইছে। তদুপৰি এই দেশৰ সাধাৰণ বিবাহবিলাকৰ লক্ষণ আৰু স্বভাব দেখাই "বিবাহ পদ্ধতি" নামে সৰু গ্ৰন্থ এখন প্ৰণয়ন কৰিলে কিন্তু এই পুথি আমাৰ দেশৰ বিচাৰপতি সকলৰ সহায়তাৰ অৰ্থে ইংৰাজী ভাষাত লেখা হৈছিল।

বৰুৱা মহাশয় আমাৰ দেশৰ এজন আদৰ্শ পুৰুষ বুলি কলেও গওপ মৰা হেন অনুমান কৰিব নোৱাৰি। তেওঁ মিতব্যয়ী, নিৰহঙ্কাৰী, সহনীয়া আৰু সমদৰ্শী আছিল। তেওঁ, কোনোৱে কেটেৱা মাতেৰে কোনো কথা কলেও, তাক সহি সেই লোকৰ লগত ঘূৰি কথা কবলৈ পাচ-হোঁহকা বা খংকৰা লোক নাছিল। দেশীলোকৰ প্ৰতি অলপেই হক, যি পাৰে হিত এৰি অহিতোপদেশ নিদিছিল। ৰাজকীয় কৰ্ম্মত থকা কালত বৰুৱাই মাহিলি দৰ্ম্মহাৰ টকাৰে তেওঁৰ মাক, ভায়েক, বিধবাভনীয়েক এই সকলক আৰু শিক্ষাব্যয়াহুকুল্যতাৰ বাবে দেশী যোত্ৰহীন ভাললোকৰ লৰাকো সহায় আৰু ছাত্ৰ সকলক নিজ পৰিশ্ৰমেৰে যি পাৰে বিস্তা দান কৰিছিল। হেমচন্দ্ৰ বৰুৱাৰ নিৰ্ম্মল যশঃ শশ-ধৰে উপকৃত লোক সকলৰ হৃদক্ষেত্ৰোজ্জ্বলিত আৰু নোহোৱা নোপজা ৰত্নময় হেমকোষ মন্দিৰৰ কান্তি বিস্তীৰ্ণ কৰিছে। অৱশেষত, হেমচন্দ্ৰ বৰ ভঁৰালী বৰুৱাই তেওঁৰ আৰ্জ্জিত সমস্ত সম্পত্তি ভাই, ভনী, জোঁৱাই, পুৰোহিত প্ৰভৃতি চেনেহীয়ালোকসকলৰ মাজত বিতৰণৰ উইল স্থাপনা কৰি ইং ১৮৯৬ শকৰ

১৭মে মঙ্গলবাৰে অসাৰ সংসাৰৰ বিপোৰ জনিত আহুকালৰ হাতসাৰি শান্তি ভৱনৰ অধলাত উঠিল ।

হেমচন্দ্ৰ বৰুৱাই তেওঁৰ জীৱনৰ ভিতৰত সময় বৰকৈ মানিছিল । সময় যে সকলো সুখৰ কঠীয়াতলী তাকো ভালকৈ বুজি বিনা কাৰ্য্যত, অকাৰণে সময় উৰি যাবলৈ নিদিছিল আৰু প্ৰত্যেক ৰাতিপুৱা ঠিক সময়তে শয্যাৰ পৰা উঠি হাত-মুখ ধুই নিজপ্ৰাণ ঠাইত নিজৰ পাঠাভ্যাস আৰু নিত্য কৃত্যাবসানে সময়ত কাছাৰিলৈ গৈ তাৰ পৰা আহি আবেলি ভাল স্বভাৱৰ লৰাৰ লগত ফুৰোঁতে জ্ঞানৰ চৰ্চ্চা এৰি আন উপহাসৰ আলোচনা কৰা নাছিল । গধূলি-সময় নিজ কোঠাত বহি পাঠ আবৰ্ত্তন কৰোঁতে মতৰ নিমিত্তে তেওঁৰ আগত কোনো কথাৰ প্ৰস্তাৱ হলে, তেওঁ কেৱল তাৰ সাৰাংশ বাছি সংক্ষিপ্ত উত্তৰ মাথোন ব্যক্ত কৰে । শ্ৰোতা জনে আকও তাৰ ওপৰত পেঘেনিয়াই কোনো কথা শুধিলে তেওঁ বৰ বেজাৰৰ ভাব দেখাই ঘূৰি একো নকৈ মনে মনে নিজ পাঠং কৰে ।

বৰুৱা মহাশয়ে আজৰিয়া সময়ত দৈনিক সজ পুস্তকালোচনা আদি সদাচৰণ দ্বাৰা সুখেৰে জীৱনৰ শেষ কাল নিয়ালে । অধিকন্তু, এই খিনিতে এই কথাৰ প্ৰস্তাৱো অসঙ্গত নহয়, যে বৰুৱাই সংস্কৃত শাস্ত্ৰ লব্ধ ব্যুৎপত্তিৰ বলেৰেই সোন-কালে আপোনা আপুনি ইংৰাজী বিদ্যাত অলৌকিক যশস্যা আৰু প্ৰতিষ্ঠা লাভ কৰি গল, ইয়াক সকলোৱে জানে । লৰাবিলাকেও বিদ্যাভ্যাস কালত প্ৰথমতে নিজ নিজ ভাষাৰ বিবিধ কাব্য-গ্ৰন্থ পাঠ কৰি তাৰ বেলেগ বেলেগ ভাববিলাক বুকত সুমুৱাই মন প্ৰশস্ত কৰি লব পাৰিলে উত্তৰোত্তৰে চেষ্টিত অপৰাপৰ বিদ্যা-বিলাকৰ তাৰ সহজে অতি শীঘ্ৰে সিবিলাকৰ মনোমন্দিৰত প্ৰবেশ কৰাই তাৰ আধিপত্য লভিবলৈ সমৰ্থবান হব, ইয়াৎ একো সংশয় নাই । ইতি—

| শিৱসাগৰ । | শ্ৰীতুলসীৰাম বৰুৱা । |
|---|---|
| ১০ বহাগ, ১৮০২ শক । | প্ৰকাশক । |

# ভালকৈ মনদি পঢ়ি মনত ৰাখিব লগীয়া কথা।

---

## বৰ্ণ-বিন্যাসৰ নিয়মবিলাক।

আমাৰ ভাষাৰ বৰ্ণবিন্যাস তিনি প্ৰকাৰে কৰা যায়—প্ৰথমে উচ্চাৰণ অনুসৰি; দ্বিতীয়ত শব্দৰ মূলৰ দৰে, তৃতীয়ত জনা লোকসকলে বহুদিন চলোৱা নিয়ম মতে। কিন্তু বৰ্ণবিন্যাসৰ কথাত উচ্চাৰণেই ঘাট বাট দেখাওঁতা। এতেকে যদি মূল শব্দৰ আখৰ ৰাখিলে কোনো অসমীয়া শব্দৰ উচ্চাৰণ নৰে, তেনেহলে তাৰ মূললৈ নে চাই উচ্চাৰণৰ অনুগামী হব লাগে। এই কাৰণ সংস্কৃত "মৎসৰ" শব্দক আমাৰ উচ্চাৰণ অনুসাৰে মচ্ছৰ * লিখা কৰ্ত্তব্য, আৰু এই অভিধানত লিখাও গৈছে। সেই দৰেই সং প্ৰবীণ, অং প্ৰবীণ; সং বৃত্তি, অং বৃত্তি; সং বৰ্ণবিন্যাস অং বৰ্ণবিন্যাস; সং বেদ, অং বেদ্; বং সাজনা, অং চাজনা; হিং আসী, অং আৰ্চী, ইত্যাদি। ফাৰ্চী আদি বিদেশী ভাষাৰ শব্দক আমাৰ উচ্চাৰণৰ দৰে লিখা উচিত; যেনে, চাহাব, বৃটিচ্, কচিয়া ইত্যাদি। মূলশব্দৰ যি আখৰ ৰাখিলে অসমীয়া উচ্চাৰণৰ ব্যতিক্ৰম নহয়, তাক মূলৰ দৰে লিখিব লাগে; যেনে, সং কৰ্ণ, অং কাণ, সং ছাত্ৰ, অং ছাতৰ; সং ষোড়শ অং ষোল; সং সপ্ত, অং সাত, ইত্যাদি। অনেক দিন চলি থকা নিয়ম—ভৰি (চৰণ), গোটেই গাৰ ভৰ ইয়াত আছে, এই ভাৱত তাৰ সেই নাম হৈছে; এতেকে তাক ভৰী লিখা উচিত; কিন্তু 'ভৰি' এই দৰে লিখা ৰীতি বহু দিন চলি আছে, আৰু সেই ৰূপে লিখাৰ পৰা উচ্চাৰণ নলৰে। এই কাৰণ তাৰ বৰ্ণবিন্যাসৰ পৰিবৰ্ত্তন অনাৱশ্যক, আৰু বাঞ্ছনীয় নহয়। এই বিধৰ আৰু কিছু শব্দ আছে।

---

* এই কথা মনত ৰাখিব লাগে যে যদিও আমি সংস্কৃত পুথি পঢ়োঁতে সেই ভাষাৰ নিয়ম মতে শ, ষ, আৰু স, এই কেইটা আখৰক চ উচ্চাৰণ কৰোঁ; তথাপি অসমীয়াত চলিত সংস্কৃত শব্দত সিহঁতৰ উচ্চাৰণ অসমীয়া।

সংস্কৃত আদি ভাষাত "ড"ৰ কঠিন "ৰ"ৰ নিচিনা এটা উচ্চাৰণ আছে; যেনে, সং ষোড়শ, বড়বা; বং বড়িয়া বাড়াবাড়ি, ইত্যাদি। কিন্তু সৰহ ভাগ অসমীয়াৰ মুখত ড়, তাৰ তেনে উচ্চাৰণৰ সলনি, সাধাৰণ "ৰ"ৰ দৰে হে উচ্চাৰিত হয়। এতেকে যদিচ সেই বিলাক ভাষাৰ কোনোটোৰ পৰা ওলোৱা অসমীয়া শব্দত কঠিন "ৰ"ৰ দৰে মাতিব লগীয়া "ড"ৰ সলনি, আমাৰ উচ্চাৰণ অনুসৰি ৰ মাথোন ব্যৱহাৰ কৰা যুগুত; তথাপি সেই দুটা উচ্চাৰণ অলপ হে লৰ; এই কাৰণ তেনেবিলাক শব্দক এই অভিধানত সিহঁতৰ মূল ঠিক ৰাখিবলৈ ড়, আৰু অসমীয়া উচ্চাৰণ অনুসাৰে ৰ দি দুয়ো প্ৰকাৰে লিখা গৈছে; যেনে, সং গুড, অং গুড়্ আৰু গুৰ্; সং কাণ্ড অং কাঁড়, আৰু কাঁৰ্; সেই দৰেই সং মুণ্ড, অং মুড় আৰু মুৰ; সং ষণ্ড, অং ষাঁড়্ আৰু ষাঁৰ্, ইত্যাদি। কিন্তু দণ্ড আদি শব্দৰ অপভ্ৰংশ কিছু শব্দ এই নিয়মৰ বাজ; সিহঁতক কেৱল উচ্চাৰণ অনুসৰি লিখা হে ভাল, আৰু এই অভিধানত লিখাও গৈছে; যেনে, দণ্ড, ডাঁৰ্, ইত্যাদি।

জ, ঝ, এই দুটা আখৰো অসমীয়াত একে দৰেই উচ্চাৰিত হয়; তথাপি যি বিলাক শব্দৰ মূলত ঝ আছে, সিই বিলাকৰ বৰ্ণবিন্যাসতো আমাৰ উচ্চাৰণ অনুসাৰে জ আৰু মূল ঠিক ৰাখিবলৈ ঝ ব্যৱহৃত হৈছে; যেনে, সং ঝিল্লাক, অং জিকা আৰু ঝিকা; সং ঝিল্লী, অং জিলী আৰু ঝিলী, ইত্যাদি। ইয়াত একো দোষ দেখা নেযায়; কিয়নো অন্যান্য ভাষাতো দুই বা অধিক প্ৰকাৰে লিখা শব্দ বিস্তৰ আছে। কিন্তু তেনেবিলাক শব্দ লিখোঁতে ভাল লেখক বিলাকৰ অনুগামী হোৱা উচিত।

কিন্তু হিন্দীৰ বা বঙ্গালীৰপৰা ওলোৱা যিবিলাক শব্দ বহুকাল অসমীয়া ভাষাত চলি থকা হেতু তাৰ অঙ্গ-স্বৰূপ হৈছে, সেই বোৰক, সিহঁতৰ মূলৰ ঝ বা ড আখৰৰ সলনি, আমাৰ উচ্চাৰণৰ দৰে কেৱল জ বা ৰ দি লিখা উচিত; যেনে, বং মাঝ, অং মাজ; বং বুঝন, অং বুজন, বং ফড়িং অং ফৰিং; (সং ভাণ্ডাগাৰ)। হিং ভণ্ডাৰ, বং ভাণ্ডাৰ, অং ভঁৰাল, হিং খপ্ড়া, অং খাপৰ; হিং ঝাড়া, অং জাৰ (শীত); হিং ঝাল, অং জাল, ইত্যাদি।

আমাৰ ভাষাত যেনেকৈ শ, ষ, আৰু স, এই কেইটা আখৰৰ উচ্চাৰণৰ একো প্ৰভেদ নাই, তেনেকৈ চ, ছ ই ( ি ) ঈ ( ী ) আৰু ( ু ), ঊ ( ূ ),

ইইঁতবো প্ৰত্যেক যোৰৰ উচ্চাৰণৰ একো বিভিন্নতা নাই ; এতেকে শব্দৰ মূল ঠিককৈ ৰাখিবৰ প্ৰয়োজন নহলে স, চ, ই ( f ` আৰু উ ( ু ) মাথোন ব্যৱহাৰ কৰা উচিত। কোনো-কোনো অসমীয়া লেখকৰ মতে শ, ষ, বা "স" ৰে লিখা হিন্দী বা বঙ্গালী s থকা ইংৰাজী বা "চিন" আখৰযুক্ত ফাৰ্চী শব্দ অসমীয়াত লিখোঁতে সেই কেইটা আখৰৰ সলনি ছ লিখা বিহিত। কিন্তু এইটো মত যুক্তিমত্ নহয় ; কিয়নো ওপৰত কোৱা গৈছে যে আমাৰ ভাষাত চ, ছ, দুইবো একে উচ্চাৰণ, একো প্ৰভেদ নাই ; এনে স্থলত 'চ' ক এৰি ছ লিখিবৰ একো কাৰণ দেখা নেযায়। কেৱল মছলমান শব্দ এই নিয়মৰ বাজ, কাৰণ শিক্ষিত বঙ্গালী মছলমানেও মুছলমান লিখে। এতেকে সেই শব্দকে মূল বুলি আমি মতাৰ দৰে মছলমান লিখা অযুগুত যেন বোধ নহয়

দুটা বা অধিক শব্দৰ বৰ্ণবিন্যাস একে হলে সিইঁতৰ এটাক আনটোৰপৰা পৃথক কৰিব নোৱৰাৰ নিমিত্তে কোনো ঠাইত পঢ়োঁতাৰ মনত অৰ্থৰ কথাত আশঙ্কা জন্মিব পাৰে ; এতেকে প্ৰত্যেক শব্দৰ বৰ্ণবিন্যাস বেলেগ হব লাগে * এই অভিধানত, পৰা যায় মানে, এই মূল-মত ( principal ) পালন কৰা গৈছে। তাৰ উদাহৰণ—সং হড্ডিক, ( এটা অন্ত্য জাতি ) আৰু হড্ডি, ( জন্তুৰ দুটা ঠেং গোটাই দিয়া বান্ধ ) ; এই দুই শব্দৰ অপভ্ৰংশ দুটা শব্দৰ প্ৰথমটোক কেৱল উচ্চাৰণৰ দৰে "হাৰি" আৰু দ্বিতীয়টোক মূল অনুসাৰে "হাড়ি" লিখা গৈছে। সেই দৰেই সং গুণ্ডি ( চূৰ্ণ ) শব্দৰ অপভ্ৰংশ শব্দ এটাক অসমীয়াত গুড়ি, আৰু বং "গোড়া" শব্দৰ পৰা ওলোৱা আন এটা শব্দক গুৰি ( ওচৰ বা গছৰ মূল ) লিখি ইটোৰ পৰা সিটোক পৃথক কৰা গৈছে, ইত্যাদি। কিন্তু সকলো ঠাইত এই নিয়ম পালন কৰা টান। তাৰ প্ৰমাণ ভাঙনি ( ভাং গছৰ সমূহ ) আৰু ভাঙনি ( এক ভাষা ভাঙি আন এক ভাষাৰে কৰা ৰচনা ) ইত্যাদি। এনে ঠাইত লেখাৰ ভাবলৈ চাই অৰ্থ কৰাত বাজে আন উপায় দেখা নেযায়।

---

* অস্থি-বুজোৱা হড্ড শব্দৰ অপভ্ৰংশ হাড় শব্দক যদি আমাৰ উচ্চাৰণ অনুসৰি হাৰ লিখা যায়, তেন্তে তাৰ আৰু মূলৰ দৰে লিখিত, ডিঙিৰ অলঙ্কাৰ বুজোৱা "হাৰ" শব্দৰ মাজত একো প্ৰভেদ নেথাকে ; তাতে অমুকৰ "হাৰ ছিগিল" এনেকৈ লিখিলে তাৰ অস্থি ভাগিল নে অলঙ্কাৰ সূলকিল বুজা টান হব। সংস্কৃত ভাষাত তেনে শব্দ বিস্তৰ আছে, আৰু অনেক ঠাইত অৰ্থৰ বিষয়ত আশঙ্কা জন্মায়।

ঋ ৰ, ষ, এই তিনটা আখৰৰ পাচত থকা "ন"ৰ ঠাইত ণ হয় ; যেনে, ঋণ, তৃণ ইত্যাদি। সেই কেইটা আখৰৰ কোনটোৰ আৰু "ন"ৰ মাজত কোনো স্বৰ বা হ, য, ৱ, ক, খ, গ, ঘ, প, ফ, ব, ভ, বা ম থাকিলেও সেই ন ণ হয় ; যেনে, কৰণ, কাৰণ, গ্ৰহণ, নাৰায়ণ, প্ৰবীন, কৃপণ, ইত্যাদি। সংস্কৃতৰপৰা নোলোৱা কোনো অসমীয়া শব্দৰ ঋ, ৰ বা ষ আৰু "ন"ৰ মাজত ওপৰত লিখা আখৰ বিলাকৰ কোনো এটা থাকিলে সেই ন পৰিবৰ্তিত নহয় ; যেনে, ৰবি-য়নি (মাটি) ৰবিয়ানী, মৰিয়ানী, বোৱন, বোৱনী ইত্যাদি। কিন্তু সংস্কৃতৰ অপভ্ৰংশ কোনো শব্দত পাচত কোৱা নিয়ম নেখাটে, অৰ্থাৎ তেনে শব্দত তাৰ মূলৰ ন লুগুচে ; যেনে, সং গৰ্হণ, অং গৰিহণা ; সং অৰ্হণ ( পূজা ), অং অৰিহণা ( পূজা-আদি-কৰাৰ দক্ষিণা ) ইত্যাদি।

ক, খ, ত, থ, প, ফ আৰু ম, ইহঁতৰ কোনো আখৰে সৈতে কেৱল "স"ৰ যোগ হয় ; যেনে, বয়স্ক, স্খলিত, অস্ত, স্থান, স্ফটিক, ভস্ম, ইত্যাদি। কিন্তু ই, ঈ, উ, বা ঊ স্বৰৰ পাচত থকা ক, খ, প, ফ, বা ম আখৰে সৈতে ষ মাথোন যোগ কৰা যায় ; যেনে, নিষ্কৰ, দুষ্কৰ, নিষ্পাপ, ভীষ্ম, পুষ্প ইত্যাদি বাষ্প শব্দৰ প "ষ"ৰে সৈতেও যুক্ত হয় ; যেনে, "বাষ্প বা বাষ্প" "ট", আৰু "ঠ" ৰে কেৱল "ষ"ৰ যোগ হয় ; যেনে, কষ্ট, ষষ্ঠ, ইত্যাদি।

স্ত্ৰীলিঙ্গ, শব্দৰ ই সদায় দীৰ্ঘ হয় : যেনে, তিৰী, বাঘিনী, শিয়ালী, ইত্যাদি। কিন্তু সংস্কৃতত গতি, মতি, ৰতি ইত্যাদি কিছুমান হ্ৰস্ব ইকাৰান্ত শব্দো স্ত্ৰীলিঙ্গ। সেই বিলাক জীৱ-নথকা বস্তুৰ নাম, এতেকে অসমীয়াত সিহঁতক ক্লীবলিঙ্গ হে বোলা যায়।

## উচ্চাৰণ।

অসমীয়া ভাষাত অসংযোগী আৰু কোনো স্বৰৰ চিনেৰে যুক্ত নোহোৱা এটা ব্যঞ্জন আখৰ অন্তত থকা শব্দবিলাক ব্যঞ্জনান্তৰূপে উচ্চাৰিত হয় ; যেনে, ঘৰ, পৰ; আগ্, পাচ্ ইত্যাদি তলত লিখা শব্দবোৰ মাথোন এই নিয়মৰ বাজ ; সিহঁত অকাৰান্ত ; যেনে, নাক, বাট, পাত, কাছ, তাদ, পাধ, পাৰ, পল (বোকা বা মাছ ধৰা যতন), আপ, কাঁক, হেৰ, সাঁফ, এঘাৰ, বাৰ, তেৰ, পোন্ধৰ,ষোল, সত্তৰ, অঠৰ, শ, ( ষৰা ; ১০০ ), ন ( নতুন ; ৯ ), কলীয়াজাৰ, হেল-হৈচ,

ক্ষত্ৰিয়, ইন্দ্ৰিয়, লৌহ, শিৱ, বৈৰ স্ত্ৰৈণ, নৱ, প্ৰিয়, দ্বিতীয়, তৃতীয় *। ঈয় বা এয় অন্তত থকা শব্দবোৰো অকাৰান্ত ; যেনে স্বৰ্গীয়, বৰ্ণীয়, দিৱসীয়, দেয়, হেয়, বিধেয় ইত্যাদি।

শব্দৰ অন্তত থকা কোনো স্বৰৰ চিনেৰে যুক্ত নোহোৱা যি অসংযোগী ব্যঞ্জনৰ আগত অনুস্বাৰ বা বিসৰ্গ থাকে, সিও অকাৰান্তৰূপে উচ্চাৰিত হয়, যেনে, ধ্বংস, কংস, সিংহ, মাংস, দুঃখ ইত্যাদি। কিন্তু শংখ শব্দ শংখ্ এনেকৈও মতা যায়।

শব্দৰ অন্তত থকা কোনো স্বৰৰ চিনেৰে যুক্ত নোহোৱা সংযোগী ব্যঞ্জনো অকাৰান্ত ; যেনে, স্কন্ধ, বন্ধু, শব্দ, ৰহস্য, মূৰ্খ, ইত্যাদি। তলত লিখা শব্দবোৰ এই নিয়মৰ বাহ্য ; সিহঁত ব্যঞ্জনান্ত ; যেনে, কন্ধ্, কোন্ধ্, কান্ধ্, আন্ধ্, গুলঞ্চ্, ফান্দ্, বান্ধ্, পোন্ধ্, ইত্যাদি। ধাতুৰ অন্তত থকা সংযোগী আৰু স্বৰৰ চিনেৰে যুক্ত নোহোৱা ব্যঞ্জন কেতিয়াও অকাৰান্তৰূপে উচ্চাৰিত নহয় ; যেনে, বান্ধ্, বান্ধ্, কান্ধ্, চান্দ্, ইত্যাদি। কোনো স্বৰৰ চিন নথকা এটা মাথোন ব্যঞ্জন-আখৰীয়া ধাতু সদায় অকাৰান্তকৈ মতা যায় ; যেনে ল, থ, ধ, ব, স, হ ইত্যাদি।

১৯ ৰ পৰা (২০ ক এৰি ) ২৮ লৈকে সংখ্যা-শব্দবিলাকৰ অন্তৰ শ "চ"ৰ দৰে উচ্চাৰিত হয় ; যেনে উনৈশ্ ( উনৈচ্ ) পঁচিশ্ ( পঁচিচ্ ), ইত্যাদি। সেই উচ্চাৰণ বুজাবলৈ, এই অভিধানত, সেইবিলাক শব্দৰ পাচত বেষ্টনৰেখাৰ মাজত চ দিয়া গৈছে ; যেনে উনৈশ্ (-চ্-), চল্লিশ্ (-চ্-) ইত্যাদি। এই-বিলাক শব্দ সিহঁতৰ মূল অনুসৰি বহুদিন ওপৰত্তে কোৱাৰ দৰে লিখিত আৰু উচ্চাৰিত হৈ থকা হেতু এতিয়া সিহঁতৰ বৰ্ণবিন্যাস বা উচ্চাৰণ লৰোৱা অসম্ভৱ। সেই বৰ্ণবিন্যাস আৰু উচ্চাৰণ পৰস্পৰ অসঙ্গত, ই সঁচা ; কিন্তু এই কালৰ শ্ৰেষ্ঠ ভাষা ইংৰাজীতো এনে অসঙ্গতিৰ সংখ্যা অলেখ। আমাৰ ভাষাত গোটাদিয়েক তেনে বিধৰ শব্দ থকাত একো দোষ দেখা নেযায়। আঢৈ কুৰি-যুক্তোৱা শব্দটো পঞ্চাশ্ আৰু পঞ্চাচ, দুয়ো প্ৰকাৰে উচ্চাৰিত হয় ; কিন্তু লেখাত প্ৰথম প্ৰকাৰে লিখা হে যুগুত। অসম, অসমীয়া, এই দুটা শব্দৰ অচম, অচ-

---

* পদ্যত ব্যঞ্জনান্তৰূপে উচ্চাৰিত শব্দবোৰো পদ্যত প্ৰায়ে অকাৰান্তকৈ মতা যায় ; যেনে ( গদ্যত ) কুকুৰ, চৰণ, শৰণ, ঘোৰ ; ( পদ্যত ) কুকুৰ, চৰণ, শৰণ, ঘোৰ, ইত্যাদি।

মীয়া হুবুলি অসম, অসমীয়া, এনেকৈ মাতিব আৰু লিখিবও লাগে। কিয়নো আগৰ কালত সিহঁত সেই দৰে হে ব্যৱহৃত হৈছিল।

শব্দৰ অন্তত বা মাজত থকা য য়, (ইয়) উচ্চাৰিত হয়; যেনে, হয়, প্ৰয়োজন্। কিন্তু কোনো-কোনো শব্দত সেই দুঠাইতো সি নিজ উচ্চাৰণ নেৰে, আৰু যিবোৰ শব্দত সি জ উচ্চাৰিত হয়, সেই বোৰৰ পাচত বেষ্টন-ৰেখাৰ মাজত জ দিয়া গৈছে; যেনে, নিযোগ (-জো-), বিযোগ, (-জো-), নিযুক্ত (-জু-), কায, (-জ্-), ইত্যাদি।

অসমীয়া ভাষাত সাধাৰণ মতে হ্ৰস্ব আৰু দীৰ্ঘ স্বৰৰ উচ্চাৰণৰ মাজত একো প্ৰভেদ নাই, দুয়ো হ্ৰস্বকৈ উচ্চাৰিত হয়। কিন্তু কোনো-কোনো অস-মীয়া শব্দৰ আদি স্বৰ দীৰ্ঘকৈ উচ্চাৰণ কৰা যায়। সেই উচ্চাৰণ বুজাবলৈ দীৰ্ঘ স্বৰ ব্যৱহাৰ কৰা উচিত, আৰু কৰাও হৈছে; যেনে, ঘু-ঘুয়া, কীঁ কিয়া, বী-ৰিয়া, ইত্যাদি। এই বিলাক শব্দৰ উচ্চাৰণ কি-কিয়া, ঘুঘুয়া, বিৰিয়া, এনে নহয়, সিহঁতৰ প্ৰথম স্বৰটো দীঘলকৈ মাতিব লাগে।

---

উচ্চাৰণৰ চিনবিলাক:

অকলৈ বা ব্যঞ্জনেৰে যুক্ত হৈ থকা যি "অ"ৰ ওপৰত (-) এই চিন আছে, তাক অলপ দীঘলকৈ, অৰ্থাৎ "অভিধান"-শব্দৰ "অ" ৰ দৰে মাতিব লাগে; যেনে, অতি, অৰি, মতি, মহ, ইত্যাদি। সেই চিন নথকা অ চুটি, অৰ্থাৎ অকাৰ শব্দৰ "অ" ৰ নিচিনা; যেনে, অবাব, অকল, মহ, ঘৰ, ইত্যাদি। এই চিন ওপৰত থকা শুদা বা ব্যঞ্জনেৰে যুক্ত এ দীঘলকৈ, অৰ্থাৎ "এতিয়া" শব্দৰ "এ" ৰ দৰে মতা যায়; যেনে, এই, এইয়া, সেই, শেলুক, ইত্যাদি। সেই চিন নথকা এ চুটি, অৰ্থাৎ "বেৰ"-শব্দৰ "এ" ৰ তুল্য; যেনে, এক, এৰা, বেৰা, বেলেগ, ইত্যাদি। মনত ৰাখিব লাগে যে শব্দবিলাকৰ উচ্চাৰণ শিকাবৰ কাৰণ এই পুথিত ওপৰত দেখোৱা চিন ব্যৱহৃত হৈছে, বাক্য-ৰচনাত তাৰ আৱশ্যক নাই।

শব্দৰ যি আখৰৰ ওপৰত (.) এই চিন দিয়া গৈছে তাৰ পাচত এটা আখৰ

---

(-) বেষ্টন-কোষ।

লুপ্ত হৈ আছে বুলি জানিবা, আৰু তাক অলপ দীঘলকৈ, অৰ্থাৎ তাৰ পাচৰ আখৰটোৰ পৰা অলপ বেলেগাই মাতিবা ; যেনে, ( মুখ-চোৰা) মু'চোৰা ( খাব কৰিবলৈ গৈ খাৰদিওঁতাক দিয়া ভেঁটী ), ( মহ্‌তাৰ্‌, ফাৰ্চী ) ম'তা ( নীল বা বঙ্গা পোহৰ ), ( বহ্‌বহীয়া ) ব'বৈয়া ( বগাল বা মৃদুৰূপে চলা ; বতাহ ) ( বহবহী ) ব'বৈ ( বসযুক্তা ; তিৰী ), ( বহ্‌বহ্‌ কৰে ) ব'বকৰে, ( সোৱাদ লগাই মৃদুৰূপে, বতাহ চলাত খাটে ), ( বাহু-বিচনী ) বা' বিচনী ( কান্ধৰ পাচৰ চেপেটা হাড় ), (বায়ু-মণ্ডলী ) বা' মাৱলী ( ঘূৰা বতাহ ), ( বাজ্‌-বাঁহ্‌ ) বা'বাহ্‌ ইত্যাদি।

যি শব্দত কোনো আখৰ লুকাই নেথাকে ; কিন্তু আগৰ আখৰটো পাচৰ টোৰ পৰা অলপ বেলেগাই মতা যায়, তাত সেই দুই আখৰৰ মাজত (-) এই চিন ব্যৱহৃত হৈছে ; যেনে, ম-ময়া, বা-বিবিং, ইত্যাদি।

ওপৰত দিয়া চিন দুটা বাক্য-ৰচনাত ব্যৱহাৰ-কৰা উচিত।

সংস্কৃতৰ দৰে অসমীয়া ভাষাতো "অ"'ৰ ( া, ি ) আকাৰ-ইকাৰ-আদিৰ নিচিনা চিন নাই, আৰু ব্যঞ্জনেৰে যুক্ত হলে সি অদৃশ্য হয় ; এতেকে লেখাত ব্যৱহৃত ক, খ, ইত্যাদিত অ আছেনে নাই জনা টান। এই অসুচল গুচাবৰ কাৰণ অকাৰ-শূন্য, শুদা ব্যঞ্জনৰ তলত (্) এই চিন দিয়া গৈছে। ইয়াৰ নাম হসন্ত চিন। সি তলত থকা ব্যঞ্জনক তাৰ ( সেই আখৰৰ ) আগত থকা স্বৰৰ সাহায্যেৰে মাতিব লাগে ; যেনে, আম্‌, মানুহ্‌, কাৰ্‌বাৰ্‌, ইত্যাদি। সেই চিন নথকা আৰু কোনো স্বৰৰ চিনেৰে যুক্ত নোহোৱা ব্যঞ্জন অকাৰান্ত ; যেনে, গাধ, পাৰ, ইত্যাদি। এইটো চিনো বিশেষ প্ৰয়োজন নহলে বাক্য-ৰচনাত ব্যৱহাৰ কৰা নেযায়।

---

## শব্দবিলাকৰ অৰ্থৰ চিন।

শব্দবিলাকৰ অৰ্থ দিখোঁতে একে অৰ্থ-বুজোৱা দুটা বা অধিক প্ৰতিশব্দ বা ব্যাখ্যাৰ মাজত একোটা যতি (,) দিয়া গৈছে ; যেনে, (মূল-শব্দ) গৰাকী (অৰ্থ) প্ৰভু, অধিকাৰ ইয়াত প্ৰভু আৰু অধিকাৰ দুইবো একে অৰ্থ। আগৰ প্ৰতিশব্দ বা ব্যাখ্যাতকৈ বেলেগ অৰ্থ বুজোৱা প্ৰতিশব্দ বা ব্যাখ্যাৰ মাজত একোটা দীৰ্ঘ যতি ( ; ) দি সিইতৰ অৰ্থ পৃথক কৰা গৈছে ; যেনে, (বুং, শং ) গভীৰ অৰ্থ

দ ; গহীন। এই ঠাইত ; এই চিনৰ পাচত থকা গহীন শব্দৰ অৰ্থ তাৰ আগৰ দ শব্দত্‌কৈ বেলেগ। সেই চিনৰ পাচত থকা প্ৰতিশব্দ বা ব্যাখ্যাৰ মাজত দিয়া টিপনী সেইটো প্ৰতিশব্দ বা ব্যাখ্যাত মাথোন খাটে ; যেনে, ( মূং শং ) লঘু ( অৰ্থ ) পাতল ; কম্‌-পৰা, ( পীড়াত খাটে ) ইয়াত বেৰ্চন বেথাৰ মাজৰ "পীড়াত খাটে" এই টিপনী "কম্‌-পৰা" এই অৰ্থত মাথোন খটোৱা গৈছে. সেই ( ; ) চিনৰ আগৰ "পাতল," এই অৰ্থে সৈতে তাৰ একো সম্পৰ্ক নাই. সেই দৰেই ( ; ) এই চিনৰ পাচত দিয়া অৰ্থৰ উদাহৰণো তাৰ আগৰ অৰ্থত নে খাটে ; যেনে, ( মূং, শং ) ভাল ( অৰ্থ ) মঙ্গল ; সজ লোক ; যেনে "ভালৰ শত্ৰু নাই।" এই উদাহৰণে "সজ লোক" ইয়াৰ ভাব মাথোন প্ৰকাশ কৰিছে, "মঙ্গল" শব্দেৰে সৈতে তাৰ কোনো সম্বন্ধ নাই।

ওপৰত লিখা চিনবিলাকত বাজে সমাসৰ দ্বাৰা একে পদ হোৱা দুটা শব্দৰ মাজত এক দেশ চিহ্ন (—) ব্যৱহাৰ কৰা উচিত আৰু এই পুথিত কৰাও হৈছে। কিন্তু সংস্কৃত ভাষাত তাৰ চলন নাই ; এতেকে সমাসৰ দ্বাৰা লগ লগা দুটা সংস্কৃত শব্দৰ মাজত সেই চিন নিদি দুয়োটা পদ এটা কৰি লিখাত কোনো দোষ দেখা নেযায় ; যেনে, ( হৰিৰ নাম ) হৰিনাম, ( ইন্দ্ৰৰ লোক) ইন্দ্ৰলোক। সেইৰূপে একেটা হোৱা দুটা অসমীয়া শব্দৰ মাজত তাক দিয়া ভাল, নিদিলেও বৰ হানি নাই ; যেনে, ( হাতীৰ দাঁত ) হাতী-দাঁত, ( বাৰুনিৰ ঘৰ) বাৰুনি-ঘৰ কিন্তু সেই চিন নিদিলে দুটা শব্দ বেলেগে নিলিখি একে লগ কৰিব লাগে, যেনে, হাতীদাঁত, বাৰুনিঘৰ ইত্যাদি।

---

## অপভ্ৰংশ শব্দ।

নিৰোগী, নিৰ্দ্দোষী, নিষ্পাপী, মান্তৱন্ত, মান্তৱান, ইত্যাদি কিছুমান শব্দ, সংস্কৃত ব্যাকৰণৰ মতে অশুদ্ধ। সংস্কৃত ভাষাত নি নাই ৰোগ যাৰ, সি নিৰোগ বা নিৰ্‌ নাই ৰোগ যাৰ, সি নিৰোগ ; নি নাই দোষ যাৰ, সি নিৰ্দ্দোষ বা নিৰ্‌, নাই, দোষ যাৰ, সি নিৰ্দ্দোষ, সেই দৰেই নিপাপ বা নিষ্পাপ, ইত্যাদি শব্দ হয়। এনেবিলাক শব্দ ( ী ) ঈকাৰান্ত হব নোৱাৰে। আৰু মান ( সম্মান ) পাবৰ যোগ্য কি, তেওঁ মান্য। এই শব্দৰ পাচত বৎ বা বান্‌ যোগ

কৰি মান্তৱন্ত বা মান্তৱান্ শব্দ কৰা সংস্কৃত ব্যাকৰণৰ বিৰুদ্ধ ; কিন্তু আমাৰ ভাষাত সেইবোৰ শব্দ বহুকালৰ পৰা চলি আহিছে। সংস্কৃতৰ ( সং+মান ) সম্মান শব্দ অসমীয়াত "সন্মান" এনেকৈ উচ্চাৰিত আৰু লিখিত হয়। বঙ্গ-পাৰ্শ্বত সেই বিলাক আৰু আমাৰ ভাষাত চলিত সিইঁতৰ নিচিনা আন অনেক শব্দ সংস্কৃতৰ অপভ্ৰংশ। অপভ্ৰংশ শব্দ যে তাৰ মূলৰ নিয়মৰ বিৰুদ্ধ, তাক কৰৰ সকাম নাই। বিস্তৰ অপভ্ৰংশ সংস্কৃত শব্দ বহুকাল আমাৰ ভাষাত চলি থাকি তাৰ অঙ্গ-স্বৰূপ হৈছে। এতিয়া সিইঁতক অশুদ্ধ বুলি এৰিব নোৱাৰি, এৰিলেও অসমীয়া ভাষাৰ ছাল-মঙহ গৈ জঁকাটো মাথোন থাকিব। এতেকে তেনেবিলাক শব্দক এই অভিধানত ঠাই দিয়া গৈছে। কিন্তু আগলৈ যেন নতুন অশুদ্ধ শব্দ আমাৰ ভাষাত নোসোমায়, তাৰ কাৰণ আমি সাৱধান হব লাগে।

আমাৰ ভাষাত কিছুমান অপভ্ৰংশ সংস্কৃত শব্দ চলি আছে, অকল এয়ে ন-হয়, বহুত মূল সংস্কৃত শব্দে নিজ অৰ্থত বাজে আন অৰ্থো লৈছে ; তাৰ উদাহৰণ সংস্কৃত "মোহ" শব্দে অসমীয়াত তাৰ অৰ্থৰ বাহিৰে মৰম বুজায়। কোনো কোনো সংস্কৃত শব্দৰ আকও, মূলৰ অৰ্থ গোটেই লৰিছে। তাৰ প্ৰমাণ সং অনুৰক্ত শব্দৰ অৰ্থ আসক্ত, সৰক্ত, ৰোগৰ লক্ষণ, ইত্যাদি, কিন্তু অসমীয়াত আগৰ পৰা চলি অহা দস্তৰ ; সং প্ৰবোধ ( অৰ্থ ) জাগৰণ, জ্ঞান, অং সান্ত্বনা বা স্তুতনি। এই দৰেই বুজিব লাগে। অসমীয়াত চলিত সংস্কৃতৰ আৰু আন-আন ভাষাৰ অনেক অপভ্ৰংশ শব্দেও সিইঁতৰ মূলতকৈ অন্য অৰ্থ বুজায়। তাৰ উদাহৰণ সং "মাষ" শব্দৰ অৰ্থ মাটি-মাহ ; কিন্তু তাৰ অপভ্ৰংশ "মাহ" শব্দ ছেইত উৎপন্ন আৰু মানুহৰ খাদ্য সকলো গুটিত খাটে ; যেনে, মগু-মাহ, মচুৰ-মাহ ; সং অগ্ৰমাংস ( অৰ্থ ), আমঠু, তাৰ অপভ্ৰংশ অং আগমঙহ ( অৰ্থ ), বুকুত থকা এডোখৰ বঙচীয়া মঙহ ; বং বকুনা ( অৰ্থ ), চেঁউৰী গাই, অং বথনিয়া ( অৰ্থ ), পিয়ন-হবা ( গৰু বা মহৰ পোৱালি )। ফাং কলেজা ( অৰ্থ ) আগমঙহ, অং কলিজা ( অৰ্থ ), আমঠু ইত্যাদি।

---

# লিঙ্গ।

অসমীয়াত মতা বুজোৱা শব্দ পুলিঙ্গ আৰু মাইকী-বুজোৱা শব্দ স্ত্রীলিঙ্গ; যেনে, (পুং) মুনিহ, (স্ত্রী) তিৰোতা; (পুং) স্বামী, (স্ত্রী) ভাৰ্য্যা, (পুং) বাঘ (স্ত্রী) বাঘিনী, ইত্যাদি। মতা নে মাইকী চিনিব নোৱাৰা জন্তুৰ নাম বুজোৱা শব্দ ক্লীবলিঙ্গ; যেনে, পোক, পৰুৱা, মাছ, ইত্যাদি। জীৱহীন বস্তুৰ নামো ক্লীবলিঙ্গ; যেনে, মাটি, পানী, কাপোৰ, ইত্যাদি। কিছু-মান শব্দ দ্বিলিঙ্গ, অৰ্থাৎ পুং, স্ত্রী, দুয়োলিঙ্গ বুজায়; যেনে, মানুহ, মহ, গৰু, পহু, ইত্যাদি। এই শ্রেণীৰ শব্দৰ আগত মতা, মাইকী নাইবা পুলিঙ্গ বা স্ত্রীলিঙ্গ বুজোৱা আন শব্দ দি লিঙ্গৰ প্ৰভেদ কৰা যায়; যেনে, মতা-মানুহ, মাইকী-মানুহ, মতা-মহ, মাইকী-মহ; বলদ-গৰু, গাই-গৰু, ইত্যাদি।

বিশেষ্যৰ যি লিঙ্গ, বিশেষণৰো সেই লিঙ্গ হয়, আৰু অনেক পুলিঙ্গ বিশে-ষণ স্ত্রীলিঙ্গত গঢ় লবে; যেনে, সুন্দৰ পুৰুষ, সুন্দৰী স্ত্রী, বজা বলদ, বাজলী গাই; কুঁজা মুনিহ, কুঁজী তিৰোতা। বিশেষণৰ গঢ় নলবিলেও বিশেষ্যৰ লিঙ্গকে বিশেষণৰ লিঙ্গ বুলি জানিব লাগে, যেনে, ভাল মুনিহ, ভাল তিৰোতা, ভাল কাপোৰ। ইয়াত মুনিহ, তিৰোতা, কাপোৰ, এই কেইটা বিশেষ্যৰ যি লিঙ্গ, "ভাল" এইটো বিশেষণৰো সেই লিঙ্গ। কেতিয়াবা স্ত্রীলিঙ্গ বিশেষণে ক্লীবলিঙ্গ বিশেষ্যৰ গুণ দেখায়; তেতিয়াও সেই বিশেষণক ক্লীবলিঙ্গ বুলিব লাগে; যেনে, কুঁজীঘৰ। ইয়াত কুঁজী এইটো স্ত্রীলিঙ্গ বিশেষণে ঘৰ এইটো ক্লীবলিঙ্গ বিশেষ্যৰ গুণ দেখোৱা হেতু সিও ক্লীবলিঙ্গ।

এই অভিধানত কোনো জাতিৰ বা ব্যৱসায়ৰ মানুহ বুজোৱা কোনো পুলিঙ্গ-শব্দৰ পাচত বেটন-বেখাৰ মাজত "স্ত্রী" শব্দ দি তাৰ পাচত যি শব্দ লিখা গৈছে, সি সেই জাতিৰ বা সেই ব্যৱসায় কৰা মানুহৰ ভাৰ্য্যা আৰু সেই জাতিৰ বা সেই ব্যৱসায় কৰা তিৰোতা, দুইকো বুজায়; যেনে, বামুণ; (স্ত্রী) বামুণী, অৰ্থাৎ বামুণৰ ভাৰ্য্যা আৰু বামুণ জাতিৰ তিৰোতা; কুমাৰ, (স্ত্রী) কুমাৰণী, অৰ্থাৎ কুমাৰৰ ভাৰ্য্যা আৰু কুমাৰৰ ব্যৱসায় কৰা তিৰী ইত্যাদি।

গুৱাহাটী।<br>আহোন ১৮১৪ শক। } শ্রীহেমচন্দ্ৰ বৰুৱা।

## সংক্ষিপ্ত শব্দবোধ।

(স. শ.) সংজ্ঞা-শব্দ।

( বি ) বিশেষণ শব্দ।

( ক্রি. বি. ) ক্রিয়া-বিশেষণ শব্দ।

( সর্ব্ব ) সর্ব্বনাম শব্দ।

( অব্য ) অব্যয় শব্দ।

( গু. শ. ) গুণবাচক শব্দ।

( সং ) সংখ্যা শব্দ ; সংস্কৃত।

( কৃদ. স. ) কৃদন্ত সংজ্ঞা।

( উপস ) উপসর্গ।

( উপশ ) উপশব্দ।

( স. ধা, ) সকর্ম্মক ধাতু।

( অ. ধা. ) অকর্ম্মক ধাতু।

( পুং. স্ত্রী. ) পুংলিঙ্গ, স্ত্রীলিঙ্গ।

( কাম ) কামরূপত চলিত।

( ব্যাক ) ব্যাকরণত ব্যবহৃত।

( প্র ) প্রশ্ন।

( উ ) উত্তর।

( অনু. শ ) অনুরূপ শব্দ।

( যাং ) যাবনিক।

( হিং ) হিন্দী।

( যৌ. অ. ) যৌগিক অব্যয়।

(বি. বি ) বিশেষণীয় বিশেষণ।

# অসমীয়া ভাষাৰ
## পত্ৰাশলীয়া
# অভিধান-পুথি।

---

অ.

অ, অসমীয়া বৰ্ণমালাৰ আদি আখৰ, কোনো শব্দৰ আগত থাকিলে নোহোৱা, নাই বা বেয়া বুজায়; যেনে—অব্ৰাহ্মণ (বামুণ নহয়), অসময় (বেয়া সময়)। শব্দৰ আদি আখৰটো স্বৰ হলে 'অ' 'অন্' হয়; যেনে—অনাদৰ, অনীশ্বৰ ইত্যাদি।

অ (অব্য) সম্বোধন বুজোৱা মাত; যেনে, অ হৰি।

অংশ (স. শ.) ভাগ।

অংশী (স. শ.) ভাগী, ভাগ-পাওঁতা।

অংশে (ক্রি. বি.) ভাগে, ভাগ কৰি, ভাগ কৰা হৈ।

অঁকা (স.শ.) এজাতি পৰ্ব্বতীয়া মানুহ।

অঁকাবকা (বি) অনেক বৰণৰ আঁক-যুক্ত, পখৰা।

অঁকিয়া (স. ধা.) আঁক দি চিন লগা।

অঁটা (স. ধা.) প্ৰচুৰ কৰ; জোৰা।

অটাকৈ (ক্রি. বি.) জোৰাকৈ।

অকৰ্ম্মা। [কৰ্।

অ-তা (স. ধা.) পৰিষ্কাৰ কৰ্, নিৰ্ম্মল

অঁৰা (স. শ) কড়িৰ লেখ, যেনে—চাৰি কড়াই এক অঁৰা বা গণ্ডা হয়।

অঁহীয়া (বি) আঁহযুক্ত, আঁহ লগা বস্ত্ৰ,

দীঘলীয়া সূত্ৰাংশ (স. ধা.) মিহিকৈ সূতা উলিয়া। গোৱা।

অকটলুৱা (বি) কটল বা বাকহ নল-

অকণ্টক (বি) কাইট নথকা, শত্ৰু বা ভয় নথকা।

অকথনীয় (বি) কবৰ অযোগ্য, কব নোৱৰা। বেয়া কথা।

অকথা (স. শ.) কুকৰ্ম্ম, বেয়া কাম,

অকপটু
অকপটী
অকপটীয়া } (বি) সাধু, সৰল, মনে-মুখে এক।

অকৰ্ম্ম (স. শ.) কুকৰ্ম্ম, বেয়া কাম।

অকৰ্ম্মক (বি) (ব্যাক.) কৰ্ম্ম-পদ নথকা।

অকৰা (বি) অযোগ্য, অকামিলা।

অকৰ্ম্মা (বি) কাম কৰিব নোৱৰা; এলেহুৱা।

অকল্ (বি) লগ নথকা।
অকলৈ (ক্রি. বি.) লগবীয়া নোহোৱাকৈ, অকলশৰে।
অকলবীৰ (স. শ.) এবিধ গছ।
অকলশৰ (বি) লগ নথকা, অকল।
অকলশৰে (ক্রি. বি.) অকলৈ।
অকস্মাৎ (ক্রি বি) হঠাৎ, আগে নজনাকৈ।
অকাঁড়ী } (বি) তুঁহ আৰু মলি
অকাঁৰী } খুণ্ডচোৱা (চাউল)।
অকাজী (বি) "আকাজী" চাৰ্ব।
অকাজ্‌ত্যাগী (বি) একো কৰিব নজনা, অকৰ্ম্মা।
অকাঠী (বি সাৰ নথকা, টান নোহোৱা (কাঠত থাটে)।
অকামিলা (বি) কামৰ অযোগা, একো কামত নলগা।
অকাৰ্‌ (স. শ.) "অ" আখৰ।
অকাৰণ্ (স. শ) কাৰণৰ অভাৱ; অনাবশ্যক। (বি) কাৰণ বা আৱশ্যক নথকা।
অকাৰান্ত (বি) অন্তত অকাৰ থকা; যেনে, অকাৰান্ত শব্দ।
অকাৰ্য্য (স. শ.) অকৰ্ম্ম, বেয়া কাম।
অকাল্ (স. শ.) কোনো এক কামৰ নিমিত্তে অনুপযুক্ত সময়; আকাল।
অকীৰ্ত্তি (স, শ.) দুৰ্ণাম, অপযশ।
অকুমাৰ্ (স. শ.) বয়স পুৰ নোহোৱা লৰা (নাবালক)। (স্ত্রী অকুমাৰী।
অকুলীয়া।
অকুলিনীয়া, (বি) জাতি নথকা, হীন-
অকুল্ (বি) অপাৰ, পাৰ নথকা।
অকৃতজ্ঞ (বি) অপলাগী, উপকাৰ নমনা।
অক্লেশে (ক্রি. বি.) দুখ নোপোৱাকৈ, অনায়াসে।
অখণ্ড (বি, নিছিগা-নভগা, ব্যৰ্থ নোহোৱা।
অখাদ্য (বি) খাবৰ অযোগ্য, খাব নোপোৱা। (স. শ.) খাবৰ অযোগ্য বস্তু। [বা হানি হোৱা।
অখালভাঁৰ (বি) অযাৰত ভৰা, ভৰণি
অখিয়া (স. ধা.) আখি গুচাই নিমজ কৰ (বাঁহ-আদি)।
অখিল্ (বি) সকলো, গোটেই, (জগত)।
অখ্যাতি (স. শ.) দুৰ্য্যশ, দুৰ্ণাম।
অগণ্য (বি) অসংখ্যাত, অলেখ।
অগতি (স. শ.) নিৰাশ্ৰয়, আশ্ৰয় নথকা লোক।
অগধুৰ্ (বি) লঘু, গধুৰ নোহোৱা।
অগত্যা (ক্রি.বি.) অন্য উপায় নথকাত, টানত পৰি।
অগম্য (বি) যাব বা সোমাব নোৱৰা।
অগভীৰ্ (বি) ডবং, দ নোহোৱা।
অগৰু (স. শ.) আগৰ-কাঠ।
অগস্তি (স. শ.) এজন ঋষি; বকফুল আৰু তাৰ গছ। ১

অগৰ্ব্বী (বি) অহঙ্কাৰ নথকা, নম্ৰ।

অগৰ্হিত (বি) নিন্দিত নোহোৱা।

অগাধ (বি) আথাউনি, বৰ দ।

অগাপিছা (বি) এটাৰ পাচত আন এটা হোৱা।

অগুণ (স. শ.) দুৰ্গুণ, অপকাৰ।

অগুণকাৰী (বি) অপকাৰী, অশলাগী।

অগোচৰ (বি) ইন্দ্ৰিয়ই বুজিব নোৱৰা, বোধে নধৰা।

অগ্নি (স. শ.) জুই, জীৰ্ণ-কৰা শক্তি।

অগ্নিকণা (স. শ.) ফিৰিঙটি।

অগ্নিবলাহ (বি) বৰ খঙাল, বৰ চোকা বা জ্বলা।

অগ্নিকুণ্ড (স. শ.) জুই ধৰা গাঁত।

অগ্নিকোণ (স. শ.) পূব আৰু দক্ষিণৰ মাজ ভাগ।

অগ্নিময় (বি) জুইৰ নিচিনা, বৰ তপত, বৰ জ্বলা।

অগ্নিশিখা (স. শ.) জুইৰ আগ।

অগ্ন্যুৎপাত (স. শ.) জ্বালামুখী পৰ্ব্বতৰ পৰা হোৱা জুইৰ উদ্গিৰণ।

অগ্ৰ (স. শ.) আগ, সন্মুখৰ ভাগ, ওপৰৰ ভাগ।

অগ্ৰগণি, অগ্ৰগণ্য (বি) প্ৰধান, ঘাই, প্ৰথম।

অগ্ৰগামী (বি) আগত যোৱা।

অগ্ৰবৰ্ত্তী (বি) আগত থকা; মুখ্য।

অগ্ৰসৰ (বি) আগ বাঢ়ি বা আনৰ আগত যোৱা।

অগ্ৰহায়ণ (স. শ.) আঘোণ-মাহ।

অগ্ৰাহ্য (বি) গ্ৰহণৰ অযোগ্য, গ্ৰহণ-নকৰা।

অঘন (বি) পাতল, সেৰেলা, ঘন নোহোৱা।

অঘৰী (স. শ.) স্থিতাপি ঘৰ নথকা মানুহ; নানা দেশত ফুৰি থকা এজাতি মানুহ।

অঘাইত (বি) বৰ দুষ্ট।

অঘাট (স. শ.) ঘাটত বাজে আন ঠাই।

অঘিণ (স. শ.) ঘিণৰ অভাৱ, (বি) ঘিণ নথকা।

অঘিণকৈ (ক্ৰি. বি) ঘিণ নকৰি।

অঘোৰ (বি) খং নথকা, শান্তমূৰ্ত্তি।

অঙ্ক (স. শ.) এক-দুই-আদি লেখৰ চিন, নাটকৰ আধ্যা।

অঙ্কিত (বি) লিখিত, লেখা।

অঙ্কুৰ (স. শ.) গাজ, পোখা, গজালি।

অঙ্কুৰিত (বি) গাজ-ওলোৱা, গজা।

অঙ্কুশ (স. শ.) ন্যাংচিং, হাতী-চলোৱা বেঁকা মাৰি।

অঙ্গ (স. শ.) গাৰ কোনো এভাগ, হাত-ভৰি আদি; এক অংশ।

অঙ্গ-চালনা, অঙ্গ-পৰিচালন (স. শ.) সবল কৰিবলৈ গাৰ অঙ্গবোৰ লৰোৱা কাৰ্য্য।

অঙ্গ-প্ৰত্যঙ্গ, (স. শ.) গাৰ সকলো ভাগ।

অঙ্গস্থ (বি) নিচেষ্ট হুশীয়া; বৰকৈ খেপোৱা।

অঙ্গভঙ্গি (স, শ) অঙ্গৰ ভঙ্গি, হাত-মুখ-আদিৰ ঠাৰ বা সঞ্চালন।

অঙ্গহীন্ (বি) কোনো এক অঙ্গ-নথকা, অসম্পূৰ্ণ।

অঙ্গীকাৰ্ (স. শ.) প্ৰতিজ্ঞা, কৰিবলৈ স্বীকাৰ।

অঙ্গীকৃত্ (বি) প্ৰতিজ্ঞা-কৰা, গাত লোৱা।

অচল্ (বি) অলৰ, স্থিৰ, লৰচৰ নকৰা। (স. শ.) পৰ্ব্বত।

অচাৰ্, সঁচাৰ্ (বি) পাৰলৈ নোহোৱা; অহা-যোৱা নথকা। [দেখা।

অচিন্ (বি) নিচিনা, আগেয়ে নে-

অচিনাকি (বি) চিনাকি নথকা, চিনিব নোৱৰা, (মানুহ)।

অচিন্তনীয় (বি) চিন্তাৰ অতীত, মনে ঢুকি নোপোৱা।

অচিৰে (ক্ৰি. বি.) অলপ কালতে।

অচেতন্ (বি) চেতনা-শূন্য, সাৰে নথকা; জীৱ নথকা। [অভাৱ।

অচৈতন্য (স. শ.) জ্ঞান বা বোধৰ

অচ্যুত্ (স. শ.) ঈশ্বৰ, বিষ্ণু।

অছিদ্ৰ(বি) বিন্ধা নথকা; জগৰ নথকা

অছেদ্য অভেদ্য (বি) ছেদ-ভেদ নথকা, একেবাহে হৈ থকা; দৃঢ়, বৰ টান।

অজ্ঞ (বি) মূৰ্খ, একো নজনা।

অজ্ঞগো } (বি) মহা মূৰ্খ।
অজ্ঞমূৰ্খ }

অজৰ্ (বি) কেতিয়াও বুঢ়া নোহোৱা, সদায় ডেকা হৈ থকা।

অজস্ৰে (বি) অবাচিতে, অনায়াসে, নোখোজাকৈ বা নিবিচৰাকৈ; ছেদ-ভেদ নোহোৱাকৈ।

অজাত্ (বি) নোপজা।

অজাতবীয়া (বি) জাতি যোৱা, পতিত, পূৰ্ব্বপুৰুষতকৈ হীন হোৱা।

অজাতি (স. শ.) হীন জাতিৰ মানুহ।

অজাত-শত্ৰু (বি) বৰশত্ৰু।

অজান্ (বি) নজনা, জ্ঞান নথকা।

অজিজ্ঞাসী (বি) অবিবেচক, বিবেচনা-নকৰা।

অজীৰ্ণ্ (স. শ.) জীৰ্ণ নহৈ পেটত থকা আহাৰ।

অজীৰ্ণীয়া (বি) অজীৰ্ণযুক্ত, অজীৰ্ণৰ পৰা কষ্ট-পোৱা (পেট)।

অজীৰ্ণ্-পাতকী (বি) দুষ্ট দন্দুৰা।

অজীৰ্ণ (স. শ.) অজীৰ্ণ।

অজগৰ্ (স. শ.) ঢেঁকী-সাঁপ।

অজ্ঞ (বি) একো নজনা, মূৰ্খ।

অজ্ঞতা (গু. শ.) মূৰ্খৰ অৱস্থা।

অজ্ঞান্ (বি) মূৰ্খ, জ্ঞান নথকা, বোধ-শূন্য; যেনে, অজ্ঞান মানুহ বা জন্তু; চেতন নথকা বিজ্ঞান। (স. শ.) একো নজনা মানুহ।

অজ্ঞানী (বি) মূৰ্খ, নজনা। (স. শ) মূৰ্খ মানুহ।

অঞ্চল্ (স. শ.) কাপোৰৰ আঁচল, দেশৰ, নগৰ বা গাওঁৰ এ ভাগ ।

অঞ্জন্ (স. শ.) চকুৰ পিৰিকটিত ব'হা এবিধ কলা বস্তু ।

অঞ্জলি (স. শ.) হাতৰ আঁজলি ।

অটল্ (বি) অলৰ, লৰচৰ নকৰা, স্থিৰ ।

অটুট্ (বি) কম নোহোৱা, খৰিচ, পূৰা ।

অঠৰ (সং) দুই কম কুৰি ।

অঠাই (স. শ.) অস্থান, অনুপযুক্ত ঠাই ।

অঠাৰৰ্, অঠিক্ (বি) অনিশ্চিত, ঠিক নোহোৱা ।

অণ্ঠকণ্ঠ (স. শ.) নেলীৰ বাট ।

অণ্ঠেকণ্ঠে (ক্রি. বি.) ভিতৰে ভিতৰে গুৰিলৈকে ।

অণ্ড (স. শ.) কণী, ডিমা, পুৰুষৰ বীৰ্য্য উৎপাদক গুটি ।

অণ্ডকোষ্ (স. শ.) পুৰুষৰ গুটিৰ কোলোঙা ।

অণ্ডজ্ (বি) কণীৰপৰা জন্মা ।

অণ্ডাকৃতি (বি) হাঁহকণীৰ গঢ়ৰ ।

অতপা (বি) ৰবকৈ বঢ়া, সাধাৰণতকৈ অতিৰিক্ত হোৱা, (শস্য বা লৰা) ; ৰবকৈ উতঙালি কৰা, বৰ দুষ্ট ( লৰা ) ।

অতপালি (স্ত্রী.শ.) উতঙালি, দুষ্টালি ।

অতৱণ্ (স. শ.) বৰ কষ্ট, আপদ ।

অতৰ্ক (বি) তৰ্কিব বা যুজিব নোৱৰা ।

অতৰ্ক্ চেলাই (বি) বৰ বীৰ, নিচলা ।

অতল্, অতলস্পৰ্শ (বি) অগাধ, আথাউনি, তলি-নোপোৱা

অতি (ক্রি. বি.) অধিকৰূপে, ৰবকৈ । (বি) অধিক, প্রচুৰ ।

অতিক্রম্ (স. শ.) পাৰ হৈ যোৱা বা সীমা ঠেলা কাৰ্য্য ।

অতিথি (স. শ.) আলহী ।

অতিথি-সেৱা (স. শ.) আলহীৰ শুশ্রূষা ।

অতিৰিক্ত (বি) নিৰূপিত পৰিমাণতকৈ অধিক ।

অতিশয়্, অতিশয়ৰূপে (ক্রি. বি.) বহুত পৰিমাণে, অধিককৈ ।

অতিসাৰ্ (স. শ.) পেট চলা ৰোগ ।

অতীত্ (স. শ.) অতীত বা প্রাচীন কাল ।

অতীত্ (বি) গত, যোৱা ।

অতুল্, অতুল্য (বি) অনুপম, সমান নথকা ।

অতুষ্ট (বি) বিতুষ্ট ।

অত্যন্ত (ক্রি. বি) অতিশয় ।

অত্যাচাৰ্ (স. শ.) আনৰ প্রতি কঠিন ব্যৱহাৰ, উপদ্রৱ ।

অত্যাচাৰী (স. শ.) লোকৰ প্রতি কঠিন ব্যৱহাৰ-কৰোঁতা ।

অত্যুক্তি (স. শ.) ৰবকৈ বঢ়াই কোৱা কথা ।

অত্ৰাহি (বি) বিপদৰপৰা উদ্ধাৰৰ উপায় নথকা ।

অথচ (অব্য) কিন্তু।

অথনি / অথনী (ক্রি. বি.) আজি অলপ আগেয়ে। (কা. স.) আজিৰ দিনৰ ভিতৰৰ অলপ আগ কাল।

অথনিকৈ / অথনীকৈ (ক্রি. বি.) আজি কিছু পাচে।

অথন্তৰ্ / অথান্তৰ্ (স. শ.) অকস্মাৎ হোৱা আপদ বা বিঘিনি।

অথবা (অব্য) নাইবা, নতুবা।

অথৰ্ব্ব্ ( বি ) বুঢ়া বয়সৰ কাৰণে হাত-ভৰি কঁপা, আলৰ।

অথল্ (স. শ.) অস্থান, বেয়া বা অযোগ্য ঠাঁই।

অথালি-পথালি (বি) দীঘ আৰু পুতল দুয়ো ফালে ব্যাপি থকা।

অথলে ( ক্রি. বি. ) বিফলে, যেনে—মোৰ সকলো চেষ্টা অথলে গল।

অথিৰ্ (বি) স্থিৰ হৈ নথকা, লৰিচৰি থকা; অঠিক।

অদৰ্শন্ (স. শ.) দৰ্শনৰ অভাৱ, দৰ্শন নথকা।

অদূৰদৰ্শী (বি) দূৰৈলৈ নেদেখা; দূৰৈ গমিব নোৱাৰা।

অদৃঢ় (বি) টান নোহোৱা, ঢিলা।

অদৃশ্য (বি) নেদেখা, দৃষ্টিৰ বাহিৰ; চকুৰে মনিব নোৱাৰা।

অদৃষ্ট (স. শ.) কপাল, ভাগ্য, দশা।

অদেখ্ (বি) নেদেখা, চকুত নপৰা।

অদোষ্ (স. শ.) নিজগৰ, দোষ নথকা অৱস্থা।

অদ্ভুত্ (বি) আচৰিত, আগেয়ে নোহোৱা। (স. শ.) উৎপাত, অমঙ্গল বুজোৱা চিন।

অদ্য (ক্রি. বি.) আজি।

অদ্যাপি (ক্রি. বি.) আজিলৈকে।

অদ্যাবধি (ক্রি. বি.) আজিৰ পৰা।

অদ্বিতীয় (বি) অতুল্য, সমান নথকা।

অধনুৱা (বি) ধন-নিদিয়াকৈ পোৱা।

অধম্ (বি) নীচ, খেৰেচ। (স. শ.) নীচ মানুহ।

অধৰ্ম্ম (স. শ.) পাপ, জীৱৰ অসদগতি হোৱা কাম।

অধস্থ (বি) তলত থকা, তলতীয়া।

অধস্ত (বি অধম, খেৰেচ, নীচ।

অধিক্ (বি) সৰহ, বহুত।

অধিকতা (গু. শ.) অধিক পৰিমাণ।

অধিকাৰ্ (স.শ.) স্বত্ব, ক্ষমতা, গৰাকী, কোনো সত্ৰৰ ঘাট গোসাঁই।

অধিকাৰী (স শ.) গৰাকী, অধিকাৰ। ( স্ত্রী ) অধিকাৰিণী।

অধিত্যকা ( স. শ. ) পৰ্ব্বতৰ ওপৰৰ মাটি।

অধিপতি ( স. শ. ) গৰাকী।

অধিবাস্ (স. শ.) কোনো শুভ কাৰ্য্যৰ আগ দিনা গধূলি কৰা কাম।

অধীন্ (বি) তলতীয়া। (স. শ.) তলতীয়া লোক।

অধীনতা (গু. শ) তলতীয়া অৱস্থা।

অধীনে (ক্রি. বি.) বশ বা তলতীয়া হৈ।

অধোগতি (স. শ.) তললৈ বা নৰকলৈ গমন। [ যোৱা।

অধোগামী (বি) তললৈ বা নৰকলৈ

অধোবস্ত্র (স. শ.) কঁকালৰ পৰা তলৰ ভাগ-ঢকা কাপোৰ।

অধোভাগ্ (স. শ.) তলৰ ফাল, তল

অধোমুখ্ (বি) তললৈ মুখ-কৰা, লাজত মূৰ চাপবোৱা।

অধোমুখে (ক্রি বি) তললৈ মুখ কৰি।

অধ্যয়ন্ (স. শ.) পাঠ-অভ্যাস, পঢ়ন।

অধ্যবসায়্ (স. শ.) নেৰানেপেৰা যত্ন।

অধ্যক্ষ (স. শ.) কোনো কাৰ্য্যৰ ভাল-বেয়া চাবৰ গৰাকী, কোনো কাম চলাবৰ ভাৰ পোৱা লোক।

অধ্যক্ষতা (গু শ.) অধ্যক্ষৰ পদ বা ক্ষমতা।

অধ্যাপক্ (স. শ) শিক্ষক, পঢ়াওঁতা।

অধ্যায়্ (স. শ.) আধ্যা, পুথিৰ এভাগ

অনঙ্গ, (স. শ.) কামদেৱ।

অনন্ত (বি) অন্ত নথকা, অশেষ। (স. শ.) সৰ্পৰ ৰজা, বিষ্ণু

অনন্তৰে (ক্রি. বি.) অলপ পাচত।

অনৰ্গল (বি) খকুৱা-নলগা, সৰসৰ কৰে ওলোৱা (মাত)।

অনৰ্থ (স শ.) অশুভ, হানি।

অনৰ্থক্ (বি) অৰ্থ নথকা, একো নবুজুৱা; অৱাব, শুদা।

অনৱৰত্ (ক্রি. বি) সদায়, ছেদ-ভেদ নথকাকৈ।

অন (স শ.) ছৱতীয়া, চাৰি পইচাৰ মূল্য; খুৰলিৰ জোখাৰে দিয়া ধান বা চাউল।

অনাই বনাই (ক্রি. বি. বিৰলাই কৰা, অকাৰণে বিৰলকৈ কৰা।

অনাচাৰ্, অনাচাৰী (বি) নীতিৰ বিৰোধে আচৰণ কৰা, শাস্ত্ৰৰ নিয়ম মতে নচলা।

অনাজ্ঞানে (ক্রি. বি) জ্ঞান বা তাপ নিদিয়াকৈ; জ্ঞান বা কান্দ নপতাকৈ।

অনাটন্ (স. শ) নোজোৱা অৱস্থা, কম্‌তি।

অনাদিপাতন্ (স. শ.) সৃষ্টিৰ বিৱৰণ চপক কেনেকৈ হল তাৰ কথা।

অনাদোষ্ (স. শ.) অদোষ, নিৰ্দোষিতা।

অনাবৃষ্টি (স. শ.) বৰষুণৰ অভাৱ, খৰ।

অনাকুৰা (বি) বুজ-নোপোৱা, নিচিনা-নজনা।

অনায়ক্ (বি) নায়ক বা অধ্যক্ষ নথকা।

অনায়াসে (ক্রি.বি.) শ্রম নোহোৱাকৈ, সহজে।

অনাৰি (বি) নষ্ট, ব্যৱহাৰৰ অযোগ্য হোৱা; দুষ্ট, কাৰেও মিলিব নোৱৰা।

অনাৱশ্যক্ (স. শ.) আৱশ্যকৰ অভাব। (বি) আৱশ্যক নথকা, প্ৰয়োজন হীন।

অনাহাৰে (ক্রি. বি.) একো নোখোৱাকৈ, লঘোনে।

অনিচ্ছুক্ (বি) ইচ্ছা-নকৰা।

অনিয়ম্ (স. শ.) নিয়মৰ বিৰুদ্ধ কাৰ্য্য বা কথা।

অনিয়:অনি (স. শ.) এজনত্কৈ আন জনৰ ভাল হবৰ যত্ন।

অনিষ্ট (বি) অহিত, অপকাৰী, (স.শ.) অহিত, অপকাৰ।

অনিশ্চয়্, অনিশ্চিত্ (বি) অঠাৱৰ, অঠিক।

অনুকৰণ্ (স. শ.) আনক দেখি লোৱা ব্যৱহাৰ। [লোক।

অনুকাৰী (স. শ.) আনৰ দৰে চলা

অনুকূল্ (বি) হিত, উপকাৰী।

অনুকূলে (ক্রি. বি.) পক্ষে, ফালে, হিতৰ কাৰণে।

অনুক্ৰমে (ক্রি.বি.) ক্ৰম অনুসাৰে, যাৰ পাচত যি হব লাগে সেই ৰূপে।

অনুগত্ (বি) অধীন, তলতীয়া।

অনুগমন্ (স. শ.) আনৰ পাচত যোৱা বা আনে যেনেকৈ চলে, তেনেকৈ আচৰণ কৰা কাৰ্য্য।

অনুগামী (বি) লোকৰ পাচত ফুৰা।

অনুগ্ৰহ্ (স. শ.) কৃপা, দয়া। [কৃত।

অনুগৃহীত্ (বি) অনুগ্ৰহ-পোৱা, উপ-

অনুগ্ৰাহক্ (স. শ.) অনুগ্ৰহ-কৰোঁতা।

অনুচৰ্ (স. শ.) লগত ফুৰোঁতা, লগুৱা।

অনুজ্ (স. শ.) সক ভাই।

অনুজ্ঞা (স.শ.) অনুমতি, প্ৰাৰ্থনা অনুসৰি কৰা আজ্ঞা।

অনুতাপ্ (স. শ.) বেয়া কাম কৰাৰ বাবে হোৱা বেজাৰ।

অনুতাপিত্ (বি) অনুতাপ পোৱা।

অনুধাবন্ (স. শ.) চিন্তন, ভাবি চোৱা কাৰ্য্য।

অনুদ্দেশ্ (বি) উদ্দেশ নথকা, জীয়া-মৰাৰ বা থকা ঠাইৰ সম্বাদ নিদিয়া। [এলেহুৱা।

অনুদ্যোগী (বি) উদ্যোগী নোহোৱা,

অনুপম্ (বি) উপমাহীন, সমান নথকা।

অনুপযুক্ত (বি) অযোগ্য।

অনুপস্থিত্ (বি) আগত নথকা, অসাক্ষাত।

অনুপস্থিতি (স. শ.) সাক্ষাত নথকা অৱস্থা বা সময় অসাক্ষাত।

অনুপান্ (স. শ.) ঔষধৰ লগত খোৱা জুলীয়া বস্তু

অনুপ্ৰাস্ (স. শ.) একে আখৰ আগত থকা বহুত শব্দ লগ লগাই কৰা ৰচনা, যেনে, ভক্তেশ্বৰে ভাল, ভাল বস্তুৰে ভঁৰাল ভৰাইছে।

অনুবন্ধ্ (স. শ.) পূৰ্ব্বৰপৰা চলি অহা আচাৰ, নীতি বা দস্তুৰ, যেনে, এনে কাম কৰাৰ অনুবন্ধ নাই।

অনুভৱ (স. শ.) গাত পোৱা গম, বোধ; অনুমান। [কৰা আজ্ঞা।

অনুমতি (স.শ.) অনুজ্ঞা, প্ৰাৰ্থনা মতে

অনুমান্ (স. শ.) মনেৰে ভাবি কৰা নিৰ্ণয়, কাৰণ দেখি স্থিৰ কৰা কথা।

অনুমোদন্ (স. শ.) কোনো প্ৰস্তাৱক ভাল বুলি স্বীকাৰ কৰা কাৰ্য্য, প্ৰস্তাৱত সন্তোষ প্ৰকাশ।

অনুমোদিত্ (বি) ভাল বুলি স্বীকাৰ-কৰা। [ধৰণ।

অনুযোগ্ (স. শ.) তিৰস্কাৰ দাই-

অনুৰক্ত (স. শ.) আসক্ত, কোনো বস্তুত বা কথাত বৰকৈ মন-লগোৱা।

অনুৰাগ্ (স. শ.) আসক্তি,ৰাগ; স্নেহ।

অনুৰাগী (বি) অনুৰাগযুক্ত, আসক্ত। (স্ত্ৰী) অনুৰাগিণী।

অনুৰাধা (স. শ.) সপ্তদশ নক্ষত্ৰ।

অনুৰূপ (স. শ.) কোনো বস্তুৰ সদৃশ বস্তু, প্ৰতিমূৰ্ত্তি।

অনুকণীয়া (বি) সামান্য, যিমান হব লাগে সিমান নোহোৱা।

অনুবোধ্ (স. শ.) কোনো কাৰ্য্যৰ নিমিত্তে কৰা খাটনি. প্ৰাৰ্থনা।

অনুশোচ্ (স. শ.) অনুতাপ।

অনুহুঁপীয়া, (বি) অনুকণীয়া, সংক্ষেপ প্ৰকাৰৰ, ( কাব্যত খাটে )

অনুষ্ঠান্ (স. শ.) আৰম্ভ।

অনুসন্ধান্ (স. শ) বুজ-বিচাৰ, বিচাৰ-পৰ; বুজবাজ, উদ্দা।

অনুসৰণ্ (স. শ.) পাচত যাওন, কোনো মানুহ বা বস্তুক আহি কৰি তাৰ দৰে চলন

অনুসৰি / অনুসাৰে } (ক্রি. বি.) দৰে, নিচি-নাকৈ; পৰিমাণে।

অনুক্ষণ্ / অনুক্ষণে } ( ক্রি. বি. ) প্ৰতিক্ষণে, খন্তেকে-পতি।

অনেক্ (বি) বহুত, বিস্তৰ।

অন্ত (স. শ.) শেষ, ওৰ।

অন্তঃকৰণ্ (স. শ.) মন, চিত্ত।

অন্তঃপুৰ্ (স. শ.) ঘৰৰ নিচেই ভিতৰৰ বা লৰা তিৰোতা থকা ভাগ।

অন্তক্ (স. শ.) শেষ-কৰোঁতা, যম।

অন্তকাল্ (স. শ.) মৰিবৰ সময়।

অন্তৰ্ (বি) ভিতৰ, দূৰ। (স. শ.) হৃদয়ৰ মাজ, মন।

অন্তৰীপ্ (স. শ.) সাগৰৰ মাজলৈ আগ বাঢ়ি যোৱা কিলাকুটীয়া মাটি।
অন্তৰীক্ষে (ক্রি. বি.) আকাশত।
অন্তৰে (ক্রি. বি.) মনত মনেৰে।
অন্তৰ্গত্ (বি) ভিতৰৰ, মধ্যবৰ্ত্তী।
অন্তৰ্দ্ধান্ (বি) দেৱতাৰ দৰে নেদেখা হোৱা।
অন্তৰ্যামি (বি) সকলোৰে মনৰ কথা-জনা বা মনৰ ভাব-বুজা।
অন্তিম্ (বি) শেষ, মৰিবৰ ওচৰৰ।
অন্ত্যজ্ (সি. শ.) নিচেই হীন জাতিৰ পুৰুষ। (স্ত্রী) অন্ত্যজা।
অন্ত্যেষ্টি-ক্রিয়া (স. শ.) মৰাক থৰি দিয়া-আদি কাৰ্য্য।
অন্ধ (বি) গোটেই কণা, চক্ষুৰে নেদেখা, (জড) দেখা শক্তিহীন (চকু)।
অন্ধক (স. শ.) গোটেই কণা মানুহ।
অন্ধকাৰ্ (স. শ) আন্ধাৰ। [আন্ধাৰ।
অন্ধযোগ্ (স. শ.) বৰ আন্ধাৰ ঠাই, বৰ
অন্ধলা (বি) গোটেই কণা।
অন্ন (স. শ.) আহাৰ, চাউল, ভাত।
অন্নপূৰ্ণা (স. শ.) দুৰ্গাৰ একৰূপ।
অন্য (বি. স.) আন।
অন্যথা (বি) আন প্রকাৰ, লৰচৰ।
অন্যান্য (বি) আন-আন।
অন্যায়্ (বি) অযুগুত, অনুচিত। (স.শ.) অযুগুত কাৰ্য্য, অবিচাৰ।
অপকৰ্ম্ম (স. শ.) বেয়া কাম, পাপ।
অপকলঙ্ক (স. শ.) অপবাদ, মিছা দোষাৰোপ।
অপকাৰ্ (স. শ.) হিংসা, অহিত।
অপকাৰী (বি) অহিতকাৰী। (স.শ.) অহিত কৰোঁতা। (স্ত্রী) অপ-কাৰিণী।
অপকৃষ্ট (বি) নীচ, অধম। [হোৱা।
অপঘাত্ (বি) অস্বাভাবিক, অকস্মাত
অপঢ়ুৱা (বি) পঢ়িব নজনা, মূৰ্খ।
অপদস্থ (বি) পদ বা বিষয় হেৰুওৱা, অপমানিত।
অপদেৱতা (স. শ.) ভূত, পিশাচ।
অপবাদ্ (স. শ.) মিছা দোষাৰোপ, মিছাকৈ দিয়া দোষ।
অপভাষা (স. শ.) ইতৰ মানুহে কোৱা অশুদ্ধ ভাষা। [হোৱা শব্দ।
অপভ্রংশ (স শ.) কোনো শব্দ ভাগি
অপমান্ (স.শ.) মানৰ হানি, অমৰ্য্যাদা।
অপমানিত্ (বি) অপমান-পোৱা।
অপমৃত্যু (স. শ.) নবিয়াত বাজে আন কাৰণত মৰণ।
অপযশ্ (জ) (স.শ.) দুৰ্য্যশ, দুৰ্নাম।
অপৰাধ্ (স. শ.) দোষ, জগৰ, দাই।
অপৰাধী (বি) দোষী, জগৰীয়া।
অপৰাহ্ণ (স.শ.) আবেলি, ভাটী বেলা।
অপৰিপাটি (বি) পৰিষ্কাৰ নোহোৱা।
অপৰিমিত্ (বি) মিমান লাগে তাতকৈ অধিক।

অপৰিষ্কাৰ্ (বি) পৰিষ্কাৰ বা নিকা নোহোৱা।

অপহৰণ্ ( স. শ.) চুৰ কৰি বলেৰে বা ছলেৰে নিয়া কাৰ্য্য।

অপাকী (বি) জীৰ্ণ নোহোৱা, অজীৰ্ণ-যুক্ত।

অপাত্ৰ (বি) একোৰে যোগ্য নোহোৱা (স.শ.) একোৰে যোগ্য নোহোৱা পুৰুষ। ( স্ত্ৰী ) অপাত্ৰী।

অপায়্ ( স. শ.) আপদ, বিপদ।

অপাৰ্ ( বি ) পাৰ বা সিকাৰৰ দাঁতি নথকা, যেনে, অপাৰ সাগৰ, অসীম, অনন্ত, যেনে অপাৰ বিদ্যা।

অপুত্ৰক্ (বি সন্তান নথকা। (স.শ.) সন্তান নথকা লোক। (স্ত্ৰীং পুং)

অপুদ্মাৎ (বি) আগেয়ে নেদেখা-শুনা, আচৰিত।

অপেস্বৰা } (স.শ.) ইন্দ্ৰৰ সভাৰ নাচ-
অপেস্বৰী } নিয়াৰ, এবিধ অতি সুন্দৰী উপদেৱী।

অপেক্ষা ( স.শ. ) বাট-চোৱা কাৰ্য্য। ( অব্য ) তুলনাত ; যেনে, ৰাম অপেক্ষা শ্যাম ভাল।

অপৈণত্ (বি) পূৰঠ নোহোৱা, আপ-ইতা। [ নোহোৱা।

অপ্ৰচলিত্ ( বি ) চলন-গুচা, চলিত

অপ্ৰয়াসে (ক্রি বি) অনায়াসে, সহজে।

অপ্ৰয়োজন্ (স.শ.) প্ৰয়োজনৰ অভাব, অনাৱশ্যক।

অপ্‌সৰী-স্মৃতা (স. শ.) ৰভাহত উবি অহা এবিধ মকৰাৰ বগা খাহ।

অস্ফুট্ (বি) অপ্ৰকাশ, গুপ্ত।

অৱগতি (স.শ.) জ্ঞান, বোধ, অনুমান।

অৱগম্ (স.শ.) অৱগতি, বোধ।

অৱগম্য (বি) জানিব লগীয়া।

অৱগামী (বি) অৱগমকাৰী, দ কৈগুণা লোক, জনাবুজা মানুহ।

অবচনীয়া, ( বি ) বুলিব নোপোৱা, গালি-পৰা।

অৱতাৰ্ (স. শ.) ভগৱন্তৰ মনুষ্যাদি ৰূপে কোনো আকৃতি গ্ৰহণ; নমা।

অৱয়বী ( বি ) সকলো অঙ্গ পূৰ্ণ, সমুদায় দেহ।

অৱলেপ্ (স.শ.) আওহেলা, তুচ্ছতা।

অৱলেপে ( ক্রি.বি. ) অনায়াসে, যত্ন নোহোৱাকৈ।

অবাক্ (বি) অমাত, মাতিব নোৱৰা।

অবাচ্য (বি) কবৰ অযোগ্য, লাজ-লগা। (স. শ.) লাজ-মাত।

অবাট্ (স,শ.) বাটৰ অভাৱ আওবাট।

অবাটে (ক্রি. বি.) যি পোনে বাট নাই সেই পোনে, আওবাটে।

অবাধ্ (বি) বাধা নথকা, মুক্ত, ইচ্ছা-মতে চলিব পৰা।

অবাধে (ক্রি. বি.) বাধা নোহোৱাকৈ।

অবাধ্য ( বি ) উদ্ধত, কাৰো বশ নোহোৱা, আজ্ঞা-নমনা।

অবাব্ (স.শ.) অকাৰণ। (বি) কাৰণ-শূন্য; যেনে—অবাব কথা।

অবাৰ্ত্তা (বি) অমঙ্গল কথা, আওকথা।

অবালচন্দ ( বি ) অপাত্ৰ, অকামিলা, (মানুহ)। [নকৰা, মূলৰ নিচিনা।

অবিকল্ ( বি ) নবচৰ বা পৰিবৰ্ত্তন-

অবিচাৰ্ (স শ.) অন্যায়,বিচাৰৰ বৈপৰীত্য।

অবিচ্ছেদ্ (বি) বিচ্ছেদ বা মাজত শূন্য নথকা; ছেদ-ভেদ নথকা।

অবিচ্ছেদে ( ক্রি. বি. ) ছেদ-ভেদ নোহোৱাকৈ একেবাৰে।

অবিধি (বি) নিয়মৰ বিৰুদ্ধ।

অবিবাহিত্ (বি) বিয়া-নকৰা; (স্ত্রী) অবিবাহিতা।

অবিবোধে (ক্রি.বি.) বিবোধ বা বিবাদ নোহোৱাকৈ।

অবিলম্বে (ক্রি. বি.) শীঘ্রে, সোনকালে।

অবিহনে ( অব্য ) অভাৱত, নথকাত, যেনে, তাৰ অবিহনে।

অবুজ, অবুজন্ } ( বি ) যুক্তি আৰু সৎ উপদেশ-নুশুনা, আমঠ; অবোধ, মূৰ্খ। (স. শ.) আমঠ মানুহ।

অবৈয়াল্ (বি) নিসিজা,উগ্ৰস্বভাৱ-যুক্ত, হঁটা; আপোনাৰ ইচ্ছামতে চলা; আমঠ।

অবোধ্ (বি) বোধ নথকা, মূৰ্খ।

অব্যয় ( বি ) অভগন, ছুচুকোৱা। ( স. শ. ) লিঙ্গ-বিভক্তি—আদি নথকা শব্দ।

অব্যৰ্থ (বি) অমোঘ,নিষ্ফল নোহোৱা।

অভকত্ (স. শ.) শৰণ-নোলোৱা বা হিন্দুধৰ্ম-নমনা, মানুহ।

অভকতীয়া ( বি ) শৰণ-নোলোৱা বা হিন্দুধৰ্ম্মৰ উপদেশ নোপোৱা।

অভগন্ (বি) অক্ষয়, ছুচুকোৱা।

অভদ্ৰ (বি) বেয়া; দুষ্ট।

অভয়্ (বি) ভয়-গুচোৱা, নিৰ্ভয় দিয়া, নিৰ্ভয়, সাহসিক।

অভাগা (বি) দুৰ্কপলীয়া। (স্ত্রী) অভাগিনী, অভাগী।

অভাল্ (বি) বেয়া। [নথকা।

অভাৱ (স. শ. ) অস্থিতি, অবৰ্ত্তমান,

অভাৱে (ক্রি. বি.) নথকাত, নহলে।

অভিগমন্ (স. শ.) সহবাস,তিৰোতাৰে সৈতে খোৱা-লোৱা। [ পুথি।

অভিধান্ (স.শ.) শব্দৰ অৰ্থ-আদি লিখা

অভিনয়্ (স. শ.) নাট-ঘৰত নাটকৰ ভাও দেখুওৱা কাৰ্য্য।

অভিৰাম্ ( স. শ. ) দেখিবলৈ ভৱনি, ছুঠাম; পৰমাত্মা।

অভিপ্ৰায়্ (স.শ.) মনৰ ভাৱ; কোনো কথাৰ অৰ্থ। [ পৰ্বাত।

অভিভূত ( বি ) বশীভূত, অধীন,

অভিমান্ (স.শ.) অহঙ্কাৰ, গৰ্ব।
অভিমানী (বি) অহঙ্কাৰী, গৰ্বাল।
অভিলষিত্ (বি) বাঞ্ছিত।
অভিলাষ্ (স. শ.) বাঞ্ছা।
অভিলাষী (বি) ইচ্ছুক, বাঞ্ছা কৰা।
অভিশাপ্ (স. শ.) শাপ,শাও। [বাঞ্ছা।
অভীষ্ট (বি) বাঞ্ছিত। (স.শ.) কামনা,
অভ্যন্তৰ্ (স.শ.) ভিতৰৰ ভাগ।
অভ্যস্ত (বি) অভ্যাস কৰা, অভ্যাসথকা সাহজিক।
অভ্যাগত (স. শ.) আলহী।
অভ্যাস্ (স. শ.) শিকিবৰ নিমিত্তে কৰা যত্ন; সহজ।
অভ্যুদয়্ (স. শ.) সুখ-সম্পত্তি, ঐশ্বৰ্য্য
অমঙ্গলীয়া (বি) অশুভ,আপদ-অনোৱা, বেয়া। [ বি) অসম্মত।
অমত্ (স.শ.) অমান্তি, অসম্মতি।
অমৰ্ (বি) কেতিয়াও নমৰা; (স.শ.) দেৱতা। [ অতীত।
অমৰণ্ (স.শ.) মৰণ নোহোৱা, মৃত্যুৰ
অমৰাৱতী (স. শ.) ইন্দ্ৰৰ নগৰ, ইন্দ্ৰপুৰী।
অমল (স. শ.) মদৰতুল্য অন্ত বস্তু।
অময়া (বি) অতিশয়, মহৎ। ১
অমৰ্য্যাতা / অমৰ্য্যাদা } (স. শ.) অপমান।
অমৰ্য্যাতালি (স্ত্ৰী. শ.) মান নথকা মানুহৰ নিচিনা আচৰণ; অপমান।

অমৰ্য্যাত্ (বি) মৰ্য্যাত নথকা, মানহেৰুৱা, নিলাজ।
অমাত্ (বি) বাক্য নথকা; মাতিব নোৱৰা। (স. শ.) সামান্য কথা; যেনে,অমাতৰ মাত শুনিবলৈতাল।
অমানুহ্ (স.শ.) নীচ বা অধম মানুহ।
অমান্য (বি)সন্মানৰ অযোগ্য; বিশ্বাসৰ যোগ্য নোহোৱা।
অমান্তি (বি) অসম্মত,সৈমান নোহোৱা (স.শ.) অসম্মতি, অনিচ্ছা।
অমাবাস্যা (স.শ.) আঁউসী বা আঁউহী।
অমায়াপুৰী (স.শ.) সত্যৰ ঠাই, স্বৰ্গ।
অমায়া-সুখ্ (স.শ.) সত্য সুখ; স্বৰ্গৰ সুখ। [ অমৃত।
অমিয়া (বি) অমৃতৰ তুল্য। (স. শ.)
অমিল্ (স. শ.) মিলৰ অভাৱ, বিবাদ। (বি) নিমিলা, একে প্ৰকাৰৰ নোহোৱা।
অমুক / অমুক-তমুক } (স. শ) মানুহৰ বা বস্তুৰ নামৰ সলনি ব্যৱহৃত শব্দ। (স্ত্ৰী) অমুকী
অমুৰি (স. শ.) আওথটি, উজুতালি, ছুঁচালি।
অমূৰ্ত্তক্ (বি) প্ৰবল, উগ্ৰ।
অমূলক্ (বি) অনিশ্চয়, মিছা।
অমূল্য (বি)যাৰ মূল্য দিব পৰা নেযায়।
অমৃত্ (স. শ.) দেৱতাই খোৱা, মৃত্যু-নাশক এবিধ মিঠা ৰস।

অমৃতা (স. শ.) এবিধ মিঠা ফল, মধু-
ফল ; তাৰ গছ।
অমোঘ (বি) নিষ্ফল নোহোৱা।
অমোচন্ (স. শ.) নেৰোৱা, গুচাব
নোৱৰা। ১
অম্বুজ (স. শ.) পদ্ম ; পদুম।
অম্বুবাচী (স. শ.) যাঁঠি।
অম্ল (বি) টেঙা। (স.শ.) টেঙা বস্তু।
অম্লয (গু. শ.) হেলা, আওহেলা।
অযাচিতে (জা) (ক্রি.বি) নোখোজাকৈ,
নিবিচৰাকৈ।
অযাত্ৰীয়া (জা) (বি) যাত্ৰাৰ সময়ত
দেখিলে অশুভ-জনোৱা। জাতিএৰা।
অযুত (জু) (সং) দহ হেজাৰ।
অযোগ্য (জো) (বি) যোগ্য নোহোৱা,
অনুপযুক্ত।
অযোত্ৰ (স. শ.) যোত্ৰহীন, কাৰ্য্যৰ
অক্ষম ; আয়োজন নথকা। ১
অৰণ্য (স. শ) হাবি।
অৰাজক (বি) ৰজা বা শাসন নথকা।
অৰাজকতা, (গু. শ.) ৰজা বা শাসন-
নথকা অৱস্থা বা কাল।
অৰাষ্য } (স. শ.) বসতি নোহোৱা
অৰাজ } ঠাই, হাবি।
অৰিয়া-অৰি (স. শ.) এটাই আন
এটাৰে সৈতে আৰম্ভিবা কাৰ্য্য,
অনিয়া-অনি।
অৰিহণা, (স. শ.) দক্ষিণা, ধৰ্মকাৰ্য্যত
পুৰোহিতক কৰা দান।
অৰীতীয়া (বি) শাস্ত্ৰৰ বিৰুদ্ধ ধৰ্মত
প্ৰবৰ্ত্তা, অধৰ্মী। [লগা গুণ।
অৰুচি (স. শ.) আহাৰ মুখত বেয়া
অৰুণ (স শ.) সূৰ্য্য, সূৰ্য্যৰ সাৰথি।
অৰুণোদয় (স. শ.) প্ৰত্যূষ, প্ৰভাত।
অৰে (অব্য) নীচ মানুহক মতা মাত।
অৰোগী (বি) নীৰোগ, ৰোগ নথকা।
(স. শ.) নিৰোগী মানুহ।
অৰ্ঘ্য (স. শ.) পূজাত দেৱতাক পানী-
দিয়া পাত্ৰ।
অৰ্চ্চ (স. ধা.) পূজা কৰ্।
অৰ্চ্চনা (স. শ.) পূজা।
অৰ্চ্চনীয় (বি) পূজ্য, মান্য। [ধন।
অৰ্থ (স.শ.) শব্দে বুজোৱা বস্তু বা ভাৱ,
অৰ্থদণ্ড (স. শ.) দোষৰ নিমিত্তে ধন
দিবলৈ আজ্ঞা-কৰা, শাস্তি।
অৰ্থযুক্ত } (বি) কোনো বস্তু বা ভাৱ
অৰ্থৱান্ } বুজোৱা ; ধনী।
অৰ্থহীন (বি) কোনো বস্তু বা ভাৱ
নুবুজোৱা, (শব্দ) ; ধন-বস্তু নথকা,
দুখীয়া। [কোৱাত।
অৰ্থাৎ (অব্য) বুজাই কওঁতে, অৰ্থতাজি
অৰ্থান্তৰ (স. শ.) বেলেগ অৰ্থ।
অৰ্থে (অব্য) কাৰণে, নিমিত্তে।
অৰ্থোপাৰ্জ্জন (স. শ. ধন ঘটন।
অৰ্দ্ধ (স. শ.) আধা।

অৰ্দ্ধাঙ্গী (স. শ) গাৰ কোনো এভাগ ঠৰ হোৱা বোগ, অঠৰ।

অৰ্দ্ধচন্দ্ৰ (স. শ.) পূৰ নোহোৱা, কেঁকোৱা জোন; নাকে মতা আখৰৰ ওপৰত দিয়া চিন। (৺)

অৰ্দ্ধপৈশাচী (বি) দুই বা অধিক ভাষাৰ শব্দ মিহলাই লিখা বা কোৱা; যেনে, অৰ্দ্ধপৈশাচী ভাষা।

অৰ্দ্ধেক (স.শ.) সমান দুভাগৰ এভাগ।

অৰ্প্ (স. ধা.) অৰ্পণ কৰ্, শোধাই দি।

অৰ্পণ্ (স. শ.) শোধাই কোনোৰ গুৰিলৈ পঠিয়াই দিয়া কাৰ্য্য।

অৰ্পিত্ (বি) শোধাই বা পঠাই দিয়া।

অৰ্ব্বুদ (সং) দহ কোটি। [বোগ।

অৰ্শ (স. শ) বহিৰ্দ্বাৰে জি তেজ যোৱা

অৰ্হ (অব্য) যোগ্য, উপযুক্ত। ১

অৰ্হৎ (স. শ.) এবিধ মাহ।

অৰীতি (স. শ.) অনাচাৰ, শাস্ত্ৰৰ বিৰুদ্ধাচাৰ।

অলকা (স.শ.) কপালৰ ওপৰত থকা কেকোঁৱা চুলি, পাহচুলি। ১

অলগৰ্দ্ধ (বি) এলেহুৱা আক মূৰ্খ।

অলঙ্কাৰ্ (স. শ.) গা-সজোৱা বস্তু, খাৰুমণি-আদি।

অলঙ্কৃত্ (বি) অলঙ্কাৰেৰে শোভিত, খাৰু-মণিৰে সজোৱা।

অলপ্ (বি) ভাকৰ। (সং. শ.) ভাকৰ বস্তু, ক্ষুদ্ৰ অংশ।

অলপ্‌টৈক (ক্রি. বি.) ভাকৰটৈক, কন্‌টৈক।

অলপতে (ক্রি.বি.) শীঘ্ৰে, সোনকালে; অলপ কালতে, অলপ ক্ষণতে; অলপ দিনৰ আগেয়ে, বহুত কাল নৌ হওঁতে।

অলপীয়া (বি) ভাকৰীয়া, অলপ।

অলপ্-অচৰপ্ (বি) ভাকৰ, সবহ নোহোৱা, (স.শ.) অলপীয়া বস্তু.

অলপ্-খতুৱা বি) সাহ নথকা, ভয়াতুৰ; সাযাক্ত।

অলপ্‌মান্ (বি) ভাকৰ, অনধিক (স. শ) কোনো বস্তুৰ ক্ষুদ্ৰ অংশ।

অলৰ্ (বি) লৰচৰ নোহোৱা, স্থিৰ।

অলাভ্ (স.) লাভৰ অভাৱ, হানি।

অলেখ্ (বি) অসংখ্যাত, বিস্তৰ।

অলৈতলৈ (সৰ্ব্ব) ইঠাই-সিঠাইলৈ।

অল্প (বি) অলপ, ভাকৰ।

অল্পতা (গু. শ.) অলপ পৰিমাণ।

অল্পায়ুস্ (বি) অল্পকাল জীয়াই থকা।

অৱকাশ্ (স. শ) আজৰি, কাম নথকা সময়।

অৱগত্ (বি) জ্ঞাত; জনা,বোধ থকা।

অৱজ্ঞা, (স. শ.) উলঙ্ঘা, আজ্ঞালৈ। আওহেলা; উপালম্ভ, অসন্মান।

অৱতাৰ্ (স.শ.) কোনো এক আকাৰ ধৰি পৃথিৱীলৈ অহা দেৱতা, আকৃতি নথকা বস্তুৱে ধৰা আকাৰ।

অৱতাৰী (বি) আকৃতি ধৰি পৃথিৱীলৈ অহা।

অৱধান্ (স.শ) মনোযোগ,

অৱনত্ (বি) মূৰ দোঁৱা, চাপৰা।

অৱলম্বন্ (স.শ.) আশ্ৰয়-কৰা বা ভৰসা কাৰ্য্য ; আশ্ৰয়।

অৱশিষ্ট (বি) বাকী, শেষ।

অৱশেষ্ (স. শ.) আগলিকা. বাকী থকা ভাগ ; শেহাতৰ।

অৱশ্য } (ক্ৰি.বি) অবাধে, নিশ্চয়ে।
অৱশ্যে }

অৱসৰ্ (স.শ.) আজৰী, কাম নথকা সময়।

অৱসৰীয়া,(বি) আজৰীয়া,কাম নথকা।

অৱসান্ (বি) শেষ, অন্ত।

অৱস্থা (স.শ.) থকাৰ প্ৰকাৰ, জীৱনৰ ভাব, দশা, গতি।

অৱস্থান্ } (স. শ.) থাকন, থকা কাৰ্য্য।
অৱস্থিতি }

অৱহেলা (স.শ.) অমনোযোগ, আও-হেলা, তুচ্ছ-জ্ঞান।

অশক্ত্ (বি) লাহী, গা-সক।

অশৰণীয়া (বি) শৰণ-নোলোৱা, ভকত নোহোৱা ; অভকতীয়া, হিন্দু-ধৰ্ম নোলোৱা।

অশৰাধী (স. শ.) যি লোকৰ শৰাধ কৰা নাই বা যি লোকে শৰাধ-নকৰে লি।

অশলাগ্ (স. শ.) উপকাৰ নমনা বা গুণ-নোলোৱা কাৰ্য্য।

অশলাগী (বি) উপকাৰ-নমনা, গুণ নোলোৱা।

অশাঁত্ (বি) অস্থিৰ, চকল,ভেকঁলা।

অশিষ্ট (বি) অভদ্ৰ. দুষ্ট, অসাধু।

অশুদ্ধি (বি) অশুচি, শুচি নোহোৱা, ভুল-থকা। (স. শ.) লেখাত বা কাকতত থকা ভুল।

অশোকাষ্টমী (স. শ.) চৈত্ৰমাহৰ ১ শুক্লাষ্টমী তিথি।

অশৌচ্ (স.শ.) মৰা জন্মা বা মানুহ মৰাৰ বাবে হোৱা অশুচি অৱস্থা।

অশৌচীয়া (বি) অশৌচ-লগা, জন্ম বা মৰণৰ বাবে অশুচি।

অশ্লেষা (স, শ.) নৱম নক্ষত্ৰ।

অশ্ব (স. শ.) ঘোঁৰা।

অশ্বমেধ্ (স. শ.) ঘোঁৰাৰ মূৰহেৰে হোম-কৰা, যজ্ঞ।

অশ্বিনী (স শ.) প্ৰথম নক্ষত্ৰ।

অশ্ৰদ্ধা (স.শ.) অভক্তি, অযত্ন। ১

অষ্ট (সং) আঠ।

অষ্টকা (স. শ.) শ্ৰাদ্ধ বিশেষ, তিথি বিশেষ, পুহ, মাঘ আৰু ফাগুন মাহৰ কৃষ্ণাষ্টমী তিথি।

অষ্টম্ (সং) আঠোটাৰ শেষটো, আঠ-সংখ্যা-পূৰক, আঠভাগৰ এভাগ।

অষ্টমী ( স.শ. ) জাউনী বা পূর্ণিমাৰ-পৰা আঠ দিনৰ দিন।

অষ্টমূৰ্ত্তি ( স.শ. ) শিৱৰ আঠ প্ৰকাৰ মূৰ্ত্তি ভেদ, যেনে—সৰ্ব্ব-ক্ষিতি, ভব-জল, রুদ্র-অগ্নি, উগ্র-বায়ু ভীম-আকাশ, মহাদেব-সোম, ঈশান-সূৰ্য্য, পশুপতি-যজমান।

অষ্টসিদ্ধি ( স. শ. ) যোগসিদ্ধি আঠ প্ৰকাৰ, যেনে—অনিমা, লঘিমা প্ৰাপ্তি, প্ৰাকাম্য, মহিমা ঈশিতা, বশিতা, আৰু কাম।

অষ্টাদশ (সং) অঠৰ। [ মাত।

অস্ ( অব্য) দুখ বা বেজাৰ বুজোৱা

অসংখ্য, অসংখ্যাত (বি) অলেখ; লেখি অন্ত কৰিব নোৱৰা।

অসঙ্গত (বি) অযুগুত, অমিল।

অসঙ্গতি (স. শ. ) যুগুত বা মিল নোহোৱা অবস্থা।

অসজাতী ( বি ) অবিশ্বাসী, বিশ্বাসৰ অযোগ্য।

অসন্তবীয়া (বি) একোতে সুখ-সন্তোষ-নোপোৱা, ভগীয়া।

অসন্তোষ (স.শ.) বেজাৰ বিতুষ্টি।

অসন্মান্ ( স. শ. ) তুচ্ছ কৰণ, সন্মান নকৰা।

অসভ্য ( বি ) হাবিয়লীয়া, হাবিত থকা আৰু জ্ঞান বিদ্যাহীন।

অসম্ (বি) সমান নোহোৱা, খলাবমা;

অভূল্য ( স. শ. ) এখান দেশৰ নাম "আসাম" চোৱা।

অসময় ( স. শ. ) অকাল অনুপযুক্ত সময়।

অসমীয়া ( বি ) আসাম দেশৰ।

( স. শ. ) আসামৰ মানুহ বা ভাষা। [ নোহোৱা।

অসম্ভাবিত (বি) আচৰিত, আগেয়ে

অসহজ ( স. শ. ) সহজৰ অভাৱ, অনভ্যাস।

অসহনীয়, অসহ্য (বি) সহিব নোৱৰা।

অসাধ্য (বি) সিদ্ধ হব বা কৰিব নোৱৰা

অসাৰ্থক, (বি) সাৰ্থক নোহোৱা,নিষ্ফল

অসাৰ (বি) সাৰহীন, সাৰ নথকা; অকামিলা; যেনে, অসাৰ কথা এষাঁ। [ নোহোৱা।

অসাহসিক (বি) আকস্মিক, সদায়

অসাক্ষাত (বি) আগত নথকা। (স শ.) অনুপস্থিতি।

অসুখ (স. শ. ) দুখ, কষ্ট।

অসুখীয়া ( বি) অসন্তবীয়া, ভগীয়া।

অসুচন্ (স শ.)সুচলৰ অভাৱ,বিভূতি।

অসুৰ ( স. শ. ) দৈত্য, দানৱ; নিষ্ঠুৰ মানুহ।

অসুস্থ ( বি ) ৰোগী।

অসুস্থতা (স.শ.) ৰোগী অবস্থা,ৰোগ।

অসূয়া (স. শ.) হিংসাৰ নিমিত্তে পৰৰ গুণত দোষাৰোপ।

অস্ত (বি) অদৃশ্য হোৱা, মাৰ যোৱা, ( সূৰ্য্য বা চন্দ্ৰত খাটে )।

অস্তগিৰি
অস্তাচল্ } (স.শ.) বেলি মাৰ যোৱা কাল্পনিক পৰ্ব্বত।

অস্তিত্ব (গু.শ.) স্থিতি, সত্তা, থকা।

অস্ত্ৰ ( স. শ. ) কটা-ছিঙা সঁজুলি, দা-যাঠী-আদি।

অস্ত্ৰ-চিকিৎসা (স. শ.) কাটি বা ফুটাই ৰোগ গুচোৱা কাৰ্য্য।

অস্ত্ৰশস্ত্ৰ (স.শ.) সকলো প্ৰকাৰৰ কটা-ছিঙা যতন।

অস্থান্ ( স. শ. ) বেয়া বা অনুপযুক্ত [ঠাই।

অস্থি ( স. শ. ) হাড়।

অস্পৃশ্য (বি) ছুবৰ অযোগ্য, অশুচি।

অস্ফুট ( বি ) নেদেখা-নুশুনা হোৱা, অমুদ্দেশ ; অব্যক্ত বা অস্পষ্ট ; যেনে, অস্ফুট বাক্য।

অহ্ (অব্য)দুখ বা বেজাৰ বুজোৱা মাত

অহঙ্কাৰ্ ( স. শ. ) গৰ্ব্ব, আপোনাক শ্ৰেষ্ঠ বুলি মানন।

অহঙ্কাৰী (বি) অহঙ্কাৰযুক্ত, গপাল।

অহাযোৱা (স.শ.) যাতায়াত, গমনাগমন। (বি) গমনাগমন কৰা।

অহিত ( বি ) হিত নোহোৱা, অপকাৰী। (স.শ.) অপকাৰ, অনিষ্ট।

অহিতে (ক্ৰি.বি.) বিৰোধে, অপকাৰৰ অৰ্থে।

অহে (অব্য) সম্বোধন। ১

অহো (অব্য) আশ্চৰ্য্য, অতিশয় ; সম্বোধন।

অহোৰাত্ৰ (ক্ৰি.বি.) দিনে-ৰাতিয়ে।

অক্ষৰ্ (স. শ.) আখৰ, অ, আ, ক, খ ইত্যাদি।

অক্ষৰাৰ্থ (স.শ.) কেৱল আখৰৰ অৰ্থাৎ শব্দৰ অৰ্থ,ভাবাৰ্থতকৈ অন্য অৰ্থ।

## আ।

আই (স.শ.) মাতৃ ; বসন্ত ৰোগ।

আই-ঐ, (অব্য) পুত্তৌ-কৰা মাত।

আই-ঔ (অব্য) অকস্মাত ভয় বা দুখ পাই চিঞৰ মৰা মাত।

আইন্ (স.শ. যাং) মোকৰ্দ্দমাৰ ব্যৱস্থা, ১ ৰজাৰ ৰাজ্য শাসনৰ বিধি।

আইচু (স.শ.) ডাঙৰ লোকৰ ঘৈণী।

আইটী (স.শ )ছোৱালীক মৰমেৰে মতা মাত। [বিলাকে মাকক মতা মাত।

আইতা (স.শ ) ওপৰৰ শ্ৰেণীৰ আহম

আইদেও (স.শ.) ডাঙৰ লোকৰ জী।

আউটু (স.শ.) জালত দি নিৰ্ম্মল কৰ্ (সোণ) ; পগা, তপতাই ঘন কৰ্। (গাখীৰ)। [বিশেষ একাল।

আউটি (স.শ.) অঞ্চল, কোনো ঠাইৰ

আউনী (স.শ.) এবিধ বনৰীয়া পাণ।

আউল্ (বি)বিশৃঙ্খল হোৱা,সান-মিহলি হোৱা ; বেয়াকৈ পাক-খোৱা। ( স. শ.) বিশৃঙ্খলা, সান মিহলি ; বেয়াকৈ লগা পাক।

আউলা (স.ধা.) বিশৃঋল কৰ্, আউল লগা।

আউলি-জাউলি ( বি ) শোকত ব্যাকুল; (স্ত্রী) আউলী-জাউলী যেনে, সি আউলি-আউলি হৈ কান্দিছে।

আউলী বাউলী (বি) বলিয়া হৈ কাপোৰ-আদি এৰা, (স্ত্রী)।

আউলীয়া } (বি) বিশৃঋল হোৱা;
আউল-বাউল্ } আউল লগা।

আও (অব্য) আচৰিত ভাব বুজোৱা মাত।

আওকচু (স.শ) বেয়া বা বনৰীয়া কচু

আওকৰ্ (স.শ.) সৰু ভগা ইটা-শিল; জুহাৰ পোৰা মাটি আদি। ১৮

আওকাল্ (অ.ধা) সাঁতোৰা, পানীত পৰি হাত-ভৰি মাৰি বামলৈ উঠিবলৈ চেষ্টা কৰ্।

আওকঠীয়া (স.শ.) বেয়া জাত, বেয়া সঁচ। [হেলা-কৰা।

আওকণীয়া ( বি ) কাণ-নিদিয়া আও-

আওকথা (স.শ.) অযুক্ত বা অসঙ্গত কথা। [কথা-কোৱা।

আওকথীয়া (বি) অযুক্ত বা অসঙ্গত

আওকাঠ্ (স.শ.) বেয়া কাঠ, অকাঠী কাঠ। [অনিচ্ছা।

আওকাণ্ (স.শ.) কাণ-নিদিয়া, শুনিবৰ

আওকিল্ ( স. শ. ) পাচ কাললৈ বা একাললৈ মৰা কিল। [ভেউৰ

আওখাট ( স. শ. ) আমনি; লৰাৰ-

আওখটীয়া (বি) আমনি-কৰা; ভেউৰ-ধৰা। [খো (পাজ)।

আওখাল্ ( স. ধা. ) নখঁহা-নমজাকৈ

আওগৰীয়া (বি) এচলীয়া, ক্রমে একাললৈ চাপৰ।

আওটনি (স.শ) বকবাণি।

আওঠাওলগ্ ( অ.ধা. ) বৰ হীন-ভাবে থাক্।

আওডাল্ ( স. ধা. ) অলপকৈ পানী লৰাই খো, (কাপোৰ); অলপকৈ পানী লৰা।

আওঢলীয়া (বি) আওগৰীয়া, এচলীয়া।

আওঢালে ( ক্রি. বি. ) যি কালে হব লাগে তাৰ বিপৰীত কালে; যেনে, বৰষুণ জাক আওঢালে গল।

আওপকীয়া (বি) পোন পটিয়ে নচলা; বাওঁ কাললৈ পাক দিয়া।

আওপাক্ (স.শ.) বাওঁ কাললৈ দিয়া পাক, বিষম লেঠা।

আওপাকে ( ক্রি. বি. ) বাওঁ কাললৈ পাক দি (ঘুৰোৱাত থাটে)।

আওফাল্ ( স. শ. ) বাওঁকাল।

আওফালে ( ক্রি. বি. ) বাওঁকালে।

আওবৰীয়া (বি) অভক্ত বাবত হোৱা।

আওবাট্ ( স. শ. ) বেয়া বাট বা বি

বাটে যাব লাগে তাতকৈ আন বাট; বেয়া বীতি।

আওবাটে (ক্রি. বি.) বিপথে, বেয়া বাটে; সুনীতিতকৈ অন্যপ্রকাবে।

আওবাব্ (স. শ.) অশুভ বাব, বেয়া বাব।

আওবাবে (ক্রি. বি.) অশুভ বা বেয়া বাবত; যেনে, আওবাবে মুব খু-খুবাবা। [প্রকাব বা নিয়ম।

আওভাও (স. শ.) কাম কবিবব

আওমবণ্ (স. শ.) বব দুখযুক্ত বা অস্বাভাবিক মৃত্যু।

আওমবণে (ক্রি. বি.) বব দুখেবে বা অস্বাভাবিকৰূপে (মৃত্যুত খাটে)। যেনে, আওমবণে মবিল।

আওবা (স.ধা.) মনত বাখিবব কাবণ পুনঃ পুনঃ মাত্।

আওলা (স. শ.) ঘবব বাবব বাহিবে ওলাই থকা ভাগ।

আওলাদি (স. শ.) কাকুতি, মিনতি, কমা মগা। ১

আওহতীয়া (বি) সদায় অহা যোৱা। ঠাইতকৈ আন, যেনে, আও-হতীয়া ঠাই।

আওহাত্ (স. শ.) বাওঁ হাত।

আওহেলা (স. শ.) অবহেলা, অ-মনোযোগ। [মাত।

আঃ (অব্য) দুখ বা বেজাব বুজোৱা।

আঁউজ্ (অ.ধা.) পিঠিত ভব দি বহ্।

আঁউসী / আঁউহী (স. শ.) অমাবাস্যা, জোন-মবা দিন। [লোব।

আঁওচ্ (স.শ.) হাল বোৱাত হোৱা

আঁক্ (স.শ.) বেখা, আঁচ্। (স. ধা.) চিত্র বা মূর্তি কব্। (অ. ধা.) আঁক দি; মিছামিছিকৈ লিখ্।

আঁকবা (বি) স্পষ্টকৈ মাতিব নোৱবা, বেকা; মুঠেই মাতিব নোৱবা। (স.শ.)স্পষ্টকৈ বা গোটেই মাতিব নোৱবা পুৰুষ। (স্ত্রী) (বি. স. শ.) আঁকবী।

আঁকবালি (ক্রি.বি.নজনা তাব দেখাই, অবুজনালি।

আঁকুহী (স.শ.) হাঁকুচী।

আঁকোবা (বি) বেঁকোবা, বেঁকা।

আঁকোর্গোজ্ / আঁকোর্গোজা (বি) আঁকুহীব দবে লগা, নেবানেপেবাকৈ প্রেম-কবা।

আঁকোর্গোজালি (গু. শ.) আকো-র্গোজা স্বভাব।

আঁকোবাল্ (স. ধা.) সাবটি ধব্, দুই বাহবে মেবাই ধব্। (স. শ.) সাবট, দুই বাহব বেব।

আঁচ্ (স. শ.) বেখা, আঁক; সক কাট; (অ. ধা.) আঁক টান। (স. ধা.) পাচে আহিঁ ভুলিবলৈ অপবিপাটিৰূপে লিখ।

আঁচনি (স. শ.) পাচে ভালকৈ লিখিবলৈ অপৰিপাটিৰূপে লিখা কাকত।

আঁচল (স. শ.) কাপোৰৰ আগ।

আঁচু (স. শ.) কাপোৰত ফুল দিবলৈ বোলোৱা সূতা।

আঁচুকৰী, আঁচুকাঠ্ (স. শ.) আঁচু-বোলোৱা হালধীয়া কাঠ।

আঁচুৰলী, আঁচুৰলীয়া (বি) আঁচুৰ ফুলবৃক্ষ। [মুখ ধুৱা।

আঁচুৱা (স. ধা.) খোৱাৰ পাচত

আঁচো (অ. ধা.) খাই মুখ ধো।

আঁচোৰ্ (স. ধা.) জোঙা বস্তুৰে ঘঁহি ঘা লগা; কলীয়া। (স. শ.) জোঙা বস্তুৰে ঘঁহি লগোৱা ঘা।

আঁচোৱা (স.শ.) চুৱা মুখ ধোৱা. (বি) খাই মুখ ধোৱা লোক। ১

আঁজলি (স. শ.) একে লগ কৰা দুই হাতৰ ঠোলা।

আঁজোৰ্ (স. ধা.) চোঁচ কৰে টান্। (স. শ.) চোঁচ কৰে মৰা টান।

আঁজোৱা আঁজুৰি (স. শ.) টনাটনি, এজনে আন এজনক টনা কাৰ্য্য।

আঁট্ (স. ধা.) যিমান লাগে সিমান হ, জোৰ্। [কাৰ্য্য।

আঁটন্ (কৃৎ স.) অটা বা জোৰা

আঁহিকাল্ (স.শ.) অনুমান,উমান,গম।

আঁঠু (স. শ.) ভৰিনাৰ আৰু ঠেঙৰ মাজৰ যোৰা। আঁঠু ঢোকা, আঁঠু ভিৰাই সমান দেখা। [ভাগ।

আঁঠুমূৰ্ (স. শ.) আঁঠুৰ আগ ফালৰ

আঁঠুমূৰীয়া (বি) আঁঠুলৈকে নমা, ওলমি আঁঠু-পোৱা।

আঁঠুৰনীয়া (বি) আঁঠু তল-যোৱা, আঁঠুৰ সমান ওখ।

আঁঠুৱা, (স. শ) শয্যাৰ চাৰিও ফালে আৰু ওপৰে দিয়া ঢাকনী।

আঁত্ (স. শ.) পেটৰ নাড়ী; যেৰাই খোৱা সূতাৰ মূৰ।

আঁতৰ্ (অ. ধা.) নিলগ হ, দূৰৈলৈ যা। (স. শ.) দূৰ ঠাই (বি) দূৰ।

আঁতৰা-আঁতৰি (বি) এটাৰপৰা আনটো আঁতৰ। [বেলেগে।

আঁতৰে (ক্রি.বি) আঁতৰত, পৃথক হৈ,

আঁতিগুৰি (স. শ.) কোনো লোকৰ আদি, মূল; কোনো কথাৰ সকলো, বিৱৰণ।

আঁতুলি (স. শ.) ওকালি।

আঁতুলিয়া (অ. ধা.) বাঁতি অহাৰ দৰে ওক-ওক কৰ্।

আঁতে আঁতে (ক্রি. বি.) নাড়ীয়ে-নাড়ীয়ে, ভিতৰে-ভিতৰে।

আঁত্কৰালী (স. শ.) বৰ কৃপণ (নিৰ্বাৰ্ত্ত)

আঁৰ্ (স.শ.) কোনো বস্তুত হোৱা বিকাৰ বা বিশৃঙ্খলা; মানুহৰ

বৃষ্টি বা বদৰৰমুণৰ পৰা ছেকি ৰখা বস্তু।

আঁৰ কাপোৰ্ (স. শ.) আঁৰ দিয়া কাপোৰ।

আৰৰি (স. শ.) মূছৰ্কছ যোৱা ৰোগ।

আৰৰীয়া ( বি ) আঁৰৰি ৰোগে ধৰা। (স. শ. ) আঁৰৰি কগীয়া মানুহ।

আঁহ্ (স. শ.) মঙহ বা গছৰ ছাল-আদিৰ সূতাৰ নিচিনা ভাগ।

আঁহত্ (স. শ. ) এবিধ পবিত্র গছ।

আঁহীয়া (বি) কেঁচা মাছ বা মঙহৰ দৰে গোন্ধোৱা। (ক্রি. বি.) কেঁচা মাছৰ বা মঙহৰ দৰে, ( গোন্ধো-ৱাত খাটে।

আকও (ক্রি. বি.) পুনৰ, আক এবাৰ।

আকাংক্ষা (স. শ.) বৰ বাঞ্ছা, বলৱান ইচ্ছা; লোভ। [ দিয়া।

আকটা (বি) বিসোৱাদ, জিভাক কষ্ট

আকন্ (স. শ. ) এবিধ গছ।

আকৰ্ (স. শ. ) কোনো বস্তু উৎপন্ন হোৱা ঠাই। [নিজ কাললৈ আন্।

আকর্ষ (স.ধা.) টান্ গুণেৰে বা বলেৰে

আকর্ষক্ (স. শ.) টানোতা।

আকর্ষণ্ (স. শ.) টানন, টনা কার্য্য।

আকর্ষিত্ (বি) যাক টনা যায়।

আকল্ (অ.ধা.) চকুৰে দেখ, মন,তর্ক।

আকলন্ (বি) নিচেই সৰু, কেঁচুৱা। (ক্রি. বি.) মনন, দেখন।

আকলা (স. শ.) চকুৰে মন্য। ১

আকলুৱা (বি) আকালত পৰা; হেঁপে হুৱা, ৰৰকৈ হাবিয়াহ কৰা।

আকস্মিক্ (বি) হঠাত হোৱা।

আকাংক্ষা "আকংক্ষা" চোৱাঁ।

আকাজী (বি)বৰ-কাটিৰ নজনা। (স্ত্রী)

আকাৰ্ (স. শ.) আকৃতি, গঢ়; "আ" আথৰৰ চিন ( া )।

আকাল্ স. শ. ) দুর্ভিক্ষ. আহাৰ পাবলৈ নোহোৱা সময়।

আকাশ্ (স. শ.) মূৰৰ ওপৰৰ শূন্য।

আকাশী পুৰুষ (স. শ.) ওপৰ পুৰুষ সকল, পিতৃগণ। ১

আকাশী-বাণী (স. শ.) আকাশৰপৰা দেৱতাই কোৱা কথা, দৈৱবাণী।

আকাশ্-বাতী (স. শ, ) কাতি-মাহত দীঘল বাঁহৰ ওপৰত লগোৱা চাকি।

আকুল্ (বি) বিৱশ, বিবুদ্ধি, দুঃখিত।

আকৃতি (স. শ.) আকাৰ, গঢ়।

আকো "আকও" চোৱাঁ।

আক্রমণ্ (স. শ.) যুঁজ-দিয়ন, অপকাৰ কৰিবৰ মনেৰে খেদি ধৰা।

আক্রোশ্ (স. শ.) মনত ৰখা খং, কন্দা

আক্রোহ্ (স.শ.) ধন বা বস্তু এৰিবলৈ অনিচ্ছা, কৃপণালি। [ কৃপণ।

আক্রোহী (বি) আশা এৰিব নোৱৰা,

আখৰ্ (স. শ.) অক্ষৰ, লিখা চিন।

আখৰা (স. শ.) গান বাজনা অভ্যাস।

আখৰুৱা (বি) লিখি থোৱা, বৰ প্ৰাচীন। [ আখৰেৰে।
আখৰুৱাকৈ ( ক্ৰি. বি, ) অক্ষত বাজে
আখল্ (স. শ.) ভাত-বন্ধা খোঁটালী।
আখা (স. শ.) চৌকা,ভাত-বন্ধা উধান
আখাপতীয়া (বি) তিনটা উধানৰ ঘৰে পতা বা বহা। [ওলোৱা ঠাই।
আখি (স. শ.) চকু,কাঠ বা বাঁহৰ ডাল
আখীয়া (বি) বহুত আখি বা চকু থকা।
আখৈ (স. শ.) ভজা ধানৰ ফুলি উঠা চাউল।
আখৈ গড়ীয়া (স শ.) ডালকৈ ফুফুটি গড় বা কাঠ যেন হৈ থকা আখৈ।
আখ্যান(স.শ.)হৈ যোৱা ঘটনাৰ বিবৰণ
আগ্ (স. শ.) মুখৰ ফাল,ওপৰৰ ভাগ, কোনো বস্তুৰ এটা মুৰ (বি) পূৰ্ব্বৰ যেনে, আগ বছৰ।
আগচ্ (স.ধা.)আগ ভেঁটি ধৰ্,যোৱাত বাধা দি।
আগধন্ (স. শ.) বইনা, কোনো দ্ৰব্য কিনিবৰ কাৰণে দ্ৰব্য পোৱাৰ আগে তাৰ গৰাকীক দিয়া মূল্যৰ অংশ। ১
আগঢ়ী ( বি ) অগ্ৰবৰ্ত্তী।
আগত্ (বি) অহা, বি অলপতে আহিব বা বৰ্ত্তমান হব। যেনে, আগত সপ্তাহত। [আদিতে উৎপন্ন।
আগতীয়া (বি) প্ৰথমে হোৱা, বস্তুৰ
আগনি (বি) প্ৰথম বাৰ সৰোৱা বা টনা, এতেকে বৰ চোকা; যেনে আগনি থাৰণী বা ফটিকা।
আগন্তুক্ (স.শ.) সম্ভাৱনা,হবৰ আশা। (বি) হব পৰা, সম্ভৱ্।
আগম্ (স. শ.) তন্ত্ৰ শাস্ত্ৰ।
আগমন্ (স.শ.) এঠাইৰ পৰা গৈ আন এঠাইত উপস্থিত হওন্।
আগৰ্ (স. শ.) এবিধ সুগন্ধি কাঠ।
আগলিকলা-পাত্ (স. শ.) কলা-পাতৰ আগটো। [ বাঢ়ি থকা বস্তু।
আগলিকা (স. শ.) ব্যৱহাৰৰ পাচত
আগলৈ (ক্ৰি. বি) এতিয়াৰ পাচত।
আগাআগিকৈ, (ক্ৰি.বি) এজনক আন এজনৰ আগলৈ আনি, এজন আন এজনৰ আগত থাকোঁতে।
আগাডেৱা (বি) আগৰপৰা পাচলৈ আৰু পাচৰপৰা আগলৈ যোৱা ( কথা )।
আগাৰ্ ( অ, ধা. ) এঁটাত্কৈ অধিক হ, বাঢ়ি থাক্।
আগালি, (স.শ. )কোনো বস্তুৰ আগৰ চোৱা, নৈ বৰপৰা আহে, তাৰ ওচৰৰ ভাগ। (বি) নিচেই ওপ-ৰৰ থোক বা এৰাত লগা।
আগীয়াঠুটি (স. শ.) অন্তৰীপ, নৈ বা সাগৰলৈ আগ বাঢ়ি যোৱা কিনাৰ-কুটীয়া গৰা।

আগুৰ্ (স. ধা.) আগচ্, বেৰি থৰ্।
আগুৱা (বি) অগ্রগামী আনতকৈ আগ হৈ যোৱা। (স.শ.) আনতকৈ আগেয়ে যোৱা মানুহ (অ ধা.) আনত্কৈ আগেয়ে যা; আগলৈ যা।
আগে
আগেয়ে } (ক্রি বি) আদিতে,পূর্ব্বে।
আগেচিতা (স.শ.) এবিধ দবৰৰ গছ।
আগোৰাল্ (স.শ.) নাৱৰ আগত বঠা-মাৰোঁতা।
আগ্চালি (স. শ.) ঘৰৰ সমুখ-ফালে আগ-বঢ়োৱা চাল।
আগ-শুৰি "আঁতিশুৰি" চে̐ ।
আগ্চুলি, (স. শ.) মূৰৰ আগফালৰ চুলি। [আগ থকা।
আগ্-জোলা (বি) জোলা বা চোকা
আগ্দাঁত্ (স.শ.) প্রত্যেক পাৰিৰ সমুখৰ চাৰিটা দাঁত। [পূৰণি কাল।
আগ্দানি (স. শ.) প্রথম বাৰ, পূর্ব্ব বা
আগ্ দিনা (স.শ.) আগৰ বা পূর্ব্ব দিনা
আগপাচ, (স. শ.) কোনো কথাৰ সকলো ফাল।
আগ্-ফালে (অব্য) কোনো বস্তুৰ সমুখত, বেমে, ঘৰৰ আগ-ফালে।
আগ্মঙহ্ (স. শ.) জন্তুৰ বুকত থকা আৰু তেজ পৰিষ্কাৰ কৰা এজোৰৰ বৰচুৱা মঙহ, অগ্রমাংস।
আগ্বণুৱা (স.শ.) সকলোৰে আগত খুঁজোঁতা; বিজনে কোনো কার্য্যত আগেয়ে নিযুক্ত হৈ আনক বাট দেখায়। [পাত।
আগ্লতীপাত্ (স.শ.) আগলি কলা-
আগ্হতীয়া (বি) খিয় হৈ ওপৰলৈ মেলা হাতেৰে পোৱা।
আগ্হাত্ (স. শ.) সোঁ-হাত।
আগ্হাতে (ক্রি. বি.) সোঁ-হাতেৰে।
আঘণ্ (স. শ.) অষ্টম মাহ।
আঘাত্ (স. শ.) কোব, মাৰ।
আঘাৰ (সং) এঘাৰ। [লোক।
আঘাৰী (বি) দুষ্ট, শঠ, শিকনি নমনা
আঘোণ্ (স. শ.) আঘণ।
আঘোণ্-মহীয়া (বি) আঘোণ মাহৰ। (ক্রি. বি.) আঘণ মাহত। [বোধ।
আঘ্রাণ্ (স.শ.) গন্ধ,নাকৰ দ্বাৰা হোৱা
আজঠা (স.শ.) জলি থকা এজাৰ।
আজঠি
আজঠী } (স.শ.)আঙুলিৰ অলঙ্কাৰ; তাৰ নিচিনা আন বস্তু।
আজনি (স. শ.) তামোলৰ থোকৰ সক ঠাল।
আজামুৰি (স শ.) গামুৰি, একেঠৰে থকাত হোৱা অসুখ গুচাবৰ কাৰণ হাত-ভৰি মেলি জোকৰা কার্য্য।
আজাৰ্ "এজাৰ" চোৱা।
আজি-ভজি (স শ.) কোনো কথা বুজা-বলৈ হাত মুখ-লৰোৱা কার্য্য।

আঙুল্ (স. শ.) আঙুলিৰ পথালি জোখ।

আঙুলি (স.শ.) হাতৰ বা ভৰিৰ ঠেঙুলি

আঙুলি-কতপা (স.শ) ব্যক্তি পৰিচয়ৰ অৰ্থে লেখাই ৰখা তেওঁৰ নিজ আঙুলিৰ সাঁচ। ১

আঙুলিয়া (অ. ধা) আঙুলি টোঁৱাই দেখা।

আঙোৰ্ পাঙোৰ্ (স·শ.) ৰাঁতি আঃ ৰৰ সময়ত নাড়ীয়ে লোৱা পাক।

আচন্দ্ৰাই (স. শ.) দুৰ্ব্বলতাৰ কাৰণে হোৱা মূৰ ঘূৰণি।

আচমন্ (স·শ.) পূজাৰ সময়ত তিনিবাৰ পানী মুখত দি নাক-কাণ-আদি ছোৱা কাৰ্য্য।

আচম্বিত্ (বি) হঠাত হোৱা; আচৰিত।

আচম্বিতে (ক্রি. বি) হঠাৎ, অকস্মাত

আচৰ (অ. ধা.) ব্যৱহাৰ কৰ, চল্ (স. ধা.) কৰ্ত্তব্যৰূপে পালন কৰ্।

আচৰণ্ (স. শ.) ব্যৱহাৰ, চলন।

আচৰনীয় (বি) ব্যৱহাৰ যোগ্য; কৰ্ত্তব্য

আচৰিত্ (বি) আশ্চৰ্য্য, অদ্ভুত, বিস্ময়-যুক্ত, নেদেখা-নুশুনা কথা দেখি বা শুনি তবধ।

আচল্ (স.শ.) বিজুতি, অনায়াসে যাব নোৱৰা ঠাই; সঙ্কট। (বি) জুতি নোহোৱা, টান। [নেদেখা।

আচহুৱা (বি) অনাকুৱা,নিচিনা, আগে

আচাটবিচাট (স. শ.) নবিয়াৰ দুখত লুটিয়ালুটি কৰণ। [ঠাই।

আচান্ (স.শ.) সহায় নথকা অৱস্থা ক

আচাৰ্ (স. শ.) ব্যৱহাৰ, আচৰণ; তেলত পেলাই থোৱা ফল-আদিৰ এবিধ চাটনি।

আচাৰ্য্য (স. শ.) গুৰু, শিক্ষক।

আচিনাই "আজিনাই" চোৱা।

আচ্ছন্ন (বি) ঢকা, আবৃত। [সাকৰ

আচ্ছাদন্ (স. শ.) ঢাকনী, ঢাকন;

আচ্ছাদিত্ (বি) আচ্ছন্ন, ঢকা।

আছাৰ্ (স.শ.) থেকেচা,বলেৰে দূৰলৈ কৰা নিক্ষেপ। (স. ধা.) নিক্ষেপ কৰ বলেৰে মাৰি পঠা।

আছাৰি, "এছাৰি" চোৱা।

আছাৰেকণি (স. শ.) বতাহত আচাৰ খাই অহা বৰষুণৰ ছিটা।

আছুতীয়া (বি) ব্যৱহাৰ নকৰাকৈ থোৱা, নতুন হৈ থকা।

আজ্ (বি) হোজা, আজলা। [গছ।

আজনি (স.শ.)এবিধ সুগন্ধি গুটি,তাৰ

আজৰা (স, ধা) শুদ্ধকৰ্, শুদাকৰ।

আজৰি (স. শ.) অৱকাশ, বন নথকা-সময়; (বি) বন-নথকা; শুদা, উদং, সম্বল নাই।

আজৰীয়া (বি) কাম নথকা, অৱকাশ-পোৱা (মানুহ); কাম নোহোৱাকৈ থকা (সময়)।

আজলা (বি) একো নজনা, হোজা। (স্ত্রী) আজলী।

আজলালি ( গু শ ) আজলাৰ গুণ বা স্বভাৱ;আজলাৰ নিচিনা আচৰণ।

আজলমঠ্‌ (বি) জানিও নজনাৰ ভাও ধৰা। [দবে কৰা আচৰণ।

আজলমঠালি (গু. শ.) জানিও নজনাৰ

আজান্‌ ( স.শ. ) এবিধ মাছ-খোৱা চৰাই। (বি) নজনা, মূৰ্খ। [বেদনা

আজাৰ্‌ ( স .শ. ) এবিধ গছ ; পীড়া,

আজি (সৰ্ব্ব. ক্রি. বি,) অত্ত, এই দিন।

আজিকালি (সৰ্ব্ব. ক্রি. বি.) এই সময়, বৰ্ত্তমান কাল। [ কোঁহা।

আজিনাই (স.শ.) চকুৰ পিৰঠিতহোৱা

আজোককা ( স. শ. ) ককাৰ বাপেক (স্ত্রী) আজোবুঢ়ী-আই।

আজোখ্‌ }
আজোখা } (বি) বিজোখ।

আজ্ঞা (স.শ.) আদেশ, ডাঙৰে সৰুক কোনো কাৰ্য্য কৰিবলৈ দিয়া উপদেশ।

আজ্ঞাকাৰক (স. শ. ) আজ্ঞা দিওঁতা।

আজ্ঞাকাৰী (বি) আজ্ঞাৰ অধীন।

আঞ্জা ( স. শ. ) জিহ, ভাতৰ লগত খাবলৈ বন্ধা মাছ, শাক ইত্যাদি।

আট্‌ (স. ধা.) টানি বান্ধ, টান কৰ্‌।

আটক্‌ ( স. শ.) কোনো বস্তু নথকাৰ নিমিত্তে হোৱা কষ্ট, অভাব। (স. ধা.) আবদ্ধ কৰ বান্ধি ৰাখ্‌।

আটকীয়া ( বি ) দুৰ্ল্লভ, পাবলৈ নো হোৱা ; যত বস্তু পোৱা টান, (ঠাইত খাটে)।

আটক্‌ধুনীয়া (বি) বৰকৈ ধুন-মৰা। আটত্তিয়াৰ্‌ (বি) চহকী।

আটা (স. শ. ) ঘেঁহু-ধানৰ গুড়ি।

আটাই ( স. শ. ) সকলো মানুহ।

আটাল্‌ ( স. শ. ) ওপৰ চাং, ঘৰৰ চতিৰ ওপৰত গড় পাৰি কৰা চাং।

আটায়েমুলি (ক্রি. বি. ) সকলোকে মুঠ কৰি, মুঠে।

আটাহ্‌ (স. শ.) চিঞৰ।

আটি ( স. শ. ) মুঠ, একে লগে বন্ধা কিছুমান খৰি-আদি।

আটিমুটি ( স. শ. ) হাত বা মাৰি জোকাৰি মাৰিবৰ ভাও দেখোৱা কাৰ্য্য।

আটিল্‌ (বি) টান, আট মৰা।

আটী }
আটীয়া } (স.শ.) ঢাপৰ নিচিনা ওখ মাটি, ওখ ঠাই।

আটুষ্ট (বি) "অটুষ্ট" চোৱা।

আটেঁলা ( বি ) বহলতকৈ অধিক ওখ, বৰ ওখ।

আটোপ্‌ (স. শ.) অহঙ্কাৰ, দৰ্প। ১

আটোপ্‌ টঙ্কাৰ্‌ ( স. শ.) বল-শক্তিৰ অহঙ্কাৰ বা আংকোপ।

আটোমটোকাৰি(বি) নিয়াৰি,সুশৃঙ্খল, দোষ নথকা।

আটকাল্ "আঁট্‌কাল্" চোৱাঁ।

আঠ্ (স.শ.) কাষোৰ খাই ধৰা বস্তু।

আঠাএঠি "এঠাএঠি" চোৱাঁ।

আঠাইশ্ (চ) (সং) একুৰি আঠ।

আঠাশ্লৈবে (সং) চাৰিকুৰি অঠৰ।

আঠাল্ / আঠালু } (বি) আঠাযুক্ত।

আঠাৱন্ (সং) আঠ-অধিক আঢৈ কুৰি।

আঠীয়া (স.শ.) এবিধ গুটীয়া কল।

আঠেপৰে / আঠেপৰে } ক্রি. বি.) মাজে-সময়ে।

আঠ্‌কুৰীয়া (বি) আঠচুকীয়া, আঠোটা চুক থকা।

আঠ্‌খাৰী (স.শ.) আঠবিধ খাৰ গোটাই কৰা এবিধ দৰব।

আঠ্‌চল্লিশ্ (চ) (সং) আঠ-অধিক দুকুৰি।

আঠত্রিশ্ (চ) (সং) আঠ-অধিক তেৰ [কুৰি।

আঠ্‌ধাতুৰা (বি) আঠবিধ মূল ধাতুৰে গঢ়া।

আঠ্‌পৰীয়া স. শ.) পাল পাতি আঠ্ পৰত দেৱালয়ত থকা মানুহ।

আঠ্‌মঙ্গলা (স. শ.) বিয়াৰ পৰা আঠ দিনৰ দিনা কন্যাৰ ঘৰত দৰাক দিয়া ভোজ।

আঠষষ্টি (সং) আঠ-অধিক তিনি [কুৰি।

আঠ্‌সত্তৰ্ (সং) তিনি কুৰি অঠৰ।

আড়ম্বৰ্ (স. শ.) কোনো কামৰ নিমিত্তে বৰ আয়োজন।

আড়ি (স.শ.) এবিধ মাছ।

আঢৈ (সং) দুই আৰু আধা।

আঢ্য / আঢ্যৱন্ত } (বি) ধনী, চহকী।

আতৰ্ (স. শ.) এবিধ সুগন্ধি তেল।

আতৰণ্ "অন্তৰণ" চোৱা।

আতা (স.শ.) পিতা, ককা, আৰু বুঢ়া মানুহক মতা মাত।

আতাই "আতৈ" চোৱা।

আতাইতাই (বি) বৰকৈ ততাতৈয়া কৰা, পলম সহিব নোৱৰা।

আতাফৰীয়া (বি) নৰিয়াত দুৰ্ব্বল হৈ উঠিব নোৱৰা। [হোৱা।

আতাৰি (বি) মিল-ভঙা, অমিল

আতুৰ্ (বি) বিচেষ্টা, কষ্টত পৰা; পীড়া পোৱা। (স. শ.) কষ্টত পৰা মানুহ, যেনে আতুৰৰ কাৰণ।

আতুলীয়া (বি) আধা তোলা পৰিমাণৰ।

আতৈ (স.শ.) সম্ভ্ৰম সূচক।

আতোলা (বি) আধা তোলা।

আতোলতোল্ (বি) বৰ আদৰ পোৱা, বৰ চেনেহৰ। (স.শ.) বৰ চেনেহ-চেখোৱা কাৰ্য্য।

আতোপুতো (স.শ.) মৰম, চেনা।

আত্মঘাতী (বি) আপোন-ঘাতী, আপোনাক বধা। (স. শ.) আপোন-ঘাতী মুনিহ। (স্ত্রী) আত্মঘাতিনী।

আত্মদমন্ } (স. শ.) আপোনাৰ
আত্মশাসন্ } ইন্দ্রিয়বিলাকক দমাই বধা কার্য্য।

আত্মনির্ভৰ্ (স.শ.) নিজৰ ওপৰত নির্ভৰ, স্বাৱলম্বন।

আত্মবিস্মৃত্ (বি)আপোনাকে পাহৰা, আপুনি নো কোন নজনা হোৱা।

আত্মৰক্ষা (স. শ.) আপোন প্রাণ-ৰখা কার্য্য।

আত্মশ্লাঘা (স.শ.) নিজক নিজে কৰা প্রশংসা।

আত্মসাত্ (বি) আপোনাৰ কার্য্যত ব্যয়, (লোকৰ ধন বা বস্তুত খাটে)।

আত্মহত্যা (সশ.) আপোনাক আপুনি বধ কৰণ।

আত্মা (স. শ.) প্রাণ, জীৱ।

আত্মীয় (বি) আপোনাৰ। (স.শ.) বন্ধু, মিত্র। [ গুটি।

আত্ৰুলচ্ (স.শ.) এবিধ গছ আৰু তাৰ

আথৰ্ (বি) বৰ বুঢ়া হোৱাত হাত-ভৰি কঁপা। [ বৰ ব।

আথাউনি (বি) থাউনি নোপোৱা, আধাৰ্ (স.শ.) ভঁৰাল।

আথানী (বি) থাকিবৰ ঠাই নথকা, আশ্রয়হীন; সাৰবি নথৈ নষ্ট কৰা।

আথেবেথে(ক্রি.বি.)বৰকৈ সমাদৰ কৰি।

আথ্‌বেথ্ (স. শ.) বৰ সমাদৰ।

আদৰ্ (স.শ.) সন্মানেৰে কৰা চেনেহ; সত্তাদৰ, অলপ বেচ। (স. ধা) সমান কৰি আগ বাঢ়ি আন্।

আদৰণীয় (বি) আদৰৰ যোগ্য,সৎকাৰ কৰিব লগা।

আদৰা (বি) বিবাহিত, আগেয়ে বিয়া-কৰা, (দৰাত খাটে); যেনে— আদৰা দৰালৈ ছোৱালী দিছে।

আদর্শ (স.শ.) আহি,চানেকি; প্রতি-মূর্ত্তি।

আদহীয়া (বি) মাজ-বয়সীয়া।

আদলুতলী (স.শ.) চাং-নকৰা বা নভঙা মাটি। [গছ।

আদা (স. শ.) এবিধ জলা পিপা; তাৰ

আদাকবি (স. শ.) এবিধ গছ।

আদানী (বি) খুন্ত বা কটল-নলগোৱা, অকটলুৱা। [ উঁলঙা

আদায়্ (বি) জিয়া, শোধোৱা, সাধি

আদি (বি) প্রথম, আগ,খাই। (স.শ.) আৰম্ভ, মূল।

আদিত্য (স.শ.) সূর্য্য, বেলি।

আদিপুৰুষ (স. শ.) কোনো পৰিয়ালৰ মূল মাহুহ, যি জনৰপৰা কোনো এক বংশ বাঢ়ে; ঈশ্বৰ।

আদিবাসী (বি) কোনো দেশত প্ৰথমে নিবাস-কৰা। (স. শ.) কোনো দেশত প্ৰথমে নিবাস কৰা অসভ্য মানুহ। [মতাৰ প্ৰীতি।

আদিৰস্ (স. শ.) শৃঙ্গাৰ-ৰস,তিৰোত-

আদ্যুটি (স. শ.) আধা।

আদেশ্ (স. শ.) আজ্ঞা।

আদৌ (ক্ৰি. বি.) আদিতে, প্ৰথমতে

আদ্ধৰনীয়া (বি.) আধা গৈ বা নষ্টহৈ আধা থকা।

আদ্ধৰীয়া (বি) থাৰণিৰ ছাট দি ৰখা

আদ্ধান্ } (স শ.) আধা "আদ্ধখিনি"
আদ্ধানি } ও হয়।

আদ্বয়সীয়া (বি) মাজ-বয়সীয়া।

আদ্মহা (বি) দুই অনা জোখৰ।

আদ্মহীয়া (স. শ. ) দুই অনা জোখৰ মোহৰ।

আদ্ৰোজী (বি) বিজাতৰীয়া, দোৱাচলীয়া, মিহলি (প্ৰায়ে মহত খাটে)। ১

আদ্য (বি) প্ৰথম, আদি

আদ্যন্ত } (ক্ৰি.বি.) আদিৰপৰা
আদ্যোপান্ত } অন্তলৈকে।

আদ্যশ্ৰাদ্ধ(স শ.)মৃতকৰ প্ৰথম শ্ৰাদ্ধ।

আধৰা (স.শ.) আধা-পোৱা খৰি।

আধকৰা (বি) আধা হোৱা. সম্পূৰ্ণ নোহোৱা। [মাপৰ মোহৰ।

আধলি (স. শ.) এটকাৰ আধা পৰি-

আধলিকা (বি) আধা নষ্ট হোৱা।

আধা (স.শ.) সমান এভাগ।

আধা-আধি (বি) এজনৰ আধা, আন এজনৰ আধা।

আধাকটা (বি) আদধানি কটা, এফাল কটা, নীচ, দুষ্ট, টটাটিদা।

আধাকেঁচেলুৱা (বি) আধা পকা,আধা কেঁচা ; আধা শিকা, ভাল শিকা নোপোৱা,ভালকৈ ব্যক্ত নোহোৱা, বা পোহ-নোলোৱা। [হোৱা।

আধানাৰ্জি (বি) আধলিকা,আধা-হানি

আধা-পোৱা(বি)সমানে এভাগ পোৱা, এজোখৰ দখ হোৱা , ওপৰৰ ভাগ পোৱা, ভেৱা।

আধাফুটা(বি)ভালকৈ নিসিজা(ভাত)।

আধামুৰী ( স. শ. ) বাতি মাটিৰপৰা ওলোৱা পোহৰ, ভূৈৈ।

আধাৰ্ ( স.শ. ) যাৰ ওপৰত কোনো বস্তু থাকে, যি কোনো বস্তুক ধাৰণ কৰে।

আধাৰি (স. শ.) চক বা মাটি-কলহৰ দুৰণীয়া আধাৰ, বিৰিয়া।

আধাসাৰি (বি) হাৰাশাস্তি, বৰ দুখ-পোৱা।

আধি (স. শ.) লোকত লগোৱা মাটিৰ শস্যৰ বা আনক পুহিবলৈ দিয়া জন্তুৰ পোৱালিবিলাকৰ আধা ভাগ। (বি) উৎপন্নৰ আধা

পাবৰ নিমিত্তে লগোৱা, যেনে—আধি মাটি।

আধিক্য "অধিকতা" চোৱা।

আধিপত্য (গু. শ.) স্বামিত্ব, পৰাকীৰ ক্ষমতা বা স্বত্ব।

আধিয়াৰ্ (স.শ.)উৎপন্নৰ আধা দিবলৈ মাটি বা জন্তু-লওঁতা।

আধেক্ (স. শ.) অৰ্দ্ধেক,সমান এভাগ।

আধ্যা (স. শ.)পুথিৰ এভাগ,অন্ত,শেষ, পাঠৰ খণ্ড।

আন্ (সৰ্ব্ব)অন্য,বেলেগ এটা। (স.ধা.) লৈ আহ, ওচৰলৈ নি।

আনজ্ (স. শ.) এটা সন্তান হোৱাৰ-পৰা আন এটা হোৱালৈকে কাল।

আনন্ (কৃদ্. শ.) অনা বা ওচৰ চপোৱা কাৰ্য্য। (স. শ.) মুখ।

আনন্দ (স. শ.) ৰং. সন্তোষ, হৰিষ।

আনন্দময়্ (বি) আনন্দ স্বৰূপ. শোক-দুখ নথকা।

আনন্দিত্ (বি) ৰং-পোৱা, হৰিষিত।

আনৰিয়া (বি) পোনেই নৰিয়াৰপৰা উঠা, সম্পূৰ্ণৰূপে সবল নোহোৱা।

আনাতুৰা "অনাতুৰা" চোৱা।

আনেকা-দিনা (ক্রি. বি.) পাচ দিনা।

আনোতা (স.শ) লোকে আনে।

আন্কাল্ (ক্রি. বি.) আন সময়ত।

আন্তৰিক্ (বি) মনৰ ভিতৰৰ। [পুষ্ট।

আন্দোলা (স. শ.) এবিধ বাঘ; (বি)[১]

আন্দোলন্ (স. শ.) চৰ্চ্চা, একে কথাৰ অনেক বাৰ আলচ; সঞ্চালন।

আন্দোলিত্ (বি) সঞ্চালিত, ৰৰকৈ লৰা। [ বন্ধা ৰবী।

আন্ধ্ (স. শ.) ঔহেৰে সৈতে মুৰলি-

আন্ধাৰ্ (স. শ.) অন্ধকাৰ, পোহৰৰ অভাৱ। (বি) পোহৰ নোহোৱা, প্ৰকাশ-নথকা।

আপ (স.শ.) সামান্য মানুহে বাপেকক্ ককাকক বা বুঢ়া মানুহক মতাত্ বা তেনে মানুহৰ কথা কোৱাত ব্যৱহৃত মাত। [ লীয়া।

আপঁইতা (বি) পৈণত নোহোৱা, কুম-

আপচু (বি, কুবৃত, আভঁজা।

আপত্তি (স. শ.) আসোঁৱাহ, কোনো বিষয়ৰ বিৰোধে কোৱা কথা।

আপদ্ (স.শ.) বিপত্তি,বিপদ,বিঘিনি।

আপদীয়া (বি) আপদ-জন্মোৱা, বিপদ ঘটোৱা। [(স্ত্রী) আপী, (কাম.)

আপা (স. শ.) সামান্য মানুহৰ লৰা,

আপালি (স. শ.) নৰিয়াৰপৰা হোৱা বিপদ বা কষ্ট।

আপিট্ (বি) নিপুণ, পাৰ্গত, আকৰী।

আপুকণ্ (স. শ.) আটক, অভাৱ।

আপুকণীয়া (বি) পাবলৈ টান, বিৰল।

আপুৰঠ্ (বি) আপঁইতা, কুমলীয়া।

আপোন্ (সৰ্ব্ব.) মাত্ৰ লোকক মতা মাত; স্বয়ং, নিজ।

আপোনা-আপুনি (সর্ব্ব.) স্বয়ং, নিজে।
আপোনপেটা ( বি ) আপোনাৰ পেট পুৰাবলৈ মাথোন চেষ্টা-কৰা, অকল আপোনাৰ মাথোন চিন্ত-চিন্তা। [ স্বভাৱ।
আপোনপেটালি (গু.শ ) আপোনপেটা
আপ্‌তাল্ (স. শ.) প্ৰতিপাল, ৰক্ষা।
আপ্ত (বি) হিতৈষী, উপকাৰী।
আপ্‌দাহ্ (স.শ.) দাষ্ট,জগৰ, দোষৰ নিমিত্তে উত্তৰ দিব লগা অৱস্থা।
আপ্‌মান্ (স.শ.) অপমানৰ পৰা হোৱা বেজাৰ।
আপ্‌ৰণী } (স. শ.) দুখীয়া সামান্য
আপ্ৰণী } মানুহ।
আফৰ্ }
আফৰা } (স. শ.) ভাতিৰ মুখ।
আফৰী (বি) সকলো কামত নিপুণ।
আফলা (স.শ.) সোঁতৰ খুন্দা।
আফাল্ ( স. শ ) খেকেচা, বলেৰে পেলাই দিয়া কাৰ্য্য। (স. ধা.) খেকেচা মাৰ্।
আফিং (স. শ ) আফুৰ আঠা, কানি।
আফু (স. শ ) কানি বা আফিঙৰ গছ; তাৰ ঢোপ। [ ফুল।
আফুণ্ডীয়া (বি) আফুণ্ডিৰ সমান, আফুই "অফুট" ঢোৰা। [ঢোকোৰা।
আফুৰ্টনি ( স. শ.) জেথি-গুৰুৰীৰ
আফুটা (বি) প্ৰফুটা, বিয়া নধৰা।
আবত্তৰ্ (স. শ.) কোনো বস্তু উৎপন্ন হোৱাৎকৈ আন সময়; 'খেতিৰ' নিমিত্তে অনুপযুক্ত কাল।
আবত্তৰীয়া (বি) উচিত কালৎকৈ আন সময়ত হোৱা, অকালত উৎপন্ন।
আবদ্ধ (বি) বদ্ধ হোৱা, আটকি ৰখা।
আবদ্ধ }
আওদ্ধ } স. শ.) বুৰলি লগত ইহ ৰয়া জৰী।
আবদ্ধৱা (বি) কাম-নধৰা বা নকৰা।
আবৰ্ ( স.ধা.) ঢাক্, বেষ্টন, কৰ্। (স.শ.) একাতি পৰ্ব্বতীয়া মানুহ।
আবৰণ (স. শ.) ঢাকনী।
আবৰিবিবৰি (স. শ.) অনৰ্থক কথা, বলিয়াৰ নিচিনা কথা।
আবৰী (বি) হুঁটা, কাৰো কথা নুশুনা, কাৰেও মিলিব নোৱৰা আমঠ।
আবাহন্ (স.শ.) নিমন্ত্ৰণ, মতা কাৰ্য্য।
আবিয়ৈ বি) বিয়া-নকৰা (পুং, স্ত্ৰী)।
আবুৰ ( স. শ.) গোপন, গুপ্তৰূপে থকা কথা বা বস্তুৰ সন্ধান।
আবৃত্ (বি) ঢকা, বেৰা, বেষ্টন কৰা।
আবেগ্ (স শ.) মনৰ ব্যাকুলতা।
আবেগী ( বি ) ব্যাকুলিত।
আবেদন্ (স. শ.) দুখ-নিবেদন-কৰা কাকত বা কথা।
আবেলি (স. শ. ) বিয়লি, তিনি পৰী-ৰাৰ পাচ বেলা।

আবোধ্। (বি)দণ-ভাজৰ নোহোৱা।
বায়ুলধ্ (স. শ.) এবিধ কলা কাঠ।
আউঁৱা } (বি) আগচী, কুৰূপ।
আউঁজ্ }
আউঁজুৱা (বি) ভাঁজ বা ঘিহলি নথকা, শুধ, (ধাতু)।
আভকতীয়া "অভকতীয়া" চোৰা।
আভাস্ (স. শ.) আকৃতি বা ৰূপমাত্ৰ, অস্পষ্ট্ পীয়া কাৰ্য্য।
আভুকীয়া (বি) ভোক নথকা।
আভুৱা (বি) বুজ-নোপোৱা, নজনা।
আভোক্ (স. শ.) ভোকৰ অভাৱ, খাবৰ অনিচ্ছা। [ অজীৰ্ণ।
আম্ (স. শ.) এবিধ গছ আৰু গুটি;
আমঠ্ (বি) হিতকথা শুনা,অবুজন।
আমঠু (স. শ.) আমৰ ভিলাৰ ভিতৰৰ শাহ বা কলিজা। [প্ৰাপ্তি।
আমদানী (স. শ.) আয়, বাণিজ্য দ্ৰব্য
আমতা (স. শ.) চালিত শুকাই থোৱা পকা আমৰ মজহ।
আমতী (স. শ.) ষাঁঠ (কাম)।
আমনা } (স. শ.) এবিধ ধান।
আমনা ধান্ }
আমনি (স শ.) শ্ৰম-বাৰী; কোনো কাম অনেক বাৰ বা বহুবেলি কৰাৰ কাৰণে আৰো কৰিবৰ অনিচ্ছা; অনেক বাৰ কৈ বা খুজি লগোৱা বিৰক্তি।
আমনিয়া (স. ধা) আমনি লগা, ভাগৰ লগা।
আমনজিমন্ (বি) বিমৰ্ষ, মন-মৰা, চিন্তিত। [ গুটি।
আমৰা স. শ. এবিধ গছ আৰু তাৰ
আমবিঘৰ্ (স. শ.) সিংহাসন, চাওদা বা বেইৰ ওপৰত দিয়া কাপোৰৰ ঘৰ। ১
আমহী } (স. শ.) আমৰ শুকান গুড়ি।
আমহী-গুড়ি }
আমাডিমা (বি) নিচেই সৰু, আকলন (একত্ৰে কৈ অধিক লৰা বা ছোৱালীত খাটে)।
আমাৰি (স. শ.) এবিধ সুকাঠী গছ।
আমুৱা (স. ধা.) হৈপাহ পলুৱা ভোগ কৰিবলৈ অনিচ্ছা জন্মা।
আমৈ (স শ.) কোনোৰ বন্ধুৰ বা নিজ নামেৰে যোৱা মানুহৰ মাক; পিতাৰ বন্ধুৰ ঘৈণীয়েক; আইৰ সখীয়েক।
আমৈলতা (স. শ.) সগুণী-লতা।
আমোদ্ (স. শ.) বং, আনন্দ ধেমালি।
আমোদী, (বি) ৰজিয়াল, ধেমেলীয়া।
আমোলন্-টেঙা (স. শ.) এবিধ গছ; তাৰ ফল। [ তাৰ গছ।
আমোলন্-ফুল্ (স.শ.) এবিধ বগা ফুল;
আমোলা (স. ধা) বেজাৰ বা নিৰাশত মলিন কৰ (মুখ); যেনে, এই

কথা শুনি সি মুখ আমোলাই পেলালে।

আমুবলি (স. শ.) গছৰ পাত গোটেই বাই সজা এবিধ বজচীয়া পকৰা।

আমুবলীয়া (বি) পথৰা; (মতা পাতি হাঁহত থাটে)।

আমুলখী (স. শ.) এবিধ কেহা টেঙা-ফল; তাৰ গছ।

আয়্ (স. শ.) উৎপন্ন।

আয়তী (বি) স্বামী থকা, সধবা।

আয়ব্ (স. শ.) ভেম, খোৱা-পোৱাত বৰ লোকৰ দৰে আচৰণ।

আয়াবাত্ (জা) (স. শ) অহা-যোৱা কৰা কাৰ্য্য; বন্ধুৰ দৰে এজনে আন এজনৰ ঘৰলৈ কৰা গতায়াত, মিল।

আয়াস্ (স. শ.) প্রয়াস, যত্ন। [পুথি।

আয়ুৰ্বেদ্ (স শ) বৈদ্য-শাস্ত্র, বেজ-

আয়ুস্ (অব্য) সন্তোষ-বুজোৱা মাত।

আয়ুস্ (স. শ.) জীয়াই থকা কাল, জীৱনৰ সীমা। (অব্য) পুতৌ বা সমবেদন-বুজোৱা মাত।

আয়ৈ "আইঐ" চোৱা। [যোৱা।

আয়োজন্ (স. শ.) কোনো কাৰ্য্যৰ নিমিত্তে বস্তু সংগ্রহ বা উদ্যোগ,

আয়োজিত্ (বি) কোনো কাৰ্য্যৰ নিমিত্তে গোটোৱা।

আয়ো "আইঔ" চোৱা।

আৰ্ (স. ধা.) ওলাই থ; হাৰিলে দিবলৈ নিয়ম কৰ্, আৰি বাত।

আৰম্ভ (স. ধা.) কৰিবলৈ ধৰ।

আৰম্ভ } (স. শ.) প্রথম উদ্যোগ,
আৰম্ভণ্ } উপক্রম।

আৰাও (স. শ.) আটাহ, হাই। (পদ্যত) "আৰাৱ" এনে হয়।

আৰাধ্ (স. ধা.) উপাসনা কৰ্, ভক্তি কৰ্; চিন্ত্।

আৰাধনা (স. শ) ভজনা, উপাসনা।

আৰি (স. শ.) এবিধ বাকলি নথকা মাছ, হাৰিলে কোন বস্তু দিবলৈ কৰা প্রতিজ্ঞা। [পোৱালি।

আৰিগজলা (স. শ.) আৰি-মাছৰ

আৰিয়া (স শ) ডেল-সনা কটাকানিৰ মুঠাত লগোৱা জুই, তেনে কটাকানিৰ মুঠা।

আৰিকুঁজা (বি) অলপ কুঁজা।

আৰিমুৰি (স. শ.) ইকাতি সিকাতি।

আৰু (অব্য) দুটা শব্দ বা দুটাকৈ কথা লগ-লগোৱা মাত। (ক্রি.বি.) পুনৰ, আকৌ; ইয়াৰকৈও।

আৰু ডেওজ্ বেলি (ক্রি. বি.) এতি-য়াৰ পৰা তিনি বছৰৰ আগৰ বছৰত।

আৰু বাৰ্ (ক্রি. বি.) পুনৰ্বাৰ।

আৰুবেলি (সৰ্ব.) যোৱা বছৰ। (ক্রি. বি.) যোৱা বছৰত।

আৰু বেলিলৈ (সৰ্ব্ব.) অহা বছৰত।

আৰৈ (স. শ.) নিসিজোৱাকৈ বদত শুকোৱা ধানৰ চাউল।

আৰৈমুৰীয়া (বি) ভালকৈ নিসিজা ধানৰপৰা কৰা।

আৰৈয়া (বি) আৰৈ চাউলৰ দৰে শুকান।

আৰোগ্য (গু. শ.) নিৰোগী অৱস্থা, সুস্থতা। [কৰ্; চিলাকৈ বান্ধ্।

আৰোপ্ (স. ধা.) লগাই দি, স্থাপন

আৰোপ্ } (স. শ.) লগাই দিয়া
আৰোপণ্ }
বা স্থাপন-কৰা কাৰ্য্য।

আৰোৱাম্ (স. শ.) ৰজা-মন্ত্ৰী-আদিক খাৰ দিয়া ছত্ৰ।

আৰোহ্ (স. ধা.) উঠ্, আৰোহণ কৰ্

আৰোহণ্ (কৃদ. স.) ওপৰলৈ উঠন।

আৰ্চী (স. শ. মুখ-চোৱা দাপণ।

আৰ্জ্ (স. ধা.) উপাৰ্জ্জন কৰ্, ঘট্; খেতি কৰ্। (কৃদ. স.) আৰ্জ্জোতা (স্ত্ৰী) আৰ্জ্জতী।

আৰ্জ্জন্ (কৃদ. স.) উপাৰ্জ্জন, ঘটন। (স. শ.) ঘটা বস্তু। [আৰ্হি।

আৰ্জ্জা (স. শ.) গঢ়, আকৃতি, ঠগ;

আৰ্জ্জিত (বি) অৰ্জ্জা,ঘটা উৎপন্ন কৰা।

আৰ্ত্ত বি)পীড়িত, দুখ-পোৱা, বিবুদ্ধি।

আৰ্ত্তনাদ্ (স. শ.) দুখত, কেঁকাবত বা ভয়ত কৰা চিঞৰ।

আৰ্দ্ৰ (বি) সেমেকা, তিতা।

আৰ্দ্ৰতা (গু. শ.) অলপকৈ তিতা বা সেমেকা অৱস্থা।

আৰ্দ্ৰা (স. শ.) ছয় সংখ্যাৰ নক্ষত্ৰ।

আৰ্হি (স শ) আদৰ্শ. আৰ্জ্জা, চানেকি; শুভাশুভ চাবলৈ প্ৰথমে ছপা কাকত।

আল (স. শ.) চৰাটৰ ঠেঙৰ কাঁইট; খুঁটাৰ ওপৰৰ জোৰাকৈ কটা ভাগ, জোৰা আগ।

আলগ্ (বি) বেলেগ, পৃথক। (স শ.) আঁতৰ, নিলগ। [এৰি যোৱা

আলগতীয়া (বি) বেলেগতীয়া, লগ

আলগা (বি) নলগা, আৱদ্ধ নথকা. সম্পৰ্ক নথকা। (স. ধা) বেলেগ কৰ্, পৃথক কৰ্।

আলগে (ক্ৰি. বি.) বেলেগে; একে লগে থকা আনবিলাক বস্তু নোছোৱাকৈ।

আলচ্ (স. ধ) পৰামৰ্শ কৰ্, লোকৰ মত সোধ্, মন্ত্ৰণাকৰ্। (স. শ.) উপদেশ, মন্ত্ৰণা।

আলতা (স. শ.) লাৰ যজা ৰস।

আলতীয়া (বি) অলপ আঠাযুক্ত (মাটি)

আলনি (বি) আক্ৰোধ্, সকলো ভাগ সমান নোহোৱা; অশুদ্ধনি (স্ত্ৰী) আলনী।

আলম্ (স. শ.) আশ্ৰয়, বন্ধন; বেলে.

তাৰৰ আলমত থাকিলে ভয় নেথাকে ; ৰক্ষক।

আলম্বিলম্ (স. শ.) বিলম্ব, পলম।

আলৰ্ (বি) বুঢ়া বয়সৰ কাৰণে লৰি চৰি ফুৰিব নোৱাৰা। (স্ত্রী) আলৰী।

আলৰ্ণী (স. শ.) পেট-কামোৰা ভূতুনী

আলহুৱা (বি) বৰ সুখত উঠা, অতি সুখীয়া, (লৰা বা ছোৱালী)।

*আলস্য (স. শ.) এলাহ, বনলৈ অনিচ্ছা, সৰপালি।

আলহী (স. শ.) অতিথি, অলপ দিনৰ নিমিত্তে লোকৰ ঘৰত বাস-কৰা বাটৰুৱা।

আলাই আথানী (বি) সামৰি নথৈ নষ্ট কৰা ; আশ্ৰয়হীন, থাকিবৰ ঠাই নথকা।

আলাগতীয়া (বি) নলগা, অকামিলা।

আলান্ (স শ.) কাপত বা ভিজিত আৰি দিয়া দৰৱ (কাম)।

আলাকু, } (স. শ.) বাব চালত
আলাম্ন } ওলমি থকা ধোৱাঁৰ মল।

আলাফুৰা(বি)আলাম্নু বা ধোৱাঁ লগা।

আলাপ (স. শ.) কথোপকথন।

আলাপী (বি) কথাৰ দ্বাৰা লোকেৰে মিলিব পৰা, হৰিল-গৰিল কৰি কথা কোৱা। [অপাত্ৰ ; অওৰনি।

আলাবাহু (বি) কামৰ অযোগ্য,

আলাসৰ্ লাক (স. শ.)* অতি মৰমৰ লোক, অতি মৰমেৰে ৰখা বস্তু।

আলাহ্ (স. শ.) আলস্য কামলৈ অনিচ্ছা। [ওৰকৈ বন্ধা বাট।

আলি (স.শ.)পথাৰত পানী-ৰখা চাপ ;

আলিঙ্গন্ (স. শ.) চেনেহেৰে সাৱটি ধৰণ।

আলিম্পন্ (স. শ) ভাজিবলৈ লোৱা বস্তুৰ ওপৰত লেপা বটন ; মাহৰ আঙ্গাত দিয়া পাচলি।

আলু (স. শ.) মানুহে খোৱা অনেক বিধ মূল ; দাঁতৰ গুৰি ; গছৰ ঘাই শিপা।

আলেখ্লেখ্ (স. শ.) কোনো কাৰ্য্য কৰিবলৈ গোপনে বিচৰা ছল।

আলেজে (ক্রি. বি.) ধীৰতৰৰণৰা, ওচৰ নচপাকৈ গোপনে।

আলেজালে (ক্রি. বি) এলাহত।

আলৈবিলৈ (স. শ.) দুৰৱস্থা, দুখ, কষ্ট

আলোচনা (স. শ.) বিবেচনা, আলচ ; অভ্যাস। [তোলা।

আপোংলোৱা (বি) আলহুৱা, চেনেহেৰে

আল্পিভা (স. শ.) তালুৰ পৰা তললৈ ওলমি থকা কোঁৱা ছাল।

আল্ধৰা (স. শ.) গোসাঁইৰ বা ভক্তৰ পৰিচাৰক। [ৰাজি।

আল্পৈচান্ (স. শ.) পৰিচৰ্য্যা, লগু-

আল্ফুলীয়া (বি) বৰ কোমল, টানকৈ ধৰিলেই ভগা।

আলুমুলকৈ (ক্রি. বি.) ঢিলাকৈ, হেঁচা বা টেপা নমৰাকৈ।

আৱশ্যক (স. শ.) প্ৰয়োজন, সকাম। (বি) প্ৰয়োজনীয়, উচিত,আৱশ্যক থকা। ( শব্দৰ পাচত নিযোজ্য ) যেনে, সেই কাম-কৰা আৱশ্যক।

আৱশ্যকীয় (বি) প্ৰয়োজনীয়, লাগতিয়াল ; যেনে, আৱশ্যকীয় বস্তু।

আশ্ (স. শ.) আশা, আশয়, মনৰ ভাব ;দুৰ্ব্বল যেন দেখি হিংসিবলৈ কৰা সাহ ; যেনে, তোমাৰ হয় ধন-প্ৰাণ, শত্ৰুৰেও পায় আশ।

আশকত্ (বি) দুৰ্ব্বল, ক্ষীণ।

আশলাগি "অশলাগি" চোৱা।

আশঙ্কা (স. শ.) সংশয়, সন্দেহ, খঠাৰৰ ; ভয়।

আশয় (স. শ.) মন, চিত্ত, মনৰ ভাব

আশৰাধী (স. শ.) অপৰাধী। [বাক্য।

আশা (স. শ.) সিদ্ধিৰ আগন্তুক কোন্

আশাধাৰী (বি) আশাত বদ্ধ, আশা এৰিব নোৱৰা। [আশা।

আশাপাশ (স. শ.) এৰিব নোৱৰা।

আশাওধীয়া (বি) উদাৰ চিত্তযুক্ত, অকপটীয়া।

আশী (সং) চাৰি কুৰি।

আশীৰ্বাদ ( স. শ. ) লোকৰ মঙ্গলকামনা।

আশ্চৰ্য্য (বি) আচৰিত, অদ্ভুত।

আশ্ৰম্ (স. শ.) তপসী বা সন্ন্যাসী থকা ঠাই। [ঠাই ; ৰক্ষণ।

আশ্ৰয় (স. শ.) সহায়, ৰক্ষক, ৰক্ষাৰ

আশ্ৰিত (বি) আশ্ৰয়-লোৱা, শৰণাপন্ন, অধীন। (স. শ.) আশ্ৰয় লৈ থকা মানুহ, অধীন।

আশ্বাস্ (স. শ.) সান্ত্বনা, লোকে দিয়া ভাৰসা।

আশ্বিন্ (স. শ.) ষষ্ঠ মাহ, আহিন

আষলশলাই (স. শ.) ঢেঁকী-কৈতৰাৰ মাজে সুমোৱা মাৰি। [মাহ।

আষাঢ় (স. শ.) তৃতীয় মাহ, আহাৰ।

আষাৰ্ (স. শ.) এটা শব্দ।

আষি (স. শ.) কলাৰ এক্কা বা থোপা।

আষিয়া ( স. ধা. ) আষাজোৰ কাটি যেলেগা।

আস্ "আঃ" চোৱা।

আসক্ত (বি) ৰত, বৰকৈ মন-লগোৱা।

আসক্তি (স. শ.) ৰতি, প্ৰবল ইচ্ছা।

আসন্ (স. শ.) চাৰি-পীৰা আদি বহাবস্তু।

আসাম্ ( স. শ. ) অসম, এখান দেশৰ নাম, সোমাৰ পীঠ, কামৰূপ ১

আয়ুৰ্ব-মতীয়া (বি) বৈদ্য-শাস্ত্ৰৰ নিৰূপিত নোহোৱা ; বৈদ্য-শাস্ত্ৰ নজনাকৈ বেজালি কৰা।

আসৈ কৰ্ }<br>আসৈ যাত } অঙ্গীকাৰ কৰ্।

আসোঁৱাহ্ (স. শ) আপত্তি ; কাৰ্য্যত বাধা, বিঘিনি। [নোহোৱা।
আসোৱাদ্ (বি) বিসোৱাদ, সোৱাদ।
আস্তৰ্ (স. শ.) কোনো কাপোৰৰ ভিতৰ ফালে লগোৱা কাপোৰ ; আৰ্চীৰ পিঠিত দিয়া মহা বস ; বালি-চুণৰ লেপ। [ৰাপ।
আস্তিক্ (স. শ.) আদৰ, চেনেহ ;
আস্ফাল্ (স. শ.) আঘাত, আছাৰ, খুন্দা ; তৰ্জ্জন-গৰ্জ্জন, বীৰত্ব বা মহত্তালি-দেখোৱা কাৰ্য্য।
আস্বাদ্ (স. শ.) স্বাদ, বস, সোৱাদ।
আস্বাদন্ (স. শ.) সোৱাদ লোৱা বা চাকি চোৱা কাৰ্য্য। [চাপ্।
আহ্ (অ. ধা.) আগমন কৰ্, ওচৰ
আহত্ (বি) ঘা-লগা, আঘাতৰ দ্বাৰা দুখ-পোৱা। [মানুহ।
আহৰ (স. শ.) অসম-বজাৰ কুলৰ
আহৰণ্ (স. শ.) গ্ৰহণ, গোটাই অনা কাৰ্য্য। [প্ৰশংসা-কৰা মাত।
আহা (অব্য) আনন্দ বুজোৱা বা
আহাৰ্ (স. শ.) খাদ্য, খোৱা বস্তু ; ভোজন ; তৃতীয় মাহ।
আহাৰ্‌মহীয়া (বি) আহাৰ মাহৰ (ক্রি. বি.) আহাৰ-মাহত।
আহাৰুৱা, (বি) আহাৰ-মাহত হোৱা।
আহাৰুৱা-পোক (স. শ.) সোঁৱাহী-পৰুৱা।
আহাৰ্-ব্যৱহাৰ্ (স. শ) খোৱা খুই।
আহিন্ (স শ.) আশ্বিন, ষষ্ঠ মাহ।
আহিন্-মহীয়া (বি) আহিন-মাহৰ। (ক্রি. বি) আহিন-মাহত।
আহিলা (স. শ. বৃত্তৰ সঁজুলি, বণৰ অস্ত্ৰ আৰু খাব-বস্তু আদি।
আহু (স. শ.) এবিধ ধান।
আহুকাল্ (স. শ.) আপদ্, কষ্ট ; কষ্ট-জন্মোৱা বস্তু।
আহুতি (স. শ.) ভিৰোতা বা মতাক বশ-কৰা দৰব।
আহুনীয়া (বি) কেৰ-মেলা, বহিবৰ উপযুক্ত, আসনৰ নিচিনা, (গছৰ ডাল।)
আহোন্ (স. শ) হাতীৰ গলধনত মাউত বহা ঠাই ; কেৰমেলী বহিবৰ উপযুক্ত হোৱা ঠাল ; নাৱত গুবিয়াল বহা ঠাই।
আহোম্ বগৰি (স. শ.) এবিধ বগৰি পাকিলে কলা পৰে। ১
আহ্নিক্ (স.শ.) নিতৌ কৰা ধৰ্মকৃত্য। (বি) নিতৌ হোৱা।
আহ্বান্ (স. শ.) নিমন্ত্ৰণ, মতা কাৰ্য্য।
আহ্লাদ্ (স. শ.) আনন্দ, বং।
আহ্লাদিত্ (বি) আনন্দিত, বং-পোৱা।
আক্ষেপ্ (স. শ.) অসন্তোষ, বেজাৰ।

—

# ই।

ই, (সৰ্ব্ব) এইটো মানুহ, জন্তু বা বস্তু।

ইংৰাজ্ (স. শ.) ইংলণ্ডৰ মানুহ।

ইংৰাজী (বি) ইংৰাজৰ, বিলাতী। (স. শ.) ইংৰাজৰ ভাষা।

ইঃ (অব্য) দুখ,বেজাৰ বা আশ্চৰ্য্য ভাব বুজোৱা মাত।

ইকটুসিকটু, ইকটাসিকটা (স. শ.) বেয়া গোন্ধাদ বা গন্ধ পাই মুখ বিকটোৱা কাৰ্য্য।

ইকৰা (স. শ.) ঘৰৰ বাৰ দিয়া, এবিধ তৃণ।

ইকাতি-সিকাতি ( ক্রি. বি.) এফালৰ পৰা আন ফালে কাতি। ইফালৰ পৰা সি ফাল।

ইকাৰ্ (স. শ.) "ই" আখৰ, যাইকৈ, ি

ইঙ্গিত্ (স. শ.) চিন্নাৰ, ঠাৰ, কথা-বুজোৱা সঙ্কেত। [মাত।

ইচ্ (অব্য) ইতিকিং বা উপলজ্জা কৰা

ইচ্ছা (স. শ.) বাঞ্ছা, কামনা।

ইচ্ছুক (বি) ইচ্ছা-কৰা।

ইটা ( স. শ. ) ঘৰ-আদি সজা, পোৰা মাটিৰ চপৰা।

ইটাখলি (স. শ.) ইটা সজা ঠাই।

ইটা-গুড়ি (স. শ.) ইটাৰ গুড়া; তাৰ নিচিনা বৰণেৰে এবিধ মাছ-খোৱা চৰাই।

ইটা-গুড়ীয়া (বি) ৰঙচীয়া।

ইতৰ্ (বি) সামান্য, নীচ।

ইতি (স. শ.) অন্ত, শেষ, সমাপ্তি।

ইতিপূৰ্ব্বে (ক্রি. বি.) ইয়াৰ আগেয়ে।

ইতিকিং (স. শ.) পৰিহাস, তুচ্ছকৰণ, উলাই।

ইতিমধ্যে (ক্রি. বি.) সেই সময়তে, এই কথা হৈ থাকোঁতেই।

ইতিহাস্ (স. শ.) পুৰণি কথা, বুৰঞ্জী।

ইত্যাদি (বি) এই বিলাকক আদি কৰি। [(সৰ্ব্ব) এই কাল।

ইদানীং (ক্রি. বি.) এই কালত।

ইন্দ্ৰ (স. শ.) দেৱতাবিলাকৰ ৰজা।

ইন্দ্ৰজাল্ (স. শ.) ভেলেকী, এটা বস্তুক আন এটা যেন দেখোৱা বিদ্যা।

ইন্দ্ৰজিত্ (স. শ.) গাত ফুলেৰে এবিধ ডাঙৰ সাপ।

ইন্দ্ৰপুৰি, ইন্দ্ৰলোক্ (স.শ.) ইন্দ্ৰৰ নগৰ, স্বৰ্গ।

ইন্দ্ৰবংশী (বি) ইন্দ্ৰৰপৰা জাত।

ইন্দ্ৰমালতী (স. শ.) এবিধ ফুল।

ইন্দ্ৰাণী (স. শ.) ইন্দ্ৰৰ ভাৰ্য্যা, শচী।

ইন্দ্ৰিয় (স. শ.) গাৰ যিবিলাক ভাগৰ দাৰা বোধ জন্মে বা মানুহে কাম কৰে সেই বোৰৰ প্ৰত্যেকটো এটা ইন্দ্ৰিয়। [ইন্দ্ৰিয়ৰ সন্তোষ।

ইন্দ্ৰিয়-সুখ (স. শ.) চকু-জিভা-আদি

ইপৰীয়া (বি) নৈৰ এই পাৰত থকা।

ইপাৰে (ক্রি. বি.) নৈৰ এই পাৰত।

ইফলীয়া (বি) এই ফালৰ, এই পক্ষৰ।

ইফাল্‌সিফাল (বি) অন্যথা, লৰচৰ, যেনে, কোৱা কথা ইফাল-সিফাল নকৰিবা; একালৰ পৰা আন কাললৈ ঘূৰোৱা : যেনে,লাজ পাই মুখ ইফাল-সিফাল কৰে। (স. শ) এক ঠাই বা আন ঠাই, এই ফাল বা সেই ফাল।

ইবাই, (ক্রি, বি) ইবাৰ, এইবাৰ, (মৌখিক)। [(পদ্যত)।

ইভিতি (ক্রি. বি.) ইফালে, এই পোনে

ইমান্ (সর্ব্ব) এই পৰিমাণৰ।

ইমানকৈ (ক্রি. বি.) এই পৰিমাণে, ইমান অধিককৈ। [কৰা কাৰ্য্য

ইমুখ-সিমুখ্ (স. শ.) মুখ ইফালসিফাল

ইলীহ্ } (স. শ.) এবিধ মাছ।
ইলীহি্

ইলুটি (স. শ.) ইফাল, ই পিঠি।

ইষ্ট (স. শ.) বন্ধু, হিত লোক। (বি) হিত, প্রিয়।

ইষ্ট-গুৰু (স. শ.) নিজক শৰণ-দিয়া গুৰু

ইষ্টতা (স. শ.) বন্ধুতা।

ইষ্ট-দেৱতা (স. শ.) আপুনি উপাসনা-কৰা দেৱতা।

ইষ্টাৰিক্ (স. শ) বন্ধুতা, মিল প্রীতি।

ইস্ (অব্য.) দুখ বা আচৰিত ভাব-বুজোৱা মাত।

ইহকাল্ (স. শ.) এই কাল, এই জন্ম।

ইহলোক্ (স. শ.) এই জগত, এই জীৱন।

## ঈ।

ঈকাৰ্ (স. শ.) 'ঈ' আখৰ, যাইক তাৰ চিন। [কোৱা যেকাৰ।

ঈর্ষা (স. শ.) খিয়াল, পৰৰ ভাল দেখি

ঈর্ষালু (বি) খিয়লীয়া।

ঈশান্ (স. শ.) শিব। ঈশানী দুর্গা।

ঈশান কোণ্ (স শ.) পূব আৰু উত্তৰৰ মাজ। [দেৱতা।

ঈশ } (স. শ.) গৰাকী, প্রভু, অধি-
ঈশ্বৰ } কাৰ, সৃষ্টি-কৰোঁতা যাই।

ঈস্ } (অব্য) ভুচ্ছ ভাব-প্রকাশ-কৰা
ঈহ্ } মাত। [ভিলা মাৰি।

ঈহ } (স. শ) নাঙল আৰু
ঈচ্ মাৰি } যুৱলিক লগ-লগোৱা

## উ।

উই (স. শ.) কাঠ বাঁহ আদি নষ্ট কৰা এবিধ বগা পোক। [বাহ।

উইকর্কৰা (স. শ.) উই থকা, মাটিৰ

উইচিলা } (স. শ.) উঁইয়ে তোলা
উঁইহাকলু } মাটিৰ দম বা দল।

উবৈ (স. শ.) দেৱদাৰু, এবিধ সুগন্ধি কাঠৰ গছ।

উকচ্কচ্ (স.শ.) লৰালৰি, খৰখেদা।

(বি) গলম সহিব নোৱৰা, তত-
তৈয়া-কৰা।
উকইপাকই (স. শ.) বাঁতি আহিবৰ সময়ত নাতীয়ে লোৱা পাক, আদোৰপাকোৰ।
উকল্ (অ. ধা.) গণনাত কোনো এক সংখ্যা পূৰ হৈ বাঢ়ি থাক; বয়সৰ কোনো এক সংখ্যা পাৰ হ।
উকহ্ (স. শ.) এবিধ হিংসক চৰাই।
উকা (অ. ধা.) কিছু দিন গুচি থাকি আকৌ হ, উগ দি। (বি) ফুল নথকা, অনেক ৰবণেৰে শোভিত ন-কৰা। [ভাব চিন্।
উকাৰ্ (স. শ.) 'উ' আখৰ, যাহকৈ
উকি (স. শ.) বিং, দূৰৈত থকা মানুহক মতা শব্দ। [বিজিয়া।
উকিয়া (স. ধা.) বিজিয়াই মাত,
উকুৱা (স. শ.) তবিৰ তলুৱাত তৰ দি বহা কাৰ্য্য। ১
উকুলিয়া (স. ধা.) মুখৰ পৰা উলিয়াই পেলা।
উক্ত (বি) কথিত, কোৱা।
উক্তি (স. শ.) কথা, বাক্য।
উকমুকনি (স. শ.) যাৰত উশাহ্ বন্ধ হোৱা যেন বোধ।
উকমুকা (অ. ধা.) যাৰত উশাহ্ বন্ধ হোৱা যেন বোধ হৈ দুখ পা।
উকমুকি "উকমুকনি" চোৱা।
উকমুকীয়া (স. শ.) টোপনিত ভয়, বা বুকুত হেঁচি থৰা যেন বোধ হৈ তালকৈ ফুকুটা মাতেৰে মৰা চিঞৰ। তাক ভূত বুলি ভবা যায়।
উখনাউখনি (স. শ.) বাচ্যাবাচি, কথাৰ বিবাদ।
উখৰা (বি) খবাং, সাৰ নথকা।
উখলী (স. শ.) ধান-বনা খুবলি; উৰাল।
উখলমাখল্ (স. শ.) খৰখেদা কৰাত হোৱা হুলস্থুল।
উখহ্ (অ. ধা.) বেদনাত মঙহ ওখ হ, বিষত ওকন্। [অৱস্থা।
উখহনি (স. শ.) ফীততা, উখহা
উখামুখা (বি) নেচাই নিচিন্তি কাম-কৰা, উতনুৱা; তালকৈ গমি চাই ঠিক নকৰা। [দুৰ্গন্ধি হ।
উখুম্ (অ. ধ.) গাপ লাগি বা ভেঁকুৰি
উখুৱা (বি) সিজোৱা ধানৰপৰা কৰা। (স. শ.) সিজোৱা ধানৰপৰা কৰা চাউল। [বৃদ্ধি।
উগ্ (স. শ.) খাদ্য হৈথকা যোগৰ
উগাৰ্ (স. শ.) পেটৰপৰা মুখে দি ওলোৱা বায়ু। (অ.ধা.) পেটৰপৰা মুখে দি বায়ু উলিয়া। (স. ধা.) পেটত থকা পুৰণি কথা প্ৰকাশ কৰ্।
উগুলথুগুল্ (স. শ.) মনৰ উদ্বেগ

বা অস্থিৰতা, চিন্তা। (বি) উদ্বিগ্ন, চিন্তিত।

উগ্ৰ (বি) চোকা; জ্বলা; তপত; ভয়ানক; নিষ্ঠুৰ; খঙাল; প্ৰবল, বলৱন্ত।

উগ্ৰতা (গু. শ.) উগ্ৰগুণ, প্ৰবলতা।

উঘ্ (স. শ,) বেকোঁৱাৰ পৰা পোন, থিয়, (যন্ত্ৰত খাটে); গাড়ীৰ চকৰিৰ পখালি কাঠ। ১

উঘা (স. শ.) সূতা-মেৰোৱা এবিধ সঁজুলি। (স. ধা.) উঘাত মেৰা।

উঘাল্ 'উভাল্' চোৱা।

উচট্ (অ. ধা.) উৎসাহী হ, কোনো কাৰ্য্যলৈ ইচ্ছুক হ; উচ্চ প্ৰশংসাৰ দ্বাৰা ওফন্দি পৰ্।

উচটনি (স. শ.) উচটোৱা বা উৎসাহ-দিয়া কাৰ্য্য; মিছা প্ৰশংসা।

উচটা (স. শ.) কোনো কাৰ্য্যলৈ উৎসাহ দি, লগাই দি; মিছা প্ৰশংসাৰ দ্বাৰা ওফন্দা।

উচৰ্গ্ (স. শ.) উৎসৰ্গ। (স. ধা.) মন্ত্ৰ মাতি দান কৰ্।

উচটোৱা (বি) কোনো কাম কৰিবলৈ উৎসাহ দিয়া লোক, কোনো কৰ্মৰ নিমিত্তে আগবঢ়াই দিওঁতা।

উচল্ (বি) সমূলি আদায়; শেষ, অন্ত।

উচল্পাচল্ (বি) আনন্দত অস্থিৰ, বৰ আনন্দিত।

উজ্জট (স. শ.) হঠাৎ খং কৰি থিয় হোৱা কাৰ্য্য।

উচাপ্ (স. শ.) অকস্মাত ভয় পাই মৰা গাৰ জোকাৰ।

উচাৰ্ (স. ধা.) উচ্চাৰণ কৰ্, মাত্।

উচাল্ (স. ধা.) অলপ ওপৰলৈ তোল্, দাং। (স. শ.) অলপ ওপৰলৈ তোলা বা দঙা কাৰ্য্য।

উচিত্ (বি) যুগুত, ন্যায়; উপযুক্ত, যেনে, উচিত মূল্য।

উচুটীয়া (বি) উচটোৱা বা মিছা প্ৰশংসা-কৰা।

উচুপ্ (অ. ধা) ফেঁকুৰি কান্দ্।

উচ্ৱা (স. শ.) কুমটিৰ নিচিনা এবিধ মাটি খনা পোক।

উচ্চ (বি) ওখ। (স. শ) ওখ ঠাই।

উচ্চতা (গু. শ.) ওখ হোৱা অৱস্থা।

উচ্চাৰ্ (স. ধা.) মাত্, শব্দ কৰ্।

উচ্চাৰণ্ (স. শ.) শব্দ-কৰণ, মাতন।

উচ্চাৰিত্ (বি) উচ্চাৰণ-কৰা, মতা।

উচ্চৈস্বৰে (ক্ৰি. বি.) আটাহ পাৰি, চিঞৰি।

উচ্ছন্ন (বি) নষ্ট, নিৰ্মূল, উজাৰ।

উচ্ছিষ্ট (স. শ.) খাই এৰা বস্তু, চুৱা।

উচ্ছৃঙ্খল্ (বি) উদ্ধত, কাৰো হাক নুশুনা, ভেও-পৰা; চঞ্চল, পাতল।

উচ্ছেদ্ (স. শ.) ধ্বংস, বিনাশ।

উচ্‌পিচ্‌ } (স. শ.) উণ্ডলথুণ্ডল,
উচ্‌পিচনি } ব্যগ্রতা।

উচ্‌পিচা (অ. ধা.) উণ্ডলথুণ্ডল কৰ, অস্থিৰ হ।

উজুটি (স.শ.) খোজ কাঢোঁতে ভৰিৰ আগত লগা খুন্দা। [পুব ভাগ।

উজনি (স. শ.) নৈৰ ওপৰ-ফাল, দেশৰ

উজটি (স.শ.) ভৰিৰ অলঙ্কাৰ বিশেষ।১।

উজনি-মুৱা (বি) দেশৰ পুব, বা নৈৰ ওপৰৰ ফাললৈ সমুখ হৈ থকা।

উজনীয়া (বি) উজনি দেশৰ; নৈৰ ওপৰলৈ যোৱা; বাঢ়নী পানীৰ লগত জাক পাতি ওলাই অহা (মাছ)।

উজৰ্‌ (অ. ধা.) উজাৰ খা, ভয় পাই, জাক ভাঙি দিহাদিহি যা। (গৰু-মহত খাটে।)

উজলা (বি) ওপৰলৈ উঠি ওঁঠৰ বাজ হৈ থকা, (দাঁতত-খাটে)।

উজলা-দঁতা (বি) দঁতুৱা, উজলা দাঁত-যুক্ত। (স্ত্ৰী) উজলা দাঁতী।

উজা (অ. ধা.) নৈৰ বা দেশৰ ওপৰৰ কাললৈ যা; শিতানৰ ফাললৈ মুৰ আগ বঢ়া; বাঢ়নী পানীৰ লগত জাক পাতি ওলাই আহ্‌, (মাছত খাটে)।

উজাগৰ্‌ (বি) সাৰে থকা, নোশোৱা। (স. শ.) সাৰে থকা কাৰ্য্য।

উজাগৰে, (ক্ৰি. বি.) সাৰে, নোশো-ৱাকৈ।

উজান্‌ (স. শ.) বাঢ়নী পানীৰ লগত ওলাই অহা মাছৰ জাক।

উজাৰ্‌ (স. শ.) এজাক জন্তুৱে চক খাই দিহাদিহি দিয়া লৰ। (বি) উচ্ছন্ন, ধ্বংসিত। (স. ধা.) খুঁচৰি দি; গুপ্তকথা বাহিৰ কৰ্‌।

উজু (বি.) ঢিলা, অনায়াসে কৰিব বা বুজিব পৰা।

উজুটি "উজটি" চোৱাঁ।

উজ্জ্বল্‌ } (বি) পোহৰ-পোৱা,প্ৰকা
উজ্জ্বলিত্‌ } শিত; দীপ্তিমন্ত।

উজ্জ্বলতা (গু. শ.) উজ্জ্বল গুণ, কান্তি।

উটৄ (স. শ.) দীঘল-ডিঙীয়া, পিঠিত কুঁজ থকা এবিধ জন্তু। (অ. ধা.) ওপঙি যা, পানীৰ ওপৰত গতি কৰ্‌।

উটনীয়া (বি) উটি অহা।

উটাপুটা } (স. শ.) জোঁটাপোটা,টনা-
উটাপুটি } টনি।

উঠ্‌ (অ. ধা.) গা দাং, থিয় হ; ওপ-ৰলৈ গতি কৰ্‌; আৰোহণ কৰ্‌।

উঠন্‌া (বি) অলপ ওখ। (স. ধা.) ওখ কৰ; কথাৰে ডাঙৰ কৰ্‌, মিছা প্ৰশংসা কৰ্‌। অলপ ওখ হোৱা।

উঠন্ (স. শ.) উঠা কাৰ্য্য, আৰোহণ।

উড়্ 'উৰ' চোৱা। উড়ন্ 'উৰণ্' চোৱা। উড়নীয়া,'উৰণীয়া' চোৱা। উড়ীদল্, 'উৰি-দল্' চোৱা।

উতলা (স. ধা.) লোকৰ অনিষ্ট কৰিবলৈ মন বঢ়াই দি, উতলা।

উতমুৰা (স. শ.) এবিধ এন্দুৰ জাতিৰ জন্তু। (বি) উচ্ছৃঙ্খল, বিবেচনা নকৰি কাম-কৰা, ভেওপৰা।

উতৰ্ 'উত্তৰ' চোৱা।

উতৰাউতৰি (স. শ.) বাদানুবাদ, বাচ্যাবাচ্যি।

উতল্ (অ. ধা.) তাপ পাই ওফন্দি উঠ্। (স. শ.) উতলা অবস্থা।

উতলা (স. ধা.) তাপ দি ওফন্দা, ৰবকৈ তপতা; উচটা, কোনো কাৰ্য্য কৰিবলৈ পৰামৰ্শ দি। (বি) ব্যগ্র, পলম, সহিব নোৱৰা।

উৎকট (বি) উগ্র, প্রবল, টান।

উৎকণ্ঠা (স. শ.) উগুলথুগুল, চিন্তা, ভাবনা।

উৎকণ্ঠিত্ (বি) চিন্তিত, ভাবিত।

উৎকোল্ (স. শ.) ওপৰলৈ মুখ কৰি শোৱা লোক।

উৎকোলকৈ (ক্রি. বি) ওপৰলৈ মুখ কৰি শুবলৈ।

উৎকৃষ্ট (বি) উত্তম, শ্রেষ্ঠ।

উৎকৃষ্টতা (স. শ.) শ্রেষ্ঠতা।

উৎখাত্ (বি) উচ্ছন্ন, উবাৰ, উজাৰ।

উত্তম্ (বি) ভাল, শ্রেষ্ঠ।

উত্তৰ্ (স. শ.) প্রতিবচন, এজনে কথা কোৱাত আন জনে ঘূৰাই কোৱা কথা; দক্ষিণৰ সন্মুখৰ দিশ। [গৰাকী।

উত্তৰাধিকাৰী (স. শ.) মৃতকৰ বস্তুৰ

উত্তৰষাঢ়া (স. শ.) একৈশ সংখ্যক নক্ষত্র। ১

উত্তৰ্ফাল্গুনী (স. শ.) বাৰ সংখ্যক নক্ষত্র। ১ [নক্ষত্র। ১

উত্তৰ্ভাদ্রপদ্ (স. শ.) ছাবিশ সংখ্যক

উত্তৰায়ণ্ (স. শ.) সূৰ্য্য উত্তৰ ফালে গতি কৰা কাল।

উত্তৰীয়া (বি) উত্তৰৰ পৰা অহা (বতাহ)

উত্তৰে (ক্রি. বি.) উত্তৰ ফালে।

উত্তাপ্ (স. শ.) তাপ, তপত গুণ।

উত্তাৰল্ (বি) অস্থিৰ, চঞ্চল, ধৰিব নোৱৰা, ভেওপৰা, বৰ ব্যগ্র।

উত্থাপন্ / উত্থাপনা (স. শ.) প্রস্তাব, উক্তি।

উত্থাপিত্ (বি) প্রস্তাব-কৰা, প্রস্তাবিত, কোৱা।

উৎনিদ্রা (স. শ.) তুচ্ছজ্ঞান, অবহেলা।

উৎপতীয়া (বি) অভত-বুজোৱা।

উৎপত্তি (স. শ.) জন্ম, উদ্ভৱ, হওন।

উৎপন্ন্ (স. শ.) উৎপন্ন, লাভ।

উৎপন্ন (বি) ওপজা, হোৱা। (স. শ.) লাভ, আৰ্জন।

উৎপল্ (স. শ.) ভেঁটফুল।

উৎপাত্ (স. শ.) অদ্ভুত, আগলৈ অমঙ্গল হবৰ চিন।

উৎপাদক্ (বি) উৎপন্ন কৰা।

উৎপাদন্ (স. শ.) উৎপন্ন কৰা কাৰ্য্য, জন্ম-দিয়ন। [দিয়া।

উৎপাদিত্ (বি) উৎপন্ন কৰা, জন্ম-

উৎপাৰ্ (স. ধা.) খানি তলৰ মাটি ওপৰ কৰ্; উৎচ্ছন্ন কৰ্, নিৰ্ম্মূল কৰ্, উবাৰ্।

উৎসৰ্গ (স. শ.) মন্ত্ৰ মাতি দেৱতা বা ব্ৰাহ্মণক কৰা দান; সমৰ্পণ।

উৎসব্ (স. শ.) আনন্দ হোৱা কাম, অনেকে গোট খাই ভোজন-পান কৰি কৰা আমোদ।

উৎসাহ্ (স. শ.) কাম কৰিবলৈ বেগেৰে কৰা ইচ্ছা, কামলৈ বেগেৰে আগ-বঢ়া কাৰ্য্য।

উৎসাহী (বি) উৎসাহ যুক্ত।

উথপ্থপ্ (স. শ.) লবালবি, খৰখেদা।

উথাল্ (স. শ.) তাপ পাই বা উতলি ওপৰলৈ উঠন।

উথতীয়া (বি) প্ৰথম বাৰৰ দাঁতেৰেই থকা, দাঁত নভঙা, (গৰু-মহ)।

উদ্ (স. শ.) এবিধ মাছ-খোৱা জন্তু।

উদগা (স. ধা.) উৎসাহ দি, উচটা।

উদং (বি) মুকলি, ঢাকন নথকা; আবদ্ধ নোহোৱা; শূন্য, শুদা।

উদংমূৰীয়া (বি) উদা-মূৰীয়া, মূৰত একো নথকা; ওপৰণি নথকা, স্বাধীন।

উদজীয়া (বি) বথীয়া নোহোৱাকৈ মেলি দিয়া (গৰু আদি) বথীয়া বা গৰাকী নথকা।

উদণ্ড (বি) দণ্ড বা বাধা-কৰোঁতা নথকা; বাধা নমনা, আপোন ইচ্ছাৰে চলা। [শ্বাস।

উদফাই (স. শ.) এবিধ কফ-ৰোগ,

উদয়্ (স. শ.) ওপৰলৈ উঠা, ওলোৱা (চন্দ্ৰ-সূৰ্য্যত খাটে) (স. শ.) চন্দ্ৰ-সূৰ্য্য ওলোৱা কাৰ্য্য; আগমন।

উদয়্গিৰি (স. শ.) সূৰ্য্য উদয় হোৱা এই কাল্পনিক পৰ্ব্বত।

উদৰ্ (স. শ.) পেট।

উদৰ্পৰায়ণ্(বি)উদৰপূজা-কৰা,পেট-পোহা। (স. শ.) পেট পোহোঁতা।

উদৰ্পৰায়ণতা (স.শ.) উদৰপৰায়ণৰ গুণ বা স্বভাব।

উদাত্ (স. শ.) উদতীয়া।

উদাপছুৱা (বি) একো নিয়ম নোহো-ৱাকৈ অনেকে আপোন ইচ্ছা মতে কৰা।

উদাৰ্ (বি) সৰল, মনে মুখে এক, অকপটীয়া।

উদাল মাটি (স. শ.) ঘৰৰ চাৰিওফালৰ উদং মাটি। ১

উদাস্ (স. শ.) বিষয়ত বিৰাগ, সংসাৰৰ সুখলৈ আওহেলা।

উদাসিন্ / উদাসীন্ — (বি) বৈৰাগী, কেৱলীয়া। (স. শ.) সংসাৰৰ সুখ-নিবিচৰা লোক, কেৱলীয়া ভকত; (স্ত্রী) উদাসিনী, সন্ন্যাসিনী।

উদাহৰণ্ (স. শ.) দৃষ্টান্ত, কোনো কথা বুজাবলৈ দিয়া প্ৰমাণ।

উদি (বি) উদং, ঢাকনী নথকা।

উদিত্ (বি) উদয় হোৱা।

উদিয়া (স. ধা.) ব্যক্ত কৰ্, উদং কৰ।

উহুলি মুহুলি (স. শ.) বহু মানুহ গোট খোৱাত হোৱা হুলস্থুল বা হাই; অনেকৰ হৈঁচাহৈঁচি বা ঠেলাঠেলি।

উন্নতি (স. শ.) উন্নতি, শ্ৰীবৃদ্ধি।

উদ্দেশ্ (স. শ.) উৱাদিহ, অনুসন্ধান অভিপ্ৰায়।

উদ্দেশে (অব্য.) লক্ষ কৰি, প্ৰতি।

উদ্ধত্ (বি) উচ্ছৃঙ্খল, উভতৰা, মনবঢ়া।

উদ্ধতালি (স্ত. শ.) উদ্ধত গুণ বা স্বভাৱ

উদ্ধাৰ্ (স. শ.) ত্ৰাণ, আপদৰ পৰা ৰক্ষা; মুক্তি। (স. ধা.) আপদৰ পৰা ৰাখ; মুক্তি দি।

উদ্বোউদ্ (বি) মন খৰত বা শোকত বলিয়াৰ নিচিনা হোৱা।

উদ্বিগ্ন (বি) চিন্তিত, ভাবিত, উতলা-খুতলা।

উদ্ভুত, (বি) ঔটি বাঢ়ি থকা।

উভতালি (স্ত. শ.) দুষ্টালি, অমুৰি।

উদ্ভৱ্ (স. শ.) উৎপত্তি, হওন।

উদ্ভিদ্ (স. শ.) মাটি উৎপন্ন হোৱা বস্তু, গছ, তৃণ, ইত্যাদি।

উদ্যত্ (বি সষ্টম, কৰিবলৈ প্ৰস্তুত।

উদ্যম্ / উদ্যোগ্ — (স. শ.) কাৰবাৰ চেষ্টা।

উদ্যোগী ( বি ) যত্ন-কৰা, চেষ্টা-কৰা, এলেহুৱা নোহোৱা।

উধনীয়া (বি) তাদৰ আৰু দুৰ্ণীয়া।

উধাতু (বি) ভয়ত বিভত, বিচেষ্ট বা নিকথাস।

উধান্ (স. শ.) পাক-কৰা পাত্ৰ-খোৱা মাটিৰ চপৰা। [ কৰ।

উধাৰ্ (স.-শ.) প্ৰায়শ্চিত্ত কৰ, শুচি

উধাৰ্ পলা (বি) এজনে আন এজনক সহায়তা-কৰা, উপকাৰৰ সলনি উপকাৰ কৰা।

উনী (স. শ.) পাট সূতা-কটা যন্ত্ৰ।

উনীয়া (স. ধা.) উনীত সূতা কাট।

উহুকিয়া (স.ধ.) অলপকৈ উকি কৰ্, ইঙ্গিতেৰে ক।

উনৈচত্ বাবলা (স. শ.) অলপ বয়সত উপদেশ মুশুনা, দমাব নোৱৰা।
উনৈচত্ বাবলোৱা (বি) অলপ বয়সতে গুৰুজনৰ উপদেশ মুশুনা, দমাব নোৱৰা লৰা, উচ্ছৃঙ্খল।
উন্নত্ (বি) ওখ, ভাগ্যবান্।
উন্নতি (স. শ.) সুখ-সম্পত্তি, শ্ৰীবৃদ্ধি।
উন্মত্ত } (বি) বলিয়া। (স. শ.)
উন্মাদ্ } বলিয়া মানুহ, বাতুল।
উন্মত্ততা (গু. শ.) বলিয়ালি, বলিয়াৰ আচৰণ।
উপকথা (স. শ.) সজা উপাখ্যান, সাধু-কথা।
উপকৰণ্ (স. শ.) পূজাৰ নৈবেদ্যত দিয়া ফল-মূল আদি, কোনো বস্তু সজাত ব্যৱহৃত সামগ্ৰী।
উপকাৰ্ (স. শ.) হিত কাৰ্য্য।
উপকাৰী (বি) হিত-কৰা, (স. শ.) হিতকাৰ্য্য-কৰোঁতা।
উপকূল্ (স. শ.) সাগৰৰ তীৰ বা পাৰ, সাগৰৰ ওচৰৰ মাটি।
উপক্ৰম্ (স. শ.) উদ্যোগ, আৰম্ভ।
উপগ্ৰহ্ (স. শ.) গ্ৰহৰ লগৰ সামান্য গ্ৰহ।
উপচক্ৰ (স. শ.) আপদ, বিপদ।
উপজাতি (স. শ.) এটা মূল জাতি বা শ্ৰেণীৰ পৰা ওলোৱা আন এটা সামান্য জাতি, একে লক্ষণ বা স্বভাব থকা আন এবিধ।
উপজীব্য (স. শ.) জীৱিকা, জীৱনৰ উপায়।
উপতাপ্ (স. শ.) আপদ, বিপদ।
উপত্যকা (স. শ.) ভৈয়াম, পৰ্ব্বতৰ ওচৰৰ মাটি।
উপদেৱ্ (স. শ.) সামান্য দেৱতা। (স্ত্ৰী) উপদেৱী। [পিশাচ।
উপদেৱতা (স. শ.) ভূত, প্ৰেত,
উপদেশ্ (স. শ.) শিক্ষা, শিকনি।
উপদেশক্ (স. শ) শিকনি দিওঁতা।
উপদ্ৰৱ্ (স. শ.) পৰৰ পৰা হোৱা অনিষ্ট, কষ্ট বা পীড়া।
উপদ্বীপ্ (স. শ.) কেইও কালে সাগৰৰ পানীয়ে বেৰি থকা এখান সৰু ঠাই, সাগৰৰ মাজুলী।
উপনয়ন্ (স. শ.) লগুণ-দিয়নি।
উপনাম্ (স. শ.) যাই নামত বাজে আন নাম, মতা নাম; উপ্-জুৱা নাম।
উপনিষদ্ (স. শ.) বেদৰ যি ভাগত পৰমেশ্বৰৰ তত্ত্ব নিৰ্ণয় কৰা হৈছে, সেই ভাগ। [কথা।
উপন্যাস্ (স. শ.) উপাখ্যান, সাধু
উপপতি (স. শ.) বিয়া-নকৰা স্বামী, গোপনে লোৱা পৈ। (স্ত্ৰী) উপপত্নী।
উপপাতক্ (স. শ.) সামান্য পাপ।

উপপাতকী (স. শ.) সামান্য পাপ-কৰোঁতা।

উপবন্ (স. শ.) বোৱা গছৰ হাবি।

উপবাস্ (স.শ.) অনাহাৰ ব্ৰত, লঘোন।

উপবাসী (বি) অনাহাৰী, লঘোনীয়া।

উপবিহ্ (স. শ.) সামান্য বিহ, ধুঁতুৰা-আদি।

উপবেশন্ (স.শ.) আসন-গ্ৰহণ, বহন।

উপভাষা (স.শ.) কোনো এক মূল ভাষাৰ পৰা ওলোৱা ভাষা।

উপভোগ্ (স. শ.) ভোগ, ব্যৱহাৰ।

উপমা (স. শ.) তুলনা, সমান, দৃষ্টান্ত, উদাহৰণ।

উপযুক্ত }
উপযোগী } (বি) যোগ্য।

উপযূপ্ (স. শ.) বৃষোৎসৰ্গৰ বৎসতৰী বন্ধা খুটা চাৰিটা।

উপৰি (অব্য) ওপৰে, কোনো নিৰ্দ্দিষ্ট বস্তুৰ বাহিৰে। (বি) পূৰ্ব্বৰ, আগৰ, যেনে উপৰি জন্ম।

উপৰীয়া }
উপকৰা } (বি) সম্পৰ্ক নথকা, অনিশ্চিত।

উপলঙ্ঘা (স. শ) আজ্ঞা-ভঙ্গ বা তুচ্ছ-কৰা কাৰ্য্য।

উপলক্ষে (অব্য) উদ্দেশে, কাৰণে।

উপশব্দ (স. শ.) সংজ্ঞা শব্দে বুজোৱা। বস্তুৰ আকৃতি বা পৰিমাণ-আদি বুজোৱা শব্দ।

উপশম্ (বি) হ্ৰাস পোৱা, কমা, (নৰিয়া বা দুখ) (স. শ.) পীড়াৰ কমতি।

উপশান্তি (স. শ.) উপশম, নৰিয়া বা দুখৰ হ্ৰাস।

উপসৰ্গ (স শ.) এটা যোগৰ লগত হোৱা আন পীড়া; যেনে জ্বৰৰ লগত মূৰৰ বিষ-আদি। প্ৰ-পৰা আদি।

উপস্থ (স শ.) গুহ্যাঙ্গ (স্ত্ৰী পুং)।

উপস্থিত্ (বি.) আগত, অহা, আগত থকা।

উপহাৰ্ (স.শ.) পূজাৰ নৈবেদ্যত দিয়া কলা-কুঁহিয়াৰ-আদি; ভেঁটী।

উপহাস্ (স. শ.) ইতিকিং, নিন্দা।

উপাক্পাক্ (স.শ.) টান পাক বা জেলা, বিমোৰ। (বি) বৰকৈ মেৰোৱা, মেলিবলৈ টান।

উপাখ্যান্ (স শ) পুৰণি ঘটনাৰ বিৱৰণ সাধু কথা।

উপাদেয় (বি) অতি উত্তম।

উপাধি (স. শ.) খিতাপ, সন্মান-বুজোৱা নাম, বংশৰ নাম।

উপায় (স. শ.) যাৰ দ্বাৰা কোনো কাম সিদ্ধ হয়; কৌশল; ধন-সম্পত্তি।

উপাৰ্জ্ (স. ধা.) আৰ্জ্জ, ঘটু।

উপাৰ্জ্জন্ (স. শ.) অৰ্জ্জা কাৰ্য্য, আৰ্জ্জন, পৰিশ্ৰমৰ দ্বাৰা হোৱা লাভ।

উপাৰ্জ্জিত্ (বি আৰ্জ্জিত, ঘটা, অৰ্জ্জা।

উপালম্ভ (স. শ.) অসন্মান, তুচ্ছ-কৰণ, সৎকাৰ নকৰা। [ খাট্।

উপাস্ (স.ধা.) সেৱা কৰ্, ভক্তি কৰ্,

উপাসক্ (স. শ.) ভক্ত, ভকত; আশ্ৰিত। [ ভক্তি।

উপাসনা (স. শ.) আৰাধনা, পূজা,

উপাসা (স. শ.) খাটনি, তাৰসা, উপকাৰৰ আশাৰে মানুহক কৰা ভক্তি।

উপাস্থি (স. শ.) কোমল হাড়, মঙ-হত্‌কৈ কিছু টান হাড়।

উপযাচ্ (জা-) (স.ধা.) নোখোজাকৈ দিবৰ প্ৰস্তাৱ কৰ্।

উপলুজা (বি) তুচ্ছ, সামান্য।

উপেক্ষি (ক্ৰি. বি.) এৰি, ত্যাগ কৰি।

উপেক্ষিত্ (বি) এৰি দিয়া, অনাদৰ কৰা।

উফা (অ. ধা) সিজি ডাঙৰ হৈ অধিক হ্, বাঢ়্ (ভাত)।

উকি (স. শ.) চুলিৰ তলৰ ছাল ছিঙা আৰু খজুওৱা এবিধ ৰোগ।

উবৰ্ (স. ধা.) অৱজ্ঞা কৰ্; আজ্ঞালৈ বাট নেচাই কাম কৰ্।

উবা (অব্য) সম্বোধন পদ। ১

উহু (অব্য) আশ্চৰিত হ।

উবাহুৰা (স. শ.) অনেক মানুহে ব্যস্ত হৈ ইফালৰ পৰা সি ফাললৈ বোৱাত হোৱা হুলস্থুল।

উবাৰ্ (বি) উচ্ছন্ন, উজাৰ; ছন পৰা (মাটি)। (স. ধা.) উচ্ছন্ন কৰ্।

উবুৰি, (বি,) ওপৰৰ ফাল তল হোৱা, তললৈ মুখ কৰি পৰা।

উবুৰিয়া (স.ধা.) ওপৰৰ ফাল তল কৰ্।

উভং (বি) অবাচা, লাজ-নগোৱা।

উভ্ (স. ধা.)ঘৰ থিয় কৰ্, ঘৰ আৰম্ভ কৰ্। (বি) যিমান চৰ লাগে তাতকৈ অধিক থিয়, (কোৰআদিৰ নাল)। [ বা খড়।

উভয়্ (বি) দুয়ো। (স. শ.) দুটা মানুহ

উভল্ (অ. ধা.) শিপা চিপি কাতি হৈ পৰ্।

উভলি (ক্ৰি. বি) উভালি, শিপাতুলি। ১

উভতি (স. শ.) আমনি. অবজ্ঞা। (ক্ৰি বি) আমনি কৰি, নেমানি, অবজ্ঞা কৰি; উলটি।

উভলি (স. শ.) ...বিলুৰ মুৰ।

উভঁহা (স. শ.) নিমজ কৰা পাট-আদিত ওলোৱা কাঁইটৰ নিচিনা ভাগ; আসোঁৱাহ, আপত্তি।

উভাৰ্ (স.শ.) কথা নৰখা, আওহেলা। ১

উভাৰি (ক্ৰি. বি) কথা নেমানি ক। ১

উভাল্ (স. ধা.) শিপাৰে সৈতে তোল।

উভৌৱা (বি) চৰীয়া, ঠেলা, বিহি নোহোৱা (দুজা), অসৰত, অদ্ভুত।

উভৈনদী (বি) অন্ত নপৰা, অশেষ, প্ৰচুৰ।

উম্ (স. শ.) অলপ তাপ। উম-ঘাম নাই, বুজ-বাজ নাই, অলপো বুজ নাই, যেনে, বিয়াৰ একো উম-ঘাম নাই।

উমনি (স. শ.) কণীৰ ওপৰত পৰি তাপ দিয়া কাৰ্য্য।

উমা (স ধা) কণীৰ বা পোৱালিৰ ওপৰত পৰি তাপ দি। (স. শ.) পাৰ্ব্বতী, দুৰ্গা।

উমা-জাল্ (স.শ.) জুইৰ অলপ তাপ।

উমাজালে (ক্রি. বি.) বৰকৈ নজ্বলা জুইৰে, অলপকৈ জুই জলাই।

উমান্ (স. শ.) গম, আঁটকাল, সঁহাৰি।

উমাল্ }
উমীয়া } (বি) উম থকা, অলপ তপত, চেঁচা নোহোৱা।

উমৈহত্ (স. শ.) দুই বা অধিক জনৰ অধিকাৰ বা স্বত্ব। [ স্বত্ব থকা।

উমৈহতীয়া (বি) দুই বা অধিক জনৰ

উৰ্ (অ. ধা.) পাখিত ভৰ দি আকাশে দি যা। (স. ধা.) পিন্ধ্, গাত ল, (কাপোৰ)।

উৰগ্ (স. শ.) পৰমাত্মা, ঈশ্বৰ; সাপ।

উৰণ্ (কৃদ. স.) উৰা কাৰ্য্য (স. শ.) খুঁটাৰ বাটিৰ ওপৰে থকা ভাগ।

উৰণীয়া (বি) উৰিব পৰা।

উৰহ্ (স. শ.) শয্যা-আশ্রিত থকা, এবিধ দুৰ্গন্ধ পোক। (অ. ধা.) পাগোলতে ধুপি দুৰ্গন্ধি হ, (ভড়)।

উৰহী (স. শ.) এবিধ লতা আৰু তাৰ ঠেঁই। [ বস্তৰ।

উৰাল্ (স.শ.) এবিধ চাউল-কৰা কাঠৰ

উৰি-আপ্রণী (স. শ.) সামান্য বা দুখীয়া মানুহ।

উৰিয়াম্ (স. শ.) এবিধ ফুকাঠী গছ।

উৰী-দল্ (স, শ.) ধানৰ নিচিনা গুটি-থকা এবিধ পানীৰ বন, দলবাঁহ।

উৰুকা (স. শ.) বিহুৰ আগৰ দিন।

উৰুথ্ (অ. ধা.) চালে দি সৰকি পৰ, (বৰষুণৰ পানীত খাটে)।

উৰুথনি (স. শ.) চালে দি সৰকি পৰা পানী।

উৰুলা (বি) মানুহ নথকাৰ বা কম হোৱাৰ বাবে পাতল বা বিলা (ঘৰ)।

উৰুলি (স. শ.) তিৰোতাই মঙ্গল-কাৰ্য্যত জিভা নবাই কৰা শব্দ।

উৰুলি পুজা (স. শ.) কতো ছিতাপি হৈ নথকা বা ঘৰ-বাৰী নথকা মানুহ।

উৰুলিকৃত্ (বি) কোনো কাৰ্য্যলৈ বৰকৈ আগবঢ়া, কামলৈ ব্যগ্র হোৱা।

উৰ্ফাল্ (স. শ.) জাঁপ, লাফ।

উৰ্ঘাল্ (স. শ.) বুকুৰ লোম।

উলংঘ্ (স. ধা.) নিয়ম বা আজ্ঞা ভাং; সীমা চেৰ্।

উলঙ্গ
উলঙ্গট্ } (বি) বিবস্ত্র, নাঙঠা।

উলটি (ক্রি. বি.) লুটিয়াই, ঘূৰি, উভতি। [খবখেদা।

উলহ্ মালহ্ (স. শ.) আনন্দেৰে কৰা

উলাই (বি) তুচ্ছ যেন দেখা, সম্মান বা বিশ্বাসৰ অযোগ্য যেন ভৱা।

উলামুলা (বি) এলাপেচা. সামান্য, অসাৱধান।

উলাহ্ (স. শ.) আনন্দ, ৰং, সন্তোষ। (স. ধা.) অলপ্ কৈ দাং।

উলি (স. শ.) জাঁটকাল; উশাহ; উত্তাব, জয়।

উলিয়া (স. ধা.) বাহিৰ কৰ, বাজলৈ আন্; ব্যক্ত কৰ; উপাৰ্জ্জন কৰ।

উলু (স. শ) ঘৰ-ছোৱা বন।

উলুকিচিকা (স. শ.) উলুৰ গজালি।

উলুৱনি (স. শ.) উলু-বনৰ হাবি।

উলুবাকেঁচা (স. শ) শেন-জাতীৰ এবিধ চৰাই।

উল্কা (স. শ.) আকাশৰ পৰা তললৈ নামি অহা জোঁৰৰ নিচিনা এটা পোহৰ।

উল্কাপাত্ (স. শ.) উল্কাৰ পতন।

উল্কাপিণ্ড (স. শ) জোঁৰৰ দৰে পোহৰ হৈ আকাশৰ পৰা পৰা শিল।

উল্মুলা (স. ধা.) মিঠা কথা কৈ ভুলা, চুকচুকাই কামত প্ৰবৃত্ত কৰ।

উল্মুলনি (স. শ.) চহ, চুকচুকনি।

উল্লসিত্
উল্লাসিত্ } (বি) আনন্দিত, ৰব ৰং- পোৱা।

উল্লাস্ (স.শ.) আনন্দ, ৰং। [প্ৰস্তাৱ।

উল্লেখ্ (স. শ.) উদ্দেশকিওৱা কাথা,

উৱল্ (অ. ধা.) ভাগি বা কাটি খণ্ড খণ্ড হ, গেলি এৰাই যা।

উৱা
উৱাদিহ্ } (স.শ.) উদ্দেশ, অনুসন্ধান, গুপ্ত কথাৰ অলপ সম্বাদ।

উশাহ্ (স. শ.) নিশ্বাস, নাকে দি ভিতৰলৈ সুমোৱা আৰু বাজলৈ উলিওৱা বায়ু।

উষা (স. ধা.) অলপকৈ পানীত সিজা। (স. শ.) প্ৰত্যুষ-কাল।

উষ্ণ (বি) তপত; জলা।

উষ্মা (স. শ.) খং, মনৰ বেগ।

উষ্ণতা (স. শ.) তাপ; জাল।

উস্ (অব্য) দুখ বা আশ্চৰ্য্য-ভাব-বুজোৱা মাত।

উহ্ (স. শ.) ভুমুক, মাটিৰ তলৰ পৰা পানী ওলোৱা বিন্ধা, গুপ্ত কথাৰ অলপ সম্বাদ, উৱা।

# ঊ।

ঊকাৰ্ (স. শ.) 'ঊ' আখৰ বাইকৈ তাৰ চিন ৄ।

ঊৰ্দ্ধকাই (স. শ.) ভুমুক, কফৰ বাবা নিশ্বাসত কষ্ট জন্মোৱা ৰোগ, ঊৰ্দ্ধশ্বাস্।

উধ্ (অ. ধা.) ওপৰলৈ গতি কৰ, আকাশলৈ উঠ্।

উধা (স. ধা.) ওপৰলৈ তোল্, আকাশলৈ গতি কৰা।

উধামুধা (বি) আগ-গুৰি নোচোৱাকৈ কৰা, বিবেচনা নকৰা।

উধামুধাকৈ (ক্রি. বি) আগ-গুৰি নোচোৱাকৈ, পাচে কি ফল হব তাৰ বিবেচনা নকৰাকৈ।

উধমুধ্ (স. শ.) ওপৰ তল, আগগুৰি।

উননৈ (সং) এক কম নব্বৈ।

উনাশী (সং) এক কম আশী।

উনৈশ্ (চ) (সং) এক কম কুৰি।

উন্‌চল্লিশ্ (চ) (সং) এক কম চল্লিশ।

উন্‌ত্ৰিশ্ (চ) (সং) এক কম ত্ৰিশ।

উন্‌পঞ্চাশ্ (চ), উনপঞ্চাশ্ (চ) (সং) এক কম পঞ্চাশ।

উন্‌ষাঠি (সং) এক কম ষাঠি।

উন্‌সত্তৰি, উন্‌সত্তৰ্ (সং) এক কম্ সত্তৰি।

উৰ (স. শ.) কৰঙন।

উৰুমি (স. শ.) কোৰ্হাল, হুলস্থুল শব্দ।

উৰ্দ্ধ (বি) ওখ, ওপৰৰ; প্ৰধান। উৰ্দ্ধ (স. শ.) ওখ ঠাই।

উৰ্দ্ধপুণ্ড্ৰ (স. শ.) দুই ৰেখাৰ দীঘলীয়া ফোঁট।

উৰ্দ্ধবাহু (বি) ওপৰলৈ হাত দঙা, কোনো কাৰণে সেইদৰে হৈ থকা।

উৰ্দ্ধশ্বাস্ (স. শ.) উশাহ।

উৰ্দ্ধে (ক্রি. বি.) ওপৰে।

উৰবাহ্ (অ. ধা.) পেটৰ নাড়ী-ভুঁৰ ওপৰলৈ উঠি আহ্।

উৰ্ম্মি (স. শ.) পানীৰ ঢৌ, শোক, বেজাৰ, কান্দনৰ কোৰ্হাল।

## ঋ।

ঋকাৰ্ (স. শ.) 'ঋ' আখৰ, যাইকৈ তাৰ চিন 'ৃ'।

ঋগ্বেদ্ (স. শ.) প্ৰথম বেদ।

ঋজু (বি) সৰল, পোন।

ঋণ্ (স. শ.) ধাৰ, পাচে দিবলৈ নিয়া ধন বা বস্তু। [ নিয়া।

ঋণী (বি) ধৰুৱা, ধাৰে ধন বা বস্তু-

ঋণ চোৱা (বি) ধাৰ কৰি মিছা মতা; অধম। (স. শ.) ধাৰ শুজিব নোৱৰা, ধৰুৱা।

ঋদ্ধি (স. শ.) সম্পত্তি, ধন বস্তু। যাতু বিশেষ।

ঋতু (স.শ.) বছৰৰ ছ-ভাগৰ এ ভাগ; তিৰোতাৰ মাহেকীয়া স্ৰাব।

ঋতুমতী (বি) ৰজস্বলা, চুৱা হোৱা।

ঋতুস্নান্ (স.শ.) ৰজস্বলা,হোৱাৰ পাচত শুচি হবৰ নিমিত্তে গা-ধোৱা কাৰ্য্য।

ঋষি (স, শ.) মুনি, তপস্বী।

## এ।

এঁটা (অ. ধা.) কাম শেষ কৰ, কাম কৰি আঁতৰি হ।

এঁহ্ (অব্য) কেঁকোৱা যাও।

এই (সৰ্ব্ব) এই জনী তিৰোতা; আগত বা ওচৰত থকা।

এই দেখি (অব্য) এতেকে, এই কাৰণে

এইয়া (সৰ্ব্ব) এইটো, এই আগত থকা মানুহ বা বস্তুটো। [ জনা।

এওঁ (সৰ্ব্ব) আগত থকা মান্য লোক

এক্ (সং) দুইৰ আধা।

একঠীয়া, (বি) একঠা-ধৰা।

একণীয়া (বি) এখান কাণ থকা ; বিষু-ৰীয়া, বোৰ ভগা।

একতা (গু. শ.) অনেকৰ মিল।

একতীয়া (বি) একাললৈ কাতি হোৱা, এচলীয়া। [ থকা।

একত্র (বি) একে লগ, একে ঠাইতে

একত্রে (ক্রি. বি.) একে লগে।

একবচন্ (বি) কবচন ভগ হোৱা

একা (ক্রি. বি.) নিশ্চয়ে, অৱশ্যে।

একাঁচন্ (স. শ.) কাপোৰৰ এমূৰ।

একাঁঠু / একাঁঠুৱা (বি.) আঁঠু তল-হোৱা ; আৰবেবে পূৰ।

একাকাৰ্ (বি) পৃথক জাতি বা ধৰ্ম্ম গুচি এক জাতিৰ বা ধৰ্ম্মৰ হোৱা।

একাগ্র (বি) একে কথাতে মন-লগোৱা, একে মন হোৱা।

একাচেকা (বি) অকলৈ এক প্ৰকাৰৰ, আনৰ দৰে নোহোৱা, সদায় একে ভাৱে ন থকা ; বেগতে খং কৰি উঠা ; যেনে, একাচেকা মানুহ।

একাচ্ বিকাচ্ (স. শ.) শুচি-অশুচিৰ বিচাৰ, ধুতি-বিধুতিৰ জ্ঞান।

একাজি (স. শ.) বস্তু তুলি থৱলৈ চুকিয়াচুকি কৰি বান্ধি আৰি থোৱা তিনডাল মাৰিৰ যতন।

একাতি (বি) একাললৈ হলা।

একাদশ্ (সং) এঘাৰ।

একাদশী (স. শ.) ন জোন ওলাবৰ বা জোন মৰিবৰপৰা এঘাৰ দিনৰ দিন।

একাদিক্রমে (ক্রি. বি.) এক, দুই, তিনি এইৰূপে, মাজত ছেদ নথকাকৈ।

একাদোৱা (বি) লেখাত পাচৰ কথা আগলৈ নিবৰ নিমিত্তে "২" "৩" এইৰূপে চিন-লগোৱা।

একান্ত (বি) একাগ্র, একে কথাতে মন-লগোৱা।

একান্ত-মনে / একান্ত-ভাবে (ক্রি.বি) এক মনেৰে, একাগ্র-ভাবে।

একানৈৰ, / একান্নৈৰ, (সং) এক অধিক নবৈ।

একায় (বি.) একে-চকৰে থোৱা, একে লগে থকা।

একাৰ্ (স.শ.) এ আখৰ, যাইকৈ তাৰ চিন "ে"।

একাবন্ (সং) এক-অধিক পঞ্চাশ।

একাশী (সং) এক-অধিক আশী।

একুভী (বি) এটি মাথোন সন্তান থকা তিৰোতা ; যেনে, "যমে নেজানে একুভীৰ পো"। [থকা।
একুৰবীয়া (বি) এঙ্ভীয়া, এপাতিত
একে (বি.) পৃথক নোহোৱা, অবিলগ ; তুল্য, সমান, নিচিনা ; এক মাথোন, কেবল এক।
একে-আগী (বি.) একে বিধৰ, মিহলি নো হোৱা (ধান)। [ বা ধৰ্মৰ।
একেকঠি (বি) মাৰত বাৰ নথকা, লাগলগা ; একাকাৰ, একে জাতিৰ
একেকথীয়া (বি) কোৱা কথা নেৰা, অঙ্গীকাৰ নভঙ্গা।
একেঠৰে (ক্রি. বি.) লৰচৰ নকৰাকৈ, একে ঠৰে। [ লিকে।
একেতিলেই (ক্রি. বি.) তুৰন্তে, তত্তা-
একেবাৰে ( ক্রি বি. ) একেবাৰতে, এবাৰতে। [তেতিয়াই, হঠাত।
একেবাৰেই (ক্রি. বি) একে বাৰতে ;
একেবাহে (ক্রি.বি) ছেদ-ভেদ নোহোৱাকৈ, একে ধৰে। [ নহৈ।
একেলগে (ক্রি.বি.) লগ লাগি বেলেগ
একেশৰ (বি) অকল, লগ নথকা।
একেশৰে (ক্রি. বি.) অকলৈ, লগ নথকাকৈ।
একেষাৰ (স. শ.) এটা মাত বা শব্দ।
একৈয়া-ৰৰ (স. শ.) মাৰত এদিন এৰি উঠা জ্বৰ।

একৈকশ (চ) (সং) এক অধিক কুৰি।
একো (বি) এক মাত্রও, এটাও ; যেনে, সি একো কথা কোৱা নাই ; অনেকৰ ভিতৰৰ এক ; যেনে; একো যোগ্য গৃহ ৰৰ তাৰৰ। (স. শ.) :কোনো বস্তু বা কথা; যেনে, থাবলৈ একো নাই ; সি একো নেজানে।
একচত্রিশ (চ.) (সং) ছকুৰি এক।
একৃজতীয়া (বি) বিশেষ এক প্রকাৰৰ, আনৰ দৰে নোহোৱা।
একত্রিশ (চ) (সং) এক-অধিক ত্রিশ।
একষষ্ঠি (সং) এক অধিক ষাঠি।
একসপ্তৰ (সং) এক-অধিক সত্তৰি।
এখন্তক
এখন্তেক
(স.শ.) অতি অলপ কাল।
এখন্তেকীয়া (বি) অতি অলপকাল থকা।
এখুলীয়া (বি) লাহে-লাহে খোজ-কঢ়া।
এখেত (সৰ্ব) এই ঠাইত।
এখেৰ ( সৰ্ব ) এই ঠাইৰ
এখেৰে ( সৰ্ব ) এই ঠাইৰে।
এখেৰ ' বা ( সৰ্ব ) এই ঠাইৰপৰা।
এখেলৈ ( সৰ্ব ) এই ঠাইলৈ।
এখাৰ ( সং ) এক-অধিক দহ।
এখৈয়া ( বি ) মুখৰ এপাতি কাটি তোলনা ( বাঁহ- আদি )।
এখা (স. ধা.) যেয়া বুলি কবলৈ অনিচ্ছা বেখা। ( স. শ. )

আঁঠুৰ তললৈ নমা এবিধ চোলা।

এজামুৰি ( স. শ. ) ভালেমান বেলি একে ঠৰে থকাৰ পাচত হাত-ভৰি মেলি আছাৰ-মৰা কাৰ্য্য।

এজাৰ্ ( স. শ. ) পোৱা কাঠৰ বা বাঁহৰ কলা ভাগ।

এজেকৰা ( স. শ. ) এজাৰ-পোৰোঁতা, এজাৰৰ ব্যৱসায়-কৰোঁতা ; মলা ধঁপাতৰ এজাৰ।

এছাৰ্, "আছাৰ" চোৱা। [ মাৰি।

এছাৰি ( স. শ. ) চেকনী, কোৰোৱা

এটা, ( বি ) একুৰি গুটি, ( পাণ ) ; যেনে, পাণ এঠা কিনিলে (স. বি.) একৰ পূৰণ বুজোৱা।

এটেহিয়া ( অ. ধা. ) আটাহ পাৰ্।

এটুকেন্মেটুকেন্ ( স. শ. ) অনিচ্ছা প্ৰকাশ, ঠেনমেঠেন।

এঠা ( স. শ. ) আঠা।

এঠাএঠি ( বি ) আঠাৰ মিচিনা, লাগি ধৰা ; আঠা লগা।

এচলীয়া ( বি ) একাজুলৈ চাপৰ, হলনীয়া।

এতিয়া ( ক্রি. বি. ) এই সময়ত। ( সর্ব্ব ) এই সময়।

এতিক্ষণে ( ক্রি বি ) এতিয়াই।

এতেক্ ( সর্ব্ব ) ইমান।

এতেকতে, এতেকে, } (অব্য) এই কাৰণে।

এতেখানি, এতেখিনি, } (সর্ব্ব) ইমান, এতেক।

এথুঁতৰি, এথুঁতৰীয়া, } (বি) থুঁতৰিলৈকে তল যোৱা। লৈকে।

এখোন্ ( ক্রি. বি. ) এতিয়া এতিয়া-

এদঁতীয়া, ( বি ) একাৰৰীয়া, একলীয়া, এটা মাথোন দাঁত থকা।

এদনীয়া (বি) এজন বা এদলে মাথোন চলোৱা আনে হাত দিব নোৱৰা ( বেহা আদি )।

এধৰীয়া (বি) একালে ধৰোৱা ; যেনে, বিলাতী বটালী।

এনাই (বি) নাই তল-যোৱা।

এমুৱা (সর্ব্ব) এনে, এই প্ৰকাৰৰ। ১

এনে (সর্ব্ব) এই প্ৰকাৰৰ, এইৰূপ। ( ক্রি. বি. ) এই দৰে।

এনেই (ক্রি. বি.) ভদাই, বেচ নলৈ ; বিশেষ সকাম নোহোৱাকৈ।

এনেকুৱা (সর্ব্ব) এই প্ৰকাৰৰ, এনে।

এনেকৈ ( ক্রি. বি ) এই দৰে।

এনেতে, (ক্রি. বি.) এই সময়তে।

এনে-তেনে, (বি) এই প্ৰকাৰৰ আৰু সেই প্ৰকাৰৰ।

এন্দুৰ্ (স. শ ) এবিধ শলিয়া।

এন্দুৰীয়া (স.শ.) ৰব ৰোগ, এ বিষ ঘা।

এন্ধাৰ্ (স. শ.) আন্ধাৰ।

এপাহ্ (স. শ.) উপকাৰ।

এপিঠীয়া (বি) এপিঠিৰ; এপিঠিত লিখা; কোনো কাম শেষ কৰি আন কামলৈ অৱসৰ পোৱা।

এফলীয়া (বি) একালৰ, এদিতীয়া; একালে আন কালতকৈ গধুৰ ভাৰ।

এবৰীয়া (বি) একাললৈ কাতি হোৱা (নাও)। [হোৱা।

এবেলীয়া (বি.) আধা দিনত কৰা বা

এভাব্ (স. শ.) এবোজা, ভাৰ বাজি এবাৰত অনা বস্তু।

এমূৰীয়া (বি.) কোনো ঠাইৰ এক প্ৰান্তত থকা, দোষ-আদিৰ কাৰণ সমান হোৱা।

এৰ্ (স. শ.) ত্যাগ কৰ্; বাদ দেলি দি, মুকলি কৰি দি। (অ. ধা.) উপশম হ; কান্ত হ, গুচ্ যেনে, জ্বৰ বা বৰষুণ এৰিছে।

এৰণ্ (স. শ.) এৰা কাৰ্য্য, ত্যাগ।

এৰা (ক্রি. বি.) হয়, স্বীকাৰ কৰা বাক্য। (স. শ.) এবিধ গছ। (অ. ধা.) মুকলি হ; পিছলি যা, ধহিপৰ্।

এৰাও (স. শ.) উচ্চ শব্দ, আটাহ, চীৎকাৰ।

এৰা-চৰাই (স. শ.) এবিধ সৰু চৰাই।

এৰা-এৰা (বি.) হেম-ভেম থকা, সদায় হৈ নথকা।

এৰাপৰলীয়া (বি.) বহুদিন এৰি থোৱা, মানুহ নথকা (ঘৰ)।

এৰা-পাত্, (স. শ.) এৰা গছৰ পাত; চুৱা-পাত।

এৰাবোটলা (বি) শেহ গোটোৱা, বিচাৰি অনা। ১

এৰাল্ (স.শ.) চৰিবৰ নিমিত্তে গৰু বা ছাগ বান্ধি থোৱা লেজু।

এৰালী (স, শ.) এৰালী বননি, পানীত বহুযোৱা ঘাঁহনি মাটি।

এৰী (স. ধা.) এৰা পাত খোৱা পলু।

এৰীয়া (বি.) এৰী-পলুৰ পৰা হোৱা।

এৰুৱা (স. ধা.) আগ কৰা; মুকলি কৰ্, দেলি দি, থহা।

এল (বি.) পুথি আদিৰ পৰা অক্ষৰলৈকে এবাৰ পাঠ।

এলাই জাঁপৰী
এলাই জাবৰী (বি) অগুৱনী আৰু গা-নতোৱা (স্ত্রী)।

এলাগি, (বি.) অজবনি, দেখিবলৈ বেয়া।

এলাগী(বি) গিৰীয়েকে ভাল নোপোৱা; অভাগী। (স. শ.) গিৰীয়েকে ভাল নোপোৱা তিৰোতা।

এলাচি (স. শ.) এবিধ সুগন্ধি গুটি।

এলাপেচা (বি.) নাৰাজ, ইতৰ, পাৰ্গত নোহোৱা।

এলাম্বু } (স শ.) "আলাম্বু" চোৱা।
এলাম্বু } "এলাম্বুৱা" "আলাম্বুৱা" চোৱা।

এলাহ্ (স. শ) "আলাহ" চোৱা।

এলাহ (স. শ.) কাঠি কাৰি চাহোঁতে লগোৱা আৰৰ।

এলেৰাং (বি) দকামিলা, লেৰা ১

এলেহুৱা (বি) সৰপা. কাম কৰিবলৈ ইচ্ছা নকৰা। [ প্ৰশ্ন।

এবং (যৌ' অ.) আৰু, অপৰ ; সাদৃশ্য ;

এৰা (বি) নৈ নোহোৱা ; পুষ্পোৎসৱ নোহোৱা ; কেঁচা, পাগ-নিদিয়া, (চক-আদি), ন-কৈ কটা (সূতা)। (স.শ.) নাকৰ বিন্ধাত তেজ গোট খাই টেমুনা বন্ধা ৰোগ।

এসঁৰীয়া (বি) এসঁাজ নেখাই এসাঁজ-খোৱা ; এসাজলৈ খোৱা।

এৰা (স. শ.) কলৰ খোলৰ এভাগ বা খোলা। [ পৰিমাণৰ।

এহতীয়া (বি) এটা হাত থকা ; এহাত

# ঐ।

ঐ (অব্য.) মাতাত মানুহক মতা মাত। (সৰ্ব) সেইটো, ওপৰত কোৱাটো।

ঐকাৰ (স. শ.) "ঐ" আখৰ, যাইকে তাৰ চিন "ৈ"।

ঐক্য (স. শ.) মিল; সাদৃশ্য।

ঐৰাবত্ (স.শ.) ইন্দ্ৰৰ হাতী। [ভাগ

ঐশান্ত (স শ.) উত্তৰ আৰু পূবৰ মাজ

ঐশ্বৰ্য্য ( স. শ. ) বিস্তৰ ধন সম্পত্তি, বিভূতি।

ঐশ্বৰ্য্যৱত্ (বি) ধনী।

ঐশ্বৰিক (বি) ঈশ্বৰ-সম্বন্ধীয়, ঈশ্বৰৰ।

ঐহিক (বি) ইহকালৰ, এই সংসাৰৰ।

# ও।

ও (স. শ.) লো-ঘঁহা যতন। (অব্য) এটাৰে সৈতে আন এটা লগ-লগোৱা শব্দ, যেনে, তুমি খোৱা সিও খাব।

ওঁ (অব্য) পলাগা বা 'হয়' বোলা মাত। (স শ) ঈশ্বৰৰ সৃজন, পালন আৰু সংহাৰ কৰা শক্তি-বুজোৱা শব্দ।

ওঠ্ (স. শ.) দাঁত-ঢকা ছাল।

ওঠৰ্ ন্থুৰি } (স. শ.) ওপৰ ওঠৰ
ওঠশিৰী } মাজৰ দ ৰেখা।

ওড্ (স. শ.) যেৰাই খোৱা সূতাৰ মূৰ, খাঁত।

ওঃ } [মাত।
ওহো } (অব্য অমাতি বুজোৱা

ওকই ( স. শ. ) আৰৰ-আদি খুঁচৰি তলৰ ভাগ ওপৰ কৰ, ৰেছ বুঢ়া প্ৰকাশ কৰ।

ওকইপাকই "উকইপাকই" চোৱা।

ওকণী (ম. শ,) চুলিৰ পোক।

ওকাৰ্ (স. শ.) 'ও' আখৰ, যাইকৈ তাৰ চিন "ে া"।

ওকাল্ (স. ধা.) বঁতিয়াই উলিয়াই পেলা। (অ. ধা.) বঁতিয়াৰ খোজ্, ওক্ ওক্ কৰ্।

ওকালি (স. শ.) বাঁতি আহিবৰ উপক্রম, আঁতুলি। [ ওৱা বস্তু।

ওকলা (স. শ.) বাঁতি, মুখৰ পৰা উলি-

ওকলা-খোৱা (স. শ.) বাঁতি-খোৱা, * (গালি)

ওখ (বি) উচ্চ, চাপৰ নোহোৱা, ওপৰলৈ বঢ়া। (স. শ.) উচ্চ ঠাই।

ওখ-চাপৰ্ (বি) অসমান, এঠাইত ওখ আন ঠাইত চাপৰ।

ওখল্ (স. শ.) মল, মলি।

ওখোন্ (স. শ.) শস্ত পোটোৱা আগবেঁকা বাঁহ।

ওখোনিয়া (স. ধা) ওখোনেৰে চপা বা উভালি দি।

ওখোৱা মোখোৱা (বি) অসমান, অলপ ওখ-চাপৰ। (স. শ.) অসমানতা, ওখ-চাপৰ হোৱা অৱস্থা।

ওগাইবহ্ (বি) প্রচুৰ, সৰহ।

ওচ্ মোচ্ (স. শ.) কোৱা উচিত নে অনুচিত তাৰ বিবেচনা।

ওচৰ্ (ব) নিকট, সমীপ, চমু। (স.শ.) ওচৰৰ ঠাই।

ওচৰাউচৰি (বি) এটা আনটোৰ ওচৰ, ই তাৰ সি ইয়াৰ ওচৰ।

ওচৰ্-ঘৰীয়া (বি) চুবুৰীয়া। [বস্তু।

ওজ্ (স. শ) সঁচি-ধনত বাজে আন

ওজৰ্ (স. শ.) আপত্তি।

ওজা (স.শ.) যাই অধ্যাপকৰ তলতীয়া পণ্ডিত; কমাৰ, কঁহাৰ, বাঢ়ৈ, খনিকৰ, এই বিলাকৰ যাই মানুহ, বিয়াহৰ যোৱাত মূল পদ লগাই দিওঁতা; জৰা বেজ; নাপিত।

ওজালি (গু. শ.) ওজাৰ ব্যৱসায়, প্রধানত্ব।

ওটা (স. শ.) ঘৰৰ ভিতৰৰ পৰা পানী ওলোৱা নলা।

ওদা (বি) তজাত বা শুকোৱাত ভিতৰে কেঁচাই থকা (ধান-চাউল)।

ওদাইদাৰ্ (স. শ.) ওপৰকি, অধিকাৰ। [ এবিধ গছ।

ওদাল্ (স. শ.) ছালৰ পৰা মেজু-কৰা

ওপং (অ. ধা.) পানী বা জুলীয়া বস্তুৰ ওপৰলৈ উঠ্।

ওপচ্ (অ. ধা.) পূৰ হ।

ওপচা (স. ধা.) পূৰ কৰ্।

ওপজ্ (অ. ধা.) জন্ম ল, উৎপন্ন হ।

ওপজন্ (স. শ.) ওপজা কাৰ্য্য, জন্ম।

ওপজা (স. ধা,) জন্ম দি, প্রসৱ্ কৰ্।

ওপৰ্ (স.শ.) উৰ্দ্ধ ঠাই; তলৰ বিপৰীত ভাগ, মূৰ। (বি) তলৰ বিপৰীত।

ওপৰঞ্চি (স.শ.) ওপৰৰ বিষয়া; দমন-কৰোঁতা. ওপৰৰ লোক। (বি) প্ৰধান, ঘাই; নিৰূপিত পৰিমাণতকৈ অধিক।

ওপৰণি (স. শ.) জুলোৱা বস্তুৰ ওপৰলৈ উঠা ঘন বস্তু; ওপৰৰ ভাগত থকা।

ওপৰাউপৰি (স. শ.) এটাৰ ওপৰত আনটো উঠা অৱস্থা; একেটা বস্তুৰ নিমিত্তে দুজনৰ ভিতৰত বিবাদ। (বি) এটাৰ ওপৰত আনটো পৰা বা থকা।

ওপৰাউপৰিকৈ (ক্রি. বি.) এটাৰ ওপৰত আনটো পৰি; ইটোৰ ওপৰত সিটো দি।

ওপৰে (ক্রি. বি.) ওপৰত, উৰ্দ্ধে।

ওপৰে ওপৰে (ক্রি. বি.) ওপৰে দি, তললৈ নোসোমোৱাকৈ।

ওপৰ্‌পুৰুষ (স. শ.) পিতৃ-পিতামহ, বুঢ়া-ককা। [সোমাই বহল হ।

ওফন্দ্‌ (অ. ধা.) স্ফীত হ ভিতৰে বায়ু

ওফন্দা 'ওফোন্দা' চোৱা।

ওফৰ্‌ (অ. ধা) ছিটিকি পৰ্‌, ঠেকা খাই এৰাই পৰ।

ওফৰাপিজলা (স. শ.) বিষাল ব্ৰণ, ৰোগ বিশেষ; এই বেদনা মানুহৰ গাৰ এঠাইত হৈ ক্ৰমে হঠাৎ আন আন ঠাইত হয় গৈ।

ওফোন্দ্‌ (স. শ.) ঠেহ, খোঁহ।

ওফোন্দ্‌ লাগি (ক্রি. বি.) ঠেহ লাগি, খোঁহ লাগি।

ওফোন্দা (স. ধা.) স্ফীত কৰ্‌, ভিতৰে বতাহ সুমাই বহল বা ডাঙৰ কৰ (বি) স্ফীত, ওফন্দি উঠা।

ওফোন্দা গলা (বি) ওফন্দি উঠা বা ওখ গালযুক্ত (স্ত্রী) ওফোন্দাগালী।

ওফোন্দামুৱা (বি) ডাঙৰ বা মজহাল মুখযুক্ত। (স্ত্রী) ওফোন্দা মুখী।

ওভত্‌ (অ. ধা.) ওলট্‌, পাচলৈ ঘুৰ্‌।

ওভতনি (স.শ.) উজানলৈ বোৱা সোঁত

ওভত গোবে (ক্রি. বি.) আগেয়ে ভৰি বাজ কৰি, (ওপজাত খাটে)।

ওভতা, ওভোতা (স.ধা.) ওলোটা, ওপৰৰ ফাল তল, বা আগৰ ফাল পাচ কৰ্‌।

ওভোতা (বি) ওলোটা, পাচলৈ বা তললৈ মুখ কৰি থকা। [কৰ্‌।

ওমল্‌ (অ. ধা.) লৰাৰ দৰে ধেমালি

ওমলা (স. ধা.) ধেমালিত নিযুক্ত কৰ্‌ (লৰাক)।

ওৰ্‌ (স.শ.) অন্ত, শেষ। ওৰ যা, মতা মাইকীৰ সঙ্গম হ। (সামান্ত অৰ্থত খাটে।

ওৰ্‌, ওৰ্‌ফুল্‌ (স. শ.) বদা ভৰা।

ওৰণি } (স. শ.) মুখ-ঢকা কাপোৰ
ওৰোণা

ওৰা (স. শ.) গাবলৈ বা নাচিবলৈ কৰা উপক্ৰম।

ওৰেও (ক্ৰি.বি.) সদায়, নিতৌ।

ওৰে-দিন্ (ক্ৰি.বি.) গোটেই দিনত। ওৰে ৰাতি, গোটেই ৰাতিত।

ওৰ্‌ৰাটে (ক্ৰি. বি.) গোটেই বাটত।

ওল্ (স. শ.) এবিধ কচু।

ওলগনি (স. শ.) আজ্ঞা মনাৰ চিন-স্বৰূপে টেকেলাক দিয়া ধন; মিৰ।

ওলগ্ ল—সেৱা কৰ, মূৰ দোৱাঁই সংকাৰ কৰ্।

ওলট্ (অ. ধা.) ঘূৰ্ ফিৰ, আগৰ ফাল পাচ বা ওপৰৰ ফাল তল হ, বিপৰীত হ।

ওলটন্ (কৃদ. স.) ওলটা কাৰ্য্য।

ওলটা (স. ধা.) লুটিয়া, ওভতা।

ওলইপালট্ (স. শ.) একাল তল আন কাল ওপৰ কৰি আকৌ লুটিওৱা বা অনা বস্তু ওলোটাই দিয়া কাৰ্য্য।

ওলম্ (অ. ধা.) ওপৰৰ ফাল কোনো বস্তুত লাগি আকাশত বৈ থাক্।

ওলমা } (স. ধা.) আৰি থ।
ওলোমা

ওলা (অ. ধা.) বাহিৰ হ; প্ৰকাশ বা মুকুত হ।

ওলোটা (বি) ওভোতা (স.ধা.) "ওলটা" চোৱা।

ওলোম্ (স. শ) বাঢ়ৈয়ে কোনো খিৰ বস্তুৰ ওপৰৰ ভাগ তলেৰে সমান হৈছে নে নাই চাবৰ নিমিত্তে এডোখৰ সীহ ওলমোৱা এডাল জৰী; ঘড়ীৰ ওলমি লৰচৰ কৰি থকা ভাগ।

ওলোমা বাহুলি (স. শ.) ঘড়ীৰ ওলমি লৰকৰ কৰি থকা ভাগ।

ওলোম্ খোলোম্ (বি) ওলমি একালৰ-পৰা আন কাললৈ লৰি থকা।

ওৱল্ (অ. ধা.) গেলি জাহ যা।

ওৱাৰি (স. শ) বঙ্গাৰ নগৰ, যুদ্ধক্ষেত্ৰ ক্ৰি. বি.) আৱৰি থৰি।

ওৱাদানি (বি) ওপাইবহ, প্ৰচুৰ।

ওৱাৰিক (বি) সেনা, নাগৰিক লোক, আৱৰি থৰোতা। ১

ওৱাহোতা (স শ.) ওপাই বহ, প্ৰচুৰ; (স. ধা.) বহুত পোৱা যায়। ১

ওৱাইতাং (স. শ.) আড়ম্বৰ, তেজ, অহঙ্কাৰ, আত্ম-প্ৰশংসা। ১

ওঠ (স. শ.) ওপৰৰ ওঁঠ।

ওহাৰ (স.শ.) জন্তুৰ গাৰীৰৰ খোলোমা।

ওহালি (স. শ.) টোলোঠাৰ পৰা হাতেৰে চুকি পোৱালৈকে খোৱা কাপোৰ।

## ঔ।

ঔ (অব্য.) সামান্ত বা সমনীয়া মানুহক মতা মাত; তেনে মানুহে মাতিলে উত্তৰ দিয়া মাত। (স. শ.) এবিধ গছ আৰু তাৰ গুটি।

ঔ আই (অব্য.) আচৰিত বা দুখ বুজোৱা মাত।

ঔকাৰ্ (স. শ.) 'ঔ' আখৰ, যাইকৈ তাৰ চিন "ৌ"।

ঔচ্ (অব্য.) কুকুৰক মতা মাত।

ঔ-টেঙা (স. শ.) ঔ-গছ আৰু তাৰ টেঙা গুটি।

ঔৰস্ (বি) শ্ৰেষ্ঠ, অৰ্থাৎ নিজ ভাৰ্য্যাত আপোনাৰ দ্বাৰা উৎপন্ন; যেনে ঔৰস পুত্ৰ।

ঔৰ্দ্ধ দেহিক্ (বি) মৃতকৰ স্বৰ্গ লাভৰ নিমিত্তে কৰা।

ঔষধ্ / ঔষধি } (স. শ.) দৰব।

## ক।

ক (স. ধা.) বোল্, মাত্, বৰ্ণনা কৰ্।

কইঁহ্ (স. শ.) মুচল, কিটিপ।

কইৰ্ (স. শ.) এবিধ চৰাই।

কওঁতা (স. শ.) যি জনে কয়। (স্ত্ৰী) ক-তী।

কঁকলীয়া / কঁকলুৱা } (বি) কঁকালৰ সমান খ।

কঁকাল্ (স. শ.) কটি, গাৰ সোঁ-মাজ-ভাগ।

কঁকালাছি (স.শ.) কঁকালৰ জোৰাত [হোৱা বিষ।

কুঁকালী (স.শ.) কঁকালত বন্ধা জৰী বা টঙালি।

কঁকালে-কঁকালে (ক্রি. বি.) এটাৰ কঁকালত আনএটাৰ কঁকাল লগাই।

ককিলা (স.শ) দীঘল ঠোঁটেৰে এবিধ মাছ। [ঠোঁট।

কঁকিলাদাৰ্ (স. শ.) কঁকিলা মাছৰ

কঁকিলাসজীয়া (বি) কঁকিলাৰ দৰে দীঘল আৰু গা-সৰু।

কুঁজলা, 'কজলা' চোৱা।

কঁটাল্ (স. ধা.) কাইট-আদি গুচাই নিমজ কৰ্, পৰিষ্কাৰ কৰ্।

কঁটালি (স. শ.) এবিধ পানীৰ বন।

কঁটিয়া (স.ধা.) বলেৰে মুখত তৰি দি; হাল বাওঁতে গৰু-মহক জোৰা এচাৰিৰে খোচ্।

কঁটীয়াৰি (স. শ.) সৰহকৈ মাছ মাৰি খাওঁকতে যেটোতা।

কঁটীয়া (বি) চুটি-চাপৰ।

কঁঠাল্ (স. শ.) এবিধ সকলোৱে চিনা গছ আৰু তাৰ গুটি।

কঁঠাল্ কুহীয়া (বি) তৌ কুলি পোতিত • কৰা (পাৰ)।

কঁড়িয়া "কঁৰিয়া" চোৱা।

কঁডৰা (স. শ.) ঢেঁকীৰ আৰলগলাই-ধৰা খুঁটা; পহৰ শিঙৰ ঠাল।

কঁথা (স. শ.) ফটা কাপোৰ জোৰাই সিয়া নিহালি।

কঁপ্‌ (অ. ধা.) অস্থিৰ হ, থৰকবৰক কৰ্‌। (স. শ.) সঞ্চালন, লৰচৰ।

কঁপনি (স. শ.) কম্পন, লৰচৰ-কৰণ।

কঁপা (স.ধা.) কম্পন কৰা কঁপনি ধৰা।

কঁপ্‌জ্বৰ্‌ (স. শ ) জাৰ লাগি গা কঁপাই উঠা জ্বৰ। [কৰ্‌।

কঁৰাল্‌ (স. ধা.) নিমজ কৰ, সলসলীয়া

কঁৰাগলি (স. শ.) মুগা সূতা-কটা তাঁতৰ বীৰ মাৰি।

কঁৰিয়া (স. ধা.) কাঁৰেৰে বিন্ধ্‌, কাঁৰ লগা; [মহ-খীৰোৱা বাঁহ-চুঙা।

কঁৰীয়া (স.শ.) এবিধ কাণৰ অলঙ্কাৰ;

কঁহাৰ (স.শ. ) কাঁহৰ কাম কৰোঁতা।

কঁহুৱা (বি) কাঁহেৰে মিহলি। (স. শ.) এবিধ বন। [আদি।

কঁহ্‌কঁহীয়া, (বি) নতুন, লেপেলা (মাহ

ককৰ্কনীয়া (বি.) লেহকা, পাতল।

ককৰ্থনা (স. শ.) গালি, বিকৰ্থনা।

ককা (স. শ.) বোপাইৰ বা আইৰ বাপেক।

ককাই (স. শ.) জ্যেষ্ঠ, বোপাইৰ বা দদাই-আদিৰ বয়সে ডাঙৰ পুতেক।

ককনি (স. শ.) কক্‌-কক্‌ শব্দ, মতা কুকুৰাৰ মাত।

কককা (অ. ধা.) কক্‌-কক্‌ শব্দ কৰ্‌, মতা কুকুৰাৰ দৰে মাত্‌।

ককৰকনি (স. শ.) পানীত পৰি উঠিবৰ নিমিত্তে হাত-ভৰি লৰোৱা কাৰ্য্য।

ককৰকা (অ.ধা.) পানীত পৰি উঠিবৰ নিমিত্তে হাত-ভৰি লৰা, আপদত পৰি বিবুদ্ধি হ।

কঙ্ক (স.শ.)ৰাজা যুধিষ্ঠিৰ; পক্ষীবিশেষ, বগলী চৰাই, ছদ্মবেশী ব্ৰাহ্মণ।

কক্ষ্‌ (স. শ. ) থাক।

কচ্‌ (স. শ.) এবিধ মাছ। (অ. ধা.) বাজোতে জৰী টান্‌, আঁট্‌।

কচাল্‌ (স.ধা.) ঢিলা কৰিবলৈ জোকাৰ, জোকাৰি বা লৰাই ঢিলা কৰ্‌।

কচালনি (স. শ.) ঢিলা কৰিবলৈ ঘনে-ঘনে দিয়া জোকাৰ।

কচু (স. শ.) বাৰিষা হোৱা এবিধ ক্ষুদ্ৰ গছ আৰু তাৰ আলু। [কাৰ্য্য।

কচু-ঘেঁটা (স. শ.) বৰকৈ ঘেঁটা।

কচোৱা (স. শ ) মাছৰ আৰু ঘোঁৰাৰ পেটত হোৱা এবিধ পোক।

কচোৱা-শিজৰা (স.শ.) লালোৱা-শিজৰা

কচ্‌কচনি (স. শ.) লৰচৰ কৰি থকা কাৰ্য্য।

কচ্‌কচা (অ. ধা.) লৰাৰ দৰে লৰচৰ কৰি থাক, থিৰে নে থাক্‌।

কচ্‌কচীয়া (বি,) লৰচৰ কৰি থকা, থিৰে ন থকা।

কচ্ছপ্‌ (স. শ.) কাছ। [বাসী।

কছাৰী (স.শ.) অসামৰ এজাতি আদি-

কজ্জক্‌ (স. শ.) খাকৰ সঁচাৰ।

কজলা (বি.) অলপ বগাৰে মিহলি কলা, আমু কলীয়া; অলপ নীল বৰণীয়া বগা।

কজুৱা (বি) ঠাওকতে বস্তু কিনি আনি বেচা লোক। ১

কজুৱালি (ক্রি. বি.) ঠাওকতে বস্তু কিনি আনি বেচা কাম।

কটক্‌ (স. শ.) সৈন্য, যুজাৰু সমূহ।

কটকী (স. শ.) এক ৰজাৰ বাৰ্ত্তা আন ৰজালৈ নিয়া বিষয়া, ৰজাৰ দূত।

কটনা (স. শ.) বেচ লবলৈ সূতা কটা বা কাপোৰ বোৱা কাৰ্য্য। কটনা কাটি, বেচ লবলৈ সূতা কাট্‌ বা কাপোৰ ব।

কটখীয়া (বি) টান, ভালকৈ নিসিজা বা নোকোমলা (চাউল)। [আদি

কটলুৱা (বি) মানুহ-নগোৱা, (বিল·

কটা (স. শ.) গালি-পৰা মাত, নীচ।

কটা-বাহু্‌ (স. শ.) হাত দুখান পিঠি কাললৈ নি দিয়া বান্ধ।

কটাৰী (স. শ.) এবিধ সৰু কটা অস্ত্ৰ।

কটাহিত্‌ (স.শ.) কেৰাহিকৈ চোৱা, চকু কৈৰাকৰি চোৱা। ১

কটাক্ষ (স.শ.) কেৰাহিকৈ চোৱা দৃষ্টি।

কটি (স. শ.) কঁকাল।

কটিসূত্ৰ (স.শ.) ককালী-জৰী কঁকাল-বান্ধনী। [কটীয়া)।

কটীয়া (স. শ.) কটা মানুহ (খৰি

কটু (বি) কৰ্কশ, মনত বেজাৰ-লগোৱা,

কটুৰ্‌ (বি) নিৰস, টান, সাৰ নথকা।

কটুকটনি (স. শ.) কামোৰৰ নিচিনা বোধ বা পীড়া। [অস্থিৰ।

কটুকটীয়া (বি) টান, (বাহু) কচকচীয়া,

কটুকিনা (বি.) কৃপণ, চিকটা, আটকীয়া, পাৰলৈ টান, (বস্তু); লাগতিয়াল বস্তু কষ্টেৰে পোৱা বা অধিক ম-থকা (ঠাই)।

কটুগদ্‌ (স. শ.) কিঞ্চিৎ মনোযোগ (পীড়া বা সম্বোধনত খাটে), যেনে, এচুৰি জোকে কামুৰিছে, তাতে কটগদ নাই; ইমান বিজিয়ালো সি কটগদকে ন কৰিলে।

কঠ্‌ (স.শ.) তৃণৰ আসন, মুঠাৰ আসন।

কঠনা (স. শ.) এবিধ মুল আৰু তাৰ গছ।

কঠনীয়া (বি) একঠা-থৰা।

কঠা (স. শ.) পাঁচ বা ছয়ুটিৰ জোখ (চাউল-আদি); সেই পৰিমাণৰ বস্তু-থৰা সঁফুলি; চুৰি লোকা-মাটি।

কঠিন্‌ (বি) টান।

কঠীয়া (স. শ.) খেতিৰ কাৰণ থোৱা গুটি ; ধানৰ পুলি।

কঠীয়াতলী (স.শ.) সদায় ধানৰ কঠীয়া সিঁচা মাটি।

কঠীয়ানি (স.শ.) ধানৰ পুলি থকা ঠাই

কঠুৱা (বি) কাঠৰ দৰে নীৰস আৰু টান ; বিসোৱাদ। ( স.শ )কাঠৰ পাত্ৰ।

কঠোৰ (বি) টান, কৰ্কশ।

কড়্ (স. শ.) বঁহনি খাই কাঠ-বন্ধা চিন।

কড়া (স. শ.) এটা কড়ি , তাৰ সমান মূল্য।

কড়াকড়ি (স. শ.) এজনে আন এজনৰ হাতৰপৰা কাঢ়ি নিবখোজা কাৰ্য্য, ঝাঁজোৰাঝাঁজুৰি।

কণ্ (স. শ.) অতি ক্ষুদ্ৰ ভাগ ; গুটিৰ পুলিহোৱা ভাগ ; তিৰোতাৰ সন্তান উৎপত্তিৰ শক্তি।

কণনিয়া (বি) কাণ ফটা, (চকত খাটে)।

কণা (বি)দেখা শক্তি ন থকা, (জন্তু বা চকু)। (স. শ.) এটা বা দুয়োটা চকুৰে নে দেখা মাহুহ (স্ত্ৰী)কাণী।

কণাকণি (স. শ.) এজনে আন এজনৰ কাণত কথা কোৱা কাৰ্য্য।

কণামাকৰি ( স. শ. ) কাণৰ বিন্ধাৰ মণি।

কণামুচৰি (স. শ.) এবিধ মাছ-খোৱা চৰাই।

কণামুনা (বি) বৰ আন্ধাৰ।

কণাৰি (স. শ.) সৰু নাও বাহিৰহৈ তাৰ কাণত বান্ধি থোৱা নগৰা ; তাৰ-পাচি আদিৰ কাণত লগোৱা বেঁতৰ নগৰা বা আঙঠি।

কণিকা (স. শ.) সৰু এভাগ, পানীৰ ক্ষুদ্ৰ টোপা।

কণিকিয়া
কণিয়া } (ক. ধা.) অল্পঅল্পকৈ পৰ, ( বৰষুণত খাটে)।

কণিবিহ্ (স. শ.) এবিধ সামান্য বিহৰ গছ আৰু তাৰ গুটি।

কণী ( স. শ. ) অণ্ড, ডিম্ব ; পুৰুষ-শক্তিৰ গুটি।

কণী-লগা (বি) পেটত কণী থকা।

কণুৱা (স.শ.) এবিধ মাছ-খোৱা চৰাই,

কনৌৰ্ (স.শ.) কৰবীৰ ফুল আৰু তাৰ গছ , কেতুৰি পাতীয়া এবিধ ফুল

কণ্ জলকীয়া (স. শ.) খৰিকাযাঠি।

কণ্টক্ (স. শ.) কাইট ; শত্ৰু।

কণ্ঠ (স.শ.) ডিঙিৰ আগ-ফাল, টেঁটু।

কণ্ঠি
কণ্ঠী } (স. শ.) এবিধ মণি।

কণ্ মৰা (বি) বাঞ্জী, সন্তান-উৎপত্তিৰ শক্তি ন থকা।

কন্দো
কণ্দো } (স. শ.) এবিধ গছ, তাৰ গুটি।

কত্ (সৰ্ব্ব) কোন ঠাইত।

কতবা (সৰ্ব্ব) বিস্তৰ, অনেক, বহুত।

কতা (ক্রি. বি.) কত ? কোন ঠাইত ?।১

কতিয়াকতি(বি)এটাৰ কাণলৈ আনটো হলা, চুকিয়াচুকি।১

কতীয়া ( বি ) কাতি-মাহত হোৱা ; কাতি হোৱা, হলনিয়া।

কতীয়াকৈ ( ক্রি. বি. ) কাতি-ভাবে, একলীয়াকৈ।

কত্‌বা (ক্রি. বি.) কোন ঠাইত বা, নিশ্চয় নজনা কোনো এক ঠাইত।

কথ্‌ (স. শ.) খৈ গছৰ আঠা।

কথকি (বি) অধিক কথা-কোৱা বা ভালকৈ কথা কব জনা (স্ত্রী) কথকিনী বা কথকী (স. শ.) অধিক কথাকোৱা বা ভালকৈ কথা কব জনা মানুহ।

কথঞ্চিৎ (ক্রি. বি) কোনো প্রকাৰে, কিছু পৰিমাণে।

কথা (স. শ.) বাক্য, শব্দ, বর্ণনা, বিবৰণ ; বিষয় ; কার্য্য, উপাখ্যান ; আলাপ।

কথা-বাৰ্ত্তা } (স.শ.) আলাপ, কথোপ-কথন।
কথাবাৰ্ত্তা }

কথাবাহী (বি) কথাবে চহকী, বহুত কথা-কোৱা। [কোৱা কথা।

কথোপকথন্ (স. শ.) আলাপ,পৰস্পৰে

কদম্ } (স. শ) বৰ্-গছ।
কদম্ব }

কদৰ্থ (স. ধা.) গালি পাৰ্।

কদৰ্থনা (স. শ.) গালি, তিৰস্কাৰ।

কদৰ্য্য (বি) বেয়া।

কদাকাৰ্ (বি) অশুৱনি, আপচু।

কদাচ } (ক্রি.বি.) কেতিয়াও।
কদাপি }

কদাচাৰ্ (স. শ.) বেয়া আচৰণ, নীতি বা নিয়মৰ বিৰুদ্ধ চলন।

কদাচিত্ (ক্রি বি.) কেতিয়াবা।

কনা (স. শ.) কণা ; আটি। ( স. ধা.) খুঁটাৰ কান কাটৃ বা কান লগা।

কনাৰি (স. শ.) এবিধ বন-ফুল।

কনাসিমলা (স. শ.) এবিধ বন।

কনিষ্ঠ (বি) বয়সে সৰু।

কন্‌কননি (স. শ.) ধাতুৰ পাত্ৰত কৰা আঘাতৰ শব্দ।

কন্‌কনা (অ. ধা.) কন্‌কন্ কৰ্ অর্থাৎ আঘাত-পোৱা ধাতুৰ পাত্ৰ-আদিৰ দৰে শব্দ কৰ্।

কন্‌কনীয়া (বি) কন্‌কন্ শব্দ কৰা, শুকান আৰু টান। [চিন থকা।

কন্দনাসুৱা (বি) বিবৰ্ণ, মুখত শোকৰ

কন্দল্ (স. শ.) বিবাদ, দ্বন্দ্ব।

কন্দুৱা (স. ধা.) ক্রন্দন কৰা।

কন্ধ্ (স. শ.) বাহৰ ওৰি ভাগ, কান্ধ ; এটা মুৰ নথকা ভূত ; পুথিৰ এভাগ।

কন্ধা (স.শ.) এবাব কান্ধত নিয়া খাগবি আদিব পোলা।

কন্যা (স. শ.) ছোৱালী , ষষ্ঠ ৰাশি।

কন্যা-কাল্ (স. শ.) ছোৱালাব প্রথম ঋতু। [ মনত ৰখা খং।

কপট্ (স. শ.) যথার্থ ভাবব গোপন ;

কপটী
কপটীয়া } (বি) যথার্থ ভাবক গোপন কৰা, মন ভাঙ্গি কথা-নোকোৱা ; মনত খং-ৰখা।

কপৰা (স. শ.) কপাহব চুপহি।

কপলীয়া (বি) কপালী, ভাগ্যৱন্ত।

কপহুৱা ( স. শ. ) কপাহব ব্যবসায় কৰোঁতা।

কপাল্ (স. শ.) চেলাউবিব ওপব আক চুলিব তল ভাগ ; ভাগ্য, দশা।

কপালি (স. শ.) টাটী বা জেওবাব এভাগ ; এবিধ অলঙ্কাব।

কপালী (বি) ভাগ্যৱন্ত।

কপালহীন্ (বি) দুর্ভগীয়া, অভাগী।

কপাহ্ (স.শ.) গুটিবে সৈতে থকা তুলা।

কপাহনি (স. শ.) কপাহব খেতি।

কপাহী (বি) কপাহবপৰা কৰা।

কপাহ্-গুটীয়া ( বি ) কপাহব গুটিব সমান।

কপিং (স. শ.) লেংটি।

কপিলা (বি) অলপ হালধীয়া ববণেবে মিহলি মুগা। (স. শ.) কপিলা বলদ, (স্ত্রী) (বি. স. শ.) কপিলী।

কপৌ (স.শ.) পাব-জাতিব এবিধ বন-ৰীয়া চৰাই। (স্ত্রী কপৌবণী।

কপৌফুল্ (স. শ.) গছব ওপবত গজা এবিধ বন, তাব ফুল।

কপৌলতা (স. শ. ) তেঁতেলী-পতীয়া এবিধ সক লতা ( কপৌ আদি চৰাইব খাই পতাও চলে। )

কপ্ কপনি (স. শ.) বকনি।

কপ্ কপা (অ. ধা ) অবাবত সবহ কথা ক, বক্। [থকা।

কপ্ কপীয়া ( বি ) টপটপীয়া, বকি

কফ (স. শ.) শবীবব এক ধাতু ; গাব ঘন হোৱা বস।

কফাল্
কফী } (বি) কফ-যুক্ত।

কম্ (বি) ন্যূন, তাকব ; নীহ, নিকৃষ্ট। (অ ধা) কম হ, আগতকৈ তাকব বা ক্ষুদ্র হ। [পাত্র।

কমণ্ডলু ( স. শ. ) সন্ন্যাসীব পানীব

কমনি (স. শ.) পানীব ওপবত সাঁতবি ফুৰা কার্য্য, ( মাছত খাটে )।

কমনীয়া (বি) পানীব ওপবত সাঁতবি ফুৰা, ( মাছ )।

কমল্ (স. শ.) পদ্ম।

কমা (স. ধা.) তাকব কৰ, কম কৰ ; অঙ্গুলিবে টানি তুলাব গাঁহ দীঘল

বা মুকলি কৰ্; বালি ধুই সোণ উলিয়া। (অ. ধা.) পানীৰ ওপৰত সাঁতুৰি ফুৰ্(মাছত খাটে)।

কমাৰ্ (স. শ.) লোৰ কাম-কৰোঁতা; (স্ত্রী) কমাৰণী। [ঠাই।

কমাৰ-শাল্ (স. শ., কমাৰে গঢ়-গঢ়া

কমি (স. শ.) কমতি, ন্যূনতা।

কমে (অব্য.) নিৰূপিত পৰিমাণতকৈ ন্যূন হলে; যেনে পাঁচ টকাৰ কমে।

কম্তি (স. শ.) অল্পতা, ন্যূন হোৱা অৱস্থা, নাটনি।

কবি (স. শ.) পদ্য ৰচনা-কৰোঁতা।

কবিতা (স. শ.) কবিৰ ৰচনা, শ্লোক।

কম্বল্ (স. শ.) খনা, এবিধ নোমৰ কাপোৰ।

কম্পন্ (স. শ.) লৰণ, কঁপনি।

কম্পমান্ (বি) কম্পন-যুক্ত, কঁপি থকা।

কৰ্ (স.ধা.) কৰ্ম্ম সম্পাদ্; নিৰ্ম্মা, ৰচ। (স. শ.) হাত; খাজনা, শুল্ক দিব লগীয়া ধন।

কৰ্ (সৰ্ব্ব.) কোন ঠাইৰ?

কৰকন্ (স. শ.) আঁঠুৰ ওপৰৰ ভাগ।

কৰকনীয়া (বি) কৰকনৰ সমান ওখ বা দ।

কৰচ্ (স. ধা.) কৰ্ কৰ্ শব্দ কৰি চোবা। (স. শ.) এবিধ গছ।

কৰচনি (স. শ.) টান বস্তু চোবাওঁতে হোৱা শব্দ; দাঁত চোবোৱা কাৰ্য্য।

কৰণ্ (কৃৎ. শ.) সম্পাদন, কৰা।

কৰণি (স. শ.) পিন্ধা কাপোৰৰ মুকলি আধাৰ। [দাৰযুক্ত অস্ত্র।

কৰত্ (স. শ.) কাঠ-ফলা বা কটা,

কৰতী (স. শ.) এবিধ চেপেটা মাছ; এবিধ যন্ত্র। [ফালোঁতা।

কৰতীয়া (স. শ.) কৰতেৰে কাঠ-

কৰপ্ (স. শ.) অঙ্কৰ শিকত হোৱা আকৃতিৰ নিচিনা সাঁচ।

কৰপা (স.শ.) তাঁত হৈ বস্ত্র বোৱা মলি

কৰবীৰ্ } (স.শ.) এবিধ ফুল আৰু
কৰ্বীৰ্ } তাৰ গছ।

কৰম্ (স. শ.) কৰ্ম্ম, কাম; শৰাধ (চহা) (স. ধা.) হৰা দি, ভূ মন্ত্রৰ দ্বাৰা পীড়া দি। [বিশেষ।

কৰম্ফুলা (স. শ.) কাণৰ অলঙ্কাৰ

কৰণীয়া (বি) নীৰস, প্রায় শুকান (ভাত-আদি)। [কৰ্।

কৰা (স. ধা.) আনৰ দ্বাৰা সম্পাদন

কৰাই (স. শ.) সান্দহ, ভজা চাউলৰ লদা থকা গুড়ি।

কৃৰাইচ্ (বি) কৃপণ, কটকিনা।

কৰাইমেৰীয়া (স.শ.) পাক খৰ হোৱাৰ নিমিত্তে লেজু বা জৰী পাক খাই লগা গাঁঠি। [কৰ্বাঁতী।

কৰাওঁতা (স. শ.) যি জনে কৰায়,(স্ত্রী)

কৰাপাট্ (স. শ.) সত্ৰৰ বাটচৰা।

কৰাল্ (স. শ.) পকিৰ্ত্ত ইটা-লগোৱা

আঠা ; কোনো বস্তুত আঠাৰ দৰে লাগি থকা শুকান বস্তু ; বিকট্, ভয়ঙ্কৰ।

কৰি, "কড়ি" চোৱা।

কৰী (স. শ.) হাতী।

কৰুণা (স.শ.) কৃপা,দয়া ; এবিধ টেঙা।

কৰুণাময়্ (বি) দয়ালু, মৰমিয়াল।

কৰুণীয়া (বি) দীঘৰ এডাল সূতা বা কাঠী এৰি এডাল তুলি ৰোৱা।

কৰুৱা (বি) বিসোৱাদ আৰু দুৰ্গন্ধ (ঘিউ)।

কৰৈ (স. শ.) এবিধ সুকাঠী গছ।

কৰোঁতা (স. শ.) যি জনে কৰে (স্ত্রী) কৰঁতী।

কৰ্কট্ (স.শ.) কেঁকোৰা ; চতুৰ্থ ৰাশি।

কৰ্‌কৰণি }
কৰ্কৰণি } (স.শ.) টান বস্তু-চোবোৱাৰ শব্দ।

কৰ্‌কৰা }
কৰ্কৰা } (অ:ধা.) দাঁতেৰে চোবাই শব্দ কৰ্। (বি) পানী নিদিয়াকৈ থোৱা, (ভাত)।

কৰ্‌কৰীয়া }
কৰ্কৰীয়া } (বি)শুকাই টান হোৱা।

কৰ্কশ্ (বি) কঠিন, টান ; খহটা ; নিমৰমিয়াল।

কৰ্চন্ (স.শ.)বগ জাতিৰ এবিধ চৰাই।

কৰ্জা }
কৰ্জা-টেঙা, } (স.শ.) এবিধ সৰু টেঙা ফল, তাৰ গছ।

কৰ্ণ (স. শ.) কাণ, শুনা ইন্দ্রিয়।

কৰ্ণ-গোচৰ্ (বি) কাণেৰে শুনা, কাণত পেলোৱা, জনোৱা।

কৰ্ণপথ্ (স. শ.) কাণৰ বিন্ধা, কাণেৰে শুনা শব্দৰ দূৰৰ। ১

কৰ্ণবালা (স. শ ) এবিধ কাণৰ অলঙ্কাৰ। ১

কৰ্ণিকা (স.শ.) ফুলৰ চকা, খনিষ্ঠা।

কৰ্‌তলীয়া (বি) আন এক ৰজাক কৰ দিয়া, অধীন (ৰজা)।

কৰ্তব্য (বি) ক'ৰব লগা। (স.শ.)কৰিব লগা কাম। [(স্ত্রী) কৰ্ত্রী।

কৰ্তা (স. শ.) কৰোঁতা, যি জনে কৰে,

কৰ্‌তাল্ (স. শ.) প্রতি হাতে দুচটা বাঁহৰে বজোৱা এবিধ বাদ্য, ৰামতাল।

কৰ্দৈ (স.শ) গাত শিৰ থকা এবিধ টেঙা ফল ; তাৰ গছ। [থকা।

কৰ্দৈসিৰিয়া (বি) কৰ্দৈৰ নিচিনা শিৰ

কৰ্দ্ধনি }
কৰ্ধনি } (স. শ) সোণৰ বা ৰূপৰ কঁকালী-জৰী, কঁকালত মেৰোৱা শিকলি।

কৰ্‌পৰা (সৰ্ব্ব) কোন ঠাইৰ পৰা।

কৰ্পূৰ্ (স. শ.) কাপূৰ।

কৰ্পূৰাণি (স. শ.) এবিধ মণি।

কৰ্ফাল্ (স.শ.) এঠাইত পিছল খাই আন ঠাইত পৰা।

কৰ্‌ৰা (সৰ্ব্ব)নজনা কোনোএক ঠাইৰ।

কৰ্‌ৰাপৰা (সৰ্ব্ব) নজনা কোনো এক ঠাইৰ পৰা।

কৰ্ম্ম (স. শ.) কাৰ্য্য, কাম, বন।

কৰ্ম্ম-ফল্ (স. শ.) নিজে কৰা কামৰ-পৰা হোৱা সুখ বা দুখ।

কৰ্ম্মবন্ধ (স. শ.) পূৰ্ব্ব জন্মত নিজে কৰা কামৰ ফল ভুগিবলৈ আবদ্ধ হোৱা অবস্থা।

কৰ্‌যোৰ্ (জো) (স. শ.) বিনয় কৰোঁতে একে লগ কৰা দুই হাত।

কল্‌কল্ কৰে (ক্রি. বি.) বেগে পৰা পানীৰ শব্দ।

কলাগুৰি (স.শ.) দবা-ছোৱালী আদৰা কলা পুলিৰ ওচৰৰ ঠাই।

কৰ্কা (স. শ.) বুটা, প্রতিমাৰ পৰ্ব্বতীৰ ওপৰত দিয়া শোভা।

কাঁউত্ (স. শ.) বাজ হাঁহৰ শব্দ; বিকাৰী পেটৰ মাত।

কাঁউত্ কৰে (ক্রি. বি) কাঁউত্ শব্দ কৰি, মাত দি।

কৰ্মাজ্ (স. শ.) নাৱৰ ফুটাত জুমাই দিয়া ক্ষুদ্ৰ কাঠ।

কৰ্হা (স. শ.) এবাৰ হাল বাই চাহ কৰ্, এ চাহ বা।

কল্ (স. শ.) এবিধ গছ, তাৰ গুটি, কলা; মাছৰ গালৰ ভিতৰৰ ছিবদিয়া উশাহৰ যন্ত্ৰ; কোনো বেগ্ৰা কামৰ প্রতিকল নোপোৱাত বঢ়া মন বা সাহ; কৌশল, যন্ত্ৰ।

কলকুৰান্ (স. শ.) এবিধ খুন্দা-লগোৱা সাঁফৰ-দিয়া বাটি।

কলগ্রহ্ (স.শ) এবিধ নোৱৰা, কষ্ট-দায়ক বস্তু।

কলঙ্ক (স. শ.) চেকা; অপযশ।

কলঙ্কী (বি) কলঙ্কযুক্ত, অপযশ-পোৱা, (স্ত্ৰী) কলঙ্কিনী।

কলচী (স.শ.) সৰু ধুনীয়া কলহ; দল-আদিৰ ওপৰত দিয়া কলহৰ নিচিনা বস্তু।

কলনি (স. শ.) কলা-বাৰী।

কলপ্ (স. শ.)সাপৰ মোট্; ঢাকনী।

কলপ্ কলপ্ (স শ.) বামত তোলা মাছেউশাহ লওঁতে গালৰ সঞ্চালন; বৰ দুখেৰে বা দুখ মেলি উশাহ-লোৱা কাৰ্য্য, কল্‌ঢপ্ কল্‌ঢপ্।

কলম্ (স. শ.) লেখনী, কাপ; চুটিকৈ কটা (গছত খাটে)।

কলমুৱা (বি) পানীৰ ওপৰত বগোৱা (বন আদি)। [ পানীৰ পাত্ৰ।

কলহ্ (স. শ.) বিবাদ, দন্দ; এবিধ

কলহীয়া (বি) কলহ কৰা; কলহৰ নিচিনা।

কলা (বি) আন্ধাৰ-বৰণীয়া।

কলা (স.শ.)চন্দ্ৰৰ ষোল ভাগৰ এভাগ; কাণে শুনা পুৰুষ; কল-গছ,

তাৰ গুটি। (বি) কাণে শুনা (পুং)

কলাই (বি) কাণ্হি ভাগৰ লগা বা দুৰ্ব্বল হোৱা, (লৰা)।

কলাই-খাৰ্ (স. শ.) ছিলৈৰ খাৰ।

কলাঘুমটি (স শ )চিপমিলীয়া টোপনি।

কলাঘুমটীয়া (বি) কাণে ভালকৈ শুনা আৰু অলপতে চকু জাপ-খোৱা, গভীৰ নোহোৱা (টোপনি)

কলাঠহৰা }
কলাঠোৰা } (স. শ.) কলা-পাতৰ মাজৰ শিৰ।

কলাডিল্ (স.শ.) কলাৰ ফুলৰ ভঁৰাল, আমঠু বা কলিজা।

কলাডিলীয়া (বি) কলাডিলৰ নিচিনা।

কলা-পটুৱা "পটুৱা" চোৱা।

কলাপতীয়া (বি) সেউজীয়া।

কলাফুল্ (স.শ.) আঁঠুৰ তলৰ মঙহাল ভাগ। [ কলাঘুমটি।

কলাবলা (বি) কলাঘুমটীয়া। (স.শ.)

কলাযাবলী (স. শ.) কলাঠহৰা।

কলা-মাহ্ (স.শ.) এবিধ হৈইত হোৱা মাহৰে খোৱা গুটি। [ সাপ।

কলাহালধীয়া (স. শ.) এবিধ হালধীয়া

কলি (স. শ.) চতুৰ্থ বা বৰ্ত্তমান যুগ, তাৰ পৰিমাণ ৪,৩২,০০০ বছৰ; ফুলনীয়া গুটি, ফুলুলা ফুল, কোনো বস্তুৰ মূৰত লগোৱা খেঁটু। (বি) পুৰঠ নোহোৱা, কোমল (কল-আদি)।

কলিজা (স. শ,) বুকুৰ আমঠু।

কলিতা (স. শ.) আসামৰ কায়স্থ তলৰ জাতি। [ ফুল ধৰ্।

কলিয়া (অ. ধা) কলি পেলা, গুটি বা

কলী (বি কলা শব্দৰ স্ত্ৰীলিঙ্গ।

কলীয়া (বি) কলা-বৰণীয়া।

কলীয়াজাৰ (স. শ , এবিধ মাছ।

কলীয়াপানী (স. শ.) আটকি ৰাখিবৰ কাৰণে বন্দীয়াৰ বিলাকক পঠোৱা কোনো এটা উপদ্বীপ।

কলেৱৰ্ (স. শ.) শৰীৰ, গা।

কলৈ (সৰ্ব্ব) কোন ঠাইলৈ।

কলৈবা (সৰ্ব্ব) নজনা কোনো এক ঠাইলৈ।

কলৌ (স. শ.) দন্দ্ব, আপদ।

কলৌজপৌ (স. শ.) স্থান-স্থিতি নথকা অৱস্থা।

কল্‌কলনি (স. শ.) লৰা বা চৰায়ে প্ৰথমে কথা কবলৈ ধৰোঁতে মতা অস্পষ্ট মাত।

কল্‌কলা (অ. ধা) লৰা বা চৰাইৰ দৰে প্ৰথমে কথা কবলৈ অভ্যাস কৰ্।

কল্কি }
কল্কী } (স.শ,) বিষ্ণুৰ দশম বা শেষ অৱতাৰ।

কল্কী (স. শ.) কাণৰ ওপৰত পিন্ধা এবিধ খাৰু অলঙ্কাৰ।

কল্‌ডিল্ (স. শ.) কলাডিল।

কল্‌চপ্‌ কল্‌চপ্‌, 'কলপ্‌-কলপ্‌' চোৱা।

কল্‌পতীয়া 'কলাপতীয়া' চোৱা।

কল্প (স.শ.) ব্ৰহ্মাৰ এদিন-এৰাতি, অৰ্থাৎ ৪৩,২০,০০০০০ বছৰ।

কল্পতৰু } (স. শ.) যিহকে খোজা
কল্পদ্ৰুম্‌ } যায় তাকে দিয়াএজোপা স্বৰ্গৰ গছ।

কল্পনা (স. শ.) বাঞ্ছা; কবিবৰ নিমিত্তে মনেৰে স্থিৰ কৰা কথা; কবিতা-আদিৰ ৰচনাৰ নিমিত্তে সজা কথা,

কল্পনাথ্‌ (স. শ.) এবিধ তিতা গছ।

কল্পিত্‌ (বি) মনেৰে সজা।

কল্‌মটিয়া } (অ ধা) চৌপনিয়া,
কল্মটিয়া } চৌপনিয়ে ধৰাত চকু মুদি মুৰ দুপিয়া।

কল্‌মলা } (অ. ধা) তোক, পিয়াহ
কল্মলা } বা চৌপনিৰ পৰা দুঃখ পা, আহাৰ বা চৌপনিৰ অভাৱত দুৰ্ব্বল হ। [ শাক।

কল্মৌ (স. শ.) এবিধ পানীত হোৱা

কল্যাণ্‌ (স. শ.) মঙ্গল, কুশল।

কল্যাণী (বি) ভাগ্যৱতী।

কল্যাণীয় (বি) ভাগ্যৱন্ত।

কৱচ্‌ (স. শ.) জাখৰ, বগুৱাই পিন্ধা লোৰ চোলা; ভূত আদিৰ পৰা ৰক্ষা-কৰা মন্ত্ৰ।

কষটি(স.শ.) সোণ-পৰীক্ষা-কৰা শিল।

কষ্ট (স. শ.) দুখ, ক্লেশ।

কষ্টকৰ্‌ (বি) দুখ-দিয়া। [ হোৱা।

কষ্টসাধ্য (বি) কৰিবলৈ টান, উজু নো

কষা (স.শ.) কাচুটি, সৰু চুৰিয়া।

কস্তৰী } (স. শ.) গন্ধ-কলাই।
কস্তুৰী }

কহ্‌ (স.শ.) কাপোৰ বা সূতা কহোৱা ৰস্তু; ধাতুত উৎপন্ন হোৱা সেউজীয়া মল। [কাৰণ কহ লগা।

কহা (স. ধা.) ভাতকৈ বৰণ ধৰাবৰ

কহুৰা } (বি) কাহেৰা, কাহিৰকা।
কহৰা }

কহ্‌পাত্‌ (স.শ.) কাপোৰ বা সূতাত কহ-লগোৱা এবিধ গছ-পাত।

কল্লোল্‌ (স. শ.) পানীৰ খলকনি।

কক্ষা (স. শ.) পেটত বন্ধা বং। [চৰাই

কাউচা (স. শ.) নীল-বৰণীয়া এবিধ

কাউখেকেৰা (স. শ.) দুখী খেকেৰা।

কাউৰাণ্ডি (স.শ.) কাচুতি, বৰ বিনয়।

কাউৰী (স. শ.) মাইকী কোৱা; কোৱাজাতিৰ চৰাই। [ ৰূপ।

কাওণ্‌ (স. শ.) ষোল পোণ অৰ্থাৎ ১২৮০টা কড়ি বা মূল; এটকা

কাঁইট্‌ (স. শ.) কণ্টক, মুৰ-জোঙা শলা; হুল। [ ঠাই।

কাঁইটনি (স.শ) বহুত কাঁইট থকা

কাঁইবাই (স. শ.) এবিধ লৰাৰ খেল; এবিধ সৰু মাছ।

কাচৰ্ মহ্ (স.শ.) জাতি কৰা বনৰীয়া মহ। ১　　[ পিছা।

কাচ্পাৰ্ (স.শ.) কাপোৰ অলঙ্কাৰাদি

কাঁক্ (স. শ) সক ভোম।

কাঁক্ } (.সশ., এবিধ পৰ্ব্বতীয়া
কাক-বাঁহ } বাঁহ।　　[বিশেষ।

কাঁকৈ (স. শ) চুলিৰ জট-ভঙা সঁজুলি

কাকৈছিৰা (স.শ.) দীঘে মেলা কাঠ্,

দীঘল কাঠ্ (বি) কাঁকৈৰ দাঁতৰ দৰে দীঘে কলা।

কাঁচ্ (স. শ.) চীন-দেশৰ পাত্ৰসজা এবিধ মাটি (স. ধা.) মাহ বা মজহ নিছিলাকৈ ঘমাই ছিৰ দি কাট্।　　[ (জোন)

কাঁচি (বি) দৈ হবলৈ ধৰা, দুকচা; পূৰঠ নোহোৱা, পোনেই গুলাই অহা,(বস) ; নতুন, পূৰ নোহোৱা, (চন্দ্ৰ) (বি) নপকা,পোনেই ওলোৱা (বস)।　　[ মাটি।

কাঁচ্ মাটি (স.শ.) চীনৰ পাত্ৰ-সজা

কাঁজলী, কজলাৰ স্ত্ৰীলিঙ্গ।

কাঁজি (স.শ.) চাউল বা আধা-খুন্দা ধান সিজাই খৈ কৰা টেঙা পানী।

কাঁজিবিৰলী (স. শ.) এবিধ সৰু বিষহীন সাপ।　　[বস্ত।

কাঁজিলা (স.শ.) ধাত লগাবৰ নিমিত্তে এছটা ডকাৰ বাহত দুই লগাই লোৰ ওপৰত দি কৰা এবিধ কলা

কাঁটল্ (স.শ.) ত্ৰুৰ্ব কাইট ; চৰাইৰ আল।　　[ জোং।

কাঁটি (স. শ) হালোৱা এচাৰিৰ মূৰৰ

কাঁড্ (স. শ.) ধেনুৰে চলোৱা অস্ত্ৰ, শৰ। (স. ধা.) "কাঁৰ্" চোৱা।

কাঁড়ী (স. শ.) ধেনুৰে ৰণ-কৰোঁতা ; আসামত কাঁড়েৰে ৰণ-কৰা, ৰণ নোহোৱাত হজুৰৰ কাম-কৰা এখেল মানুহৰ এজন। হাতীৰ ঠেঙৰ ডলুৱা কটা ৰোগ ; কাঁড় মাৰোঁতা ; হজুৰা মানুহ। ১ ১

কাঁতৰি (স.শ.) কুঁহিয়াৰ-শালৰ তীৰৰ পাত ঘুৰাকাঠ, পালী-তীৰ।

কাঁথি (স. শ.) ঘৰৰ বেৰৰ বাহিৰে মুকলি কৰি ৰখা ভাগ বা পানী-পাচৰ পৰা আগ বঢ়াই সজা চালি।

কাঁৰ্ (স. শ.) "কাঁড্" চোৱা।

কাঁৰ্ (স. ধা.) পৰিষ্কাৰ কৰ্ মলি গুচাই নিকা কৰ ; (চাউল) ; বেয়া ভাগ গুচাই ঘৰ-চোৱা খেৰ পৰিষ্কাৰ কৰ্।

কাঁৰি (স. শ.) মাছে পিঠি উলিয়াই পানীৰ তলে কৰা গতি ; সেই গতিৰ দ্বাৰা পানীত হোৱা চিন।

কাঁৰী "কাঁড়ী" চোৱা।

কাৰ্কাই (স.শ.) কাক-লগোৱা ধেনু।

কাৰ্শলা (স.শ.) জোৰাশলা, এবিধ বিষাল সাপ।

কাঁহ্ (স.শ.) বাং আৰু তাম মিলাই কৰা ধাতু; সেই ধাতুৰে গঢ়া এবিধ-কাঁহ।

কাঁহী (স.শ.) কাঁহৰ থাল।

কাঁহিপাত (স.শ.) চোকা কাঁইট লগা কাঁহীৰ দৰে বহল পানীত হোৱা এবিধ বন পাত। কুঁহিয়াৰ আৰু কঁহুৱাৰ পাত। ১। [ লেখা।

কাকত্ (স.শ) তুলা-পাত; চিঠি.

কাকতী (স. শ.) লেখক, কাকত লিখি জীৱিকা-কৰোঁতা।

কাকতী-কৰিং (স. শ.) জাক পাতি আহি শস্য নষ্ট কৰা এবিধ পতঙ্গ।

কাকতীয়া (বি) লিখা কাকতৰ দ্বাৰা আৱদ্ধ, খত লিখি দিয়া; খত দি থকা।

কাকবন্ধ্যা (স.শ.) বিবৈধাজী.এটাতকৈ অধিক সন্তান নোহোৱা তিৰী।

কাকিনি (বি) বৰ ওখ (তামোল-গছ)।

কাকূতি (স.শ.) কাউবাউ, মিনতি, কাকৌ।

কাকোন্ (স. শ.) সোণাৰিৰ চেপেনা।

কাচ্ (স. শ.) এবিধ বৰ ঠনঠনীয়া উজ্বল বস্তু। [ মহ।

কাচৰ্ (স.শ.) আসামৰ ভাল জাতীৰ

কাচিহাড়্(স.শ.) তিৰিৰ কোবৰ পৰা তুযো বাহুত লগা বেঁকা হাড়। ১

কাছ (স.শ.) এবিধ চাবি-ঠেঙীয়া বিচৰ জন্তু।

ই ছয় প্ৰকাৰে বিভক্ত যেনে— ১

(১) বেজকাছ - ইয়াৰ আকাৰ চেপেটা, মুখ বেজৰ নিচিনা; নাকৰ চিন মাত্ৰ থাকে, বৰণ কলা, প্ৰায়ে বিলত পোৱা যায়।

(২) বগিয়া কাছ—ইয়াৰ আকাৰ চেপেটা, ডাঙৰ, ইয়াৰ কণিযোৰ ঘূৰ-ণীয়া আৰু মাজে থাঁকৰ নিচিনা।

(৩) তুৰাকাছ - ইয়াৰ পিঠিৰ চলং সমান, আন আকৃতি সাধাৰণ কাছৰ দৰে।

(৪) লাউজুৰা কাছ—ইয়াৰ পিঠিৰ চলঙৰ ওপৰ দ আৰু পিঠি ওখ।

(৫) মৌ বৰণীয়া কাছ—ইয়াৰ বৰণ অলপ ৰঙচুৱা, বাকী আকৃতি আন কাছৰ দৰে কিন্তু সকতে ইয়াক অলপ বগা দেখা যায়।

(৬) উলুৱা কাছ—ই প্ৰায়ে মঙ্গলী চাপৰিৰ উলুবনিত থাকে, আকৃতি সৰু, ইয়াক ধৰিব খুজিলে সি তাৰ হাতোড়া কেইটা ভিতৰলৈ সুমুৱাই থয়, দাঁতিত চলং নাই।

কাচি (স.শ.) দাৰ-লগোৱা, ধান-দোৱা কটাৰী।

কাছাৰি / কাছাৰী (স.শ.) ৰাজহুৱা কাৰ্য্যৰ ঘৰ বা বিচাৰৰ ঠাই।

কাছুটি (স.শ.) সৰু, ঠেক চুৰিয়া।

কাজ্ (স.শ,) কার্য্য,কাম, বন ; আক্ত-প্ৰাদ্ধ। [ কলা মাটি।

কাজল্ (স. শ.) অঞ্জন ; ফোঁট লোৱা

কাজলী (বি) কজলাৰ স্ত্রীলিঙ্গ।

কাজি (স. শ.) মছলমানৰ বিচাৰক।

কাজী (স.শ.)বৰ-কাটিব জনা তিৰোতা (বি) বৰ-কাটিব জনা, শিপিনী ; স্ত্রী।

কাজুৱা (বি) কামত নিপুণ, (স্ত্রী,পুং)।

কাজুৱাই } (স শ.)সজাই,তামোল পান-
কাজুৱৈ } আদি এঠাইৰ পৰা নি আন এঠাইত বেচোঁতা।

কাট্ ( স. ধা. ) ছেদন কৰ্, অস্ত্রেৰে দুই বা অধিক ডোখৰ কৰ্ ; মাজে খাঁক টানি লোপ কৰ্. (লেখা) ; সূতা কৰ্।

কাটন্ ( স. শ. ) কটা কাৰ্য্য ; চোক, ধাৰ ; সোণ ৰূপত ফুল-তোলা, নৰণিৰ নিচিনা সঁজুলি ; ছাপ কটা (বি) চোকা।

কাটনি (স. শ ) যুগী পাট-সূতা কৰা এজাতি মানুহ।

কাটল্ (স. শ. ) মাটিত বাঞে আন বস্তুত লগোৱা বাগ্ৰহ, খুত।

কাটোঁতা ( স. শ ) যি জনে কাটে, ছেদক। (স্ত্রী) কাটতী।

কাঠ্ (স. শ.) কাষ্ঠ, কটা গছ।

কাঠনি, (স. শ.) গছনি, বহুত ডাঙৰ গছ থকা ঠাই।

কাঠৰা (স.শ.) জন্তু-থোৱা কাঠৰ গঁৰাল বা ডাঙৰ সজা।

কাঠৰীয়া (স.শ.) কাঠ-কটীয়া।

কাঠিয়ক্ (বি) বৰ নিপুণ,পাৰ্গত (পৰি-হাসত)।

কাঠিয়ৰা (বি) খৰিকা দিয়া ( প্রায়ে-মাছত খাটে ) ১

কাঠী (স.শ.) কাঠ বা বাঁহৰ চেপেটা শলা : দুহাত জোখৰ মাৰি।

কাঠী-জাল্ ( স. শ. ) এবিধ মাছ-ধৰা জাল।

কাঠ্-আজিনাই (স. শ.) গাত হোৱা এবিধ টান কোঁহা। [ মূল।

কাঠ্ আলু (স.শ.) এবিধ টান আলু বা

কাঠ্কটীয়া (স.শ.) কাঠ কাটি বেচোঁতা

কাঠ্-কলি ( স. শ. ) পোনেই হোৱা নিচেই সৰু গুটি।

কাঠ্-গৰা } (স.শ.) কাঠৰ গৰাঁল ;
কাঠ্-গড়া } বিচাৰত পদকীয়া থিয় হোৱা গৰাঁল।

কাঠ্চিত্ (বি) নিমৰমিয়াল। (স.শ.) মৰম নথকা মন।

কাঠ্ফুলা (স. শ.) পচা কাঠ-আদিত গজা এবিধ সোপজুপীয়া উদ্ভিদ।

কাঠ্বাজী (স. শ.) মুঠেই সন্তান নো

হোৱা ভিবোতা (বি) সমূলি সন্তান বা পোৱালি নোহোৱা।

কাঠ্মাছ্ ( স.শ. ) গড়ৈ-মাগুৰ-আদি টান মাছ।

কাঠ্শৰ (স. শ.) বহুত কঁতৰা-মেলা শিজেৰে এবিধ ডাঙৰ পহু।

কাঠ্শালিকা (স.শ.) গোমোঠা বৰণৰ এবিধ শালিকা চৰাই।

কাঠ্-হাহি (স.শ ) বেজাৰ বা খঙেৰে হঁহাৰ দৰে দাঁত উলিওৱা কাৰ্য্য।

কাঢ় (স. ধা.) বলেৰে আঁজুৰি একৰা; চকৰ পৰা হেঁতাৰে নমা; বলেৰে নি।

কাঢ়নী (স.শ.) সিজোৱা ধান চকৰপৰা নমোৱা কাঠৰ হেঁতা; তাঁত বাটি কৰোঁতে সূতা টানি নিয়া সজুলি।

কাঢ়লী (স. শ.) চেঁউৰী গাই।

কাণ্ (স.শ.) কৰ্ণ, শুনা অঙ্গ; পাত্ৰৰ মুখৰ দাঁতি; নৈ আদিৰ দাঁতি।

কাণিছুৰৰী } (বি) অলপ্কৈ মেলি
কাণীছুৰৰীয়া } খোৱা, ( ছুৱাৰ)।

কাণিছুৰৰীকৈ ( ক্রি. বি. ) অলপ কৈ মেলি।

কাণী 'কণা' চোৰ্‌া।

কাণে (ক্রি. বি.) কাণৰ দ্বাৰা, কাণৰ [বাটে।

কাণেকাণে (ক্রি.বি.)মুখে-মুখে,কোনো মতে, কথমপি; কাণত মুখ দি ( কথা কোৱাত খাটে )।

কাণ্কটা ( বি ) যাৰ কাণ নষ্ট কৰা হৈছে; নিলাজ,' লাজ নথকা (স.শ.) নিলাজ মাহুহ, (স্ত্রী) কাণ-কাটী (গালি)।

কাণ্কুৰিকা (স. শ.) এবিধ শালিকা-জাতিৰ পখৰা চৰাই।

কাণ্খৰিকা(স.শ.)কাণ-খজুওৱা কাঠী।

কাণ্খোৱা (স.শ.) নবাই কান্দিলে নিচুকোৱা মাত।

কাণ্গাড়্ } (স. শ.) কাণৰ ভিতৰত
কাণ্গাৰ্ } হোৱা খহু।

কাণ্ঘোঁকটা (স. শ ) কাণ-খৰিকা।

কাণ্টাহা (স. শ) কাণসঁতাত মৰা টান চাপৰ ( কাম )

কাণ্ড (স.শ ) পুথিৰ এভাগ; অসাধাৰণ ঘটনা বা কাৰ্য্য। [বা পাখি।

কাণ্-পাখি (স.শ.) পাখিৰে সজা কাণ-খোঁকটা; মাছৰ গালৰ ওচৰৰ যাৰ

কাণ্-ফুল (স.শ.)এবিধ কাণৰ অলঙ্কাৰ

কাণ্বাগৰা (বি) লোকৰ মুখে শুনা।

কাণ্বিন্ধনি(স.শ.)কাণ-ফুটোৱা কাৰ্য্য।

কাণ্বেৰী (স.শ.) কাণত পিন্ধা সোণাৰ ঘূৰণীয়া অলঙ্কাৰ। ১

কাণ্মাদল্ (স. শ. ) কাণৰ ভিতৰৰ এডোখৰ পাতল ছাল, যত ধ্বনিৰ খুন্দা লাগি শব্দ শুনা যায়।

কাণ্মুৰালি (স.শ.) এবিধ কাণ-গাৰ।

কাণ্লতি (স.শ.) কাণৰ তল-ভাগ।

কাণসঁজা (স. শ.) গালৰ পাচৰ, কুমৰ তলৰ ভাগ।

কাণ্‌-সমনীয়া (বি) একাণ খোৱা, প্রায় সমনীয়া।

কাণ্‌সৰালি মাৰ্‌, আওকাণ কৰাৰ দৰে মনে মনে শুনি থাক্‌।

কাণ্‌সাৰ্‌ (স.শ.) কথালৈ মন-দিয়া বা কাণ্‌পতা কার্য্য, মনোযোগ।

কাতৰ্‌ (বি) পীড়িত, দুঃখিত, ব্যাকুল। (স.শ.) বিনয়, কাকুতি।

কাতি, (স.শ.) কার্ত্তিক, সপ্তম মাহ। (বি) এচলীয়া, একবীয়া।

কাতিকৈ (ক্রি. বি.) এচলীয়াকৈ, একলীয়াকৈ।

কাতি-মহীয়া (বি) কাতি-মাহৰ। (ক্রি. বি.) কাতি-মাহত।

কাতিকুতা (স. শ.) ইকাতি সিকাতি, লবচৰ।

কাতিনেউলী (স.শ.) এবিধ শালী ধান।

কাতিশঁজা (স.শ.) কাতি-মাহত হোৱা নাগী বৰষুণ● [মুৰীয়া কটাৰী।

কাতী (স. শ.) পাতল বস্ত্ৰ কটা এবিধ

কাথ্‌ (স. শ. ) জাতি, কায়স্থ। ১

কান্‌ (স.শ.) কান্ধ, বা বিচনীৰ ওপৰ-ভাগ; খুঁটাৰ মূৰৰ খাঁজ বা খোপ।

কানি (স. শ.) ফটা কাপোৰ; আফিং।

কানি-কাপোৰ্‌ 'কাপোৰ্‌-কানি' চোৱা।

কানীয়া (বি) আফিং-খোৱা। (স.শ.) আফিং-খোৱা মানুহ; (স্ত্রী) কানী-য়ানী।

কান্ত (স. শ.) পতি, গৈ; (স্ত্রী) কান্তা।

কান্তি (স. শ.) দীপ্তি, প্রকাশ।

কান্তিমন্ত (বি) দীপ্তিমন্ত, পোহৰ-দিয়া

কান্দন্‌ (স. শ.) ক্রন্দন্‌, কন্দা কার্য্য।

কান্দুৰা (বি) কান্দি থকা, (স্ত্রী) কান্দুৰী।

কান্ধ্‌ (স. শ.) বাবিচনীৰ ওপৰ-ভাগ, কান।

কান্দুলি (স. শ.) এবিধ চেপেটা মাছ।

কান্‌মাৰি (স.শ.) কানত তাৰ দিয়া মাৰি, তাৰ-মাৰি; টোলোঠাৰ মূৰ-ধৰা মাৰি।

কাপ্‌ (স. শ.) লেখনী, কলম, আখৰ লিখা কাঠী; ছদ্মবেশ; দু ভাগ কলীয়া বেঁতৰ আটি। ১

কাপোৰ্‌ (স. শ.) বস্ত্র, গাৰ ঢাকনী। 'কাপৰ্‌' এনেও হয়।

কাপোৰ্‌-ভকী (স. শ.) গাত পিন্ধা মলিন কাপোৰত্‌ হোৱা এবিধ পোক।

কাপোৰ্‌-কানি (স. শ.) গাত পিন্ধা সকলো কাপোৰ, চুৰিয়া-চেলেং আদি।

কাপ্‌-কাপ্‌ 'কলপ্‌-কলপ্‌' চোৱা।

কাপ্‌ৰখা (স.শ.) কাপ-খোৱা চুলা।

কাপ্‌ঢেঁকীয়া (স. শ.) ঢেঁকীয়া-শলি, এবিধ তৃণ। [বস্তু।

কাফুৰ্‌ (স. শ.) কর্পূৰ, এবিধ সুগন্ধি

কাবৌ (স. শ.) কাকুতি।

কাব্য (স. শ.) শ্লোকেৰে কৰা বৰ্ণনা।

কাম্‌ (স.শ.) কামদেৱ, তিৰোতা-মতাৰ প্ৰেমৰ অধিকাৰী-দেৱতা; কৰ্ম্ম, বন; এবিধ চৰাই; শৃঙ্গাৰৰ ইচ্ছা।

কামনা (স. শ.) ইচ্ছা, বাঞ্ছা।

কামলি (স. শ.) থন্দা, এবিধ নোমৰ কাপোৰ।

কামাখ্যা (স. শ.) কামৰূপৰ নীলাচল-পৰ্ব্বতত থকা গোসাঁনী।

কামাতুৰ্‌ (বি) কামৰ দ্বাৰা পীড়িত, শৃঙ্গাৰৰ ইচ্ছাৰে ব্যাকুল; (স্ত্ৰী) কামাতুৰা।

কামায়ণ্‌ (স. শ.) এবিধ বৰতোপ।

কামিনী (স. শ.) সুন্দৰী তিৰোতা; তিৰোতা মাত্ৰেই।

কামিলা (বি) কামৰ উপযুক্ত, কামত লগা।

কামী (স. শ.) ফালি চঁচা বাঁহ।

কামীহাড় (স. শ.) বুকুৰ দুকালে থকা কামী নিচিনা চেপেটা হাড়।

কামুক (বি) কামাতুৰ; (স্ত্ৰী) কামুকী

কামুৰি (স. শ.) উধাতু, হৈকটি; মৃত্যু-কালৰ এবিধ ৰোগ। ২৯

কামোৰ্‌ (স. ধা.) দংশ, দাঁতেৰে পীড়া দি (অ. ধা.) কামোৰৰ নিচিনা পীড়া বোধ কৰ্‌। (স. শ.) দাঁতৰ আঘাত, দংশন; বেদনা।

কামোৰণ্‌ (স. শ.) কামোৰা কাৰ্য্য।

কামোৰণি (স. শ.) মূৰত বা পেটত হোৱা কামোৰৰ নিচিনা বেদনা।

কামোৰাকামুৰি (স.শ)ইটোৱে সিটোক কামোৰা কাৰ্য্য।

কাম-চৰাই (স.শ.) কাম, এবিধ নীল-বৰণীয়া, দলনিত চৰা চৰাই।

কাম্‌-দেৱ্‌ (স. শ.) তিৰোতা-মতাৰ প্ৰেমৰ অধিকাৰী দেৱতা।

কাম্‌-ধেনু (স. শ.) যিহকে খোজা যায়, তাকে দিয়া একনী কাল্পনিক গাই; পোৱালি নোহোৱাকৈ গাখীৰ দিয়া গাই।

কাম্‌-বৰণীয়া (বি) নীল-বৰণীয়া।

কাম্‌বাণ্‌ (স. শ.) কাম-দেৱৰ শৰ, শৃঙ্গাৰৰ বাঞ্ছা।

কাম-ভাব্‌ (স. শ.) শৃঙ্গাৰৰ ইচ্ছা।

কাম্‌-ভাৱে (ক্রি.বি) শৃঙ্গাৰৰ ইচ্ছাৰে।

কাম্য (বি) কোনো ফল পাবৰ ইচ্ছাৰে কৰা।

কাম্‌ৰূপী (বি) কামৰূপত থকা বা হোৱা। [বাঞ্ছা।

কাম্‌-শক্তি (স. শ.) শৃঙ্গাৰৰ ক্ষমতা বা

কাম-সেন্দুৰ্‌ (স. শ.) কপালত লগাই ললে কামনা সিদ্ধ কৰা এবিধ ত্ৰান্ত্ৰিক বস্তু।

কায্(অ্), (স. শ.) কাম,বন ; আত-ৰাত।

কায়্(স. শ.) শৰীৰ, গা।

কায়মনোবাক্যে (ক্রি. বি.) শৰীৰ মন আৰু কথাৰে, সকলো প্ৰকাৰে।

কায়স্থ (স. শ.) উত্তম জাতিৰ শূদ্ৰ।

কায়িক্ (বি) শাৰীৰিক, গাত হোৱা, গাৰ। [ বা অৱস্থা।

কাৰক্ (স. শ.) কৰোঁতা ; শব্দৰ ৰূপ

কাৰণ্ (স.শ.) নিমিত্ত,হেতু, যাৰ পৰা কোনো বস্তু বা কাৰ্য্য হয়।

কাৰণ্ }
কাৰণে } (অব্য) নিমিত্তে, হেতু।

কাৰণি (স. শ.) ৰোগৰ কাৰণ, বনি।

কাৰাগাৰ্ (স. শ.) বন্দীশাল।

কাৰিণী (স. শ.) কোনো কাৰ্য্য কৰা (স্ত্রী) (পুং) কাৰী।

কাৰেং }
কাৰেং-ঘৰ্ } (স. শ.) দুই-তিনি-ভলীয়া পকি ঘৰ ; ৰজাৰ ঘৰ।

কাৰ্ত্তিক্ (স. শ.) কাতি-মাহ ; দেৱতা বিলাকৰ সেনাপতি।

কাৰ্পণ্য (স. শ.) কাকূতি, হাত জুৰি কৰা স্তুতি। ১ ৯

কাৰ্‌বাৰ্ (স. শ.) চেষ্টা, যত্ন,উদ্যোগ।

কাৰ্‌বাৰী (বি) কাৰবাৰ বা চেষ্টা কৰা (স. শ.) কাৰবাৰ কৰোঁতা।

কাৰ্য্য (স. শ.) কাম, বন।

কাৰ্য্যনিৰ্ব্বাহক্ ( বি ) কাৰ্য্য সম্পাদন কৰা।

কাৰ্য্য-সিদ্ধি (স. শ.) কৰ্ম্মৰ বা বনৰ সম্পন্নতা, কৰ্ম্মৰ ফল প্ৰাপ্তি।

কাৰ্শণা, (স. শ.) কম, ব্যাপাৰ ; শিল্প-কৰ্ম্মৰ ঠাই।

কাল্ (স. শ. সময় ; মৃত্যু, যম ; মৰা মৰমৰ মানুহ।

কালক্ খা (স. ধা.) সুসময় নষ্ট কৰ, যেনে—এই কাৰ্য্য সিদ্ধি হল ১ হেঁতেন তেওঁ মোৰ কালক্ খালে।

কালক্রমে ( ক্রি. বি ) সময়ৰ গতিত, লাহে-লাহে।

কালমূৰ্ত্তি }
কালমূৰ্ত্তি } (স. শ.) ভয়ঙ্কৰ আকাৰ। (বি)ভয়ঙ্কৰ আকৃতি যুক্ত।

কালৰা (স. শ.) কাণে শুনা নোপোৱা (বি) কাণে নুশুনা (স্ত্রী)। [ভাগ

কালক্ষণ্ (স. শ.) প্ৰতিদিনৰ অশুভ

কালি (স. শ.) মুখেৰে ফুঁকি বজোৱা এবিধ বাদ্য ; দীঘল পুতলেৰে পূৰণ কৰিলে হোৱা ফল ; আজিৰ আগৰ বা পাচৰ দিন। [মহিমা।

কালিকা (স.শ.) কালী-গোসাঁনী,তেজ,

কালিখুঁকি (স. শ.) এবিধ মাছ-খোৱা চৰাই। [ পীয়া উৰি ফুৰা পোক।

কালিন্দী-ভোমোৰা }
কালিন্দ্ৰী-ভোমোৰা } (স. শ.) এবিধ উত্তম নীল-বৰ-

কালিয়ন্ (স. শ.) পাচে বেচ দিবলৈ বস্তু-কিনা কাৰ্য্য। [নিয়মেৰে।
কালিয়নে (ক্রি. বি.) পাচে বেচ দিবৰ
কালিহি-কালিহি (বি) অলপ অন্ধকাৰ যুক্ত; যেনে, কালিহি-কালিহি জোনাক। [গোসানী।
কালী (স. শ.) শিৱৰ ভাৰ্য্যা, শ্যামা
কালীয়া (স. শ.) কালি-বজাওঁতা।
কাল্‌জীৰা (স. শ.) এবিধ জীৰাৰ নিচিনা কলা গুটি।
কাল্পনিক্ (বি) মনেৰে সজা, মিছা।
কাল্‌চুৰা (স. শ.) যম-বজাৰ চুৰন বৰ চোকা টেকেলাৰ এজন, সংচুৰাৰ নগৰীয়া। [মানুহ।
কাল্‌শক্র (স. শ.) বৰশত্রু, বৰ চেনেহৰ
কালসাপ্ (স. শ.) বৰ বিষাল সাপ।
কাবৈ (স. শ.) কাঁইটীয়া পিঠি-পাখিৰে এবিধ কাঠমাছ। [উৎপন্ন।
কাশ্মীৰী (বি) কাশ্মীৰ দেশত থকা বা
কাষ্ (স.শ.) গা বা আন বস্তুৰ দাঁতি; ওচৰ।
কাষৰ্ (স. শ.) দাঁতি; ওচৰ।
কাষৰি (স.শ.) পথাৰৰ আলিৰ দাঁতি; কাপোৰৰ ভাজৰ মূলৰ ওচৰৰ সৰু মূল।
কাষৰীয়া (বি) দাঁতিৰ, দাঁতিত থকা।
কাষৰে (ক্রি. বি) ওচৰে, দাঁতিয়ে।
কাষ্ঠ (স. শ.) কাঠ, কটা গছ।
কাষ্ঠা (স. শ.) নিষ্ঠা, দৃঢ়তা। ১ ১
কাষ্‌বিবলা } (স. শ) কাষলতিত হোৱা গাৰ।
কাষ্‌বিবলী }
কাষ্‌লতি (স. শ.) বা-বিচনীৰ তলৰ খাল।
কাহ্ (স.শ.) কফে ভিতি ঘৰঘৰোৱাত শব্দ কৰি মুখে দি ওলোৱা বায়ু। (অ. ধা.) কাহ মাৰ্।
কাহানি (ক্রি. বি. ) কোন দিনত। (সৰ্ব্ব) কোন দিন।
কাহিনিকৈ (ক্রি. বি.) ইমান পাচত কোন দিনাখন। [বাতৰি।
কাহিনী (স. শ.) বাক্য, সম্বাদ, উৰা
কাহলী (স. শ.) সৰিয়হ বটাৰে মিহ-লাই ওকাই খোৱা আমৰ চকলা।
কি (সৰ্ব্ব.) প্রশ্ন সোধাত ব্যৱহৃত শব্দ। (অব্য.) অৰ্থাৎ; যেনে, ভক্ষণ কৰিলে কি (অৰ্থাৎ) খালে; বা, নাইবা; যেনে, দবা কি ছোৱালী একিল।
কিঙ্কৰ্ (স. শ.) দাস, বন্দী।
কিঙ্কিণী (স. শ.) ঘাগৰ।
কিচ্‌কিচনি (স. শ.) চিটচিটনি, যথা গাত ধূলি-বালি পৰাত অসুখ বোধ।
কিচ্‌কিচা (অ. ধা.) গাবত ধূলি-বালি পৰাত অসুখ বোধ কৰ্, চিট্-চিটা; কোনো অপ্রিয় বস্তু দেখি বা শুনি অসুখ বোধ কৰ্।

কিছু } (সৰ্ব্ব) অলপ, কিঞ্চিত,
কিছুমান্ } কিঞ্চিতমান। (ক্রি.বি.) অলপ-পৰিমাণে। [হয়।

কিজানি (ক্রি. বি.) হব পাৰে, সম্ভৱ

কিঞ্চিত্ } (সৰ্ব্ব) কিছু অলপ।
কিঞ্চিত্মান } (ক্রি. বি.) অলপ পৰিমাণে।

কিটিপ্ (স. শ.) যন্ত্ৰ আদি ব্যৱহাৰৰ কৌশল বা সঙ্কেত।

কিতাপ্ (স. শ.) এপাতি বন্ধা পুথি।

কিন্ (স. শ.) বেচ দি ল।

কিনন্ (কৃদ.স.) কিনা কাৰ্য্য।

কিনোতা (কৃদ. স.) বেচ দি লওঁতা (স্ত্রী) কিনতী।

কিন্‌কিননি (স. শ.) অলপ ৰৰমুৰ বা বাদ্য যন্ত্ৰৰ গুণাৰ সৰু শব্দ।

কিন্‌কিনা (অ. ধা.) কিন্-কিন শব্দ কৰি সৰু সৰু টোপাৰে পৰ্, খিৰ-খিৰা। [পৰা, খিৰখিৰীয়া।

কিন্‌কিণীয়া (বি) সৰু সৰু টোপা হৈ

কিন্তু (অব্য) তেনে হোৱাতো, তথাপি, আগৰ কথাৰ অৰ্থ অলপ পৰিবৰ্ত্তন কৰা শব্দ।

কিবা (সৰ্ব্ব), নিশ্চয় নথকা বা নজনা কোনো বস্তু-বুজোৱা শব্দ।

কিবাজানি 'কিজানি' চোৱা।

কিবাকিবি (সৰ্ব্ব), নজনা বা নিশ্চয় নথকা অনেক বস্তু বুজোৱা শব্দ।

কিবা হব (অব্য) সন্দেহ, কিজানি।

কিমান্ (সৰ্ব্ব) কি পৰিমাণৰ। ক্রি.বি. কি পৰিমাণে।

কিমান্‌কৈ (ক্রি. বি) কি' পৰিমাণে।

কিম্বা (অব্য) নাইবা, অথবা।

কিয় (ক্রি. বি.) কি কাৰণে।

কিয়নো (অব্য). কাৰণ, যি হেতুকে। (ক্রি. বি.) কিয়, কি কাৰণে।

কিৰীটি (স.শ.) মুকুট, ৰজা বা দেৱতাৰ মূৰৰ অলঙ্কাৰ।

কিৰীলি (স শ.) বৰ উচ্চ হাঁহি, ৰংকৈ হাঁহি কৰা ধেমালি।

কিৰ্‌কিৰীয়া (বি) নাহী, ক্ষীণ, দুৰ্ব্বল ; সাৰ নথকা, শক্ত নবহা (মাটি)।

কিৰ্ত্তিম্ (বি) কৃত্রিম, মিছা।

কিৰ্পিণ্ (বি) কৃপণ, কটকিনা।

কিৰ্পণালি (ভ. শ.) কৃপণৰ স্বভাৱ বা গুণ, কটকিনালি।

কিল্ (স.শ.)কিলাকুটিৰে কৰা আঘাত।

কিলা (স. ধা.) মাৰ্, প্ৰহাৰ কৰ্, আঘাতৰ দ্বাৰা দুখ দি।

কিলাকিলি (স. শ.) মৰামৰি, এজনে আনএজনক আঘাত কৰা কাৰ্য্য।

কিলাকুটি (স.শ.) হাতৰ ঠাৰিৰ মাজৰ গাঁঠি। [কুটিৰ নিচিনা ; বেঁকা।

কিলাকুটীয়া (বি) কোঁচোৱা কিলা-

কিশলয়্ (স. শ.) গছৰ কুঁহি পাত ; পল্লৱাদি পানীত হোৱা গছৰ কোমল পাত। ১

কিত্তি (স. শ.) দবব মবা সক শিলব পাত্র, শিলব সক খল ; ধন দিবব নিমিত্তে কবা দুই বা অধিক খণ্ডিবাব এটা ; বেলেগ বেলেগ খণ্ডিবাত ভাগ কবি দিব লগা ধনব এ ভাগ ; খেলব গতি।

কিহবা (সর্ব্ব). কোনো এক জন্তু বা বস্তু, কিবা। [মাত।

কাঁ-কিয়নি (স. শ.) চৰাই-পোৱালিব

কাঁ-কিয়া (অ. ধা.) চৰাই-পোৱালিব দবে মাত।

কীট (স. শ.) পোক, কৃমি।

কীবাং (স.শ.)হাই কবি কবা খেয়ালি।

কীর্ত্তন্ (স. শ.) গুণ বর্ণনা, গুণগান।

কীর্ত্তন্-ঘৰ্ (স. শ) বৈষ্ণববিলাকব উপাসনাব ঘব, নাম-ঘৰ।

কীর্ত্তি (স. শ.) সুখ্যাতি, যশস্যা ; নাম জলাই বথা বস্তু।

কীর্ত্তিমন্ত } (বি) খ্যাতিমন্ত ; যাব কীর্ত্তিমান্ } কার্ত্তি আছে।

কু (বি) মন্দ, অধম, বেয়া। ( ই যিটো শব্দব আগত থাকে, তাবে একে পদ হয়, যেনে কুকর্ম্ম )

কুঁকি (স.শ.) হোবা ; ফুল ভুলি খোৱা কাঠীব সঁজুলি।

কুঁচিয়া (স. শ.) বামী মাছব নিচিনা এবিধ পানীব জন্তু।

কুঁচুনী (স. শ.) কৌচব ভিবোভা।

কুঁজ্ (স. শ.) পিঠিত ডাঙ হৈ হোৱা উঠঙা ; তাব নিচিনা আন উঠঙা।

কুঁজা (বি) কুঁজ-থকা, খেকু-ভিবীয়া, তললৈ মুব কবি পিঠি ওখ কবা। (স. শ.) কুঁজ থকা বা খেকু-ভিবীয়া মানুহ। (স্ত্রী, বি, স. শ.) কুঁজী।

কুঁজীখেকেবা, "খেকেবা" চোৱা।

কুঁটী (বি) (স. শ.) ' কৌটা" চোৱা।

কুঁচ্ (স.শ.)ভুবি,নৈ বা বিলব দ ভাগ।

কুঁৰবী "কুঁৰবী ' চোৱা।

কুঁৰলী, ' কুৰলী,'' চোৱা।

কুঁৰাকুঁই (স. শ.) কুঁৰলীব বাঁবা হোৱা আন্ধাৰ। (বি) কুঁৰলীবে আবৃত।

কুঁহি (স. শ.) অঙ্কুৰ, সক গজালি ; পোনেই ওলাই অহা পাত।

কুঁহিপাত্ (স.শ.) নতুন,কোমল পাত।

কুঁহিয়াৰ্ (স. শ.) চেপি বস উলিয়াই গুড়-কবা এবিধ খাগবি—জাতিব গছ ; মধুবন। [বন্ধন।

কুঁহিয়াৰ্-শাল্ (স. শ.) কুঁহিয়াৰ-চেপা

কুঁহিলা (স.শ.) পানী বন্ধ হোৱা ঠাইত হোৱা এবিধ সোপোকা তৃণ।

কুঁহকুঁহীয়া (বি) অলপ তাপযুক্ত (জব)।

কুকর্ম্ম (স. শ.) মন্দ কাম; অকর্ম্ম।

কুকুৰ্ (স. শ.) এবিধ নকলোৱে জনা জন্তু ; শান ; বেবঠা-খবা খুঁটি। (স্ত্রী) কুকুৰণী।

কুকুৰা (স শ.) এবিধ সকলোৰে জনা চৰাই (স্ত্রী) কুকুৰী।

কুকুৰাপখীয়া (স. শ.) কুকুৰাৰ জঁৰ নিচিনা বঙ্গা ফুল-ধৰা এবিধ গছ।

কুকুৰা পুহিয়া (বি যিলোকে কুকুৰা চৰাই পোহে।

কুকুৰীকণা (বি) গধূলি চকুৰে নে-দেখা, (স.শ.) গধূলি চকুৰে নে-দেখা মানুহ; (স্ত্রী) কুকুৰীকাণী।

কুকুৰীকাণ্ (স. শ.) গধূলি চকুৰে নে-দেখা হোৱা ৰোগ।

কুকুৰীপিটা (বি) গালিৰ দ্বাৰা বৰ অপমান-পোৱা।

কুকুৰ্দাঁত্ (স. শ.) প্রতি-পাৰিৰ সমুখৰ চাৰিটা দাঁতৰ দুয়ো ফালৰ জোঙা দাঁত।

কুকুৰ্ধুলি (স. শ.) অধম বা অতি সামান্য মানুহ।

কুকুৰ্নেচিয়া (স. শ.) কুকুৰৰ নিচিনা এবিধ সৰু বাঘ।

কুকুৰ্সুতা (স. শ.) এবিধ গছ।

কুকুহা (স. শ.) এবিধ চৰাই; খেৰ-আদি পাতল বস্তুত লাগি ওপৰলৈ উৰি যোৱা জুই।

কুঙ্কুম্ (স. শ.) কাশ্মীৰ দেশত হোৱা এবিধ বনৰ হালধীয়া ফুল।

কুঙ্গী (বি. স. শ.) "কোজা" শব্দৰ স্ত্রীলিঙ্গ।

কুচান্দ (বি) অশুৱনি, মলিন বেশী। ১

কুঞ্জ (স. শ.) লতাৰে আবৃত কৰি ঘৰৰ নিচিনা কৰা ঠাই।

কুঞ্জলতা (স শ.) এবিধ লতা।

কুট্ (স শ.) সৰু-সৰুকৈ কাট; দাঁতেৰে অলপ-অলপকৈ ছেদন কৰ্; কাপেৰে চিন লগা (স.শ.) বাক্যৰ মাজত বা অন্তত বৰৰ' চিন, শাৰীৰ ওপৰত আখৰ তুলি দিয়া চিন।

কুটন্ (কৃদ. স.) কুটা কাৰ্য্য। [কুটতো।

কুটোঁতা (কৃদ. স.) যি কুটে। (স্ত্রী)

কুটজ্ (স. শ.) এবিধ দৰবৰ গছ।

কুটনা (স. শ.) ভাং-কুটা গছ, কুকৰ্মৰ নিমিত্তে তিৰোতা যোগোৱা পুৰুষ

কুটনী (স. শ) এবিধ মাছ; কুকৰ্মৰ নিমিত্তে তিৰোতা যোগোৱা তিৰী।

কুটস্থ (বি) টুটকীয়া, লগনীয়া। (স.শ.) টুটকীয়া লোক (স্ত্রী, পুং)।

কুটস্থালি (গু. শ.) টুটকীয়াৰ স্বভাৱ বা গুণ।

কুটা (স. শ.) ছিগা খেৰ-বন-আদি।

কুটি
কুটি-কথা } (স.শ.) হাঁহি-তোলা কথা

কুটিৰ্ (স. শ.) পঁজা, ক্ষুদ্র ঘৰ।

কুটিল্ (বি) বেঁকা; কপটীয়া, মনে-মুখে এক নোহোৱা; দুষ্ট। [গুণ।

কুটিলতা (গু. শ.) কুটিলৰ স্বভাৱ বা

কুটীৰ্ "কুটিৰ" চোৱাঁ।
কুটুম্ (স. শ.) বংশৰ মানুহ; মিত্তিৰ।
কুটুলা (বি) কুটকুৰা, চুটি, (চুলি)।
কুট্কুটনি (স.শ.) কুটাৰ বা অলপ অলপকৈ টান বস্তু গোবোৱাৰ শব্দ; গাৰ জোৰাত হোৱা কামোৰণি বা বেদনা। [বেদনা পা।
কুট্কুটা (অ. ধা.) কুট্কুটা শব্দ কৰ্; জোৰাত কামোৰণিৰ নিচিনা
কুটকুৰা (বি) চুটি, বাঢ়িৰ নোৱৰা, (চুলি বা খেৰ)। [ৰোগ।
কুঠ্ (স. শ.) কুষ্ঠ, পখৰা-ৰোগ, বৰ-
কুঠাৰ্ (স. শ. ) কাঠ-বাঁহ-আদি-কটা এবিধ অস্ত্ৰ; সঁচাৰ-কাঠীৰ মুখ।
কুঠীয়া (বি) কুঠ-ৰোগে ধৰা (স. শ.) কুঠ-ৰোগে ধৰা মুনিহ। (স্ত্ৰী) কুঠুনী।
কুঢ়ি (স. শ.) এবিধ মাছ।
কুণ্ড (স.শ.) হোমৰ জুইৰ গাঁত; পানীৰ নাদ; পানীৰ থালি বা জঁকা।
কুণ্ডল্ (স. শ.) কাণত ওলমাই পিন্ধা এবিধ অলঙ্কাৰ।
কুতূহল্ (স. শ.) আগে নেদেখা বস্তু দেখিবৰ বা শুনা কথা শুনিবৰ বাঞ্ছা; আনন্দ।
কুতূহলে (ক্রি.বি.) আনন্দেৰে ৰঙেৰে।
কুৎসা (স. শ.) নিন্দা; গ্লানি।
কুৎসিত্ (বি) নিন্দিত,বেয়া; কুৰূপ।
কুন্কুননি (স. শ.) গুণ-গুণ শব্দ, মহৰ নিচিনা শব্দ। [শব্দ কৰ্।
কুন্কুনা (অ. ধা.) গুণ গুণা, মহৰ দৰে
কুন্দ্ (স.শ.) কাঠ বা ধাতুৰ বস্তু সমান কৰা আৰু তাত গঢ়-লগোৱা এবিধ সঁজুলি। (স. ধা.) কুন্দত কাটি সমান কৰ্ আৰু গঢ় লগা। [ফুল।
কুন্দ (স. শ) এবিধ লতা আৰু তাৰ
কুন্দা (স.শ.) মানুহৰ ভৰি সুমাই বন্দী কৰি থোৱা, খাঁজ-কটা বা বিন্ধা-দিয়া এবিধ যন্ত্ৰ; এক্ষুৰ-ধৰা যন্ত্ৰ। (স. ধা.) আনৰ দ্বাৰা কুন্দ-শালত সজোৱা; লাখুটি বা আন কোনো বস্তুৰ মূৰ সমান কৈ আৰু ঘূৰণীয়াকৈ কাট্।
কুন্দাৰ্(স.শ.)কুন্দ-শালত বস্তু সাজোঁতা, কুন্দোতা; (স্ত্ৰী) কুন্দাৰণী।
কুন্দ্ৰাক্ষ ( স.শ. ) বতাহ আৰু পোহৰ সোমাবলৈ বাৰত দিয়া সৰু বিন্ধা।
কুন্দোতা (কৃদ, স.) কুন্দাৰ।
কুন্দ্-শাল্ (স. শ.) কুন্দা যন্ত্ৰ; সেই যন্ত্ৰৰ ঠাই;
কুব্জচ্ (বি) বেয়া; আগচী, কুৰূপ।
কুম্ভি (স. শ.) নাৱৰ খোঁটালী, নাৱৰ দুই পীৰিৰ ভিতৰত ঠাই।
কুবিয়া (স.ধা) কটা অস্ত্ৰেৰে আঘাত কৰ্।
কুবৃত্ (বি) কুব্জচ, আগচী; বেয়া,মন্দ।

কুবেৰ (স.শ.) ধনৰ অধিপতি-দেৱতা, শিৱৰ ভৰাঁলী।

কুম্ (স.শ.) কপালৰ দুই দাঁতিৰ এক, কাণ সঁতাৰ ওপৰৰ ভাগ; ঘৰৰ মাজপাচ। [কীট।

কুমটি (স.শ.) এবিধ গালেৰে মাটি-খনা

কুমৰ্ধনি } (স. শ.) অনেকে একে
কুমৰ্ধ্বনি } লগে খাই বৈ উচ্চ শব্দেৰে কৰা ধেমালি।

কুমলীয়া (বি) আপঁইতা, পুৰঠ নো-হোৱা; কোমল, মৃদু।

কুমাৰ (স.শ.) বজাৰ কোৱঁৰ; মাটিৰ পাত্ৰ-গঢ়োঁতা।

কুমাৰণী (স.শ.) কুমাৰৰ ভাৰ্য্যা; মাটিৰ পাত্ৰ গঢ়ঁতী; ঘৰৰ বাৰত মাটিৰ বাহ-সাজি থকা এবিধ পতঙ্গ।

কুমাৰী (স. শ.) বজাৰ জী; ঋতুমতি, বা পুৰুষেৰে সঙ্গম নোহোৱা হোৱালী। [ দুৰ।

কুমেৰু (স, শ.) পৃথিৱীৰ দক্ষিণ-কালৰ

কুম্ভজেলুকা } (স.শ.) এবিধ জেকা
কুম্ভজেলেকুৱা } ঠাইত থকা বগা-বৰ্ণীয়া বীজাল পোক।

কুম্ভীৰ (স. শ.) ঘঁৰিয়াল।

কুৰল্ (স.শ.) পাচি আদিৰ মুখত বন্ধা কামী বা বাও।

কুৰা (স.শ.) এঠাইত জমা দুই; এৰাৰ জুইত দিবৰ জোখাৰ খৰিৰ মুঠা, খাঠীৰ নাল।

কুৰাল্ (স. শ. ) এবিধ গছ।

কুৰি (সং) দুৱাৰ দহ। [চিৰমোৰি।

কুৰীয়া (বি) সঘনে নৰিয়া পৰি থকা,

কুৰুং ( স. শ. ) দুই পৰ্ব্বতৰ মাজৰ ঠেক ঠাই।

কুৰুলি (স. শ.) এবিধ বাস্ত; উৰুলি-দিয়াৰ দৰে কেঁচাই মতা মাত।

কুৰুলিয়া (অ. ধা.) কেঁচাৰ দৰে উৰুলি দি।

কুৰুবক্ (স.শ.) কুৰাল জাতীৰ এবিধ বগা ফুল।

কুৰুৱা (স. শ.) এবিধ উৰহ-জাতিৰ মাছ-খোৱা চৰাই।

কুৰুৱা বতাহ (স. শ.) পুব কালৰ পৰা চলা বতাহ।১

কুৰুৱামাৰি (স.শ.) মৰা মানুহ থাৰি দিওঁতে চিতা সজা চাৰি ভাল খুটি। [ ( গাৰীৰ )।

কুৰুচ্ (অ. ধা.) কাঁচি হ, গোট মাৰ্,

কুৰুচা (স. ধা.) কাঁচি কৰ্।

কুৰূপ্ (বি) আগঢ়ী, অভৱনি, (স্ত্ৰী) কুৰূপা। (স.শ ) বেয়া গঢ়।

কুৰুৱা (স. শ.) পূবৰ পৰা চলা বতাহ।

কুৰুটি (স. শ.) আকাৰু, মলিয়ম।১

কুৰ্বুদ্ধি (স. শ.) দুৰ্ব্বুদ্ধি, বেয়া বুদ্ধি; অহিত পৰামৰ্শ।

কুৰ্ব্বুধীয়া (বি)) বেয়া বুধি বা পৰামৰ্শ দিয়া ; লোকৰ অহিত-চিন্তা।

কূৰ্ম্মা (স. শ.) মিতিৰ। (স্ত্রী) কূৰ্ম্মানী।

কুমুৰ্বা (স.শ.) তাঁত-বাটি কৰোঁতে ব্যবহৃত খুঁটি। [ইত্যাদি ; বংশ।

কুল্‌ (স. শ.) জাতি, একে প্ৰকাৰে আচৰণ-কৰা মানুহ বিলাকৰ-এক শ্ৰেণী ; যেনে, বামুণ, শূদিৰ,

কুলক্ষণ্‌ (স. শ.) অমঙ্গলৰ চিন, মানুহৰ গাত থকা অশুভৰ চিন।

কুলক্ষণী (বি) গাত অমঙ্গলৰ চিন থকা (স্ত্রী) (স.শ.) গাত বেয়া লক্ষণ থকা তিৰোতা। [থকা। (স্ত্রী, পুং)

কুলক্ষণীয়া (বি) গাত অমঙ্গলীয়া চিন

কুলা (স. শ.) শস্য-জৰা বাঁহৰ কাঠীৰ এবিধ সঁজুলি ; সাপৰ ফেঁট।

কুলি (স. শ.) বসন্ত কালত ওলোৱা এবিধ কাউৰীৰ নিচিনা চৰাই ; কলি আমৰ ভিতৰৰ শাহ।

কুলী (স. শ.) হজুৱা, সামান্য বন-কৰা মানুহ। [মানুহ।

কুলীন্‌ (স.শ.) উত্তম জাতিৰ বা বংশৰ

কুলকুলিয়া (অ. ধা.) মুখত পানী লৈ লৰাই মুখ নিকা কৰ্‌।

কুৱঁৰী (স. শ.) ৰজাৰ ভাৰ্য্যা।

কুৱঁলী (স.শ.) মাটিৰ বা পানীৰপৰা ধোঁৱাৰ দৰে উঠা পানী।

কুৱাং (স. শ.) বাংকুকুৰ (কায়)।

কুশ্‌ (স.শ.) এবিধ পবিত্ৰ বন ; দৰ্ভ।

কুশ-মূল (স.শ) কুশৰ আলু, কুশৰ শিপাত হোৱা গাঁঠি বিশেষ।

কুশল্‌ (স.শ.) কল্যাণ, মঙ্গল, শুভ।

কুশণ্ডী (স. শ.) যজ্ঞৰ অগ্নি-স্থাপন ক্ৰিয়া। ১ [ ভালে।

কুশলে (ক্ৰি. বি.) মঙ্গলে, নিৰ্ব্বিঘিনীয়ে

কুশাসন্‌ (স.শ.) কুশৰ কঠ।

কুষাৰি (স. শ.) মনত ৰখা খং।

কুষ্ঠ (স. শ.) কুঠ ৰোগ।

কুহুম্‌ (স. শ.) এবিধ ৰঙা ফুল ; কণীৰ হালধীয়া ভাগ।

কুহুমীয়া (বি) অলপ তপত, (পানী)।

কুহুমবুলীয়া(বি) কুহুম-ফুলেৰে বোলোৱা

কুহুলিয়া (স.ধা.) লাহে-লাহে একেষাৰ, একেষাৰ কৰি ক, (পৰিহাসত)।

কুঁচি (স. শ.) এবিধ বনেৰে কৰা, তাঁতত তাহন-দিয়া যতন ; চুলি-আদি মজা নোমৰ যতন,মাজনী।

কুকুৰা (অ. ধা.) কুলীৰ বা কাপোৰ দৰে মাত্‌।

কুটি (স.শ.) নাঙলৰ মুঠি। [ কথা।

কূটনাটু (স.শ.) টুটকীয়া কথা, লগনীয়া

কূট্‌শাল্‌ (স. শ.) টুটকীয়া বা এজনৰ মিছা দুৰ্ণাম আন এজনক কৈ দন্দ-লগোৱা মানুহ ; লোকেৰে মিলি থাকিব নোৱৰা মানুহ।

কূপ্ (স. শ.) নাদ, অতি ক্ষুদ্র পুখুৰি। [পাত্র।

কূপা (স. শ.) তেলৰ টাবি বা সক

কূৰ্চ্চট্ (স. শ.) কপট্ মনত ৰখা অহিত বাঞ্ছা; সৰল নোহোৱা গুণ।

কূৰ্চ্চ্টীয়া বি) মুখে হিত যেন দেখাই গোপনে অহিত চিন্তা, মুখে হিত পেটে অহিত।

কূৰ্ম্ম (স. শ.) কাছ।

কূল্ (স. শ) নৈৰ পাৰ।

কৃত (বি) কৰা; নিৰ্ম্মিত।

কৃতকাৰ্য্য (বি) কৃতাৰ্থ, যাৰ অভীষ্ট সিদ্ধ হৈছে।

কৃতকাৰ্য্যতা (গু.শ.) কাৰ্য্যসিদ্ধি, কাৰ্য্য সিদ্ধ হোৱা অৱস্থা।

কৃতঘ্ন (বি) উপকাৰৰ সলনি অপকাৰ-কৰা; অশলাগী।

কৃতঘ্নতা (গু. শ.) উপকাৰ সলনি কৰা অপকাৰ।

কৃতকৃত্য (বি) কৃতাৰ্থ।

কৃতজ্ঞ (বি) উপকাৰ-মনা, শলাগ লোৱা। [মনা-গুণ।

কৃতজ্ঞতা (গু. শ) শলাগ, উপকাৰ

কৃতাঞ্জলি (বি) কৰযোৰ-কৰা,বিনয়েৰে দুখান হাত লগ-লগোৱা।

কৃতাৰ্থ (বি) কৃতকৃত্য, কোনো কাৰ্য্য সিদ্ধ কৰি গৌৰব পোৱা, ধন্য।

কৃতাৰ্থতা (গু. শ.) কৃতাৰ্থ হোৱা গুণ বা অৱস্থা।

কৃত্তিকা (স. শ.) তৃতীয় নক্ষত্র।

কৃত্রিম্ (বি) মিছা কিৰ্ত্তিম্।

কৃদন্ত (বি) কৃত-প্রত্যয় হৈ সিদ্ধ হোৱা। [কৰাইচ মানুহ।

কৃপণ্ (বি) কটকিনা, কৰাইচ। (স.শ)

কৃপা (স. শ.) দয়া, লোকৰ দুখ গুচা-ৰৰ ইচ্ছা।

কৃপাময়্ }
কৃপালু } (বি) দয়াৱন্ত, দয়ালু।

কৃমি (স. শ.) পোক, পেলু।

কৃশ্ (বি) ক্ষীণ; খীণোৱা।

কৃশতা (গু. শ.) খীণোৱা অৱস্থা।

কৃষক্ (স. শ.) খেতি কৰোঁতা।

কৃষি (স. শ.) খেতি, শস্য আৰ্জ্জন।

কৃষ্ণ (বি) কলা-বৰণীয়া (স.শ.) মথু-ৰাৰ বসুদেব-দৈৱকীৰ পুতেক, বিষ্ণুৰ অৱতাৰ বুলি খ্যাত এজনা বীৰ; বিষ্ণু।

কৃষ্ণগোপাল্ চৰাই (স. শ.) অব্যক্ত ভাবে 'কৃষ্ণগোপাল' শব্দ কৰা এবিধ চৰাই।

কৃষ্ণ-চৰাই (স. শ.) 'কৃষ্ণ' এনে শব্দ-কৰা, এবিধ সৰু চৰাই।

কৃষ্ণপক্ষ (স. শ.) মাহৰ এন্ধাৰ ভাগ।

কৃষ্ণসাৰ্ (স. শ.) এবিধ কলা-বৰণীয়া

পহু; তাৰ মুখ আৰু শিং ছাগৰ, আৰু গা-টো হৰিণাৰ নিচিনা।

কেইবা (সৰ্ব্ব.) বহুত, ভালেমান।

কেইও }
কেয়ো } (সৰ্ব্ব.) সেই সকলো।

কেউটীয়া-ঢেঁাৰা (স. শ.) এবিধ বিষ নথকা, পানীৰ সাপ।

কেও (সৰ্ব্ব.) কোনো। (ইয়াৰ পাচত এটা না-পদ থাকে; যেনে, কেও নাই। [কেওটনী।

কেওট্ (স.শ) একাতি শূদ্ৰ। (স্ত্ৰী)

কেকেকনি (স.শ.) মাৰ-খোৱা কুকুৰে কৰা শব্দ; খঙেৰে কৰ্কশৰূপে কোৱা কথা।

কেকেকা (অ. ধা.) মাৰ খোৱা কুকুৰৰ দৰে শব্দ কৰ্; খঙেৰে কৰ্কশ কথা ক।

কেঁও "কেঁও" চোৱা।

কেঁকনি (স.শ) গেঁথনি, নৰিয়া মানুহে দুখেৰে উশাহ লওঁতে হোৱা শব্দ।

কেঁকা (অ. ধা) গেঁথা, বৰ দুখেৰে শব্দ কৰি উশাহ ল।

কেঁকুৰী (স.শ.) মাইকী কেঁকোৰা।

কেঁকোজোঁকোকৈ (ক্ৰি. বি.) জৰত কুঁজা হৈ, দাঁতোতে কেঁকোৰা হৈ।

কেঁকোৰা (বি) বেঁকা, ভাঁজ-লোৱা। (স. ধা.) বেঁকা কৰ্, ভাঁজ লগা। (স. শ.) এবিধ গাঁতত থকা দহ-ঠেঙীয়া জন্তু, শামুকৰ দৰে খোলাৰে আবৃত সৰু জন্তু। [থকা।

কেঁকোৰাবেঁকোৰা (বি) বহুত ভাঁজ

কেঁকোৰাদোলা (স. শ.) অসম-বজাৰ দোলা।

কেঁকেঁকনি (স.শ.) বাজহাঁহৰ মাত।

কেঁক্কেঁকা (অ. ধা) বাজহাঁহৰ দৰে মাত্। [কতীয়াকৈ দিয়া ফুল।

কেঁচ্ (স. শ.) কাপোৰৰ আচলত

কেঁচা (বি) নপকা; নিসিজা; নৰঙা; বুদ্ধি পুৰঠ নোহোৱা; অসঙ্গত, অযুক্ত, (কথাত খাটে); হুঁটা, অশিষ্ট, গোৱাঁৰ; ৰসাল, শুকান নোহোৱা, (পাত-মাহ-আদি)।

কেঁচাই (ক্ৰি. বি.) নো পকোঁতেই, কেঁচা অৱস্থাতে; নিসিজোৱাকৈ, নৰঙাকৈ। [আমঠ।

কেঁচাশাল্ (বি) বুজনি-নোলোৱা,

কেঁচীয়া (বি) কতীয়া; এক চুকৰপৰা আন চুকলৈ যোৱা।

কেঁচীয়াকৈ (ক্ৰি. বি.) কতীয়াকৈ; এচুকৰপৰা আন চুকলৈ।

কেঁচু (স.শ.) এবিধ গাঁতত থকা সাপৰ নিচিনা পোক; কেচু।

কেঁচুমটা (স.শ) কেঁচুৱে তোলা মাটি।

কেঁচুৱা (বি) সিচেঁই সৰু, পিয়াহ

খোৱা। নিচেই সক লবা বা ছোৱালী।

কেঁচুসাপ্ (স শ) কেঁচুৰ নিচিনা গাত বাকলি থকা এবিধ কীট। মাটি-সাপ।

কেঁচেলুৱা (বি) আধা পকা বা সিজা; অলপ মাখোন জাতি হোৱা (জন্তু)

কেঁটেলা (স. শ) গাত কাঁইট থকা এবিধ চাৰি-ঠেঙীয়া জন্তু।

কেঁতুৰি ( স. শ.) বন-হালধি, এবিধ আপুনি হোৱা হালধিৰ নিচিনা-গছ।

কেঁতুৰীয়া (বি) অলপ হালধীয়া।

কেঁত্ কৰে ( ক্রি. বি.) হঠাৎ আক্রমণ কৰি, পিৰিসাই কামুৰি ধৰি।

কেঁত্কুৰি (স. শ) চেৰেপা, এবিধ তেজ-পিয়া সক উৰি ফুৰা পোক।

কেঁৱা "কেঞ্চা" চোৱা।

কেঁৱা (বি) একলিয়া চকুযুক্ত, (পুং); একাললৈ চাওঁতে আন কালে দেখা (চকু); কতীয়া, পোন নো-হোৱা। [ কতীয়াকৈ।

কেঁৱাকৈ (ক্রি. বি.) চকু বেঁকা কৰি;

কেঁৱাকেঁৱি (বি) কতিয়াকতি, ইটোৰ কাললৈ সিটো কাতি। [কতিকৈ

কেঁৱাকেঁৱিকৈ ( ক্রি. বি. ) কতিয়া-

কেঁৱাচকুৱা (বি) কেঁৱাচকুযুক্ত (স্ত্রী পুং)

কেঁৱী (বি) "কেঁৱা" শব্দৰ স্ত্রীলিঙ্গ।

কেঁহেক (স. শ.) এবিধ পথাৰত হোৱা বন; তাৰ খাব মূল।

কেঁহো (সর্ব্ব) কোনো লোক। ১

কেওঁ (স. শ.) খোৰৰ ভিতৰত থকা কোমল পাত; পোনেই ওলোৱা গজালি; তামোলৰ বেঁটুৰ ভিতৰৰ কোমল ভাগ।

কেচোট (স শ.) এবিধ বৰ ভোপ, ইয়াৰ সন্ধানে বহুত দূৰতো থিল দল ভাঙি শত্রু-সেনা নষ্ট কৰে।

কেচু, "কেঁচু" চোৱা।

কেচেমা-কেচেম্, (বি) খাঁহীয়া। (ক্রি. বি.) কেঁচা মাছৰ বা মঙহৰ দৰে, (গোন্ধোৱাত খাটে )

কেচেক, (স. শ.) এবিধ গছ।

কেচ্কেচনি, কেচ্কেচি, (স. শ.) দন্দৰ শব্দ, হাই; খ'ৰ সাধি কৰা আমনি।

কেচ্কেচা (অ. ধা.) হাই-উকমি কৰ, বৰ উচ্চ শব্দেৰে কর্কশ কথা ক। (স. ধা.) খুব সাধি আমনি কৰ্।

কেচ্কেচী, (বি) সদায় দন্দ-হাই কৰি থকা, স্ত্রী। (থকা, স্ত্রী. গু.)।

কেচ্কেচীয়া,(বি)সদায় দন্দ-হাই কৰি

কেচেলিয়া (বি) আধাপকা,জেমেহীয়া।১

কেঞ্চা (স. শ.) মাৰোৱাৰী বেপাৰী।

কেঞ্চা-আঙুলি, (স. শ.) হাতৰ বা ভৰিৰ সৰু-সকটো আঙুলি।

কেঞা কঠাল্ (স. শ.) মাটি কঠালৰ নিচিনা এবিধ সক গাছ।

কেঞাবন্, (স. শ.) বন-মুথা, প্ৰায় ঘৰণীয়া আলুৰে এবিধ ক্ষুদ্ৰ বন।

কেটাইজেজেৰীয়া, কেটাইজেৰীয়া. } (বি) কেটেৰীয়া, খিংখিজীয়া, অলপতে খং কৰি উঠা।

কেটেৰা (বি) কটু, খজেৰে টানকৈ মতা (মাত)। (স. শ.) কটু কথা, জেজেৰা। [খিংখিজীয়া।

কেটেৰীয়া (বি) অলপতে খং কৰি উঠা,

কেটেৰ্‌জেজেৰ্ (স. শ.) কটু কথা, বেজাৰ-লগোৱা মাত।

কেটেলা (স. শ.) কীপোৱা; গাভীৰ মাৰলি কাঠ। [দুৰ্গন্ধি।

কেটেহা (বি) নাকত পীড়া-দিয়া. কেট্‌কেটনি (স. শ.) খজেৰে দোষ ধৰা মাত, খিংখিজনি।

কেট্‌কেটা (অ. ধা.) খজেৰে দোষ ধৰ্, গালি পাৰি ভাবি দি।

কেট্‌কেটীয়া (বি) কটু কথা কৈ থকা, সদায় দোষ ধৰি গালি পাৰি-থকা।

কেণা (বি) পোকে বিন্ধা, (ফল)। (স. শ.) কাপোৰ বা কাঠীৰ বস্ত বোৱাত হোৱা ভ্ৰম, বিমোৰ।

কেতাবেতা (বি) পোন আৰু নিমজ নোহোৱা (লেখাত খাটে)।

কেতিয়া (সৰ্ব্ব) কোন সময়, কাহানি। (ক্রি. বি.) কোন সময়ত।

কেতিয়াও (ক্রি.বি) কোনো সময়তো। পাচত এটা না-পাদ থাকে; যেনে কেতিয়াও ন হয়। [সময়ে।

কেতিয়া-কেতিয়াবা (ক্রি. বি.) মাজে

কেতিয়াকৈ (ক্রি. বি.) ইয়াৰ পাচে কোন সময়ত। [সময়ত।

কেতিয়াবা (ক্রি.বি.) কোনো এক

কেতিয়াবাই (ক্রি.বি.) বহুত দিনৰ বা সময়ৰ আগেয়ে।

কেতু (স.শ.) হিন্দুমতে এটা গ্ৰহ।

কেতুৰি (স. শ.) হালধি জাতীৰ এবিধ বন (ইয়াৰ বগা আৰু কলা দুজাতি আছে)।

কেতেক (সৰ্ব্ব) কিমান।

কেতেটি, কেতুটি } (সৰ্ব্ব) কিছুমান, কেত-গানি। (সোধা অৰ্থত) কিমান; কেতে খানি?

কেতকী (স. শ.) এবিধ উগ্ৰগন্ধি ফুল।

কেতকী-কঠাল (স. শ.) কেতকী-ফুলৰ নিচিনা এবিধ গছ তাৰ ফল, মাটি কঠাল।

কেতকী-চৰাই (স. শ.) ঘাম কালী, "অঃ কেতেকী" এনেকৈ মতা এবিধ চৰাই।

কেতেৰীয়া (বি) জেৰীয়া, বাকনিছিগা,

পাক লগাই কোৱা, পোন নোহোৱা ( কথা ); একে কথাকে ঘনে-ঘনে কোৱা, কথা এৰি নিদিয়া, (মানুহ)।

কেতো (সৰ্ব্ব) কোনো।

কেত্‌কেতা, (স. ধা.) হাতেৰে বা ভৰিৰে লাৰি থাক্, ( পানী বা বোকা।

কেত্‌খানি (সৰ্ব্ব) কিছুমান।

কেত্‌সন্ধানে (ক্রি. বি.) কিবাজানি, হবলা, হব পাৰে।

কেনি (ক্রি. বি.) কোন পোনে।

কেনিও (ক্রি. বি.) কোনো ফালেও।

কেনিবা (ক্রি.বি.) কোনো এক পোনে।

কেন্থুৱা (সৰ্ব্ব) কেনেকুৱা।

কেনে / কেনেকুৱা } (সৰ্ব্ব) কি প্ৰকাৰৰ কোন বিধৰ। (ক্রি. বি.) কি ৰূপ।

কেনেকৈ (ক্রি.বি.) কি ৰূপে,কি দৰে

কেনেবা (সৰ্ব্ব) কোনো এক অনিশ্চিত প্ৰকাৰৰ, সেই বিধৰ আন বস্তুৰ নিচিনা নোহোৱা (বেয়া ভাবত)। (ক্রি. বি.) (সোধা অৰ্থত) কেনে কি ৰূপ; যেনে, নৰিয়া কেনেবা হৈছে ?

কেনেবাকৈ (ক্রি. বি.) কিবা ৰূপে।

কেন্‌কেননি (স. শ.) অলপ-অলপকৈ পৰা বৰষুণৰ বা অলপ-অলপকৈ কন্দাৰ শব্দ।

কেন্‌কেনা (অ. ধা.) সক-সক শব্দ কৰি বৰষুণ পৰ্‌ বা কান্দ্‌।

কেন্‌কেনীয়া (বি) সক-সক শব্দ কৰি পৰি থকা (বৰষুণ), সক-সক শব্দ কৰি কান্দি থকা, অলপ-অলপকৈ বৰষি থকা (বতৰ বা মেঘ)।

কেন্দু (স. শ.) এবিধ গছ।

কেন্দ্ৰ (স.শ.) ঘূৰণীয়া বস্তুৰ মাজ ভাগ; ছিদ্ৰ, খং বা অসন্তোষ।

কেপ্‌ (স. শ.) পেং, ডাঙৰ কাঠ আদি তুলিবলৈ কতিয়া-কতিকৈ বন্ধা চুডাল বাঁহৰ বা মাৰিৰ যতন; যোগৰ চিন; যেনে; "+" শাৰীৰ ওপৰত আখৰ তোলাৰ চিন; যেনে,"+" শাৰীৰ ওপৰত আখৰ তোলাৰ চিন যেনে "/।"

কেপেয়া (স শ.) কেপ, পেং।

কেপ কৰা (স. শ.) গুণাৰ বন-কৰা, এবিধ আসন। (বি) কেলেহুৱা (নিন্দাত)।

কেমিষ্ট্ৰি (স. শ.) দ্ৰব্য বিলাকৰ গুণ আৰু যোগৰ নিয়ম শিকোৱা বিদ্যা।

কেমৃটাঙ (স. শ.) গাত মাছৰ নিচিনা বাকলি থকা এবিধ চাৰি-ঠেঙীয়া জন্তু, বনৰৌ।

কেৰ্‌ (স. শ.) সক, বিকাৰ; নিন্দা। ১

কেৰ্‌পেটীয়া (বি) কপটীয়া, বিকাৰী (নিন্দা)। ১।

কেৰামত (স. শ) ক্ষমতা, শক্তি।

কেৰামতালি (গু.শ.) বলৱন্ত বা ডাঙৰ মানুহৰ নিচিনা আচৰণ; বল বা ক্ষমতাৰ অহঙ্কাৰ।

কেৰাহি (বি) বেঁকা, একলীয়া (দৃষ্টি বা চকুত খাটে)। [একলীয়াকৈ।

কেৰাহিকৈ (ক্রি. বি.) চকু কেঁৰা কৰি.

কেৰাহী (স. শ.) লোৰ বন্ধা পাত্র।

কেৰি (স.শ.) গুড়-খোৱা সক টেকেলি।

কেৰিমেৰি (বি) বৰকৈ পাক-লগোৱা, বেঁকাবেঁকি।

কেৰু (স. শ.) এবিধ কাণৰ অলঙ্কাৰ।

কেৰুণীয়া (বি) কেৰোণে খোৱা।

কেৰেচী (বি) আধা বনৰীয়া (স্ত্রী)।

কেৰেচীয়া (বি) আধা বনৰীয়া (স্ত্রী,পুং)

কেৰেপ্ (অনু. শ.) কোনো টান বস্তু জোকাৰ বা ঘঁহনি খালে হোৱা শব্দ। [গুটি।

কেৰেলা (স.শ.) এবিধ লতা, তাৰ তিতা

কেৰেলুৱা (স. শ.) এবিধ বগা, বহু-ঠেঙীয়া পোক।

কেৰোণ (স.শ.) জীয়া গছত বিন্ধা-দিয়া এবিধ পোক, গছৰ ছাল পচি-ছিগি যোৱা ৰোগ।

কেৰ্কেটুৱা (স. শ.) নেলৰ আকৃতিৰ গছত বগোৱা এবিধ সক জন্তু।

কেৰ্কেৰণি / কেৰ্কেৰণি (স.শ.) দুটা টান বস্তুৰ এটাৰ গাতআনটোৰে ঘঁহনি খোৱাত হোৱা শব্দ।

কেৰ্কেৰা / কেৰ্কেৰা (অ. ধা.) দুটা টান বস্তুৰে পৰস্পৰ ঘঁহনি খাই শব্দ কৰ্। [টান।

কেৰ্কেৰীয়া / কেৰ্কেৰীয়া (বি) কেৰ্কেৰ শব্দ কৰা; ৰস নথকা আৰু

কেৰ্ঘেঁহনি / কেৰ্ঘেঁহনি (স.শ.) কেৰ্ঘেঁহোৱা কাৰ্য্য, খেৰোগেৰো।

কেৰ্ঘেঁহা / কেৰ্ঘেঁহা (আ. ধা.) কোনো কামলৈ আগ বাঢ়ি আকৌ পাচ হোঁহক্, খেৰোগেৰো কৰ্।

কেৰ্জেৰ্ / কেৰ্জেৰ্ (স. শ.) দৰ বঢ়াবলৈ বা কমাবলৈ কোৱা কথা, মূল্যৰ বিষয়ত বাদানুবাদ।

কেৰ্জেৰা / কেৰ্জেৰা (অ. ধা.) বেচ কমাবলৈ বা বঢ়াবলৈ চেষ্টা কৰ্, বেচৰ কথাত বিবাদ কৰা।

কেৰ্জেৰীয়া / কেৰ্জেৰীয়া (বি) দৰ এৰি নিদিয়া, বেচৰ কথাত বিবাদ কৰা।

কেৰ্মেৰ্ / কেৰ্ম্ভেৰ্ (স. শ.) সাপৰ নিচিনা বেঁকাবেঁকী গতি বা সঞ্চালন।

কেৰ্মেৰা / কেৰ্ম্ভেৰা (অ.ধা.) সাপৰ দৰে বেঁকা-বেঁকিকৈ গতি কৰ্ বা লবচৰ কৰ্।

কেৰ্মেৰীয়া } (বি) বেঁকা ; কেৰ্-
কের্মৈবীয়া } মেৰকৰা।

কেলিকামা (স. শ.) কাৰ্য্যৰ চলেৰে সময় নিওৱা। ১

কেলিকামী (বি) কাৰ্য্যৰ চলেৰে সময় নিওৱা লোক। ১

কেলিকেন্মেলি (স. শ.) কামলৈ আও হেলা কৰি কৰা ধেমালি,অবাবত কৰা গহৰি।

ক্লেলই (ক্রি. বি.) কি কাৰণে।

কেলেঙ্কাৰ্ (স.শ.)মন্দ কৰ্ম্মৰ অপবাদ, দুৰ্য্যশ।

কেলেহুৱা (বি) লোকৰ ঘৰত পেট পুহি থকা, চপনীয়া। (স.শ.) চপনীয়া মানুহ (নিন্দাৰ্থত)।

কেল্‌কেলনি (স.শ.) বেগাই অস্পষ্টকৈ কোৱা-কথা (মৌখিক)।

কেল্‌কেলা (অ. ধা.) বেগাই অস্পষ্টকৈ কথা ক (মৌখিক)।

কেল্‌কেলীয়া (বি) বেগাই অস্পষ্টকৈ কথা-কোৱা,বকি থকা (মৌখিক)।

কেৱল্ (বি) অকল, একেটা মাথোন।

কেৱলীয়া (বি) বিয়া-নকৰা, উদাসীন।

কেৱাৰ্ (স.শ.) নীচ কৰ্ম্ম,দাসৰ কাম।

কেৱাৰী (বি) অনেকবাৰ খেতি কৰাত সাৰ গুচা ; অপ্ৰিয় হোৱা, এৰাপৰা, চেনেহ হেৰুওৱা।

কেশ্ (স. শ.) চুলি।

কেশৰ্ (স.শ.) ফুলৰ মাজ-ভাগত থকা সূতাৰ নিচিনা বস্তু ; সিংহৰ ডিঙিৰ নোম।

কেশৰী (স. শ.) সিংহ।

কেশৱ (স. শ.) বিষ্ণু। [ যুক্ত।

কেহা } (বি) কেঁচা তামোল বা
কেহেটা } শিলিখাৰ নিচিনা আখাৰ

কেহেটালি (স. শ.) পৰিহাস (কাম)।

কেহেটি (বি) অলপ কেহা।

কেহৰাজ্ (স.শ.) এবিধ মোহাবিলে কলা হোৱা তৃণ, ভিমৰাজ।

কৈফিয়তিক্ (বি) কৈফিয়তি-সম্বন্ধীয় বা কৈফিয়তি-জনা। [ ঠাই।

কৈলাস্ (স. শ.) শিৱ-লোক, শিৱ থকা

কৈবৰ্ত্ত (স. শ.) নদীয়াল, জালোৱা।

কোঁচ্ (অ.ধা.) বেঁকা বা কেঁকোৰা হ, কেঁকোৰা হৈ চুটি হ ; কোনো কামলৈ আগ নবঢ়া হ, উৎসাহহীন হ। (স.শ.) ভাঁজ, মোকোট; কোনো বস্তু নৰৰ কাৰণ মোনাৰ দৰে মোকোটোৱা কাগোৰ ; কেওটৰ তলৰ এক জাতি।

কোঁচা (স. ধা.) বেঁকা কৰ্, কেঁকোৰা কৰ্ ; পাচলৈ টানি চুটি কৰ্ ; নিৰুৎসাহ কৰ্।

কোঁটা (স. শ.) বেঁকা আঙুলিৰে বা আঙুলি নথকা পুৰুষ। (স্ত্ৰী) কুঁটী

(বি) বেঁকা, (আঙুলি); আঙুলি-হীন, (হাত)। [আৰু তাৰ গুটি।

কৌট্টকৰা (স.শ.) এবিধ কাঁইটীয়া গছ

কৌট্টকবী (স.শ.)এবিধ বনবীয়া মৃগ।

কৌঠ্ (স. শ.) কটক থাকিবলৈ বেৰা ঠাই, বাঁহৰ গড়।

কৌঠা }
কৌঠালী } (স. শ.) ঘৰৰ মাজত বাৰ দি পৃথক্ কৰা এ ভাগ, খোটালী।

কৌঢ়া (স. শ.) দলনিত বা পিটনিত থকা এবিধ চৰাই।

কৌবৰ্ (স. শ.) ৰজাৰ পুতেক।

কৌবৰা (স. শ.) ন-কৈ ওলোৱা কোমল গজালি বা গাজ।

কৌৰ্শলা (স.শ.) কাপোৰত লগা অতি ক্ষুদ্ৰ ধানৰ নিচিনা গুটি-ধৰা এবিধ বন।

কৌহ্ }
কৌহা } (স. শ.) ফলৰ ভিতৰত গুটিক আবৰি থকা এভাগ ফুট বা ফুটা, মৌৰ বহ-ঘৰা।

কৌহা কুঁহি (স.শ.) সিজা বস্তুৰমাজত অলপ টান আৰু নিমিলা হৈ থকা ভাগ, গুৰুলাগুৰুলি।

কোকাপলে (ক্রি. বি.) চৌচোকৰে, চুঙাৰপৰা বৈ যোৱাৰ দৰে।

কোকালি (স. শ.) দীন ভাৱৰ মিনতি, কাকুতি।

কোকিল্ (স. শ.) কুলি-চৰাই।

কোকোহা (বি) ক্ষীণ, খীণোৱা।

কোকুলোজা (স. শ.) এবিধ চৰাই, এবিধ জেঠীৰ নিচিনা জন্তু।

কোঙা (বি) হাত বা ভৰিৰ আঙুলি নথকা; হাত বা ভৰিৰ আঙুলি মোকোটা খোৱা। (স. শ.) হাত বা ভৰিৰ আঙুলি নথকা বা বেঁকা হোৱা পুৰুষ। (ী) (বি. স. শ.) কুষ্ঠী।

কোছা (স. শ.) আটি, মুঠা একেলগে গোটোৱা দীঘল বস্তুৰ সমূহ।

কোজাগৰ্ (স.শ.) বিজয়া-দশমীৰ পাচৰ পূৰ্ণিমা।

কোটৰ্ (স. শ.) গছৰ খোৰোং।

কোটায়াজন্ (স. শ.) এবিধ বেজেনাৰ নিচিনা, কাঁইটীয়া গছ, তাৰ গুটি।

কোটি }
কোটী } (স. শ.) এশ লাখ, দহ নিযুত।

কোটোহা (স. শ.) এবিধ কাঁইটীয়া, হাবিত গজা বাঁহ; কুন্দ-শালৰ খুঁটি।

কোণ্ (স.শ.) চুক।

কোত্মণি (স. শ.) কাচ, সোণ বা ৰূপেৰে গঢ়া এবিধ আঙুঠীয়া মণি।

কোদাল্ (স. শ.) কোৰ, এবিধ মাটি-খনা সজুলি। [ ফুটোৱা পতঙ্গ।

কোদো (স. শ.) এবিধ বিষাল হল-

কোদোৱা (বি) খঙেৰে ঘোপা কৰা, ঘোৰ, (চকুত খাটে)।

কোদোৱাকৈ (ক্রি. বি.) খঙেৰে চকু ঘোপা কৰি।

কোন্ (সৰ্ব্ব) অনিশ্চিত মানুহ বা জন্তুৰ কথা সোধাত ব্যৱহৃত শব্দ।

কোনো (সৰ্ব্ব) কেও,যেই সেই এজনো (পাচত এটা না-পদ থাকে ; যেনে কোনো নাই) যেই সেই, যেনে কোনো লোকে কয়।

কোঁনো-কালে, (ক্রি.বি.) কেতিয়াও।

কোনো-কোনো (সৰ্ব্ব) একতকৈঅধিক অনিশ্চিত সজীৱ বা নিৰ্জীৱ বস্তু বুজোৱা শব্দ; যেনে, কোনো কোনো মানুহ বা বস্তু।

কোনোবা } (সৰ্ব্ব কোনো এজন;
কোন্‌বা } কিবা।

কোন্দ (স.শ.)আধা প্রস্তুত বা আকৃতি মাত্র হোৱা কাঠৰ বস্তু।

কোন্দা, (স. শ.) আকৃতি মাত্র কৰ্, অসম্পূর্ণৰূপে যুগুত কৰ্।

কোপ্ (স.শ.) ক্রোধ, খং। [হোৱা।

কোপিত্ (বি) খং-উঠা, খং-ভোলা

কোব্ (স.শ.) আছাৰি বা কটা অস্ত্ৰেৰে কৰা আঘাত।

কাবনী (স.শ.) কোনো যন্ত্ৰৰ যি ভাগে চাপ খাই আকৌ পোন হৈ আন এভাগক ঠেলা মাৰে।

কোবা (স.শ.) মৰিয়া,আছাৰিৰে মাৰ। (স. শ.) বাবৰ পথালি কামীৰ ওপৰত বন্ধা থিয় কামী।

কোবাঁল্ (বি) কামত পাৰ্গত, বেগাই কাম কৰিব পৰা।

কোমল্,(বি) মৃদু,ঢিলা,টান নোহোৱা। (অ.ধা) ঢিলা হ, মৃদু হ। [কৰ্।

কোমলা (স. ধা.) কোমল কৰ্, ঢিলা

কোমলকৈ (ক্রি.বি.) ঢিলাকৈ, মৃদু-ৰূপে। [ফল।

কোমোৱা (স.শ.) এবিধ লতা; তাৰ

কোৰ্ (স.শ.) কোদাল, এবিধ মাটি-খনা সঁজুলি; ৰোগ। (স ধা.) কোৰেৰে খান্।

কোৰা (স. শ.) সাক্ষী-ভাৰ। (স.ধা.) আনৰ দ্বাৰা কোৰেৰে খনা।

কোবোক্ (স. ধা.; জোকা বস্তুৰে ঘুঁকি উলিয়া, বোক্।

কোবোকা স.শ.) নাৰিকলৰ খোলাত নাল লগাই সজা এটা পাত্রৰ পৰা আন এটাত পানী ভৰা সঁজুলি, নাৰিকলৰ ঠোলা।

কোবোকানি (স.শ.) হাৰিয়ে ঢকা অসমান ঠাই।

কোবোটাকুকটি (বি) ওখ-চাপৰ,খলা-বমা, অসমান।

কোবোণা (স. শ.) মৰণাৰ গুটি-খান-চপোৱা কাঠৰ কোৰ।

কোবোলা, (বি) অকাঁৰী, পবলীয়া ধান-তুহেৰে মিহলি (চাউল)।

কোৰ্কোবণি, } (স. শ.) পেটৰ খল-
কোৰ্কোবণি, } খলনি, বেঙৰ মাত।

কোৰ্কোবা } (অ.ধা.) পেটৰ দৰে
কোৰ্কোৰা } শব্দ কৰ্, খল্খলা; বেঙৰ দৰে মাত্।

কোৰ্কুৰীয়া } (বি) কোৰ্কোৰ শব্দ
কোৰ্কুৰীয়া } কৰা।

কোৰ্হাল (স.শ.) ডাঙৰ হাই; কান্দোনৰ উচ্চ শব্দ।

কোল্ (স. শ) ওভোতা জোঙেৰে যাঠী; মাছ-ধৰা চেপা বা আন ফান্দত জোঙা ভাগ ভিতৰলৈ দি লগোৱা কাইটবিলাক। [ফাল।

কোলঠি (স. শ.) ডাঙৰ মাছৰ পেটৰ

কোলা (স. শ.) বহি থকা মানুহৰ দুই উৰু, যত লৰাক বহুওৱা যায়; কঁকালৰ দাঁতি, যত লৰা লৈ ফুৰোৱা যায়।

কোৱা (স. শ.) কাউৰীৰ মতা।

কোৱাওকণী (স. শ.) এবিধ চাউল নষ্ট কৰা সৰু কলা পোক।

কোৱাকুই (স. শ.) এজনে আন এজনক কোৱাকার্য্য, কথোপকথন।

কোৱাভাতুৰী (স. শ.) এবিধ লতা; তাৰ কল; বিষ। [গুটি।

কোৱামণি (স. শ.) এবিধ বন; তাৰ

কোৱাৰি (স. শ.) মুখৰ চুক, তল আৰু ওপৰ ওঁঠৰ জোৰা।

কোৱামোৱা (স.শ.) মেঘৰ ঢাকা হোৱা অলপ আন্ধাৰ।

কোষ্ } (স. শ.) সমীপ, ওচৰ।
কোষৰ }

কোষা (স. শ.) পূজাৰ নিমিত্তে পানী-লোৱা পাত্র।

কোষ্ঠী (স. শ.) সোঁৱৰণী, লৰা ওপজাৰ দিন-ক্ষণ-আদি-লেখা কাকত।

কোঢ়া (স. শ.) এবিধ চৰাই; ভাৰ।১

কৌগছ (স. শ.) কৈতুৰিৰ নিচিনা বহল পাতেৰে অসাৰ গছ।

কৌটাল্ (স. শ.) বিবাদ, দ্বন্দ।

কৌতুহল (স. শ) কতুহল।

কৌতুহলে (ক্রি. বি.) আনন্দেৰে।

কৌপাত্ (স.শ.) কৈতুৰিৰ নিচিনা এবিধ গছৰ পাত।

কৌপাতী-ফুল(স শ.) কৌপাতৰ নিচিন পাতেৰে এবিধ গছ; তাৰ ফুল।

কৌৰৱ্ (স শ.) চন্দ্র-বংশী কুৰু-ৰজাৰ বংশ, ধৃতৰাষ্ট্র আদি।

কৌস্তভ্ (স. শ.) বিষ্ণুৰ ভিজিৰ মণি।

ক্রন্দন (স. শ.) কান্দন।

ক্রম্ (স.শ.) নিয়মিত গতি, যাৰ পাচত যি হব লাগে, সেইৰূপ অৱস্থিতি।

ক্রমশঃ (ক্রি. বি.) ক্রমে-ক্রমে, লাহে-লাহে।

ক্ৰমাগত্‌ (বি) নিয়ম অনুসৰি, এটাৰ পাচত আনটো হৈ চলি অহা।

ক্ৰমান্বয়ে } (ক্রি. বি.) নিয়মিত গতি
ক্ৰমে } অনুসৰি. এটাৰ পাচত আনটো হৈ। [লাহে।

ক্ৰমে ক্ৰমে (ক্রি বি) ক্ৰমশঃ, লাহে।

ক্ৰয় (স শ.) কিনা বেচ দি বস্তু লোৱা কাৰ্য্য।

ক্ৰয়-বিক্ৰয়্‌ (স.শ.)কিনা-বেচা বেপাৰ।

ক্ৰিয়া (স.শ.) কৰ্ম্ম,কাম, কোনো কাৰ্য্য কৰা অৰ্থ বুজোৱা পদ।

ক্ৰীড়্‌ (অ.ধা.) ৰং কৰ্‌ খেমালি কৰ্‌। (স.ধা৷ আনন্দিত কৰ্‌; যেনে, গোপীক ক্ৰীড়িলা।

ক্ৰীড়া (স. শ.) খেমালি।

ক্ৰূৰ্‌ (বি) নিষ্ঠুৰ, নিমৰমিয়াল।

ক্ৰোধ্‌ (স. শ.) খং, কোপ।

ক্ৰোধী (বি) খঙাল।

ক্ৰোশ্‌ (স.শ. চাৰি ভাৰ বেলিৰ বাট।

ক্লান্ত (বি) ভাগৰুৱা; পীড়াৰ পৰা হোৱা দুৰ্ব্বল।

ক্লান্তি (স. শ.) ভাগৰ, শ্ৰান্তি।

ক্লীবলিঙ্গ (স. শ.) মতা আৰু মাইকীত বাজে আনক বুজোৱা শব্দ।

ক্লেদ (স. শ.) মলিয়ন আৰু দুৰ্গন্ধ পানী বা ৰস; পূঁজ বা তাৰ নিচিনা আন দ্ৰৱ বস্তু।

ক্লেশ্‌ (স. শ.) দুখ, কষ্ট। [ঠাইত।

ক্বচিত্‌ (ক্রি.বি) কেতিয়াবা; কোনো

ক্বাথ্‌ (স. শ.) দৰৱ-সিজোৱা পানী।

# খ।

খং (স.শ.) ক্ৰোধ, কোনোৰ বিৰোধে হোৱা মনৰ ভাৱ, দণ্ডিবৰ ইচ্ছা।

খংকু (স.শ.) বৰ ভোক (নিম্নাত)।

খংকুৱা (বি) ভোকত তত নোপোৱা, বৰ ভুকীয়া (নিম্ন)। (স. শ.) বৰ ভুকীয়া মানুহ।

খংটাসুৰ (স. শ.) বৰ দুষ্ট মানুহ।

খংড়া 'খৰা' চোৱা।

খংতিবা (স.শ.) কোনো কামৰ নিমিত্তে আগেয়ে স্থিৰ কৰা কাল।

খৰ্‌ (স.শ.) মূৰৰ ওপৰে ঠেং দুৱাই মৰা জেও।

খংৰা (বি) আগ-কটা বা আগ নথকা; নেজ-ছিগা। (স.শ.) ভিজি নথকা শালৈ; মুখত বাউন বহা সক-মুখীয়া খবাহি।

খংৰা-নকা (বি) চুটি নাক যুক্ত।

খংৰা মূৰা } (বি) আগ-গুৰি কটা,
খংৰা মূড়া } নেজ আৰু মূৰ নথকা; ডাল-পাত নথকা।

খংবিয়া (অ. ধা) খং মাৰ্‌।

খৰীয়া (স.শ.) চিতলৰ পোৱালি।

খকজা (স.শ.) অনভ্যাসৰ কাৰণে কথা কওঁতে বা পঢ়োঁতে কৰা আশঙ্কা বা লাগি ধোৱা।

খকক্ষ্‌ (স.শ.) দক্ষ, যাইকৈ পৰিয়ালৰ

ভিতৰত হোৱা দন্দ, এবিধ সুকাঠী গছ।

খকবাই } (ক্রি.বি.) হঠাৎ, গিবি-
খকব্ কৰে } সাই (খুন্দাত খাটে)।

খকৰামুকুটি (স. শ.) মুঠি-মৰা হাতেৰে বেগাই গালত কৰা প্ৰহাৰ।

খকাখুন্দা (স. শ.) অলপীয়া,মুখৰ দন্দ।

খকামকা (স. শ.) খৰ খেদাকৈ লৰ দিব খোজোঁতে হোৱা বিশৃঙ্খলা বা ভ্ৰম।

খকৃখকনি (স. শ) অলপ কাহৰ শব্দ।

খকৃখকা(অ.ধা.)অলপ-অলপকৈ কাহ্।

খকৃমকা (অ.ধা.) আগগুৰি নেচাই লৰালৰি কৰ্, বিতত হৈ খৰখেদা কৰ।

খকৃমকৃকৈ (ক্রি.বি.) আগ-গুৰি নেচাই লৰালৰিকৈ,লৰালৰিত বিতত হৈ।

খগেন্দ্ৰ ( স.'শ. ) গৰুড়।

খঙাল্ (বি) স্বভাৱতে ক্ৰোধী, খং কৰি থকা স্বভাৱযুক্ত।

খচ্ (স.ধা) হাতেৰে বা ভৰিৰে মোহাৰি মিহি বা মিহলি কৰ্, মোহাৰি লেতু সেতু কৰ্।

খচক্ (স.ধা.) ভৰিৰে মোহাৰ্, গচক্।

খচকণি } (স.শ.) ভৰিৰ মোহাৰ।
খচকা }

খচা (লি) আটুট, খৰিচ পুৰা।

খচামি (স. শ.) হাতৰ তলুৱাত হোৱা পকা কুমটীয়া; আঙুলিৰ মাজত হোৱা এবিধ ৰোগ। ১৯

খচি (ক্রি. বি)) বৰকৈ অতিশয়ৰূপে।

খচিত্তং (অব্য) পানীৰে মোহৰা মাটি বা কাপোৰ টানকৈ গচকা বা মৰা। ১৯ [ চকুত হোৱা দুখ।

খচ্খচনি (স. শ.) বালি-আদি পৰাত

খচখচা (অ ধা) বালি বা ধূলি পৰাৰ দৰে দুখ বোধ কৰ্ (চকুত খাটে)।

খচ্খচীয়া (বি) মোহৰাত বালিৰ নিচিনা লগা নিমজ নোহোৱা।

খচ্মচনি (স. শ.) শুকান পাত-আদি লৰোৱাত হোৱা শব্দ।

খচ্মচা (অ.ধা ) লৰোৱা শুকান পাতৰ দৰে শব্দ কৰ্। [লত খাটে।

খজা (বি) পকিলেও টানে থকা (কঁঠা-

খজিনা (স. শ.) কোনো বস্তু খুজি নেপাই পতা বোহ ( লৰাত খাটে)।

খজুৰতি (স. শ.) গাৰ ছালত হোৱা, আঁচুৰিলে সুত লগা, এক প্ৰকাৰ অসুখ বোধ।

খজুৱা (অ.ধা.) ছালত আঁচোৰাৰ দৰে অসুখ বোধ কৰ্। (স. ধা.) খজুৰতি গুচাবলৈ আঁচোৰ্. খজুৰতিয়ে ধৰাৰ, দৰে অসুখ-বোধ জন্মা।

খঞ্জরী (স. শ.) এবিধ সৰু চবাই,বাজি-
মাছী ; এবিধ বাদ্য। [ কৰা।
খটা (স. শ.) কামত নিযুক্ত কৰ্,কাম-
খটিয়া (স. ধা.) কাম কৰিবলৈ ঘনে-
ঘনে ক।
খটীয়া (স. শ.) এবিধ পদ্ম।
খট্‌খটনি (স. শ.) দুটা টান বস্তুৰ
ইটোৱে সিটোৱে ঘনে-ঘনে ঠেকা
লগাত হোৱা শব্দ।
খট্‌খটা (অ. ধা.) দুটা টান বস্তু পৰ-
স্পৰ লাগি শব্দ কৰ্।
খট্‌খটী (স.শ.) ইটা বা শিলৰ জখলা।
খট্‌বাজ্ (স. শ.) কোনো কথাত
অমাত্তি মানুহক মাত্তি কৰিবলৈ
চেষ্টা কৰাত হোৱা বাদানুবাদ।
খড্গ্ "খৰগ" চোৱা।
খড্ম্ "খৰম্" চোৱা।
খড়ীমাটি ( স শ ) এবিধ বগা মাটি।
খড়্গ (স. শ.) দা ; গঁড়ৰ শিং।
খণ্ড (স. শ.) এডোখৰ, এখান,
এছেও। (অ.ধা.) নষ্ট হ, গুচ্;
যেনে, পাপ খণ্ডিল।
খণ্ডন্ (স. শ.) ছেদন, নাশ।
খণ্ডমুণ্ড (বি) মূৰ ছিগা।
খণ্ডবাক্য (স. শ.) সম্পূর্ণ অর্থ বুজাব
নোৱৰা দুটা বা অধিক শব্দ ;
যেনে, ঘৰলৈ যাওঁতে। [কৰ্।
খণ্ডা (স ধা.) খণ্ডন কৰ্, গুচা, দূৰ
খত্ (স. শ) ধাৰৰ বা বেচা-কিনাৰ
কথা লিখা কাকত।
খাতৰ (স শ.) আপোন কথাতে ধোৱা
খাট,হঠাত আপোন-মুখে ওলোৱা
নিজৰ দোষ।
খতা (স. শ.) সোণ বা ৰূপৰ সৰু সৰু
পতা লগাই ভূষিত কৰ্।
খতি (বি) ক্ষতি হোৱা, হানি পৰা ;
ক্ষতি, চলি নথকা ; ক্ষয়, ( কামত
খাটে, (স.শ.) আজৰীয়া বা কাম
বন্ধ হৈ থকা কাল।
খতিয়া (স. শ.) একেলগ কৰি লিখ্,
সংগ্রহ কৰ্।
খতিক্ষণ্ (স. শ.) কোনো কার্য্য বন্ধ
হৈ থকা কাল ছেদ-ভেদ।
খতীয়া (স.শ.) কামত উপস্থিত নথকা
কাল, কাম নকৰা দিন।
খদব্‌দব্ (স. শ.) লৰালৰি, খৰখেদা।
খদা ( স. শ. ) মাটি বা গোবৰ নিয়া
পাচি।
খদাবান্(স.শ.) বহল-মুখীয়া বানকাটি।
খন্ (উপদ) "খাঁন্" চোৱা।
খনা (স. ধা.) আনৰ বাবা মাটি কটা।
খনি (স. শ.) আকৰ, ধাতু-আদি উৎ-
পত্তিৰ ঠাই।
খনিকৰ্ (স.শ.) শিল বা কাঠ-আদি
কাটি বা খুলি মূর্ত্তি-আদি কৰোঁতা ;
মাটিৰ মূর্ত্তি সাজোঁতা ; চিত্রকৰ।

খনিয়া (স.ধা.) তামোল চকলিয়া।

খানীয়া-কাপোৰ (স. শ.) ছুতৰপীয়া আগত ফুল-বছা এবিধ কপাহী কাপোৰ।

খন্তা } (স. শ) এবিধ মাটি-উজৰা
খন্তি } সৰু লোৰ সঁজুলি।

খন্তিয়া (স. ধা.) খন্তিৰে খোঁচৰ্।

খন্তীয়া (স. শ.) বিষ হৈ ভৰি উখহা ৰোগ।

খন্তীয়া-সাপ্ (স. শ.) খন্তিৰ নিচিনা মুখেৰে এবিধ কেঁচু-জাতিৰ কীট।

খন্তীয়া-খুঁচুৰীয়া (বি) সামান্য, ঘাই শ্ৰেণীৰ বা লেখৰ নোহোৱা।

খন্তেক্ (স. শ.) একক্ষণ, অতি অলপ কাল।

খন্তেকীয়া (বি) খন্তেক থকা।

খন্দ্ (স. শ.) এবাৰ শস্য আজিৰৰ কাল, এটা বতৰ, শস্যৰ সম্বন্ধে এবছৰ।

খন্দা (স. শ.) চাৰিও ফালে আলি দি বা লোৰ খানি বেলেগোৱা এডোখৰ মাটি; লেখাৰ মাজত আঁচ দি কৰা ভাগ।

খন্দিয়া (স. ধা.) চাৰিও ফালে আলি বা লোৰ কৰি বেলেগা; লেখাৰ মাজত আঁচ দি পৃথক কৰ্।

খন্দুৱা (বি) এবছৰ বা কিছু কালৰ নিমিত্তে ভোগ কৰিবলৈ লোৱা (মাটি); সেই নিয়মেৰে মাটি লোৱা (মানুহ); এবছৰ থাকি এবছৰ গুটি ধৰা (গছ)।

খন্দ্‌প্ৰবৰ্ত্তা (বি) এবছৰ মাথোন থকা।

খপ্ (স. ধা.) জালত দি নিৰ্ম্মল কৰ্, (সোণ বা ৰূপ); ডাল কাটি পৰিষ্কাৰ্ কৰ, (গছ); অলপ কাল থাক, প্ৰবাস খাট। (স.শ.) টেমী বা আন সৰু বস্তুৰ সাফৰ।

খপিয়া (স.ধা.) আন্ধাৰত বা চকুৰে নেদেখা ঠাইত হাতেৰে বা ভৰিৰে বিচাৰ। [পেট পুহি থকা মানুহ।

খপীয়া (স.শ.) চপনীয়া, লোকৰ ঘৰত

খপুৱা (স. শ.) বাটকৰা ৰবৰ বা বাহন সলাবৰ নিমিত্তে নিৰূপিত ঠাই; বাটত খাপ দি থকা মানুহ।

খবিচ (বি) আটুট, পূৰা।

খবুৱা (স. শ.) বাৰৰ তলভাগ সুমাই দিয়া খোলা বাঁহ, দুৱাৰৰ তলত ওপৰ বা দাঁতিত লগোৱা বাঁহ।

খমল্ (স. শ.) ডাৱৰ, মেঘ, গোট মৰা পনীয়া বস্তু।

খমলা (স.শ.) গোট-মৰা দ্ৰব বস্তু।

খম্‌খমনি (স.শ.) কাপোৰ বা কাকতৰ শব্দ। [ দৰে শব্দ কৰ্।

খম্‌খমা (অ.ধা.) কাপোৰৰ বা কাকতৰ

খম্‌খমীয়া (বি) খম্‌খম্ শব্দ কৰা, নতুন (কাপোৰ)।

খৰ্ (বি) শীঘ্ৰ, বেগী (অ. ধা.) শুকা ট সুৰসুৰীয়া হ। (স.শ.) অনাবৃষ্টি, ৰবৰুণৰ অভাব; এবিধ ছালৰ ৰোগ; গ্ৰহণী।

খৰগ্ (স. শ.) গঁড়ৰ শিং। [খৰচ হল।

খৰচ্ (স. শ.) ভাজি খাবৰ নিমিত্তে লগা ধন; ব্যয়। (বি) ব্যয়, ব্যৱহাৰ কৰাত ঢুকোৱা; খেনে, ধন

খৰচি (স. শ.) মিহি নোহোৱা গুড়ি।

খৰচিমাৰি (ক্ৰি. বি.) নিমজকৈ, আসোঁৱাহ মাৰি, পৰিপাটিৰূপে।

খৰচী (বি) ব্যয়-কাৰী, ধন ৰাখিব নোৱৰা।

খৰচীয়া (বি)ভাল কৈ মিহি নোহোৱা।

খৰম্ (স.শ.) কাঠৰ পাদুকা।

খৰ্মিহলি (স.শ.) শীঘ্ৰতাৰ দোষত মিহলি, আউল, ভুলত মিহলি।

খৰলা (স. শ.) ঘোঁৰাৰ গা-আচোঁৱা লোৰ সঁজুলি।

খৰলি (স. শ.) শুকান কৈ ভজা শাক।

খৰলীয়া (বি) খৰলিৰ নিচিনা, নিৰস।

খৰা (স.ধা.) খাৰণীৰে তিতাই শুকা; ৰদত দি খৰকৈ শুকা।

খৰাং (বি) নিৰস, সাৰ নথকা, (মাটি); ৰবৰুণ নথকা, (বেতৰ)।

খৰালি, খৰ-কালি।

খৰাহি (স. শ.) বাঁহৰ কাঠৰ পাত্ৰ-বিশেষ।

খৰি (স. শ.) জুই-খৰা শুকান বাঁহ বা কাঠ।

খৰিকটীয়া (স. শ.) খৰি-কাটোঁতা।

খৰিকা (স.শ.) উলুৰ শুৰি-ভাগ; মাছ মঙহ-আদি বিন্ধি আঙঠাত সিজোৱা শলা,মুগাৰ কণী-লগোৱা, খেৰৰ আটি। [ ফুল।

খৰিকা জাঁই (স.শ.) এবিধ গছ; তাৰ

খৰিকা-দিয়া (বি) শলাৰে বিন্ধি জুইৰ তাপত সিদ্ধ কৰা।

খৰিকা-মৰিচ্ } (স.শ.) এবিধ সৰু ৰঙা জলকীয়া।
খৰিকা-মৰীচ্ }

খৰিকিয়া (স.ধা) খৰিকাৰে, বা শলাৰে খুকটি পৰিষ্কাৰ কৰ্।

খৰিচা (স. শ.) বাহ-গাজ খুন্দি কৰা এবিধ খাদ্য।

খৰিয়াল্ (স. শ.) দন্দ, বাচ্যাবাচ্যি।

খৰী-মাটি "খড়ী-মাটি" চোৱা।

খৰীয়া (বি) খৰে খোৱা, খৰে খৰি ছাল ছিঙা। (স. শ.) খৰে খৰা মানুহ; খৰি-বেচোঁতা।

খৰুৱা (বি) ওপৰ ওঁঠৰ মাজ ছিগা; খাৰ-যুক্ত, খাৰ দি ৰন্ধা।

খৰুৱা বেজেনা (স.শ)এবিধ বাৰ-মহীয়া বেজেনাৰ গছ, তাৰ গুটি।

খৰ্কালি (স.শ) জাৰকালি, বাৰিষাত কৈ আন কাল।

খৰকৈ (ক্ৰি.বি.) শীঘ্ৰে, বেগাই।

খৰ্খৰণি ) (স.শ.) লৰোৱা ভকাৰ-পাত-
খৰ্খৰনি } আদিৰ শব্দ,

খৰ্খৰা ) (স.শ) লৰোৱা ভকাৰপাতৰ
খৰ্খৰা } হবে শব্দ কৰ্।

খৰ্খৰীয়া ) (বি) 'খৰ্ খৰ' শব্দ কৰা,
খৰ্খৰীয়া } খৰ শুকান।

খৰ্খেদা (স.শ.) লৰালৰি, তড়াতৈয়া। দাঙ্গি খিয়া চোকা।

খৰ্চনা (স.শ.) খুঁটা-আদি সলাবলৈ চাল। [ পৰা।

খৰ্তকীয়া (বি) বেগাই কাম কৰিব-

খৰ্মৰণি ) (স.শ.) খৰকৰণি, মনৰ বা
খৰ্খৰণি } গাৰ ছুখত কৰা লুটিয়ালুটি।

খৰ্মৰা ) (অ.ধা.) খৰ্কৰা, গাৰ বা মনৰ
খৰ্খৰা } ছুখত লুটিয়ালুটি পাৰ্।

খৰ্মুলা (স. শ.) এবিধ লতা; তাৰ ফল, ভৰ্মুৰা।

খল্ (স. শ.) ছুষ্ট বা ছুষ্টকীয়া মানুহ; গুটি বা পুলি খোৱা লোৰ, দৰব পিহা শিলৰ পাত্ৰ; সদায় অনেক মানুহ গোট খোৱা ঠাই।

খলক্ (অ.ধা.) সঞ্চালিত পানীৰ দৰে আন্দোলন কৰ্, চৌ উঠ্। খলক্ মাৰ্, উক্ত শব্দৰে পূৰ হ।

খলকণি (স.শ.) পানীৰ প্ৰবল সঞ্চালন।

খলপা (স.শ.) স্তৰ; থাক; এটা বস্তৰ ওপৰত সজা আন এটা বস্ত।

খলব্ (স. শ.) কাপোৰত দিয়া খাজ; চুৰুজাতত দিয়া কৰাল।

খলা (স. শ.) কোনো কাৰ্য্যৰ নিমিত্তে বন-আদি গুচাই পৰিষ্কাৰ কৰা ঠাই।

খলাবমা ) (বি) ওখ-চাপৰ, দ-বাম,
খলাখপা } অসমান। [ খন।

খলি (স.শ.) গুটি বা পুলি খোৱা লোৰ,

খলিখেদা (স. শ.) মাটিত খলি খানি গুটি বুলাই কৰা খেমালি। ১

খলিত্ (বি) নিষ্ফল;

খলিহৰা ) (স. শ.) এবিধ সৰু মাছ।
খলিহা } [ শিঙা।

খলিহৈ (স. শ.) তেল পেৰা সৰিয়হৰ

খলুৱা (বি) ধূৰ্ত্ত, টেটোন।

খল্খলনি (স.শ.) সঞ্চালিত হোৱা পানী বা বৰ হাঁহিৰ শব্দ।

খল্খলা (অ.ধা.) সঞ্চালিত পানীৰ দৰে শব্দ কৰ্, উক্ত শব্দৰে হাঁহ।

খল্খলা (স. ধা.) পানীত কোনো বস্তু জুবুৰিয়াই লৰা।

খবৰ্ (স. শ. যাং.) সংবাদ, বৃত্তান্ত জাননী।

খহ্ (অ. ধা.) এবাই পৰ্।

খহটা (বি) নিমজ নোহোৱা, কৰ্কশ।

খহন্ (স. শ.) এবাই পৰণ।

খহমল্ (স. শ.) বিষ্ঠা, গু; মলি।

খহনীয়া (স.শ.) বৈৰ পৰাৰ পতন।

খহা (স. ধা.) একবাই পেলা।

খহু (স. শ.) গাত হোৱা বিষলুক টোপোলা, কোহোৰা।

খহুৱা (বি) খহযুক্ত, খহণ থকা।

খা (স.ধা. ভোজন কৰ, ভক্ষ, গিল্; উপভোগ কৰ, গ্ৰহণ কৰ, ল; পা, ভুঞ্জ, (সুখ বা দুখ); কাবোৰ, দংশন কৰ; নষ্ট কৰ, ধ্বংস কৰ। কোনো এক অৱস্থা পা, ( এই পাচৰ ভাৱত কৰ্ত্তাৰ "এ" বিভক্তি লগে; যেনে, আচুৰিটো মোকোটা খালে)(অ.ধা.)আহাৰ কৰ; মিল, লাগি ধৰ; শৃঙ্গাৰ বা অভিগমন কৰ, ( এই পাচৰ ভাৱত কৰ্ত্তাৰ 'এ' বিভক্তি লুগুচে; যেনে— অমুকে ভুমুৰীত খালে।

খাই (স.শ.) খলিহৈ।

খাই-খৰচ্ (স.শ) খোৱা বস্ত-কিনা ধন

খাই-গাহৰি (বি) মিকৰ্ম্মা, অকামিলা, (নিন্দা)। ১

খাই-মৰা (স. শ.) মাক, বাপেক বা আন আত্মীয় নথকা মানুহ (স্ত্রী) খাইমৰী, (গালি)। [নমনা।

খাই-পাত-কলা,—অপকাৰী, উপকাৰ-

খাওঁতা ( কৃৎ.স. ; বি খাদ, ভোজন-কৰোঁতা।

খাওন্ (কৃৎ. স.) খোৱা কাৰ্য্য; ভক্ষণ।

খাওনি (স.শ.) খোৱা বস্ত, সমল, বাটত খাবলৈ নিয়া সামগ্ৰী।

খাওন্ ( স.শ. ) আসাম-বঙ্গাৰ বা তেওঁৰ মাক-আদিৰ অহি গঙ্গাত লগাবলৈ নিয়া মানুহৰ দলত থকা সঁজাতি।

খাং (স. শ.) সক ভোষ।

খাঁকৰ (স. শ.) শুকাই নাকত লাগি থকা শেঙুণ; খাৰ চোকোৱা।

খাঁকি (স. শ.) দুটা ভাৰৰ যোৰা, যি ঠাইৰ পৰা দুটা ভাৰ ওলায়।

খাচিয়া (স.শ.) চিলঙৰ আদি বাসী, পৰ্ব্বতীয়া লোক।

খাঁজ্ (স. শ.) এটা বস্তুৰ আন এটাৰে জোৰোৱা পথালি খোৱনি। (স.ধা.) ছিলৈত খুন্দি ভৰ। গছৰ শাবীৰ মাজৰ ভলা ঠাইত দ-টৈ বো।

খাঁজিখোৱা (স.শ.) বৰ্ত্তা বাটত খোৱা ঘৰ, এতেকে বাটকৰা মানুহে থকা বা জিৰোৱা ঘৰ।

খাঁজে-খোপে ( ক্রি. বি. ) এটাৰ মূৰ আনটোৰ খোলনিত সোমাই ভালকৈ মিলি।

খাঁবী "খঁৰা" শব্দৰ স্ত্ৰীলিঙ্গ।

খাগড়ি } (স.শ.) চাপৰিত হোৱা
খাগৰি } এবিধ কুঁহিয়াৰ-জাতিৰ তৃণ।

খাজুৰ্ (স.শ.) মিঠা ৰসযুক্ত এবিধ গছ, তাৰ গুটি। [হোৱা ফেনি।

খাজুৰি (স. শ.) খাজুৰ গছ (বি) খাজুৰৰ ৰস আৰু তাৰ পৰা

খাৰু (স. শ.) এবিধ শখ্যাৰ আধাৰ, পালেঙি। (স. ধা.) উপকাৰৰ

আশাৰে ভাবনা কৰ,উপাসা কৰ, নিয়ম অনুসৰি পালন কৰ, দণ্ড-স্বৰূপে ভোগ কৰ্। (অ. ধা.) কোনো বিষয়ত বলৱত হ বা লাগ ; চাকৰৰ দৰে কাম কৰ, আনৰ নিমিত্তে পৰিশ্ৰম কৰ, ভক্তি বা উপাসা কৰ্।

খাটনি (স.শ.) উপাসা,লোকৰ নিমিত্তে কৰা পৰিশ্ৰম, ভৃত্যৰ কাম।

খাটনিয়াৰ্ (স.শ.) চেনেহ আৰু বিশ্বাসৰ মানুহ ; গোঁসাইবিলাকৰ খাই আলধৰা। [চুকীয়া দোলা।

খাটলা (স.শ.) গোঁসাইসকলৰ চাৰি-

খাটাং (বি) সম্পূৰ্ণৰূপে স্থিৰ কৰা, অলৰ, ছিদাং।

খাটাংকৈ(ক্রি.বি.)নিশ্চয়কৈ,ছিদাংকৈ।

খাটুৱা (বি) বৰ ওখ বা নিচেই চাপৰ নোহোৱা, (মানুহত খাটে)।

খাত্ (স. শ.) থকা ঠাইৰপৰা আঁতৰত খেতিৰ বা লোকক লগাবৰ নিমিত্তে লোৱা মাটি,নগৰীয়া ভদ্ৰ-লোকৰ পাৰ্বত থকা ঘৰ-বাৰী।

খাত্তি, (স, শ.) সকৰৈ কটা লোণ বা ৰূপৰ পতা্। [মানুহ।

খাতোৱাল্ (স.শ.)খাতৰ কামত নিযুক্ত

খাদ্য (বি) খাবৰ যোগ্য। (স. শ.) আহাৰ খোৱা বস্তু।

খান্ (উপশ) চেপেটা বা বহল বস্তু বুজাবলৈ সংজ্ঞা-শব্দৰ পাচত দিয়া শব্দ ; ভাল আৰু সৰু তেনে বস্তু বুজাবলৈ "খানি" হয়। (স. ধা.) কোৰআদিৰ দ্বাৰা চাহ কৰ, গাঁত কৰ্।

খানি ( বি ) কোনো এক পৰিমাণৰ, যেনে, এই খানি ধন। (স. শ.) কোনো এক পৰিমাণ, (ষষ্ঠি-সমাসৰ দ্বাৰা সংজ্ঞা-শব্দেৰে লগ লাগে ) যেনে, ধন-খানি।

খানিক্ }<br>খানিকমান্ } (স. শ.) খন্তেক।

খাণ্ডা (স,শ.) দা, অস্ত্ৰ।

খান্দৰি } (স. শ) গুনঠি সুমাবলৈ<br>খান্দি } মোকোটোৱা জৰীৰ মেৰ ; সূতাৰ নেছা।

খান্দি (স.শ.) সিয়া মণিৰ খাপ ; পৰাৰ গুনঠি সুমোৱা ছিদ্ৰ ; কথাৰ বান্ধনি।

খান্দি মণি (স.শ.) সিয়া মণিৰ খান্দিত সুমোৱা ডাঙৰ মণি।

খাপ্ (স.শ.) কোনোৰ অনিষ্ট কৰিবৰ কাৰণ বাটত লুকাই থকা কাৰ্য্য ; খটখটিৰ খোপ ; খলপা, থাক ; বিষয় বা পদৰ শ্ৰেণী। [যাঠী।

খাপৰ্ (স.শ.) এবিধ ডাঙৰ আৰু গধুৰ

খাপৰি (স. শ.) ঘৰ-ছোৱা বেঁকোৱা

পোৰা মাটি, বুকুৰ বাওঁকালে বঢ়া এভোখৰ মঙহ। [এভাগ।

থাপি (স.শ) অৰীৰে গঁথা কোতমণিৰ

থামি-ভাঠ (বি) সাহিয়াল, নির্ভয়।

থামোচ্ (স. শ.) হাতৰ মুঠি; তাত যিমান ধৰে সিমান বস্তু। (স.ধা.) থামোচ মাৰ্, মুঠি মাৰি ধৰ্।

থামোচা (স.শ) কোনো বস্তু হাতেৰে খৰিবৰ যতন, ধৰিবৰ থেক, হুৱা-ৰৰ মুঠি-আদি, দুটা বা অধিক বস্তু একে লগে ধৰি ৰখা যতন; হাতৰ মুঠিত যিমান ধৰে সিমান বস্তু। [আন এথামো লৈ।

থামোচা-থামোচে } (ক্রি. বি.) এথা-
থামোচে-থামোচে } মোচৰ পাচত

থায়ুত্তি(স.শ.)আসামৰ একাতি আদি-বাসী মানুহ। [এবিধ দীঘল দা।

থায়ুত্তি-দা ( স.শ. ) থায়ুত্তি-জাতিৰ

থাৰ্ (স. শ.) এবিধ লোণৰ নিচিনা চোকা চাই; খাৰ দি ৰন্ধা আঞ্জা।

থাৰণী (স.শ.) থাৰৰ পানী। [মলা।

থাৰণী-সঁতা ( স. শ. ) থাৰণী সৰোৱা

থাৰধি (স. শ.) পাচলি।

থাৰলি (স.শ.) ৰটা সৰিয়হেৰে নৈতে লোণ মিহলাই কৰা এবিধ চাটনি।

থাৰু (স. শ.) হাতৰ ঠাৰিত পিন্ধা এবিধ অলঙ্কাৰ।

থাৰুৱা (স.শ.) দুই মুৰ মোকোট্ৰাই কোনো বস্তুত লগোৱা গোটা লো, পিপা-আদিত মেৰোৱা চেপেটা লো, লোৰ নগৰা। [ডঁৱাল।

থাৰ্-ঘৰ্ (স. শ.) ৰণৰ আহিলাৰ

থাৰ-মাটি (স. শ.) এবিধ থাৰৰ গুণ থকা কাপোৰ ধোৱা মাটি।

থাল্ (স. শ ) বহল গাঁত, খাৱৈ, লোৰ, দ ঠাই।

থালি (স.শ )শৰাধত চাউল-দিয়া কলা-পটুৱাৰ পাত্র। (বি) গুদা, উদং অধিকাৰ বা ভোগ কৰোঁতো নথকা। [সঁজুলি।

থালৈ(স.শ.) মাছ থোৱা,এবিধ কাঠীৰ

থালৈ-পেটা (বি) পেটাল, বৰ-পেটা (স্ত্রী) থালৈ-পেটী;

থালৈভাজী (স. শ.) এবিধ মাছ।

থালোণ্ (স.শ.) পাগি লোণৰ নিচিনা কৰা থাৰণী।

থাৱন্ (স. শ.) থাত্ত বস্তু (চহা)।

থাৱৈ (স.শ.) দ আৰু বহল লোৰ, দীঘলীয়া খাল।

থাৱৈচ্ } (বি)অধিক থাবপৰা। (স.শ.)
থাৱৈয়া } অধিক থাব পাৰোঁতা।

থাস্তাং (বি) উচ্ছন্ন, উজাৰ, উৰাৰ।

থাহ্ (স. শ.) নৈৰ বা আঁতৰ, কিন্তু নৈৰ ধলেৰে ভল গৈ থকা ঠাই।

থাহী (স শ.) কণী-কঢ়া চাগ। (বি) কণী-কঢ়া, নপুংসক-কৰা।

খাহ্‌খাহ্‌ (স.শ.) গাঁত, চহা মাহুহ থকা ঠাই। [হোৱা, চহা।
খাহখহীয়া (বি) খাহ্‌ খাহত থকা বা
খিঁকিদ্দাকি (স.শ.) হনিয়াল কথা কৈ বহকৈ হাঁহি ফুৰা খেমালি।
খিকিৰ্‌কিচীয়া } (বি) আহিং, গা-সৰু,
খিৰ্‌কিচীয়া } দুৰ্বল।
খিকখিকনি (স.শ.) মুখ চেপি ধৰি হঁহাৰ শব্দ। [খী-খিয়া।
খিকখিকা (অ.ধা.) মুখ চেপি ধৰি হাঁহ,
খিঙখিঙনি (স.শ.) কুকুৰৰ দৰে গেঙেৰি খি বা খং কৰি কোৱা কথা।
খিঙখিঙা (অ.ধা.) কুকুৰৰ দৰে গেঙেৰি খি বা খং কৰি কথা ক। (স.ধা.) খঙেৰে ভাবি খি. গালি পাৰ্।
খিঙখিঙীয়া (বি) অকণতে খং-কৰা স্বভাবযুক্ত।
খিচ্‌ (স.শ.) কঙুৰ বাহৰ আৰু মুতৰ-পৰা হোৱা বোকা। [কণি।
খিচনি (স.শ.) খিচ থকা ঠাই, পেৰে-
খিচিৰা (বি) কীণ, কিৰ্কিৰীয়া, শালীয়া।
খিচিৰী (স.শ) মাহ, চাউল আৰু মচলা একে লগে মিহলাই ৰন্ধা আহাৰ।
খিজলীয়া(বি)সমাবোহ বা ৰঙভাবযুক্ত।
খিতাপ্‌ (স.শ) সমাবোহ; শক্তি বা ক্ষমতাৰ ফলত বা খ্যাতি,উপাধি, ডেম, বহুলোকালি।

খিৰি "খানি" চোৰা।
খিজলীয়া (বি) লোকৰ ভাল দেখিলে বেজাৰ-পোৱা, চকু-পোৰা।
খিয়াল্‌ (স.শ.) ঈৰ্ষা,লোকৰ ভাল দেখি পোৱা অসন্তোষ।
খিলঞ্জি (বি) বহু পুৰুষলৈকে কোনো এঠাইত থকা,বহুকাল নিবাস কৰোঁতা; যেনে, তেওঁ এই ঠাইৰ খিলঞ্জি মাহুহ; প্ৰাচীন, পুৰণি, (মাহুহৰ পৰিয়ালত থাটে); যেনে, খিলঞ্জি ঘৰ-লোক; বহু পুৰুষে ভোগ কৰা,অনেক-কলীয়া (মাটী-মাটি)। [গছৰ পাত এটা।
খিলা (স.শ.) এবিৰা পাণ,পাণ এপাত;
খিলাং (স.শ.) চাংঘাই থাকত মাছ-মঙহ-কুটা চাঙৰ নিচিনা আধাৰ বা মেৰ। [চেপেটা পৰাল।
খিলি (স.শ.) হুচটা পাট-জোৰোৱা,
খিলিকি(স.শ.)ফিলৈ বা কাকাঁই খেহুৰ জপলপি; বস্তাহ সোৰোৱা জলা।
খিলিজাব্‌ (স.শ) তুৰাঁয়, খপৰখ, খি জনৰ পৰা তুৰাঁয় হয়। [হাঁহ।
খীখিয়া (অ.ধা.) খিকখিকা, মুখ চেপি
খীণা (অ.ধা.) কৃশ হ, চেকেলা হ।
খীণকঁটীয়া (বি) কীণ আৰু চুটি।
খীৰঁতী (বি) গাখীৰ-দিয়া, গাখীৰতী।
খীৰল (স.শ.) খীৰোৱা কাৰ্হ।
খীৰা (স.ধা.) ওহাৰ চেপি গাখীৰ

উলিয়া (কৃদ-স.) ঘীৰাউতা, (স্ত্রী) ঘীৰাঁতী।

ঘুঁহুৰি (স.শ.) সন্দেহ, আশঙ্কা।

ঘুঁচুৰীয়া (বি) নিচেই সৰু বা যিহি কৰিবলৈ টান।

ঘুঁটা (স.শ.) ঘৰ-আদি ধৰিবলৈ থিয়কৈ পোতা বাঁহ বা কাঠ।

ঘুঁটি (স. শ.) ক্ষুদ্র ঘুঁটা, গোঁজ, বাতি মহৰ লাক ৰখা ঠাই।

ঘুঁটি-তলীয়া (বি) ঘুঁটিতাল-বজোৱা।

ঘুঁটিতাল্ (স. শ.) এবিধ সৰু ডাঠ তাল-বাদ্য।

ঘুঁটিয়া (স.ধা.) খোঁচ্, ঠোঁটেৰে আঘাত কৰ্; জোকা। (অ.ধা.) পচোঁতে মাজে-মাজে থমকি ৰ,আশঙ্কা কৰি কৰি পৰ্। [চুপতি।

ঘুঁটিয়াঘুঁটি (স. শ.) এটাই আনটোক খোঁচা কাৰ্য্য, জোকাজুকি, চুপতা

ঘুঁহুঁনিয়া (বি) দন্তুৰা।

ঘুঁণ্ (স. শ.) ঘুণ পাৰ কোনো অকত ৰখা দোষ বা বিকলতা।

ঘুহুৰা (বি) তাপি তোপৰ তোপৰ হোৱা (ধাতুৰ পাত্র)।

ঘুহুৰি (স. শ.) সৰু ধৰাহি।

ঘুঘুৰা (বি) মাৰৰে ধৰা ঘুঘুৰীয়া লো।

ঘুচৰি (ক্রি.বি.) আনৰ গাৰ পৰা ৰোগ আদি; উজাৰি, দোষ উলিয়াই; অকপটৈক বাটি থানি।

ঘুত (স.শ.) বাটিত বাজে আন বস্তু লগোৱা বাজহ।

ঘুতৰা (স.শ.) চাকলি, এবিধ বন-শাক।

ঘুতুৰা (স.শ.) মাছ বা মঙহৰ সৰু খণ্ড।

ঘুতুৰিয়া (স. ধা.) সৰু-সৰু কৰি কাট, (মাছ বা মঙহ)।

ঘুদ্ (স. শ.) ভগা চাউল, চাউলৰ ভগা অংশ। (বি) ক্ষুদ্র, নিচেই সৰু।

ঘুনী "ঘোনা" শব্দৰ স্ত্রীলিঙ্গ।

ঘুন্দ্ (স. ধা.) পিটু, গধুৰ বস্তুৰ মূৰেৰে আঘাত কৰ, আঘাত কৰি গুড়ি কৰ, ৰবৈক কিলা।

ঘুন্দন্ (স. শ.) ঘুন্দা বা পিটা কাৰ্য্য।

ঘুন্দনা (স. শ.) বুঢ়া মাছহৰে তামোল-ঘুন্দা সঁজুলি। [গুড়ি কৰা।

ঘুন্দা (স.শ.) তোতা গধুৰ বস্তুৰে কৰা আঘাত; ৰবৈক লগা ঠেকা। (স. ধা.) আনৰ দ্বাৰা পিটা বা

ঘুন্দিয়া (স. ধা.) ঘুন্দা মাৰ্, আঘাত কৰ্। [ঘুন্দা-মৰা কাৰ্য্য।

ঘুন্দিয়াঘুন্দি (স. শ.) এটাই আনটোক

ঘুনবাও (স.শ.) নগাৰ ৰজা।

ঘুপৰি (স. শ.) সৰু খোপ খোঁটালী।

ঘুৰলি (স. শ.) গাঁৰিশলি, ঢেকীৰে শস্য-খুন্দা শিলৰ বা কাঠৰ খোৰোং।

ঘুৰ্ (স.শ.) কাপোৰৰ দুই মূৰ মোকো-টাই ৰখা টোপোলা।

ঘুৰ্ (স. শ.) তাড়ি-চুৰি-টকা অন্ন।

খুৰা (স.ধা.) খুৰেৰে চাঁচ। (স. শ.) গৰু-মহ আদিৰ ঠেংৰ তলৰ জোলা আৰু টান ভাগ, পীৰা খাট আদিৰ ঠেং ; দদাই।

খুৰী (স.শ.) দদাইৰ ভাৰ্য্যা ; পেহুৰী।

খুৰী / খুৰীবাটি } (স. শ.) খুৰা-লগোৱা সৰু বাটি।

খুৰপ্ (স. শ.) জাপি বা ছৈ চাওঁতে টকৌ-পাতবোৰ একে লগে ৰখা বাঁহৰ শলা।

খুৰ্খুৰি (স. শ.) সৰু পাচি, খৰাহি।

খুৰ্খুৰীয়া / খুখুৰীয়া } (বি) মামৰে খোৱা হেতু ছুলেই ভগা, মামৰে ধৰি নিচেই পাতল কৰা।

খুৰ্চি (স. শ.) কোনো বস্তু ভাগি গুড়ি হ ; বাদ্য বিশেষ, গোলাকাৰ।

খুৰ-শিল্ (স শ.) খুৰ-আদি-ধৰোৱা শিল। [খুলীয়ানী।

খুলীয়া (স.শ.) খোল-বজাওঁতা ; (স্ত্রী)

খুলশালি (স. শ.) ভাৰ্য্যাৰ ভায়েক।

খুলশালী (স. শ) ভাৰ্য্যাৰ ভনীয়েক ; খুলশালিৰ ভাৰ্য্যা।

খুৱা (অ.ধা.) ভোজন কৰা,আহাৰ দি ; সংযোগ কৰ্. লগা। (কৃদ. স.) খুৱাওঁতা, (স্ত্রী, খুৱাঁতী।

খুহুটীয়া (বি) খেমেলীয়া কথাকৈ হাঁহি-তোলা, ( মানুহ ); খেমেলীয়া, হাঁহিতোলা (কথা বা কাৰ্য্য)।

খু-তুৰনি (স.শ.) উণ্ডলথুণ্ডল, ভাবনা, চিন্তা। [উণ্ডলথুণ্ডল কৰ্।

খু-তুৰা (অ.ধা.) চিন্তিত বা ভাবিত হ,

খেও (স. শ.) পানীত জাল পেলাই তোলা কাৰ্য্য ; মাকোৰে তাঁতত সূতা-সুমোৱা কাৰ্য্য,মোৰ ; এবাৰ মাকো মৰাত যিমান সোমায়, সিমান সূতা। [কৰু।

খেঁকাৰ (স.শ.) ডিঙ্গিৰপৰা উলিওৱা

খেঁকেক (স. শ.) গছৰ ডালত পাতি সৰু-চৰাই-ধৰা এবিধ ফান্দ।

খেকেক-পতীয়া (বি) খেকুৰ-ভিৰীয়া। (স.শ.) খেকেকৰে চৰাই-ধৰোঁতা।

খেঁজাল্ / খেঁজেলিয়া } (স. ধা.) প্রশংসা কৰি-বৰ ছলেৰে নিন্দা কৰ্, ভাল বুলবৰ ছলেৰে বেয়া বোল্।

খেঁজালনি (স. শ.) প্রশংসাৰ ছলেৰে কৰা নিন্দা।

খেক্খেকনি (স. শ.) বান্দৰৰ মাত ; ডিঙ্গি পৰিষ্কাৰ কৰা মাত ; উচ্চ হাঁহি।

খেক্খেকা (অ.ধা.) বান্দৰৰ দৰে মাত্, ডিঙ্গি পৰিষ্কাৰ কৰ্ ; বৰকৈ হাঁহ।

খেচ্ (বি) অধম নীচ। (স.শ.) অধম বা নীচ লোক।

খেচেং-মাহ্ (স.শ.)কটাৰী-ভৰুৱা মাহ।

খেচেৰা (বি) পোনেই ডেকা হোৱা, নতুন যৌৱন-পোৱা।

খেচ্‌খেচনি (স. শ.) ঘনে-ঘনে খাব সাধি কৰা আমনি।

খেচ্‌খেচা (স.ধা.) ঘনে ঘনে খাব সাধি আমনি কৰ্।

খেচ্‌খেচীয়া (বি) ঘনে ঘনে খাব সাধি আমনি কৰি থকা। [এবিধ ভূত।

খেতৰ্ (স. শ.) কেঁচুৱা লৰাক ধৰা

খেতি (স. শ.) কৃষি, শস্য-আৰ্জ্জন; পথাৰত থকা শস্য।

খেতিয়ক (বি) খেতিত নিপুণ, খেতি কৰা। (স.শ.) খেতি কৰোঁতা।

খেদ্ (স.শ.) শোক, বেজাৰ।

খেদ্ (স.ধা) বলেৰে দূৰ কৰ্; আগ ফাললৈ চলা বা গতি কৰা (জন্তু); ধৰিবৰ মনেৰে পাচত লৰি যা; খেদা কৰ্।

খেদা (স.ধা) খেদ, বলেৰে দূৰ কৰ্; আগ-ফাললৈ চলা বা গতি কৰা। (স.শ.) লগ ধৰিবৰ বা আটকিবৰ কাৰণ পাচত বেগাইযোৱা কাৰ্য্য; লগ ধৰিবৰ বা আটকিবৰ মনেৰে খেদি যোৱা লোক।

খেদাকোবা (স.শ. লৰালৰি,খৰখেদা; ধৰিবৰ কাৰণ পাচত খেদি যোৱা কাৰ্য্য।

খেদাখেদি (স. শ.) এটাই আনটোলৈ খেদি যোৱা কাৰ্য্য।

খেদিত্ (বি) দুঃখিত শোকযুক্ত।

খেদোৱা, (স.ধা.) আনক নিযুক্ত কৰি খেদ্।

খেনি (স. শ.) পৰিহাস, ইতিকিং, বিগতি। [যাত্ৰা।

খেপ্ (স. শ) মনত ৰখা খং, কপট; বেপাৰৰ বা লাভৰ নিমিত্তে কৰা

খেৰ্ (স. শ.) উলু, ঘৰ-ছোৱা বন; ধানৰ গুটি নথকা গছ।

খেৰণি, (স.শ.) উলুবনি।

খেৰী ঘৰ্ (স.শ.) খেৰেৰে ছোৱা ঘৰ।

খেৰেচ্ (বি) অধম, নীচ।

খেৰ্‌শলী (স. শ.) গুটি আৰু পাত নথকা এডাল ধান-খেৰ।

খেল্ (স. শ.) খেমালিৰ উপায়,কোনো এক প্ৰকাৰৰ খেমালি; মানুহৰ শ্ৰেণী।

খেলা (স.শ.) খেমালি, ক্ৰীড়া, (স.ধা.) খেমালিৰ নিমিত্তে পৰিচালন কৰ্, ক্ৰীড়াত ব্যৱহাৰ কৰ্, (নাও, পাৰটি ইত্যাদি)। (অ. ধা.) মনত উদয় হ; খেলে, এইটো কথা তাৰ মনত নেখেলালে।

খেলিমেলি (স.শ.) বিশৃঙ্খল; হুলস্থূল।

খেলুৱা (স.শ.) কোনো এক খেল বা শ্ৰেণীৰ মানুহ। [খেলোঁতা।

খেলুৱাই } (স.শ.) খেল-খেদাত নিপুণ
খেলুৱৈ } লোক; আৰি বাদ্ধি খেল-

খেল্‌নাও (স.শ.) খেমালি-কৰা নাও;

এখানতকৈ আন খান আগ হবৰ নিমিত্তে একে লগে খেলোৱা নাও।

খেৰালি (স. শ.) পানীত দলি মাৰি পেলাই থোৱা এবিধ জাল।

খেহেটা (বি) মলিন্,ফেদেলা,লেতেৰা।

খেহ্কণীয়া (বি) খেহ-ৰোগে ধৰা। (স. শ.) খেহ ৰোগে ধৰা মানুহ।

খেহ্ৰোগ্ (স.শ.) যক্ষ্মা, কাহ-জ্বৰ হৈ শুকাই নিয়া ৰোগ।

খৈয়া (স. শ.) অলপ দিনৰ নিমিত্তে ইতৰ কাম কৰা চাকৰ; আনৰ সলনি সাময়ত কাম-কৰা চাকৰ।

খৈৰ্ (স. শ.) এবিধ শুকাঠী গছ।

খোঁচ্ (স. শ.) সৰু খোঁটালী।

খোঁকা (স.শ.) এবিধ মাছ-ধৰা যতন।

খোঁকাউৰি (স. শ.) চক-মাদি ভূমি খোৱা খোঁকাৰ নিচিনা বাঁহৰ সঁজুলি, পাঁতৰ মাটি তুলিবলৈ মুখ-ফলা বাঁহ।

খোচ (স. ধা.) বিন্ধ, জোঙা বস্তু বা শিঙেৰে প্ৰহাৰ কৰ্। (স. শ.) জোঙা বস্তুৰে কৰা প্ৰহাৰ।

খোঁচনি-বিন্ধনি (স.শ.) বুকুত বা পেটত খোঁচাৰ নিচিনা বেদনা; শূল।

খোঁচনী-মাৰি (স. শ.) চিতাত শ-লুটিওৱা মাৰি বা বাঁহ। [টান।

খোঁচৰ্ (বি) কৰিবলৈ বা বুজিবলৈ

খোঁচৰ্ } (স.ধা.) জোঙা বস্তুৰে খুঁচি
খোঁচাৰ্ } উজাৰ।

খোঁচৰা (বি) এজনৰ পৰা আন এজনৰ গালে উঠা ব্যাধি; অলপকৈ খনা মাটি; খোৰ উলিওৱা।

খোঁচা (স. শ.) ঘৰৰ চালৰ বিন্ধাত গুঁজি দিয়া খেৰ; লেখাৰ মাজত পাচে সুমাই দিয়া কথা। [ভাগ।

খোঁচোনা (স শ.) চুৰিয়া বা খেৰে খলাৰ কঁকালৰ ফালিত গুজি লোৱা

খোঁচ্ (স. শ.) ঠোঁটৰ আঘাত; সাপৰ কামোৰ; সিয়নিত এবাৰ সুমোৱা সূতা। (স ধা.) ঠোঁটেৰে আঘাত কৰ্।

খোঁটালী 'কোঠালী' চোৰা।

খোকোৰা (বি) ভাগি তোৰক-তোৰৰ হোৱা, ঘৰকৈ ভগা। [খুজিছে।

খোজ্ (স. শ.) ভৰিৰ হেঁচাৰ চিন; ভৰিৰ গতি,মাটিয়ে যাওঁতে ভৰিৰ চালনা। (স. ধা.) যাজ্ঞা কৰ্, মাগ, পাবলৈ প্ৰাৰ্থনা কৰ্। (অ. ধা.) ইচ্ছা কৰ্; যেনে, সি যাব

খোজন্ (স.শ.) খোজা কাৰ্য্য,মাগন।

খোজনিয়াৰ্ (স. শ.) ভিক্ষুক, মগনিয়াৰ।

খোজনীয়া (বি) খুজি লোৱা, মাগি পোৱা। (স. শ.) ভিক্ষুক।

খোজে-পতি (ক্রি.বি) প্ৰতি-খোজত, পদে পদে।

খোজা (বি) মাত নোলোৱাত কথা-

ৰঙ্কাকৰা, খকখা লগাই কথা-
কোৱা। (স.শ.) খকখা লগাই
কথা-কওঁতা।

খোপ্ (স.শ.) ভৰি দিবৰ চেপু; খাঁজ।
(অ.ধা.) চেপু চাই ভৰি দি, মাটিত
ভৰিৰ আঙুলি পুতি ধৰ্।

খোপ্ (স. শ.) ঠেহ, খোহ কপৰ
(উপহাস)।

খোপনি (স.শ.) পিহল ঠাইত খাওঁতে
ভৰিৰ আঙুলিৰে দিয়া হেঁচা; গছ
আদিত উঠোঁতে ভৰিৰ চেপা।

খোপা (স.শ.) চুলি গোটাই মূৰৰ
ওপৰত বা গদ্দনত দিয়া গাঠি।

খোবা-খুৰী (স.শ.) মতা-মাইকী এহাল
ভূত। বিয়াৰ অন্তত সিহঁতক গুড়-
পিঠা ওলি দিয়া যায়।

খোৰ্ (স.শ.) সৰু গাঁত।

খোৰা (অ.ধা.) পেহুঁৱিয়া, লেকেচিয়া।
(বি) পেহুঁৱা, লেকেচিয়াই গতি
কৰা। (স.শ.) পেহুঁৱা মানুহ।
(স্ত্ৰী) (বি. স. শ.) খুৰী।

খোৰাখাচনি (স. শ.) মুগা আৰু
কপাহী সূতাৰে খোৱা একিম তাঠ
কাপোৰ। [বকা ৰ বহল বিস্তা।

খোৰোং (স.শ.) কোটৰ, খোল গছত

খোৰোঙা (স.শ.) টোচনি গাঠি, টান
মাৰিলে চাপ-খোৱা গাঠি।

খোল্ (স.শ.) গাঁত, খ ঠাই; কন্যাপক্ষ-
ঘাপ পায়; এবিধ বাদ্য। (অ.ধা.)
ৰটাৰী-আদিৰে বিন্ধা কৰ্।

খোলনি (স. শ.) ৰটাৰী-আদিৰে বিন্ধা
বিন্ধা। [টাকনী; মূৰৰ হাড়।

খোলা (স.শ.) চিৰা-আদি-ভজা মাটিৰ
পাত্ৰ; ভগা, মাটিৰ পাত্ৰৰ এক
খণ্ড; ভটিৰ শাহৰ টান আৰু
তাঠ আবৰণ; কপাল ওপৰৰ

খোলাকটি, (স.শ.) মাটিৰ পাত্ৰৰ ভগা,
সৰু এক খণ্ড।

খোলাচপৰীয়া / খোলাচপৰীয়া পিঠা } (স শ.) খোলা
জিলেৰে খিৰলি
গুড় ভিতৰত দি তলা এবিধ পিঠা।

খোলামুগা (স. শ.) পখিলা হলি ওলাই
যোৱা, মুগাৰ খোলা বা বাহ।

খোৱা-কামোৱা (স.শ.) বিবাদ, দ্বন্দ্ব।

খোৱাখুই (স. শ.) একেলগে আম এক-
লেগে লৈতে ভোজন-কৰা কাৰ্য।

খোৱাবোৱা (স.শ.) ভোজন-পান।

খোৱালোৱা (স. শ.) আহাৰ-ব্যৱহাৰ,
সংসৰ্গ; মতা-তিৰোতাৰ সংসৰ্গ।

খোহা (স.শ.) চালৰ মুঠা বান্ধিবলৈ
মুখোই দিয়া খেৰ; কোনো বস্তু
দীঘলাকৈ খোৱা বা কটোৱা
এক খণ্ড।

খ্যাত্ (বি) সকলোৱে জনা-জনা;
প্ৰসিদ্ধ।

খ্যাতি (স.শ) যশস্য, সুনাম; খোৱা

নাম, দুৰ্য্যশ অখ্যাতি; যেনে, সুকৰ্ম্মৰ বা কুকৰ্ম্মৰ খ্যাতি।

খ্যাতিমন্ত (বি) যশস্যাযুক্ত।

খৃষ্টিয়ান্ (বি) খৃষ্ট বা যিচু সম্পৰ্কীয়। (স.শ.) খৃষ্টৰ ভক্ত বা উপাসক।

## গ।

গইনা (স.শ.) বন্ধা কৰোঁতা; আশ্রয়।

গইবহ্ (ক্রি. বি.) আদি, ইত্যাদি, মুখ্যে। ১ [বিশেষ।

গঁঠিয়া (স.ধা) গাঁঠি দি বান্ধ; যোগ

গঠিয়া কুমুৰ্ (স. শ.) গা-সক এবিধ ছুটি ৰবহিলৈ।

গঁঠীয়া (বি) বহুত গাঁঠি থকা; হাত ভৰিৰ জোৰাৰ সম্পৰ্কীয়; গা-শকত আৰু চুটি,(মানুহত খাটে)।

গঁড়্ (স.শ.) এবিধ ডাঁড় নথকা, হাতীৰ নিচিনা জন্তু।

গঁড়াল্ (স. শ) জন্তু-খোৱা বেবা ঠাই।

গঁড়িলা (স. শ.) খাবৰ খৰুৱাৰ তলৰ গোটা বাঁহ।

গঁতা (স.শ.) গলধনত ধৰি বলা ঠেলা।

গতিয়া (স. ধা.) গলধনত ধৰি ঠেল্।

গঁৰ্ "গঁড়্" চোৱা। [মাদলীয়া।

গঁৰল্ ( স. শ. ) ভিজি উঠহা ৰোগ,

গঁৰলীয়া (বি) গঁৰলে ধৰা।

গঁৰাল্ "গঁড়াল" চোৱা।

গঁৰিলা "গঁড়িলা" চোৱা।

গঁৱিয়লী (বি) গাঁৱিয়ুক, (কাপোৰ)

গঁৱিলা (স.শ.) আশ্রয়, ধৰণী, মাটিৰ ভাপত নপচিবৰ কাৰণ কোনো বস্তুৰ তলত দিয়া পত্ৰ।

গগণ্ (স.শ.) আকাশ। [আকাশ।

গগণমণ্ডল্ (স.শ.) চকুৰে দেখা সমুদায়

গগলা (স.শ.) হাতৰ আঙুলি উঠহা ৰোগ, পৰা।

গগৈ (স.শ.) গোহাঁইত্ বাজে আন ডাঙ্গৰ আহমৰ উপাধি।

গঙ্গা (স.শ.) ভাগীৰথী, পুণ্যনদী।

গঙ্গাজল (স.শ.) গঙ্গাৰ পানী।

গঙ্গামৃত্তিকা (স.শ.) গঙ্গা-তীৰৰ মাটি।

গঙ্গাচিলনী (স.শ) এবিধ মাছ-খোৱা চৰাই। [জলজলীয়া।

গঙ্গাজলীয়া (বি) নিৰ্ম্মল, কটকটীয়া,

গঙ্গাধৰ্ (স.শ.) শিৱ।

গঙ্গাটোপ্ (স.শ.) মুখত ফুঁৱালে ওকন্দ-খোৱা এবিধ মাছ। [মোহাৰ্।

গচক্ (অ. ধা.) ভৰিৰে হেচি ধৰ্ বা

গচকা (স. শ.) খচকা।

গচাল্ (বি) গা-ডাঙৰ, শক্তিমন্ত; গভুৰ।

গছ্ (স.শ.) বৃক্ষ, মাটিত গজা, ডাল-পাতযুক্ত বস্তু। (উপশ) দীঘল আৰু গাস-ক বস্তু; সৰু বস্তু বুজাবলৈ "গছি" হয়। [গছৰ সমূহ।

গছনি (স.শ.) অনেক গছযুক্ত ঠাই।

গছনীয়া (স. শ.) পাচে ওলটাই দিবৰ

নিয়মেৰে লোকৰ ধন বা বস্তু থাপোঁতা (স্ত্রী, পুং)। (বি) গচ্ছাই থোৱা, বিশ্বাস কৰি লোকৰ হাতত থোৱা (ধন-আদি)।

গচ্ছা (স. শ.) চাকি থোৱা গঁজুলি। (স. ধা.) বিশ্বাস কৰি অর্পণ কৰ্, পাচে ওলটাই নিবৰ নিয়মেৰে আনৰ হাতত থ, সেই নিয়মেৰে দিয়া বস্তুৰ হেৰণ ভগনৰ মূল্য স্থিৰ কৰঁ। [বস্তু থওঁতা।

গচ্ছাওঁতা (স. শ.) পাচে ওলটাই নিবৰ নিয়মেৰে আনৰ হাতত ধন বা

গচ্ছী-থান্ (স. শ.) নমৰা বা গছেৰে-সৈতে থকা থান।

গচ্ছী উঁৱাল্ (স. শ.) গছেৰে সৈতে থোৱা থানৰ ভঁৰাল। [মানুহ।

গছোৱাই (স. শ.) গছত উঠাত পার্গত

গজ্ (স. শ.) হাতী; নলিচা পৰিষ্কাৰ কৰা মাৰি; হিলৈ খুঁজা মাৰি; ছহাতৰ জোখ। (অ.ধা.) অঙ্কুৰিত হ, পুলি হ।

গজলীয়া (বি) পোনে পোনে যৌৱন-পোৱা, পোন্ধৰ-ষোল-বছৰীয়া।

গজাকোঁহ্ (স.শ.) হাতী খোচা, লোৰ অঁকোৱা মাৰি, লাংচিং।

গজাল্ (স. শ.) বাঁহ-কাঠ-আদিৰে কৰা, বাঁহ কাঠৰ বা লোৰ জোঙা শাল। (স.ধা.) গজালৰ দ্বাৰা আবদ্ধ কৰ্, গজাল মাৰ্।

গজালি (স শ.) গছৰ পোখা।

গজেন্দ্র (স. শ) ডাঙৰ দঁতাল হাতী।

গজ্‌গজনি (স শ.) শাল মাৰি ধৰা যেন বোধ জন্মোৱা বেদনা।

গজ্‌গজা (অ.ধা.) শাল-মৰাৰ নিচিনা পীড়া পা।

গজ্‌গজীয়া (বি) নিশ্চিত, নিসন্দেহ, ডহ্‌ডহীয়া; দৃঢ় কলৰত।

গজ্ মুকুতা (স. শ.) হাতীৰ দাঁতত হোৱা মুকুতা।

গঞা (বি) গাওঁলীয়া, গাঁৱত থকা।

গঞ্জ (বি) নিসকি, গাত গা লগা, বৰ ঘন।

গড়্ (স.শ.) ইটাৰ মাটিৰ বা কাঠৰ শকত, ওখ বেষ্টন; কোনো বস্তুৰ তলত পাৰি দিয়া গোটা কাঠ বা বাঁহ।

গড়্‌খাৱৈ (স.শ.) গড়ৰ চাৰিও কাষে থকা খাল, দীঘি।

গড়া 'গৰা' চোৱা।

গড়ৈ (স. শ.) এবিধ কাঠ মাছ।

গড়ৈ চিবিকা (স.শ.) গড়ৈৰ পোৱালি।

গড়্‌মুচি (স. শ.) নাৱৰ চহালিৰ তলৰ পথালি গড়।

গঢ়্ (স. ধা.) ধাতু বা মাটিৰে সাজ। (স. শ.) আকৃতি, ৰূপ; গঢ়া বস্তু। (কৃদ.শ.) গঢ়োঁতা, (স্ত্রী) গঢ়ঁতী।

গঢ়ণ্ (স. শ.) গঢ়া কার্য্য, নিৰ্মাণ।

গঢ়ুনি (স. শ.) গঢ়াৰ বেচ।

গজিত্ (বি) জৰদ্ধি, হুকুণ। [চলে।
১
গজিয়া থোৱা (বি) নিখিত (গাজিত

গড্গতি (স. শ.) বেহেৰূপ, আচাৰ-আচৰণ; মনৰ ভাব। [(গণ্ড)।

গণ্ (স.ধা.) লেখ্, সংখ্যা কৰ্; সমাদৰ কৰ্, মান, দৈৱৰ ভাগ্যৰ নিৰ্ণয় কৰ্। (অ.ধা.) মৰম চা। (স.শ) সমূহ, সমস্ত, (এটা সংজ্ঞাশব্দৰ পাছত থোৱিতা; যেনে, দেৱগণ,

গণক (স. শ.) জ্যোতিষ-শাস্ত্ৰ-জনা মানুহ; সেই শাস্ত্ৰৰ ব্যৱসায়-কৰা এক জাতি।

গণন্ (স.শ.) সংখ্যা-কৰণ, লেখা কাৰ্য্য।

গণনা (স. শ.) হিচাপ; মৰম-চাওন, মনাৰ ভজাভজ-গণন।

গণিত্ (বি) গণনা কৰা, লেখা; সন্মানিত, সন্মান-পোৱা।

গণিগৰি (স. শ.) এবিধ গছ।

গণেশ্ (স. শ.) শিৱৰ একনা পুত্ৰেক, আৰু তেওঁৰ পাৰিষদবিলাকৰ অধিপতি।

গণেশ্-পেটা (বি) ডাঙৰ পেটুৱা ক।

গণ্ডপ্ (স. শ.) ভাংকোপ, বৰকথা, অহংকাৰ কৰি কোৱা কথা।

গণ্ডপী (বি) বৰকথীয়া।

গণ্ডা (স. শ.) চাৰিটা (কড়-আদি)।

গণ্য (বি) গণনাৰ যোগ্য, মান্য; বৰ্ত্তিত, ধৰিব লগীয়া, বিচাৰৰ যোগ্য।

গত (বি) দূত, যোৱা। [বে।

গতা (স. ধা.) সমৰ্পণ কৰ্, হাতে-হাতে

গতাইতা (স. শ.) সমৰ্পণ-কৰোঁতা।

গতায়াত্ (স.শ.) গমনাগমন, যাতায়াত অহাযোৱা। [সহায়।

গতি (স.শ.) গমন, যোৱা কাৰ্য্য; যোৱ কৰাৰ প্ৰকাৰ; দশা, অৱস্থা; মৃত্যুৰ পাছত হোৱা অৱস্থা; জীৱৰ মুক্তি; ভৰসা, আচৰণ; আশ্ৰয়,

গতিহীন্ (বি) নিৰিবচাৰিৰ যোৱা; পৰকালত মুক্তিৰ আশা নথকা।

গদন্ত (স. শ.) হাতীৰ বা ঘোঁৰাৰ গালৰ তলত পৰা ফুলী।

গদো (বি) গধুৰ আৰু ডাঠ মাত্ৰ আৰু মিহৰ নোহোৱা।

গদা (স. শ.) এবিধ টাঙন; তাৰ বাহুৰ পিঠিৰ ভাগ।

গদিয়া (স. ধা.) গাদিৰে প্ৰহাৰ কৰ্।

গদ্য (স.শ.) ছন্দ নথকা ৰচনা; শিলত ধাতুত বা কাঠত আখৰ কাটি লেখা কথা।

গধুৰ্ (বি) অলঘু; গভীৰ, গহীন।

গধুৰতা (ভ.শ.) গধুৰ গুণ; গভীৰতা।

গধুৰালি (ভ. শ.) গভীৰতা, গধুৰ ভাৱ।

গধূলা } (স. শ.) বেলি ডুবৰ উমটি
গধূলি } অহা সময়, সন্ধ্যা-কাল।

গধূলি-গোপাল্ (স. শ.) গধূলি ফুলা এবিধ ফুল; তাৰ গছ।

গধূলি বেলা (স. শ.) সন্ধ্যাৰ সময়।

গধূলি বেলিকা } (ক্রি. বি.) সন্ধ্যাৰ
গধূলি বেলিয়া } সময়ত।

গণ্ডি (স. শ. লেখ, সংখ্যা-কৰা কাৰ্য্য; সম্মান।

গন্ধ্ } (স. শ.) ঘ্ৰাণ, নাকৰ দ্বাৰা
গন্ধ } হোৱা বোধ।

গন্ধক্ (স. শ.) আকৰত হোৱা, বৰকৈ জ্বইলগা এবিধ বস্তু। [ফুল।

গন্ধপুষ্প (স.শ.) জাতিচন্দনেৰে মিশ্ৰিত

গন্ধৰ্ব্ব (স. শ) স্বৰ্গৰ গায়ন।

গন্ধ-কলাই (স.শ.) কস্তুৰী, গন্ধ-পহুৰ নাইত হোৱা এবিধ সুগন্ধি বস্তু।

গন্ধ-তেল্ (স. শ.) সুগন্ধি তেল।

গন্ধপহু (স. শ.) গন্ধ-কলাই উৎপন্ন কৰা এবিধ জন্তু।

গন্ধবিৰিণা (স শ.) এবিধ সুগন্ধি বন।

গন্ধসৰৈ (স.শ.) এবিধ সুগন্ধি, সুকাঠী গছ।

গপ্ (স. শ.) অহঙ্কাৰ, মৌনতা। (স.ধা.) মনে মনে ভাবি চা,চিন্ত্।

গপা (স. ধা.) প্ৰকাশ নকৰি আবুৰত ৰাখ্,অলপ উলুকিয়াই গুপ্ত কৰ্; যেনে, কথাটো গপাইছে।

গপাল্ (বি) অহঙ্কাৰী। [পোৰণি।

গপ্গপনি (স. শ.) তাপ-বোধ, গাৰ

গপ্গপা (অ. ধা.) তাপ বোধ কৰ্; বৰ তাপযুক্ত হৈ জ্বলি থাক্ (জুই)।

গপ্গপীয়া (বি) বৰ তাপযুক্ত হৈ জ্বলি থকা।

গৰাগৰে (ক্রি. বি.) আজলি আজলি, সৰহকৈ(হঠাৎ পোৱা বস্তুত খাটে) যেনে—মাছবোৰ গৰাগৰে ধৰিছে।

গভাইত্ (স. শ.) চোৰৰ গুপ্ত সহায়; অপৰাধীক সহায়তা কৰোঁতা।

গভিয়া (স. শ.) ছোৱালীলৈ চাপি শহুৰেকৰ ঘৰত থকা মানুহ; (নিন্দাৰ্থত)।

গভীৰ্ (বি) নিম্ন, দ; গহীন।

গভীৰতা (গু. শ.) গভীৰ গুণ।

গম্ (স. শ.) উমান,ধাটকাল,সঁহাৰি; বোধ। (স. ধা) ভাব্, মনেৰে বুজি চা। [সহবাস।

গমন্ (স. শ.) গতি, যোৱা কাৰ্য্য;

গমনাগমন্ (স. শ.) গতায়াত অহা-যোৱা।

গমাৰী (স. শ.) এবিধ সুকাঠী গছ।

গমিৰি (স. শ.) এবিধ ধান।

গম্ভীৰ্ (বি) স্থিৰ; গধুৰ; দ।

গম্ভীৰতা (গু.শ.) গম্ভীৰ গুণ; গধুৰতা।

গয়ালী (স. শ.) গয়াতীৰ্থৰ পুৰোহিত।

গৰ্ (স. শ) "গড়"চোৱা। (অ. ধা.) বাগৰি যা, বৈ যা। [চুৰা।

গৰং (স.শ.) পাৰী-খোৱা দীঘল্, জাকৰ

গৰক্ (স. ধা.) গচক।

গৰকা (স. শ.) ৩বিৰে গৰকি জাতৰ

দীঘৰ সূতা বাণিৰপৰা বেলেগোৱা যতন ; কেৰ্কেটুৱা-ধৰা কাম।
গৰম্ (স. শ. হিং) তাপ, ভাপ (বি) গৰম। [ গ্ৰীষ্মকাল।
গৰম্‌কালি (স. শ.) অহংকালি ;
গৰমিল্ (স. শ.) অনেক লোক গোট খাই কোনো কথাৰ আলোচনা। কৰা কাৰ্য্য।
গৰমিল্ কৰি (ক্রি. বি.) অনেক লোক গোটখাই কোনো বিষয়ৰ আলোচনা কৰি। [চৰাওঁতা।
গৰখীয়া (স. শ.) গৰু-বাখোঁতা. গৰু-
গৰা (স. শ.) নৈৰ ওখ পাৰ।
গৰাকাণ্ (স. শ.) গৰাৰ দাঁতি।
গৰাকিনী (স. শ.) অধিকাৰিণী, কোনো বস্তুৰ গৰাকী তিৰোতা।
গৰাকিয়নী (স. শ.) গৰাকীৰ ভাৰ্য্যা।
গৰাকী (স. শ.) অধিকাৰী, স্বামী।
গৰাহ্ (স. শ.) এবাৰ মুখত সুমোৱা আহাৰ।
গৰাহে-গৰাহে (ক্রি. বি.) এগৰাহৰ পাচত আন এগৰাহ লৈ।
গৰাহে-পতি (ক্রি.বি.) প্ৰতি-গৰাহত।
গৰিহণা } (স. শ.) নিন্দা, দোষ
গৰিহা } দিয়া ; শাও।
গৰিহা-খোৱা (বি) শাও-পোৱা, (গালি)। [ বেয়া।
গৰিহিত্ (বি) নিন্দিত, নিন্দাৰ যোগ্য,

গৰীয়স্ (বি) উত্তম, শ্ৰেষ্ঠ।
গৰীয়া(স.শ.) মছলমান। [(নিন্দাত)।
গৰু (স. শ.) গো-জাতি ; মূৰ্খ মানুহ,
গৰুখিচ্ (স. শ.) খিচনিত হোৱা এবিধ ঘাঁহ আৰু তাৰ বজা গুটি।
গৰুড়্ (স. শ.) পক্ষীৰ ৰজা, বিষ্ণুৰ বাহন, চৰাইৰ নিচিনা ঠোঁট আৰু মানুহৰ নিচিনা গাৰে এটা পক্ষী।
গৰুণ্‌পখী (স. শ.) এবিধ কাঠফুলা ; এবিধ ধান।
গৰুবিহু (স.শ.) চত্‌মাহৰ শেষ দিন।
গৰুৱা } (স. শ.) এবিধ ডাঙৰ
গৰুৱা-মাছ } মাছ।
গৰুৱা-গলা (বি) ওকোলা-গলা ; মন ভাজি কথা-নকোৱা ; (স্ত্রী) গৰুৱাগালী।
গৰৈ, গৰৈচিৰিকা, "গড়ৈ" চোৱা।
গৰ্গৰণি (স. শ.) গৰ্জন, চিঞৰ, উচ্চ শব্দ। [ কৰ্।
গৰ্গৰা (অ. ধা.) গৰ্জ্, চিঞৰ্, উচ্চ শব্দ
গৰ্জ্ (অ. ধা.) মেঘৰ দৰে শব্দ কৰ্, চিঞৰ্। (স. ধা.) খং কৰ্, ভাবি দি। [ শব্দ ; ভাবি।
গৰ্জন্ (স.শ.) গৰ্গৰণি গোঁজৰণি, মেঘৰ
গৰ্ত্ত (স. শ.) গাঁত, খাল।
গৰ্দ্দভ্ (স. শ.) গাধ ; মূৰ্খ মানুহ, (নিন্দাত) ; (স্ত্রী) গৰ্দ্দভী।
গৰ্ব্ব (স. শ.) অহঙ্কাৰ, গপ।

গৰ্ব্বী (বি) অহঙ্কাৰী, গপাল।

গৰ্ভ (স. শ.) কোনো বস্তুৰ ভিতৰৰ ভাগ, মাজ ; পেটত সন্তান থকা স্থান ; পেটত থকা সন্তান।

গৰ্ভ-নাবেজা (স. শ.) পেটৰ ভিতৰত হোৱা এবিধ ডাঙৰ গাঁৰ।

গৰ্ভপাত্ / গৰ্ভস্রাব্ } (স. শ) পেটত থকা সন্তানৰ নাশ, মৰা লৰাৰ জন্ম।

গৰ্ভৱতী / গৰ্ভাৱতী } (বি) সগৰ্ভা, গৰ্ভযুক্তা।

গৰ্ভাশয়্ (স.শ.) মনৰ ভাব,অভিপ্ৰায়।

গৰ্ভিনী (বি) সগৰ্ভা, গৰ্ভাৱতী।

গৰ্‌মুচি "গড়মুচি" চোৱাঁ।

গৰ্হ(স.ধা.) দোষ দি,দাই ধৰ্, নিন্দ্।

গৰ্হিত্ (বি) নিন্দিত, গৰিহিত, নীচ, বেয়া। [ ডিঙি, টেঁটু।

গল্ (অ.,ধা.) পম্, দ্ৰৱ হ। (স. শ.)

গলগ্ৰহ্ (স. শ.) কলগ্ৰহ।

গলন্ (কৃদ.স ) গলা বা পমা কাৰ্য্য।

গলয়া (স. শ.) ডাঙৰ নাৱৰ আগ টিঙত বঠা-বাওঁতা।

গলা (স শ.) দ্ৰৱ কৰ্, পমা।

গলাগোপা (স. শ.) সক সক কৈ কথা কৈ কথা আলচ ; গোপনে কথা কথোপকথন।

গলিত্ (বি) গেলা, জহি যোৱা।

গলিয়ন্ (বি) পকি বা সিজি সকলো ভাগ সমানে কোমল হোৱা।

গলিয়া (স. ধা.) গাল মাৰ্, মুঠিয়ে-মুঠিয়ে মুখত ভৰ্।

গলকণ্টিকা (স. শ.) ডিঙিৰ ওপৰ ভাগ।১

গলকূপ্ (স.শ.) ডিঙিৰ নামৰ দ ঠাই।১

গল্ খেঁকাৰি (স. শ.) ডিঙিৰ ভিতৰৰ ভাগ পৰিষ্কাৰ কৰাৰ শব্দ।

গলগলীয়া (বি) ডিঙিৰ পৰা ওলোৱা, গহীন, গধুৰ (মাত) ; বৰকৈ পকা, গলিয়ন।

গলচাপৰি / গলচাপলি } (স. শ.) গলবিচনী।

গলধন্ (স. শ.) ডিঙিৰ পাচ ভাগ।

গলধা (স. শ.) কুঁহিয়াৰ-শালৰ ভীম আৰু কাঁতবিৰ মুৰ-থকা পথালি কাঠ। [ এবিধ অলঙ্কাৰ।

গলপতা (স. শ.) তিৰোতাৰ ডিঙিৰ

গলফুটুকা (স. শ.) হাতীৰ ডিঙিৰ ফুটবিলাক।১ [ ওলমা চাল।

গলবিচনী (স. শ.) গৰুৰ ডিঙিৰ পৰা

গলবেৰা (স. শ.) এবিধ ডিঙি উথহি বিষোৱা ৰোগ।

গলমণি (স.শ.) হাতীৰ ডিঙিৰ ফুটুকা ; তাঁটো চৰাইৰ ডিঙিৰ ৰেখা।১

গলমণিকা (স শ.)ডিঙিত মণিৰ নিচিনা ৰেখা থকা এবিধ তাঁটো।

গলহেঁকাৰি (স. শ.) গল খেঁকাৰি, ডিঙিৰ পৰা কৰা শব্দ। [বেদনা।

গলহেজেৰা ( স. শ. ) এবিধ ডিঙিৰ

গহ্ (স. শ.) অহঙ্কাৰ্, গপ।

গহবা (স. শ ) আপুনি গজা গছ (বি) আপুনি গজা।

গহ্বি (স. শ.) বিলম্ব, পলম।

গহীন্ (বি) গম্ভীৰ, ধীৰ, স্থিৰ ; দ; অধিক ভাগ গত হোৱা ; (ৰাতি)।

গহীনালি ( স. শ. ) গধুৰালি, গহীন স্বভাৱ। [ দ গাঁত।

গহ্বৰ্ (স. শ.) গুহা, পৰ্ব্বতৰ ঘোপ ;

গা (স. শ.) দেহ,শৰীৰ,হাত-ভৰি এৰি ভিজিৰ পৰা তলৰ ভাগ ; গছৰ ভৰিৰ পৰা ডাললৈকে থিয় ডোখৰ; (স. ধা.) গান কৰ্ ; জাত লগাই পুথি পঢ়্। (কৃদ. শ ) গাওঁতা ; (স্ত্ৰী) গাঁতী। গা ঘেলা, ধুন মাৰি ফুৰি থাক্। [আপুনি, স্বয়ং।

গাই (স. শ.) মাইকী গৰু। (ক্ৰি. বি.)

গাইগোটা (বি)) লগ নথকা, অকল।

গাইপতি (ক্ৰি. বি.) প্ৰতিজনে, প্ৰতি-জনক।

গাইমূৰা (বি) ডাড়ি-গোঁফ নথকা।

গা-উঠা (বি) মন-বঢ়া, ৰজাৰ দণ্ডলৈ ভয় নকৰা।

গাওনি (স. শ.) গানৰ বেচ।

গাওঁ (স. শ.) গ্ৰাম, চহৰ, নগৰত বাজে আন বসতি। [ চহৰা।

গাওঁ-পৰীয়া (বি)গাৱঁলীয়া,গাঁৱত থকা,

গাওঁবুঢ়া (স. শ.) গাৱঁৰ মূৰ বা প্ৰধান মানুহ।

গাংশালিকা (স. শ.) এবিধ চৰাই।

গাঁঠলু (বি) গঁঠীয়া, চুটি, আটিল আৰু বলী।

গাঁঠি ( স. শ. ) জৰীৰে দিয়া বান্ধ, কাপোৰৰ আগত বন্ধা টোপোলা, কথাৰ বান্ধ ; গছৰ ডাল ওলোৱা ঠাইত হোৱা উঠঙা।

গাঁঠী-কটা (স. শ ) গাৰ-কাপোৰৰ গাঁঠি বা চোলাৰ মোনাৰ পৰা চুৰকৰা চোৰ। [ কটাৰী।

গাঁঠি-কটাৰী (স. শ.) এবিধ নেলীয়া

গাঁঠিয়ন্ (স. শ.) এবিধ সুগন্ধি শিপা।

গাঁড়্ (স শ.) ভাজৰ খচ।

গাঁডু (স. শ.) শোতে মূৰ-খোৱা বস্তু-বিশেষ :

গাঁড়ু-চক্ (স. শ.) গাঁকৰ দুই মূৰে লগোৱা ফুলাম কাপোৰ।

গাঁত্ (স. শ ) মাটিৰ দ খোৰ, খাল।

গাঁত্তি (স শ.) গাত মেৰাই লোৱা কাপোৰৰ বান্ধ ; গাত মেৰাই বন্ধা কাপোৰ। [বাক্য ৰচ্।

গাঁথ্ (স. ধা.) ফুল বা মণি শ্ৰেণী লগাই একে লগে বান্ধ্ বা সি ; কঁৰালেৰে ইটা-আদি জোৰা ;

গাঁথন্ (স. শ.) গঁথা কাৰ্য্য। [ৰচনা।

গাঁথনি (স. শ.) মণি বা ফুল শ্ৰেণী লগাই দিয়া বান্ধ বা সিয়নি ; কঁৰা লৰ দ্বাৰা লগোৱা জোৰা ; বাক্যৰ

গাৰ্ "গাঁড়" চোৱা ।

গাঁৰি স.শ.)কাপোৰৰ মূৰত বা মাজত থলীতৃকৈ ডাঙৰ সূতা বৈ কৰা বেথ ; মূৰ নথকা গা ।

গাঁৰিশলি (স. শ.) খুৰলি ।

গাঁক "গাঁড়্" চোৱা । "গাঁকচক্" "গাঁড়্চক" চোৱা ।

গাকভা (বি) বিদ্যাবিশেষ, তন্ত্র. মন্ত্র ।

গাখীৰ্ (স. শ.)স্তনৰ স্তনৰ ৰস ; দুগ্ধ ।

গাখীৰতী (বি) গাখীৰ-দিয়া, খীৰতী, (জন্তু) । [ নোহোৱা ।

গা গধুৰ্ (বি) গধুৰ গা-যুক্ত, উৎসাহী

গাগৰি (স. শ.) সহায়, আশ্রয় ।

গাগৰী (স. শ.) এবিধ ডাঙৰ কলহ ।

গাগল্ (স. শ.) এবিধ সক, জাবিৰ নিচিনা মাছ ।

গাগিনী (স. শ.) এবিধ ফৰিং ।

গাগঠি(স.শ.) বেদনাৰ ওচৰৰ জোৰাত হোৱা, বিষাল টেমুনা ।

গাজ্ (স. শ.) গুটিৰ অঙ্কুৰ ; গজালি কোঁৱা ; এবিধ প্ৰাচীন পাট-কাপোৰ ।৮ (অ. ধা.) মেঘৰ দৰে শব্দ কৰ্ ।

গাজনি (স. শ.) গৰ্জন, মেঘৰ শব্দ ।

গাঁজৰ (স. শ.) বগা-মূলা,এবিধ মূলাৰ আকৃতিৰ হালধীয়া মূল ।

গাঁজিওলা (স. শ.) সক-সকৈ কোৱা কথাৰ শব্দ ।

গাজো (বি) গাজ-যুক্ত, অঙ্কুৰ ওলোৱা (গুটি) (স.শ.) গাজ ওলোৱা মাটি মাহ । [গা-জোৰাকৈ, জঁটাকৈ ।

গা-জোৰা (বি) যথেষ্ট, জঁটা । (ক্রি.বি.)

গা-ডাঙৰ্ ( বি ) ডাঙৰ গা-যুক্ত, গাবৃাল । [ যান ।

গাড়া (স. শ.) এবিধ চকৰি লগোৱা

গা দ (স. শ.) দা-আদিৰ ধাৰৰ ওপৰ-ফাল ; হাতৰ তলুৱাৰ তল ভাগ, চেপেটা বস্তুৰ দাতি ।

গাদী (স. শ.) মান্য লোকৰ আসন বা পদ ; হাতীৰ পিঠিত পৰা আসন ।

গাধ (স. শ.) এবিধ প্ৰায় ঘোৰাৰ নিচিনা জন্তু ।

গা-ধন্ (স. শ.) মানুহৰ গা-মূৰি লোৱা বাবহ ; দৰাই ছোৱালীক দিয়া ধন ( কায ) ।

গাধৈ (স. শ.) চাং বা বাৰ কৰিবলৈ খে ডেলাই বহলোৱা বাঁহ ।

গান্ (স.শ.) গীত,ৰাগ বা ৰাগিণী থাক তাল থকা পদ্য ।

গা-নৰিয়া (বি) গৰ্ভ্তা ।

গান্ধী (স. শ.) এবিধ বেয়া গোন্ধোৱা, উৰা ফুৰা পোক ।

গাপ্ (স. শ.) চাকি বা হেঁচি খোৱা তিতা বস্তুৰ গুণ তাপ বা তাপ । [ যুক্ত ; লঘু ।

গা-পাতল্ (বি) লাহী বা ক্ষীণ গা-

গাভৰু (বি) ডেকা, যুবা, ডেকেৰী-যুৱতী। (স. শ.) ভাদৰ লোকৰ বৈৰী ; আইচু।

গা-ভৰুৱা }
গা-ভাৰী } (বি) গৰ্ভাৱতী।

গাভিনী (বি) পেটত পোৱালি থকা, গৰ্ভৱতী, (জন্তু)।

গাভী (বি) ধনী, চহকী : [মানুহ।

গাম্ (স. শ.) মিৰি জাতিৰ প্ৰধান

গামছা "গামোছা" চোৱা।

গা-মুৰি (স. শ.) এজামুৰি। (ক্রি. বি.) প্ৰতি-জনে ; প্ৰতি-জনক ; প্ৰতি জনৰ পৰা। [কাপোৰ।

গামোছা (স. শ.) গাৰ পানী মছা, সৰু কাপোৰ ; তাৰ নিচিনা আন

গায়ন্ (স. শ.) গীত-গাওঁতা।

গায়ত্ৰী (স. শ.) ব্ৰাহ্মণে জপ কৰা এটা বেদ-মন্ত্ৰ ; বেদমাতা।

গাৰী "গাড়ী" চোৱা।

গাৰো (স.শ.) এজাতি পৰ্ব্বতীয়া মানুহ।

গাৰো-খোৱা (স. শ.) গাৰো-জাতিৰ এবিধ কাঁহৰ পাত্ৰ।

গাল্ (স.শ.) চকুৰ তলৰ পৰা থোঁতোৰাৰ ওচৰলৈকে মুখৰ কাতি (উপ. শ.) সৰু বস্তুৰ সমূহ বুজাবলৈ সংজ্ঞা-শব্দৰ পাচত ব্যৱহৃত শব্দ। সৰু ভাল বস্তুৰ সমূহ বুজাবলৈ "গালি" হয়।

গালি (স. শ.) কটুকথা, তিৰস্কাৰ।

গালি-শপনি (স.শ.) গালি আৰু শাও।

গাৱঁলীয়া (বি) গাৱঁত থকা, চহা। (স. শ.) গাৱঁৰ মানুহ।

গা-সৰু (বি) লাহী অশকত, ক্ষীণ।

গাম্বৰি ৰোৱা (স.শ.) প্ৰদৰ, ৰক্তস্ৰাৱ, তিৰোতাৰ ৰোগ।১

গাহৰি (স.শ.) শূকৰ, বৰা।

গিজ্ গিজনি (স.শ.) ঠিহঠিহনি, অজীৰ্ণৰ পৰা হোৱা পেটৰ বেদনা।

গিজ্গিজা (অ. ধা.) ঠিহঠিহা, অজীৰ্ণৰ পৰা খোঁচা-বিন্ধাৰ নিচিনা বেদনা পা, (পেটত খাটে) :

গিদ্ (স. শ.) মলৰ দ্বাৰ, পোকৰ।

গিদা (স.শ.) মলৰ দ্বাৰ, পোকৰ ; টিকাৰ তলৰ ভাগ ; পাত্ৰৰ তলি ; যোনী।

গিৰিলাই }
গিৰিস্-কৰে } (ক্রি. বি.) বেগাই, অকস্মাত, হঠাত।

গিৰিহত্ }
গিৰী } (স.শ.) গৃহস্থ, অধিকাৰ, গৰাকী ; স্বামী।

গিৰ্ গিৰণি }
গিগিৰণি } (স. শ.) মেঘৰ নিচিনা শব্দ, গাজনি।

গিৰ্ গিৰা }
গিগিৰা } (অ.ধা.) মেঘৰ দৰে শব্দ কৰ, গাজ।

গিড় গিড় (অব্য) লোকৰ ভৰিৰ খোজৰ বা মেঘৰ শব্দ।১

গিৰ্জনি (স. শ.) অনেকে একেলগে হঁহাৰ শব্দ। [কাৰ্য্য।

গিল্ (স. ধা.) মুখে দি পেটত ভৰ্, ভক্ষণ কৰ্। (কৃদ্‌.স.) গিলোঁতা, (স্ত্ৰী) গিলঁতী। গিলন্, (কৃদ্. স.) গিলা বা মুখে দি পেটত ভৰা

গিলিপ্ (স. শ.) কাপোৰ বা ছালৰ মোট বা ঢাকনী।

গীত্ (স. শ.) গান।

গুঁই (স. শ.) এবিধ জেঠিৰ নিচিনা, ভাতুকৈ ডাঙৰ জন্তু।

গুঁকলি (স.শ.) ঘোৰাৰ গলধনৰ নোম।

গুঁফীয়া (বি) গোঁফাল, গোঁফযুক্ত।

গুচ্ (অ. ধা.) দূৰ হ, আন ঠাইলৈ যা; লোপ পা, নষ্ট হয়।

গুচন্ (কৃদ. স.) গুচা কাৰ্য্য, নষ্ট হওন।

গুচৰীয়া (বি) গোচৰ কৰা। (স.শ.) গোচৰ কৰা মুনিহ। (স্ত্ৰী গুচৰীয়ানী।

গুচা (স. শ.; দূৰ কৰ্, আঁতৰা, নষ্ট কৰ্। (কৃদ্. স.) গুচাওঁতা। (স্ত্ৰী) গুচাঁতী।

গুচাওন্ (কৃদ্. স.) গুচোৱা কাৰ্য্য।

গুছি (স. শ.) কুৰি পাত্ত পাণৰ আটি।

গুজুৰীয়া (বি) সকৈকে মুখৰ ভিতৰতে কোৱা।

গুটি (স. শ.) গছৰ ফল, বাইকৈ সৰু ফল, যেনে, মাহ, সৰিয়হ, ইত্যাদি সৰু ঘূৰণীয়া বস্তু; ফলৰ ভিতৰৰ টান ভাগ, যাৰপৰা পুলি হয়; যেনে কঠাল-গুটি; বসন্ত ৰোগ। (উপ.স.) "গোট" চোৱাঁ। [ধান।

গুটি-ধান্ (স.শ., মৰা ধান,খেৰ নথকা

গুটি-উৰাল্ (স. শ,) মৰা ধান সাঁচি থোৱা ঘৰ। [ফুল, তাৰ গছ।

গুটি মালী (স. শ.) এবিধ বগা ফুলগছ

গুটীয়া (বি) বহুত গুটি থকা।

গুড্ (স. শ.) পাগি ঘন কৰা, কুঁহিয়াৰৰ ৰস।

গুড়া } (স.শ.) চূৰ্ণ, খুন্দি মিহি কৰা
গুঁড়ি } বস্তু।

গুড়ি-কৰাই (স. শ.) ভজা চাউলৰ মিহি গুড়ি। [চলা সঁজুলি।

গুড়ি-চালনী স শ ) গুড়ি-কৰা বস্তু

গুড়ি পকৰা (স. শ. এবিধ সৰু পিপৰা

গুড়ুলা, "গুকলা" চোৱাঁ।

গুণ্ (স.শ.) স্বভাৱ বা ধৰ্ম্ম; উপকাৰ; বিদ্যা, জ্ঞান, মোহনী-মন্ত্ৰ; সত্ব, ৰজ, তম এই তিনিৰ এটা; লেছু, দুই বা অধিক ভাগ পকাই বটা লেছুৰ বা জৰীৰ প্ৰত্যেক ভাগ; ভাগ, (এই অৰ্থত বুজাওঁতে আগত এটা সংখ্যা-শব্দ থাকে); যেনে, দহ গুণ; ধেনুৰ জৰী। (স. ধা.) চিন্তা কৰ্, ভাবি চা।

গুণ-গুণাই (ক্রি বি) মানুহ কুকুটাকৈ কথাকৈ বা পাঠ পঢ়ি। [লওঁতা।

গুণগ্ৰাহী (বি) গুণ গ্ৰহণ কৰোঁতা,গুণ

গুণনি (স. শ.) চিন্তা, ভাৱনি।

গুণৱত, গুণৱান্ (বি) জ্ঞান-বিদ্যাযুক্ত।

গুণহীন্ } গুণ্‌হীন্ } (বি) জ্ঞান-বিদ্যা নথকা।

গুণা-কটা(বি)আচলত গুণাৰ কুল থকা।

গুণা-কটীয়া (স.শ.) সোণৰ বা ৰূপৰ গুণা-কৰোঁতা।

গুণাকৰ্ (স. শ.) জ্ঞান-বিদ্যাৰ আধাৰ. বিস্তৰ জ্ঞান-বিদ্যা-জানোঁতা।

গুণা-গঁথা (স. শ.) ভবা-চিন্তা কাৰ্য্যা।

গুণাগুণ্ (স.শ.) ভদ্ৰতা আৰু দোষ; পণ্ডিতালি আৰু ·র্খতা।

গুণানুবাদ্ (স শ.) গুণৰ কথন,প্ৰশংসা

গুণী ( বি ) গুণবন্ত। (স.শ ) গুণৱন্ত লোক।

গুণে (অব্য) কাৰণে, নিমিত্তে। ক্ৰি. বি,) পৰিমাণে; যেনে,তিনি গুণে অধিক। [ চুচুঁৱৈ।

গুদা (বি) খণ্ড-খণ্ড, ভোথৰ-ভোথৰ

গুদাম্ (স.শ.)চোলা আদিৰ গাত লগাই বধা বুৰবীয়া বস্তু-বিশেষ [খেলা

গুদ্‌গুদা (অ ধা.) মনত উদয় হ, মনত

গুধী (স.শ. বি) "গোধাৰ" স্ত্ৰীলিঙ্গ।

গুধীয়া (বি) গোধা; গুপ্ত দোষ থকা। (স. শ.)গোধা মানুহ, গুপ্ত দোষ থকা লোক।

গুণঠি (স.শ.) বান্ধিত সুমাবলৈ জৰীৰ বা লেজুৰ মূৰত দিয়া গাঁঠি।

গুপ্‌গুপনি } গুব্‌গুবনি } (স.শ.) নদি যোৱাৰ বা গুপৰ্‌ৰ পৰা ঘনে-ঘনে পৰাৰ শব্দ; বৰ্টক জলা জুইৰশব্দ

গুপ্‌গুপা } গুব্‌গুবা } (অ. ধা.) কোনো বস্তু ঘনে-ঘনে পৰাৰ, নদি যোৱা খোজৰ বা বৰ্টক জলা জুইৰ দৰে শব্দ কৰ্। ( জুই )।

গুপ্‌গুপীয়া ( বি ) হুৰহুৰীয়া, প্ৰবল, (বৰষুণ) বৰ্টকৈ জলি থকা.

গুপ্ত (বি) লুকোৱা, ঢাকি থোৱা।

গুপ্তবেশে (ক্ৰি.বি. আপোনাৰ আকৃতি লুকাই, ছদ্মবেশে।

গুপ্তাঙ্গ (স.শ.) গাৰ সদায় ঢাকি থোৱা অৰ্থাৎ মত্ত-তিৰোতাৰ যাই অঙ্গ।

গুবৰুৱা (স.শ.) গোবৰ আৰু বিষ্ঠাত মাটি তোলা, এবিধ কলা পোক।

গুমাই (ক্ৰি. বি.) কলৈও নেচাই বেগ দি।

গুমুনী (স. শ.) গোমৰ মাইকা; সাপৰ বিষ-গুচোৱা এবিধ লতা।

গুৰ্ (স. শ.) "গুড়" চোৱা।

গুৰা (স. শ.) জাল গধুৰ কৰিবলৈ বান্ধি দিয়া লোহ আদি।

গুবি (স. শ.) গছৰ শিপাৰ অলপ ওপৰৰ ভাগ; আদি; আৰম্ভ; গুচৰ; নাৱৰ পাচ ফাঁং; পশ্চিম ফাল।

গুবি-গছ (স. শ.) কোনোব জন্মব স্থান বা বংশ।
গুবি-দাঁত (স.শ.) জামু-দাঁত।
গুবি-বঠা (স.শ.) নাবৰ গুবি-পোনোৱা ডাঙৰ বঠা।
গুবিয়া (স. ধা.) ভঁবিবে প্ৰহাব কৰ্।
গুবিয়াল(স.শ.)নাবৰ গুবি-পোনাওঁতা।
গুৰু (স.শ.) শিক্ষক, ধৰ্ম্মোপদেশক; পিতৃ-মাতৃ আদি-মান্য লোক।
গুৰু-দাঁত (স.শ.) গান বাজব আৰম্ভতে মৰা ঘেঁডা।
গুৰুতৰ (বি) একতকৈ শ্ৰেষ্ঠ বা ডাঙৰ
গুৰুপাকী (বি) শীঘ্ৰে জীৰ্ণ নোহোৱা।
গুৰুবধী (স. শ.) আপোনাৰ গুৰুক বধ-কৰোঁতা। [সনাব মন্ত্ৰ।
গুৰুবাক্য (স.শ.)গুৰুৱে শিকোৱা উপা-
গুকলা } (বি) ভাগি চূৰ্ণ হোৱা।
গুকলাগুকল্ }
গুৰ্ব্বিণী (বি) গৰ্ভবত,সগৰ্ভা, গাভিনী।
গুল্ (স.শ.) ঢেঁকী-খোৱা বা উবাল-মাবিব মূৰত লগোৱা লো বা পিতলৰ আঙঠী। ১
গুলক } (স.শ.) এবিধ ফুল, তাৰ
গুলক্ } গছ।
গুলপীয়া (বি, গোলাপ-বৰণীয়া।
গুলাল্ (স.শ.) গুলক। ১
গুলী (স.শ.) ছিলৈ-গুটি, ছিলৈত ভৰাই মৰা ধাতুৰ গুটি। [কৰ্।
গুলীয়া (স. ধা.) গুলীব দ্বাবা আঘাত
গুমুৰ্ (স.শ.) নতুন বায়ুৰ অভাৱত হোৱা তাপ-বোধ।
গুলৈ (স.শ.) জেকা ঠাইত পচা বস্তৰ পৰা বাতি ওলোৱা পোহৰ, ধন-গুলৈ। [নাবত থাটে।
গুলৈয়া (বি) বহুত বস্তু-ধৰা, বৰ ডাঙৰ
গুল্গুলনি ( স. শ. ) তাপ-বোধ, গা-পোৱণি। [গগা, (গাত খাটে)।
গুলগুলা (অ.ধা) তাপ বোধ কৰ্, গগ্
গুল্গুলীয়া (বি) পকি ভ্ৰব হোৱা।
গুৱা (স.শ.) তামোল; খাবৰ নিমিত্তে পাণ-চূণ আদিৰে সৈতে যতোৱা তামোল। [তাম্ৰূলী।
গুৱা-কটা ( স.শ. ) কোনো মহন্তৰ
গুৱামৰি (স. শ.) তামোলৰ লগত চোবোৱা এবিধ সুগন্ধি গুটি; তাৰ গছ।
গুৱাল্ ( স. শ. ) মহ-বখীয়া, গাখীৰ-বেচোঁতা। (স্ত্ৰী)গুৱালনী,গুৱালী।
গুৱাল্গালি (স.শ.) কাৰো নাম নধ-ৰাকৈ অপকাৰীক পৰা গালি।
গুহা (স. শ.) পৰ্ব্বতৰ খোপা।
গু (স.শ.) বিষ্ঠা, বহিৰ্দ্বাৰে দি ওলোৱা মল, লাদ।
গূঢ় (বি) গুপ্ত, লুকাই থকা।
গূঢ়াৰ্থ (স.শ.) গুপ্ত অৰ্থ, শব্দৰ স্পষ্ট অৰ্থত বাজে আন অৰ্থ।
গৃহ (স. শ.) ঘৰ, মানুহ থকা বস্ত-

খোৱা, ওপৰে আৰু চাৰিওকালে আচ্ছাদিত ঠাই। [কাম।
গৃহকাৰ্য্য (স.শ.) গৃহস্থালি কাম, ঘৰৰ গৃহ-বাস্, "ঘৰ্ বাস্" চোৱা।
গৃহস্থ (স.শ.) ঘৰৰ গৰাকী, প্ৰভু স্বামী (স্ত্ৰী) গৃহস্থনী।
গৃহস্থালি স.শ.) ঘৰ আৰু পৰিয়াল লৈ থকা অৱস্থা, গৃহাশ্ৰম।
গৃহস্থী (বি) ঘৰ আৰু পৰিয়াল লৈ থকা
গৃহাশ্ৰম্ (স.শ.) ঘৰ আৰু পৰিয়াল লৈ থকা অৱস্থা গৃহস্থালি।
গৃহাশ্ৰমী } (বি) গৃহাশ্ৰমত থকা, ঘৰ
গৃহী } আৰু পৰিয়াল থকা,গৃহস্থী
গৃহিণী (স.শ.) ভাৰ্য্যা।
গৃহীত্ (কৃৎ.বি) গ্ৰহণ-কৰা, লোৱা।
গেঁজা (স.শ.) হেঁচা, ঠেলা; কোনো কথালৈ মন কৰাবলৈ হাতেৰে মৰা ঠেলা।
গেঁঠেলা (বি) নপকি টান মৰা (থহু বা গুটিত খাটে); সমানে থকা,নবঢ়া বা হুটুটা (বাঢ়ি অহা পানীত খাটে)।
গেঁথনি (স.শ.) "কেঁকনি" চোৱা। "গেথা" "কেঁকা" চোৱা।
গেঁধ্ (স.শ.) এবিধ সৰু মাছ।
গেঁৰ্(স.শ.) পাখি নগজা চৰাই পোৱালিৰ ওফোন্দা পেট; ধান বা তৃণৰ গৰ্ভত থকা গুটিৰ খোক।
গেঁৰা (স.শ.) তুৰছুৰৰ পৰা তিনি বছৰলৈকে বয়স-পোৱা মতা মহ-পোৱালি
গেঙৰি (স.শ.) ভয় দেখাবলৈ কুকুৰে দাঁত উলিয়াই মৰা গোঁজৰণি; নীচ মানুহে ডাবৰক দিয়া ডাবি।
গেঁজি (স.শ.) দা-কটাৰীআদিৰ নালত সোমোৱা জোঙা নেজ।
গেজেপনি (স.শ.)খাগৰি ইকৰা-আদিৰ ডাঠ হাবি। [বিৰি।
গেজেৰা (স.শ.) খাৰৰ গাৰ অণ্ডাকৃতি উঠলা, জেজেৰা, জোকোৰা, তিৰোতাই ভিজিত পিন্ধা এবিধ।
গেজগেজনি (স.শ.) গাত গোঁজ বা হুল সোমোৱাৰ নিচিনা পীড়া। [কৰ্।
গেজ্‌গেজা (অ.ধা.) গাত গোঁজ বা হুল সোমোৱাৰ নিচিনা পীড়া বোধ
গেদ্ (স.শ.) মেদ, জুলীয়া বস্তুৰ তলত পৰা মল। [উঠা মল।
গেদেৰি (স.শ) জুলীয়া বস্তুৰ ওপৰলৈ
গেধেমা (বি) ডাঠ, থহটা আৰু গধুৰ।
গেনা (বি) নাকে দি কোৱা, (মাত); নাকে দি কথা-কোৱা, (মানুহ) (স্ত্ৰী) গেনী।
গেন্‌গেনা (অ.ধা.) নাকে দি কথা ক।
গেন্‌গেনীয়া (বি) নাকে দি কোৱা; পানী লগাৰ বা বৰটৈ চিঞৰাৰ নিমিত্তে স্বভাৱৰ বিপৰীত হোৱা বা ভগা, (মাতত খাটে)।

গেহেলা (বি) খিণ-লগা, বেয়া , (স্ত্রী) গেহেলী। [কাম।

গেৰাৰী (স.শ.) বন্দীৰ কাম,অতি হীন

গেৰি (স.শ.) থিং, উকি, দূৰৈত থকা মানুহক মতা শব্দ।

গেৰিয়াই (ক্রি. বি) বিজিয়াই। ১

গেৰুনীয়া (স.শ.) পৰ্ব্বতৰ পানী, ঝৰণি পানী। [সোঁত।

গেৰু ধাৰা (স. শ.) পৰ্ব্বতৰপৰা বোৱা

গেৰু-ধাৰে (ক্রি.বি.) পৰ্ব্বতপৰা বোৱা সোঁতৰ দৰে। [ৰঙা মাটি।

গেৰেউ-মাটি (স. শ.) এবিধ পৰ্ব্বতীয়া

গেৰেউ-গেঁথেউ } (স.শ)লঘোনৰ পাচত
গেৰেওগেঁথেও } বা অধিক খোৱাৰ পৰা হোৱা অসুখ।

গেৰেকনি (স.শ.) অশুচি মলিন বস্তু বা জাবৰ-আদি-পেলোৱা ঠাই।

গেৰেওৱা } এবিধ বন-তামোল
গেৰেওৱা-তামোল্ } আৰু তাৰ গছ।

গেৰেলা (বি) পেটাল, ডাঙৰ-পেটা, (মানুহত খাটে); ওকোন্দা,ডাঙৰ, (পেটত খাটে)। (স. শ.) এবিধ বনৰীয়া জন্তু।

গেৰেলী (বি) পেটুলী,ডাঙৰ পেট-যুক্তা (স্ত্রী); গৰ্ভৰ থোক হোৱা, থোক মেলিব লগা হোৱা, (ধান)।

গেৰেহা (বি) পানীৰে তিতা হেতু জুই নলগা (খৰি)।

গেৰোগেঁথো ( স. শ. ) কোনো কাৰ্য্য কৰিবৰ অনিচ্ছাৰ ভাব।

গেৰ্‌গেৰীয়া } (বি) ৰৰ টেঁচা
গেৰ্গেৰীয়া }

গেল (অ.ধা.) স্বাভাৱিক কঠিনতা গুচি কোমল আৰু দুৰ্গন্ধি হ।

গেলা (বি) স্বাভাৱিক কঠিনতা গুচি কোমল আৰু দুৰ্গন্ধি হোৱা। (স.ধা.) স্বাভাৱিক কঠিনতা গুচাই কোমল আৰু দুৰ্গন্ধি কৰ্।

গেলেপা (বি) পাপ লগা, তিতা অৱ-স্থাত হৈ থাই থকাৰ কাৰণে বিকৃতি হোৱা।

গেল্‌গেলীয়া (বি) ৰৰকৈ পকি ভিতৰে গেলাৰ নিচিনা হোৱা (গাঁড়)।

গো (স. শ.) গৰু, এবিধ ঘৰচীয়া চাৰি ঠেঙীয়া জন্তু।

গোঁগোঁৱনি (স. শ.) মুখত সোপা দি ধৰা মানুহ বা জন্তুৰ মাতৰ শব্দ; ঘিলা বা লাটুম ঘূৰোৱাৰ শব্দ।

গোঁগোঁৱা (অ. ধা.) মুখত সোপা দিয়া মানুহ-আৰু জন্তুৰ বা ঘিলা লাটুম ঘূৰোৱাৰ দৰে শব্দ কৰ্।

গোঁজ্ (স.শ.) খুঁটি, জেওৰাৰ মাৰি। (স.ধা.) খুঁচি সুমা, হেঁচি পোত্।

গোঁজৰ্ (অ. ধা.) সিংহৰ বাঘৰ দৰে শব্দ কৰ্। [শব্দ।

গোঁজৰণি ( স. শ. ) সিংহৰ বা বাঘৰ

গোঁজা (স.শ.) হাতেৰে অসপটৈক মৰা ঠেলা। গোঁজা খা, মুখ চাপৰা বা গোঁ খা।

গোঁঠ্ (স. ধা.) দুডাল বা অধিক জৰী পকাই বা একে ডাল জৰীকে অনেক বাৰ মেৰাই বান্ধ।

গোঁঠনি (স.শ.) এডাল বা অধিক জৰী পকাই দিয়া বান্ধ।

গোঁফ্ (স.শ.) ওপৰ ওঁঠত গজা নোম।

গোঁফাল্ (বি) গুঁফীয়া।

গোৰা (বি)বগা ; বগাবে মিহলি বৰ্ণ। (স.শ.) বিলাতী চিপাহি। (স.ধা.) পানী বা বোকাৰ তলত থৈ টান কৰ্, (কাঠ-বাঁহ-আদি)।

গোঁৱাৰ্ (বি) অশিষ্ট, অভদ্ৰ, ভাল লোকৰ আচৰণ নজনা, হঁটা।

গোকাট্ (বি)মলিন ; বেয়া,ঘিণ লগা।

গোকাটনি (স. শ.) গোবৰ-জাবৰ-পেলোৱা ঠাই, গেৰেকনি।

গোগোৰা (বি) কাটফু তিৰোতাৰ আগৰ গিৰীয়েকৰ কালৰ লৰা, লগত অহা লৰা। ১

গোগোল্ (স.শ.) এবিধ কঠ-সজা বন।

গোজা (বি) বেজা, খাঁকৰা, স্পষ্টকৈ মাতিব নোৱৰা। [কথা নোকোৱা।

গোজোৰা (বি) খড়াল আৰু মন ভাজি

গোচৰ্ (স.শ.) ইন্দ্ৰিয়ৰ দ্বাৰা বুজা বস্তু বা বিষয় ; লোকৰ দণ্ড বিহিবৰ বা কোনো বস্তু দিয়াবৰ নিমিত্তে বিচাৰকক কৰা প্ৰাৰ্থনা। [কথা কাৰ্য্য।

গোচৰাগুচৰি (স.শ.) পৰস্পৰে গোচৰ-

গোছ্ (স.শ.) খেতিৰ আৰম্ভত প্ৰথমে ৰোৱা কঠীয়াৰ কোছা বা মুঠি ; অন্তৰ পাচ ঠেংৰ-আঁঠুৰ ওপৰৰ শকত সিৰ ; মানুহৰ সৰ-পাটিৰ পাচৰ সিৰ। [পুলিৰ মুঠি।

গোছা (স. শ.) পথাৰত ৰোৱা ধানৰ

গোঙ গোঙা (অ.ধা.) খং প্ৰকাশ কৰ্, অসন্তুষ্টতা দেখা।

গো-জিভা (স. শ) জিভাৰ তলত থকা জিভাৰ নিচিনা ছাল। [হয়।

গোট্ (স.শ.) গুটি, ফল। (বি) নভগা নিছিগা,সমুদায় (উপ.) টো,নভগা নিছিগা বা পূৰা বস্তু বুজাবলৈ সংজ্ঞা-শব্দৰ পাচত ব্যৱহৃত শব্দ। সৰু বা ডাল বস্তু বুজাবলৈ "গুটি"

গোটা (বি) ঘূৰণীয়া ; চেপেটা নোহোৱা, কোঁপ নথকা। (স. ধা) একে লগ বা একত্ৰ কৰ্ ; মুঠ কৰ্।

গোটাচাৰেক্ | গোটাচেৰেক্ | গোটাদিয়েক্ } (বি) কিছুমান্। [গোল।

গোটাসৰীয়া (বি) দীঘলীয়া আৰু

গোটেই (ক্রি. বি.) সমুদায়ে, সমূলি, শেষ নথকাকৈ ; নভঙা-নিছিঙাকৈ, (বি) সমুদায়,সমূলি ; যেনে, গোটেই ঘৰ মানুহ, গোটেইটো মাছ।

গোটে-গোটে (ক্রি. বি) নতবা-নিছি বাকৈ, গোটেই, (এটাতকৈ অধিকত থাকৈ) যেনে, বৰে মানুহবোৰ গোটে গিলে।

গোট্‌-কৰাই (স.শ.) ভজা চাউল।

গোট্‌-কাঠ্‌ (স. শ.) এডাল গোটা বা নফলা কাঠ; মহা মূৰ্খ।

গোট্‌-গৰু (স শ.) মহা মূৰ্খ।

গোট্‌-গোট্‌ (বি) যেনেগ যেনেগ, কাৰো গাত কেও নলগা।

গোতোং (বি) দ আক মুখ-চেপ.(পাত্র)

গোত্‌-জাতি (স.শ) বন্ধু-বান্ধব, একে গোত্ৰৰ বা এক বংশৰ মানুহৰ সমূহ।

গোত্র (স. শ.) বংশ, পৰিয়াল।

গোথোৰা (বি) বিমৰ্ষ, নিৰানন্দ, খঙৰ চিনেৰে পূৰ, (মুখ)।

গোদ্‌গোদা (অ. ধা.) মুখৰ ভিতৰতে ক, নফুটাকৈ ক।

গোধ্‌ (স. শ.) ঠেং-ভৰি উখহা বোগ; গুৰু দোষ বা পাপ। [(স.শ.) গুণী।

গোধা (বি) গোধ-বোগযুক্ত, (স. শ.) গোধ-বোগে ধৰা মানুহ (স্ত্রী) (বি.)

গোজা (স. শ.) অকলৈ থকা ভাৰৰ মতা মহ। (স.ধা.) খোজ্‌, মাগ্‌।

গোজা (অ. ধা.) গছ বিভাব কৰ্‌, গজালি। [বেটোতা।

গোপ্‌ (স. শ.) গৰখীয়া; গাখীৰ-গোপ্‌-গৰু (স.শ.) বৃগ,বৃষৰ আকৃতিৰে ১ সমা বৃষোৎসৰ্গত বৃষ কৰা গুটা।

গোপন্‌(স.শ.) লুকোৱা বা ঢকা কাৰ্য্য।

গোপনীয় (বি) লুকাবৰ যোগ্য, লুকাব লগীয়া। [মনে-মনে।

গোপনে(ক্রি. বি.) আনে নজনাকৈ,

গোপাল্‌ (স.শ.) গৰখীয়া; কৃষ্ণ।

গোপিকা, গোপিনী, গোপী, "গোপৰ" স্ত্রীলিঙ্গ।

গোপীনাথ্‌ (স. শ.) কৃষ্ণ।

গো-বগ্‌ (স.শ.) গৰু-মহৰ লগত চৰি ফুৰা এবিধ বগ-জাতিৰ চৰাই।

গো-বধ্‌ (স. শ.) গৰু মৰা কাৰ্য্য; গৰু-মৰা পাপ।

গোবৰ্‌ (স. শ.) গৰুৰ বা মহৰ বিষ্ঠা।

গোবৰণি (স. শ.) বহুত গোবৰ থকা ঠাই।

গোবৰ্‌-খুঁটি (স.শ.) শুকান গোবৰ।

গোবৰ-খোঁচৰা (স. শ.) গোবৰৰ পোক খুঁচৰি উলিয়াই খোৱা, মূৰত শিং থকা এবিধ চৰাই।

গোবাহ্‌ (বি) মন্দ, বেয়া; অংজুৱলি।

গোবিন্দ (স. শ.) কৃষ্ণ।

গোম্‌ / গোম্‌-সাপ } (স.শ.) অনেক বিধৰ বৰ বিষাক্ত সাপৰ সাধাৰণ নাম।

গোমা (বি) মলিন, বিবৰ্ণ, গোমোঠা

(বৰ্ণভ খাটে)। (অ.ধা.) যেৰৰ ধাৰা চকা হ, (বস্তবত খাটে)।

গো-মূৰ্খ (বি) বৰ মূৰ্খ, একো নজনা। (স. শ.) একো নজনা মানুহ, (নিন্দাৰ্থত)। [নোহোৱা,(বৰণ)।

গোমোঠা (বি) বিবৰ্ণ,মলিন,কটকটীয়া-

গোমোলা (বি) মেঘে ঢকা, (বতৰ)।

গোয়চেং স. শ.) এবিধ চিন-দেশৰ পাট-কাপোৰ।

গোয়-ধান্ (স.শ.) এটা ভিলাত গুটি-থকা এবিধ শস্য, মাকৰি জহা।

গোৰ্ (স. শ.) গুৰি, মূল ; নাৱৰ পাচ-টিং; মানুহৰ ভৰিৰ আঘাত।

গোৰালি (বি) ভৰি-কালৰ, গুৰিত উৎপন্ন। (স.শ.) গুৰি ভাগ, গুৰি-ছোৱা, শেষ-ভাগ।

গোৰোং (স. শ.) দ জান।

গোৰোৱা (স.শ.) ভৰিৰ পাচৰ ভাগ।

গোৰোহনি (স.শ.)গোৰোৱাৰে মাটিত কৰা আঘাত।

গোৰ্গোৰণি } (স.শ.) গাজনি গোৰ-
গোৰ্‌গোৰণি } গোৰ শব্দ

গোহাল্ (স শ.) শাও।

গোল্ স.ধা.) জুলিয়া বস্তুৰে মিহলাই দ্ৰৱ কৰ্, (বি) ঘূৰণীয়া।

গোলা (স.শ.) বস্তু-বেচা ঘৰ।

গোলাকৰ্ } (বি) ঘূৰণীয়া গচৰ
গোলাকৃতি } চকাৰিৰ নিচিনা।

গোলাপ্ (স. শ.) এবিধ সুগন্ধি ফুল ; তাৰ গছ। [তাৰ গুটি।

গোলাপী-জামু (স. শ.) এবিধ গছ ;

গোলোক্ (স.শ.) বৈকুণ্ঠৰ ওপৰে কৃষ্ণ থকা ঠাই।

গোষ্ঠী (স.শ) বংশ, পৰিয়াল ; সন্তান।

গোসাঁই (স.শ.) ধৰ্ম-শিক্ষাগুৰু, গুৰু, দেৱতা ; দেৱতাৰ মূৰ্ত্তি (স্ত্ৰী) গোসাঁনী। [মহন্ত।

গোস্বামী (স.শ) ধৰ্ম-শিক্ষক, গোসাঁই,

গোহাঁই (স. শ.) আসামৰ ৰজা আৰু মন্ত্ৰী বিলাকৰ বা তেওঁবিলাকৰ বংশৰ সন্তানৰ উপাধি।

গোহাৰি (স.শ.) নিবেদন, বিনয় কৰি জনোৱা কথা।

গোহালি (স. শ.) গৰু-ঘৰ।

গৌঠালি (স.শ.) গপ, অহংকাৰ ; মঠ, ধং কৰি হোৱা অমান্তি।

গৌণ্ (বি) অপ্ৰধান,যাই অৰ্থত বাক্যে জান ; যেনে, গৌণ অৰ্থ।

গৌণ্ (স. শ.) বিলম্ব, পলম ; পলম।

গৌৰ্ (বি) বগাৰে মিহলি ৰঙা,গৌৰা, (বৰণ)।

গৌৰৱ্ (স. শ.) মান, সৎকাৰ।

গৌৰৱান্বিত্ (বি) মান্য।

গৌৰী (স.শ.) দুৰ্গা, পাৰ্ব্বতী।

গ্ৰন্থ (স. শ.) পুথি।

গ্ৰন্থ-কৰ্ত্তা (স.শ.) পুথি-কৰোঁতা।

গ্ৰস্ (স. ধা.) গ্ৰাস কৰ্, গিল্, ধ্বংস বা নাশ কৰ্।

গ্ৰস্ত (বি) গিলা; আপদ বা কষ্টত পৰা

গ্ৰহ্ (স. শ.) আকাশৰ ঘূৰণীয়া দীপ্তি-মন্ত বস্তু, চন্দ্ৰ-সূৰ্য্য-আদি।

গ্ৰহণ্ (স. শ.) লওন, লোৱা কাৰ্য্য; চন্দ্ৰৰ দ্বাৰা সূৰ্য্যৰ আৰু পৃথিবীৰ দ্বাৰা চন্দ্ৰৰ আচ্ছাদন।

গ্ৰহণী (স. শ.) পেটত বেদনা হৈ তেজ সাওঁ-পৰা ৰোগ।

গ্ৰহণীয় (বি) গ্ৰহণৰ যোগ্য, লবলগীয়া।

গ্ৰহবিপ্ৰ, গ্ৰহাচাৰ্য্য } (স শ.) গণক, দৈবজ্ঞ।

গ্ৰহ-যাগ্, গ্ৰহ-শান্তি } (স. শ.) অনিষ্ট গ্ৰহৰ সন্তোষৰ নিমিত্তে কৰা পূজা, গ্ৰহৰ পূজা।

গ্ৰহীতা (স.শ.) গ্ৰহণ-কৰোঁতা, লওঁতা। (স্ত্ৰী) গ্ৰহীত্ৰী।

গ্ৰাম্ (স.শ.) গাওঁ।

গ্ৰামিক্ (বি) গাৱঁলীয়া, গাৱঁত থকা।

গ্ৰাম্যকথা (স.শ.) নীচ আলাপ, সংসাৰৰ কথা, ধৰ্ম্মত বাজে আন কথা।

গ্ৰাস্ (স. শ.) গিলন, ধ্বংস, নাশ।

গ্ৰাহ্ (স.শ.) ঘঁৰিয়াল।

গ্ৰাহক্ (স.শ.) লওঁতা, গ্ৰহণ-কৰোঁতা। (স্ত্ৰী) গ্ৰাহিকা।

গ্ৰাহ্য (বি) গ্ৰহণৰ বা লবৰ যোগ্য; বিশ্বাসৰ যোগ্য।

গ্ৰীষ্ম (স. শ.) তাপ্; ঘাম-কালি।

গ্ৰীষ্ম-কাল্ (স.শ.) ঘাম-কালি, জেঠ-আহাৰ।

গ্লানি (স. শ.) অপযশ, নিন্দা।

## ঘ।

ঘঁট্ (স.শ.) ঘঁৰীয়ালৰ ঠোঁটৰ উঠলা; মানুহৰ ডিঙিৰ আগ-কালৰ উঠলা।

ঘঁটি (স.শ.) নাকৰ ভিতৰৰ নোম।

ঘঁটিকা (স. শ.) মানুহৰ ডিঙিৰ ঘঁট।

ঘঁটীয়া (বি) ঠেলৰ, ধূৰ্ত্ত।

ঘঁৰা (স. শ.) নাদ বা পুখুৰীৰ মাটি নখহিবলৈ দিয়া বেৰখা।

ঘঁৰিয়া (স. শ.) শলিয়া, এবিধ ডাঙৰ নিগনি; এবিধ মাছ।

ঘঁৰিয়াল্ (স. শ.) কুম্ভীৰ, এবিধ ডাঙৰ মিঠিয়া পানীৰ জন্তু।

ঘঁহ্ (স. ধা.) ঘৰ্ষণ কৰ্, পিহ্; মাজ্। (কৃদ. স.) ঘঁহোঁতা, (স্ত্ৰী) ঘঁহতী।

ঘঁহন্ (কৃদ. স.) ঘঁহা কাৰ্য্য।

ঘঁহনি (স.শ.) ঘৰ্ষণ, মাজন।

ঘঁহা (স.শ.) ঘৰ্ষণ, ঘঁহনি। (স. ধা.) লোকৰ দ্বাৰা ঘঁহা কাৰ্য্য কৰা।

ঘকথাই (ক্ৰি বি.) ধঁকৰ শব্দ কৰি, হঠাত।

ঘগৰা (স. শ.) বাহঁৰ কাঠীৰ এবিধ [মাছ-ধৰা বস্তু।

ঘকাম্ (স. শ.) ঘন যাতায়াত, অধিকৰ সমাগম, ভেমে, মানুহৰ ঘকুল।

ঘই (স. শ.) চেঁকেলি মাটিৰ সৰু পানীৰ পাত্ৰ। (অ. ধা.) হৈ উঠ্, সিদ্ধ হ। (স. ধা.) আৰ্জ্, উপাৰ্জন কৰ্। (কৃদ. স.) ঘটোঁতা (স্ত্ৰী) ঘটোঁতী।

ঘটন্ (কৃদ. স.) উপাৰ্জন, আৰ্জন। (স.শ.) ঘটা বস্তু।

ঘটনা (স.শ.) অকস্মাত হোৱা কথা, অসাহসিক কাৰ্য্য। [ঘটাঁতী।

ঘটা (স.ধা.) পৰাস্তকৰ্, হৰুৱা; সিদ্ধ কৰ্। (কৃদ. স.) ঘটাওঁতা, (স্ত্ৰী)

ঘটি (স. শ.) ধাতুৰ তিনি-চুটি এবিধ পানীৰ পাত্ৰ।

ঘট্‌ঘটনি / ঘট্‌ঘটনি (স. শ.) ঘট্‌ঘট্ শব্দ, কোনো বস্তু লৰাৰ শব্দ।

ঘট্‌ঘটা / ঘট্‌ঘটা (অ.ধা.) কোনো বস্তু লৰাৰ দৰে শব্দ কৰ্, ঘট্‌ঘট কৰ্।

ঘট্‌ঘটীয়া (বি) ঘৰ্ঘৰৈ লৰা।

ঘড়ী (স. শ.) সময় নিশ্চয় কৰা যন্ত্ৰ।

ঘটশ্ৰবা (বি) ভাৰৰ ওহাৰতী, গাখীৰতী গৰু বা মহ। ১

ঘণ্টা (স. শ.) পূজাত বজোৱা এবিধ বাদ্য; আঢৈ দণ্ডৰ কাল।

ঘণ্টাকৰ্ণ (স. শ.) এবিধ হালধীয়া ফুল; তাৰ গছ।

ঘন্ (বি) ডাঠ, ওচৰাউচৰি হৈ থকা, লেৰেলা নোহোৱা।

ঘনতা (ভ. শ.) ঘন গুণ।

ঘমা (স. ধা.) ঘম বা ঘাম ওলা।

ঘণী (স. শ.) এবিধ কাঠিৰ বনা মাছ ধৰা যতন।

ঘনে / ঘনে-ঘনে / ঘনে পতি (ক্ৰি.বি.) বাৰম্বাৰ পুনঃ পুনঃ, অনেক বাৰ।

ঘন্‌ভুৰী (স. শ.) এবিধ বগা-হালধীয়া আঁচ থকা এৰীয়া কাপোৰ।

ঘপৰাই (ক্ৰি.বি.) ততালিকে, বেগতে, হঠাৎ।

ঘপিয়া (স.ধা.) ঘৈয়া, লাহে ভুকিয়া।

ঘমা (স.ধা.) ঘামযুক্ত কৰ্, ঘাম উলিয়া।

ঘৰ্ (স. শ.) গৃহ, একে লগে থকা পৰিয়াল; খেল-খেদা চালত গুটি বুলোৱা, চাৰি-চুকিয়া ঘৰ ঠাই। ঘৰৰ মানুহ, ভাৰ্য্যা।

ঘৰচীয়া, (বি) পোহনীয়া।

ঘৰাকাতি (স. শ.) ঘৰামুঠি।

ঘৰা (স. শ.) মাটিৰ চৌকা, আখা।

ঘৰাঘৰি (ক্ৰি. বি.) আপোন-আপোন ঘৰলৈ। [পৰৰ।

ঘৰামুঠি (স. শ.) শাক বা লুটি খাই।

ঘৰিণী (স. শ.) গৃহিণী, ঘৈণী।

ঘৰিষণ্ / ঘৰিষণা (স. শ.) ঘৰ্ষণ, ঘঁহনি।

ঘৰী "ঘড়ী" চোৱা। [থকত হোৱা

ঘৰুৱা (বি) আপোনাৰ ঘৰৰ বা নিজ

ঘৰে-ঘৰে / ঘৰে-পতি (ক্ৰি.বি.) প্ৰতি ঘৰত; প্ৰতি ঘৰলৈ।

ঘৰেপৰে (ক্রি. বি.) আপোনাৰ ঘৰত আৰু আন ঠাইত ; নিজ দেশত আৰু বিদেশত। [আনৰ পৰিয়ালত

ঘৰে বাজে (ক্রি. বি) ঘৰৰ ভিতৰত আৰু বাহিৰত ; নিজৰ আৰু

ঘৰোৱাহ (স.শ.) একে লগে থকা সমুদায় পৰিয়াল।

ঘৰোৱাহী(বি) গৃহাশ্রমী, গৃহস্থী ; গৃহাশ্রম-সম্বন্ধীয়।

ঘৰ্গিৰী (স.শ.) ডাঙৰ মানুহৰ ঘৰৰ সকলো কাম-চলোৱা ঘাই ভৃত্য।

ঘৰ্গোনা (স.শ.) সদায় ঘৰত থকা, বিদেশলৈ নোযোৱা।

ঘৰ্ঘৰণি } ঘৰ্ঘৰণি } (স.শ.) ঘূৰা চক্রৰ শব্দ।

ঘৰ্ঘৰা } ঘৰ্ঘৰা } (অ.ধা.) ঘূৰা চকৰিৰ দৰে শব্দ কৰ্।

ঘৰ্ঘৰি } ঘৰ্ঘৰি } "ঘৰ্ঘৰণি" চোৱা।

ঘৰ্-চৰাই } ঘৰ্চিৰিকা } (স.শ.)ঘৰত বাহ-লোৱা এবিধ সৰু চৰাই।

ঘৰ্জোৱাঁই (স. শ.) আপোনাৰ ঘৰ এৰি শহুৰেকৰ ঘৰত বাস-লওঁতা, পতিয়া।  [ঘৰে পতি।

ঘৰ্নিৰন্তৰে (ক্রি. বি.) প্রতি ঘৰত,

ঘৰ্কলীয়া (স.শ.) ঘৰ-সাজি জীবিকা কৰোঁতা।

ঘৰ্বাস্ (স.শ.) গৃহবাস, পুত্র ভাৰ্য্যাৰে সৈতে ঘৰত নিবাস ; ভাৰ্য্যা আৰু স্বামীৰূপে কৰা বাস।

ঘৰভঙা (বি) কন্দল লগাই ভাৰ্য্যা-স্বামীৰ বিচ্ছেদ কৰা। (স্ত্রী) ঘৰ ভাঙনী।

ঘৰ্ম্ম (স. শ.) ঘাম, তাপৰ নিমিত্তে গাৰপৰা ওলোৱা ৰস্। [ঘৰ্মলৈ।

ঘৰ্মুৰি (ক্র. বি.) প্রতি ঘৰে, প্রতি-

ঘৰ্শালিকা "শালিকা" চোৱা।

ঘৰ্ষণ্ (স. শ.) ঘৰিষণ, ঘঁহনি।

ঘা (স.শ.) আঘাত বা অস্ত্র-আদিৰ দ্বাৰা ছাল-মঙহ গুচা ঠাই, ডাঙৰ ক্ষত।

ঘাই (বি) প্রধান, মুখ্য। (স.শ.) বন-ৰীয়া চৰাই ফান্দত পেলাবলৈ শিকোৱা চৰাই ; গাচি-খৰাহিৰ মাজত প্রথমে থোৱা ডাঙৰ কাঠী ; নবি-লৈ আনতকৈ আগেয়ে যি ঠাই পালে বা যি ৰবত ছুলে আৰিত জিকা যায় সি।

ঘাইকৈ ( ক্রি. বি. ) প্রধানৰূপে, বিশেষকৈ।

ঘাই-মূৰীয়া (বি) প্রধান, ঘাই, (মানুহ) (স.শ.) প্রধান মানুহ, যাৰ আজ্ঞা অনুসৰি আন লোক চলে।

ঘাইল্ (বি) ঘা-পোৱা, প্রহাৰৰ দ্বাৰা ছাল-মঙহ ছিগা। [লৰা,থোঁচ।

ঘাঁট্ (স.ধা.) মথ, মাৰি ঘূৰাই ৰৰকৈ

ঘাঁত্ ( স. শ. ) একেবাবেই বজোৱা তাল-খোল-আদিব শব্দ।

ঘাঁহ্ ( স.শ. ) কোমল তৃণ; জন্তুয়ে খোৱা বন-আদি। [থকা ঠাই।

ঘাঁহনি ( স. শ. ) বহুত্ ঘাঁহ বা তৃণ

ঘাঁহী } (স.শ.) জন্তুক ঘাঁহ-
ঘাঁহ-কটীয়া } যোগাওঁতা।

ঘাগব্ (স.শ.) অবীৰে গাঁথি লবাব বা তিৰোতাব কঁকালত পিন্ধোৱা সৰু জুমুকাৰ সমূহ।

ঘাগবি-পতীয়া (বি) একালে কাছবপবা সিকালে বাহৰ তলে ওলমা।

ঘাগি (স. শ.) যি বস্তুক আশ্রয় কবি আন বস্তু গোট খায়; আশ্রয়।

ঘাঘব্ "ঘাগব্" চোৱা। [টুট্।

ঘাট্ (স. শ.) নৈ বা পুখুৰিত সদায় গা-ধোৱা ঠাই; সদায় নাৱৰপবা বস্তু তোলা বা মানুহ নমা ঠাই। (অ.ধা.) পৰাস্ত হ, হাব্; কম হ,

ঘাটন্ (ক্ব. স.) পৰাস্তৰ বা পৰাজয় হওন। [ কম, ন্যূন।

ঘাটি (স.শ.) ক্রটি; দাই, অপব। (বি)

ঘাটৈ } (স.শ.) নাৱেৰে মানুহ
ঘাটোৱাল } পাৰ-কৰোঁতা।

ঘাতক } (স.শ.)বধ-কৰোঁতা নাশ-
ঘাতকী } কৰোঁতা (স্ত্রী) ঘাতিনী।

ঘাত্মাউৰা (স.শ.) অভিভাবক বহিত, কেও কিছু নোহোৱা। ১

ঘানাক্ ঘুমুক্ (বি) অনিশ্চিতৰূপে শুনা, অলপকৈ ওলোৱা, কণাকণি কবা। [রূপে, (শুনাত খাটে)।

ঘানাক্ ঘুমুক্ কৈ (ক্রি.বি.) অনিশ্চিত

ঘাম্ (স. শ.) তাপব নিমিত্তে ওলোৱা গাব বস; তাপ। (অ. ধা.) তাপব নিমিত্তে নোমব গুৰিয়ে পানী উলিয়া ঘাম বাহিব কব্, বা ঘামযুক্ত হ; যেনে গাটো ঘামিছে।

ঘামচি (স. শ.) ঘামব পৰা গাত হোৱা সৰু কোঁহা। [ কালি।

ঘাম-কালি (স. শ.) গ্রীষ্মকাল, অহ-

ঘাম-পাব্ (স. শ.) ঘামবপবা হোৱা এবিধ বহু।

ঘাৰ্ (স.শ.) গলধন, ডিঙিব পাচফাল

ঘাৰ্-মোচবা (স.শ) ডিঙি পকাই দুখ-দিয়া কার্য্য; যি ডিঙি মোচবে ডিঙি-পকাওঁতা। [অপমান কব্।

ঘাল্ (স. শ.) গালি পাব, গালিব ঘাবা

ঘিউ (স. শ.) পগোৱা মাখন; দুধব ভিতবত থকা তাব নিচিনা বস্তু।

ঘিটিবা (বি) কঁটীয়া, বাঢ়িব নোৱবা।

ঘিণ্ (স. শ.) ঘৃণা, চুবা যেন বোধ; আপোনাতকৈ অধম যেন বোধ।

ঘিণা (স.ধা.) অশুচি বা অধম যেন বোধ কব্, বেয়া পা।

ঘিণ্-লগা (বি) যাক চুলে বা যাব লগ

লগে আপুনি অশুচি বা নীচ হোৱা বোধ হয়, নীচ, অধম।

ঘিমক (স.শ.) তিওঁহ-জাতিৰ এবিধ বনৰীয়া লতা; তাৰ ফল।

ঘিলা (স.শ.) এবিধ লতা; তাৰ ঘূৰণীয়া গুটি; চক্র, চকৰি; আঁঠুৰ আগ-কালৰ ঘূৰণীয়া হাড়; চৰাইৰ আহাৰ জীর্ণ কৰা-যতন।

ঘিলা ভুৰীয়া(স.শ.)নৈৰ আন ঠাইতকৈ অলপ দ, সৰু ঠাই।

ঘিলা-সংযোগ (স. শ.) কোনো বস্তুক সহজে স্থানান্তৰিত কৰিবৰ কাৰণ চাৰিটা ঘিলাৰ বা চকৰিৰ যোগ।

ঘিলাহাঁহ্ (স.শ.) এবিধ সৰু বনৰীয়া হাঁহ।

ঘুঁকুটিয়া (স.ধা.) ভিতৰলৈ আঙুলি বা মাৰি সুমাই খোঁচ্, বা খোঁচ্; কথালৈ মন দিয়াবৰ কাৰণ অলপকৈ আঙুলিৰে ঠেলা মাৰ্। [হোৱা।

ঘুকুচা (বি) গা কোঁচ-খোৱা কুঁজা

ঘুকুচুঁমৈ (স. শ.) এবিধ লতা আৰু তাৰ ফল।

ঘুগুৰা (স. শ,) কোনো বস্তুত আৰি দিয়া, সৰু জুনুকা।

ঘুগুলা (স. শ.) শস্য বা তৃণ আদি পচি হোৱা চূর্ণ। (বি) ভাগি চূর্ণ হোৱা।

ঘুঘুৰ্(স. শ.) উদকাই।

ঘুঘুৰীয়া (বি) ঘুঘুৰে ধৰা।

ঘুট্ঘুটিয়া (বি) চুটি চাপৰ।

ঘুণ্ (স. শ.) কাঠ-বাঁহ-বিন্ধা এবিধ পোক; গাৰ কোনো অঙ্গৰ অভাৱ বা দোষ। [হোৱা।

ঘুণীয়া (বি) ঘুণে ধৰা; আঘাত আদিৰ দ্বাৰা হাড়-আদি ভগা বা অকর্মা।

ঘুণ্-গুড়ি(স.শ.) ঘুণ-পোকে কাঠ বাঁহ খাই কৰা ধূলি।

ঘুনুকৃঘানাক্ "ঘানাকৃঘুনুক্" চোৱা।

ঘুপৰাই }
ঘুপুহাই } (ক্রি.বি.) অকস্মাত, হঠাত; ঘুপুৰ শব্দ কৰি।

ঘুমটি(স.শ.) টোপনি;তৰৰপৰা আকও সাৰ পোৱালৈকে এভাগ নিদ্রা।

ঘুমুটি ঘূৰণ }
ঘুমটি ফুৰণ্ } (স.শ.) টোপনিত খোজ কাঢ়ি ফুৰা ৰোগ।

ঘুমনি (স. শ.) চিন্তাৰ দ্বাৰা বাহিৰৰ জ্ঞান নথকা হোৱা অৱস্থা, গভীৰ চিন্তা।

ঘুমা (অ.ধা.) চিন্তাত মগ্ন হ, চিন্তাৰ দ্বাৰা বিমর্ষ হ; শো, টোপনিত পৰ। ["ঘুমুৰীয়া" চোৱা।

ঘুমুৰ্ "ঘুঘুৰ্" চোৱা। ঘুমুৰীয়া,

ঘুৰ্ }
ঘূৰ্ } (অ. ধা.) পাক ল; লুটি খা; ওলট্।

ঘূৰণ্ }
ঘূৰণ্ } (স.শ.) পাক বা লুটি খোৱা কার্য্য। (বি) পোন নো-হোৱা, বেঁকা, (বাট)।

ঘূৰণীয়া } (বি) চক্ৰৰ নিচিনা,
ঘূৰণীয়া } গোলাকাৰ।

ঘুৰা } (স.ধা.) পাক খুৱা, ওলোটা,
ঘূৰা } লুটি খুৱা।

ঘুৰি (স. শ.) এবিধ ৰবকৈ কেৰ-মেলা মেখেলা, লহঙা।

ঘুৰি-পকি } (ক্রি.বি) অনেক বাৰ
ঘূৰি-পকি } ঘুৰি, ঘূৰি-ঘূৰি।

ঘুৰীয়া (স. শ.) মহ নিবাৰণ কৰিবলৈ আঠুৱাৰ দৰে অৰা কাপোৰ।

ঘুৰ্ঘুৰি } (স.শ.) সক চকৰি; ঘুৰাব
ঘুৰ্ঘুৰি } ঘুৰিবৰ নিমিত্তে তাৰ তলত দিয়া খোলনি থকা কাঠ বা বাঁহ।

ঘুৰ্ঘুৰী-যন্ত্ৰ } (স. শ.) কোনো গধুৰ
ঘূৰ্ঘূৰী-যতন্ } বস্তু দাঙিবৰ, নমাবৰ বা লৰাবৰ কাৰণ এটা চকৰিত এডাল লেজু লগাই কৰা যতন।

ঘূৰ্ঘুটিয়া (অ. ধা.) বাট নে পাই বা কোনো বস্তু বিচাৰি ঘুৰি ফুৰ্।

ঘুলা (স.শ.) ধুওলা, শস্য বা তৃণ-আদি ভাগি হোৱা ধূলি।

ঘুলি (স. শ.) মহ-আদিয়ে লেটি লোৱা বোকাপানীৰ খাল; তাৰৰ নৈৰ-পৰা বানৰ কালত আগ বাঢ়ি যোৱা,বতাহে নোপোৱা এডোখৰ ঠেক পানী।

ঘুহি (স.শ.) গাত লগা তাপ, গ্ৰীষ্ম।

ঘূঘুয়া (বি) ভাৰৰে ঢকা, কিন্তু তাপ যুক্ত, তাৰৰ ভেদি অলপকৈ ওলোৱা, (বাদ)।

ঘৃণা (স. শ.) ঘিণ, তুচ্ছ-বোধ। [নীচ।

ঘৃণিত্ (বি) ঘিণ-লগা, বেয়া; অধম,

ঘৃত্ (স. শ.) ঘিউ, পগোৱা মাখন।

ঘেঁও (স. শ.) ৰ্বতৰত সূতা কটাত এবাৰ হাত দাঙি টানোতে যিমান সূতা ওলায়। [খোঁচৰ।

ঘেঁকেটীয়া (বি) কৰিবলৈ টান,

ঘেঁচ্ (স. শ.) মণিৰ খন্দা।

ঘেঁতা (স. শ.) খাঁত। (অ. ধা.) বহুত লাভ কৰ্; বাঞ্ছিত ভাৰৰ কাৰ্য্য সিদ্ধ কৰ্; যেনে, এই বাৰ অমুকে ঘেঁতালে।

ঘেঁহনি (স. শ.) মৃত্যুৰ সময়ত কঁকে ধৰা ভিজিৰ পৰা হোৱা-শব্দ।

ঘেঁহা (অ.ধা) ঘেৰ্ঘেৰি টান্, কঁকে ধৰা ভিজিৰ দৰে শব্দ কৰ্; অনিশ্চিত ৰূপে ক, ঘেৰোগেৰো কৰ্।

ঘেঁহ } (স.শ.) আটা-কৰা শস্য।
ঘেঁহ-ধান্ }

ঘেকেচ্ (স.শ.) ইচ্ছা নকৰাকৈ লগোৱা অলপ দাই।

ঘেকেটা (বি) বেয়া, ঘিণ লগা।

ঘেকেটা-খোৱা, (বি) অনেকবাৰ অপ-মান পাই তালৈ ভয় নথকা-হোৱা, নিলাজ-হোৱা।

ঘেঙনি (স.শ.) কুকুৰৰ গোঁজৰণি।
ঘেঙা (অ. ধা.) কুকুৰৰ দৰে গোঁজৰ।
ঘেৰ্(স.শ.)চোলা বা মেখেলাৰ বেৰ।
ঘেৰ্ঘেৰণি (স.শ.) মৰিবৰ সময়ত কফে ধৰা ডিঙিৰ পৰা হোৱা শব্দ।
ঘেৰ্ঘেৰা (অ. ধা.) মৃত্যুৰ সময়ত কফে ধৰা ডিঙিৰ দৰে শব্দ কৰ্।
ঘেৰ্ঘেৰি "ঘেৰ্ঘৰণি" চোৱা।
ঘেৰ্ঘেৰীয়া (বি) কফযুক্ত, কফৰ দ্বাৰা গধুৰ হোৱা।
ঘেলা (অ.ধা.) বৰ লোকৰ দৰে আন-মেৰে ব্যৱহাৰ কৰ্,(বাহন-আদি)।
ঘেৰালি(স.শ.)এবিধ সুগন্ধি বগা ফুল।
ঘৈণী (স. শ.) ভাৰ্য্যা; গৰাকিয়নী।
ঘৈয়া (স. ধা.) ঘা লগা, কটা অস্ত্ৰেৰে কুবিয়া।
ঘোঁক্ (স.ধা.)অঙ্গুলি বা জোঙা বস্তুৰে কৰি বাহিৰলৈ আন্; খোক্।
ঘোঁকই (স. ধা) ঘূঁকুটিয়া, মাৰি-আদি সুমাই লৰা বা খোঁচ্। (স. শ.) পোনেই হাত দিয়েই বস্তু নো-পোৱা ঠাই; সহজে সোমাব নো-ৱৰা ঠাই। (বি) বুজিবলৈ টান।
ঘোঁকা (স. শ.) বহুত বস্তুপৰা খাপ মাৰি অনা এমুঠি।
ঘোঁকাঘোঁকে (ক্রি. বি.) খামোচা-খামোচে।
ঘোঁকাজালি (স. শ.) চল পাই অধিক কৈ নিয়া কাৰ্য্য। ঘোকাজালি বা চল পাই সৰহকৈ নি। [ঘৰা ঠেলা।
ঘোঁকোটা (স. শ.) মাৰি বা আঙুলিৰে
ঘোঁকোটা-জাল্ (স. শ.) দুডাল টনিত লগোৱা হাতেৰে আগলৈ ঠেলি বোৱা এবিধ জাল।
ঘোঁঘোঁৰনি (অ. ধা.) ঘোলৰ মাত; টোপনিত হোৱা নাকৰ শব্দ।
ঘোঁট্ (স. শ.) মাৰি ঘূৰাই পিহ্ বা মিহলা। [পাত্ৰ।
ঘোঁটনা (স. শ.) কোনো বস্তু ঘোঁটা
ঘেঁটনী (স. শ.) ঘেঁটা মাৰি, ঘেঁট-নাত পিহা মাৰি।
ঘেঁটা (স. শ.) ভাঙৰ পাত ঘেঁটনাত ঘুঁটি গাখীৰ চেনি মিহলাই কৰা এবিধ পি-খোৱা বস্তু।
ঘেঁাৰা (স. শ.) অশ্ব, মানুহ উঠা এবিধ চাৰি-ঠেঙীয়া জন্তু, (স্ত্রী) ঘুঁৰী; হিলৈৰ টুপি-ফুটোৱা বস্তুন।
ঘেঁাৰা-চোৰা (স. শ.) ঘেঁাৰা-ৰখীয়া, ঘেঁাৰাৰ কাম-কৰোঁতা।
ঘেঁাৰা-শলখা (স. শ.) গলত টাহ মাৰি ধৰা এবিধ গল ৰোগ।
ঘোৰানিম্ "নিম" চোৱা।
ঘেঁাৰা শাল্ (স. শ.) ঘেঁাৰা-বন্ধা ঘৰ।
ঘোকোচ "ঘেকেচ" চোৱা।
ঘোং (স. শ.) এবিধ হিংসক জন্তু।
ঘোগোলা (বি) ভগা, কটা, চূৰ্ণ হোৱা।

ঘোচাম্ (স. শ.) চোৰা গছৰ সূত।

ঘোচাম্-গাঁঠি (স.শ.) টান বান্ধ,যেলিব নোৱৰা গাঁঠি। [বৰ টান জৰী।

ঘোচাম্-জৰী (স.শ.) চোৰা-সূতৰ জৰী,

ঘোলা (বি) মলিন,বোকাযুক্ত,(পানী)।

ঘোলাল্ (স. ধা.) ঘাঁটি বোকাযুক্ত বা মলিনকৰ্। [ঘুলি ; চকুৰ গাঁত।

ঘোপ্ (স.শ.) সক, আন্ধাৰ ঠাই ; নৈৰ

ঘোপা(বি) দলৈ সোমোৱা,বৰকৈ বহা, (চকু) (স.শ.) গুহা,পৰ্ব্বতৰ গহ্বৰ।

ঘোপাকৈ (ক্রি. বি.) থকেৰে বা দেখা শক্তি বঢ়াবৰ কাৰণ পিৰাটি কোঁচাই। [চকু-বহা।

ঘোপা-চকুৱা (বি) দকৈ বহা-চকুযুক্ত,

ঘোপ্‌মৰা (বি) বৰ আন্ধাৰ।

ঘোৰ্ (বি) ভয়ানক, ভয়ঙ্কৰ, ভয় লগা; অতিশয় প্ৰবল। (স. শ.) মেচ, ডাঁজ। [প্ৰবল।

ঘোৰতৰ্ (বি) অধিক ভয়ানক বা

ঘোৰা (স. ধা.) ভিৰা, বেঁকাকৰ্, নিজ মত একৰাই আন মতলৈ আন।

ঘোৰ্ঘোৰণি (সং. শ.) টোপনিত নাকৰ-পৰা হোৱা শব্দ,যেহুৰীয়ে ভিভিৰ-পৰা কৰা শব্দ।

ঘোৰ্ঘোৰা (অ. ধা.) টোপনিত নাকেৰে শব্দ কৰ্, যেহুৰীৰ দৰে ভিভিৰ-পৰা শব্দ কৰ্।

ঘোল্ (স.ধা.) জুলীয়া বস্তু বৰকৈ লৰাই মলিন কৰ্, খচি বোকাযুক্ত কৰ্, বিচাৰি বিচাৰি বধ কৰ্। (স.শ.) বোকাৰ নিচিনা লদ্দন বস্তু, মাখন তোলা গাখীৰৰ পানী।

ঘোলনী (স. শ.) কুঁহিয়াৰৰ ওপত ৰস ঢালি খোৱা নাৱৰ নিচিনা কাঠৰ পাত্ৰ, জন্তুক আহাৰ-পানী-দিয়া কাঠৰ পাত্ৰ।

ঘোলা (বি) ঘোলা, বোকাযুক্ত, কুহম-গেলা, (কণী)।

ঘোলঘুলীয়া (বি) ঘোলৰ নিচিনা,পকি গলিয়ন হোৱা। [কৰ্, গা।

ঘোষ্ (স. ধা.) উচ্চ শব্দেৰে প্ৰকাশ

ঘোষণা (স. শ.) জাননী, সকলোৱে জানিবলৈ প্ৰকাশ কৰা কাকত।

ঘোষা (স. শ.) ওজাই লগাই দিয়াৰ পাচত আটাই বিলাক গাওঁতাই গোৱা পদ বা গীত।

ঘোঘোকৰে(ক্রি.বি.) সোঁতৰ দৰে বৈ, (তেজ ওলোৱাত খাটে)।

ঘোঘোৱা(অ.ধা.) বেগাই সোঁতৰ দৰে বৈ পৰ্। [ঘোষ।

ঘ্ৰাণ্ (স. শ.) গন্ধ, নাকৰ দ্বাৰা হোৱা

ঘ্ৰাণেন্দ্ৰিয় (স. শ.) গন্ধ-পোৱা অঙ্গ, নাক।

---

# চ

চ (স. শ.) এবিধ গছ।
চই (স.শ.) কোনো দেশৰ ৰজা সন্ধিৰে ১ আন দেশৰ ৰজাৰ কৰতলীয়া হৈ সন্ধিৰ নিৰূপিত কৰ দিব নোৱাৰি ৰজাৰ ওচৰলৈ পঠোৱা ভেঁটী-ভাৰ।
চঁক্ (স. শ.) অকস্মাত পোৱা ভয়, উচাপ, (অ.ধা.) অকস্মাৎ ভয় পা।
চঁচ্ (বি) নিমজ,মিহি,ওখোৰা-মোখোৰা নথকা, উকা। [কামী বিলাক।
চঁচালি(স.শ.) ৰবীৰে গুঁঠি লগলগোৱা
চঁড়্ (বি) অলপ-বুদ্ধি-ভ্ৰম হোৱা।
চঁড়াল্ (স. শ.) চাণ্ডাল, এটা নীচ জাতি; শঁঠীয়া বাহুৰ দঁতাল হাতী, (স্ত্ৰী) চঁড়ালনী, চঁড়ালী।১
চঁপা (স.শ.) এবিধ উগ্ৰগন্ধি ফুল, তাৰ গছ। [চোৱাঁ।
চৰ্ "চঁড়্" চোৱাঁ। চঁৱাল্, "চঁড়াল"
চঁহা (স.শ.) কোনো বস্তুৰ পৰা এৰাই পৰা পাতল খণ্ড।
চঁহিয়া (বি) অসমান ৰূপে এৰাই যোৱা ভাগ; বস্তুৰ ক্ষুদ্ৰাংশ।
চক্ "গাঁড়ু-চক্" চোৱাঁ।
চক্ (স. শ.) এক সিকি বা দহ সেৰ বুজোৱা অঙ্ক, যেনে, "।০"।
চকৰ্ (স. শ.) গাত থকা ঘূৰণীয়া চিন বা সাঁচ,যেনে কৈঁটী সাপৰ চকৰ।
চকৰা (স. শ.) মুগা পাট আদিৰ মহা পখিলা। (স্ত্ৰী) চকৰী।
চকৰি (স. শ.) সৰু চক্ৰ বা ঘিলা গাত থকা চকৰ।
চকৰি-কৈঁটী } (স.শ.) কৈঁটত চকৰি
চকৰ্-কৈঁটী } থকা এবিধ ডাইল সাপ।
চকৰী "চকৰা" চোৱাঁ।
চকল্ } (স. শ.) পাতল এডোখৰ,
চকলা } পাতলকৈ কটা এক খণ্ড।
চকলা (স.শ.) মহ-আদিয়ে কামোৰাত ছালত হোৱা চেপেটা উঠলা।
চকলা চকল্ (বি) অনেক পাতল খণ্ড-কৰা, অনেক চকলা বা ছালত হোৱা উঠলাযুক্ত।
চকলা-চকলে (ক্ৰি. বি.) এচকলাৰ পাচত আন এচকলা লৈ।
চকলা-টেঙা (স. শ.) এবিধ টেঙা ফল, তাৰ গছ।
চকলিয়া (স. ধা.) পাতলকৈ ডোখৰ ডোখৰ কৰ্, পতহিয়া।
চকলীয়া (বি) চাকলিৰ নিচিনা, পাতল আৰু ঘূৰণীয়া গঢ়ৰ।
চকা (স. শ.) গছমৰ গুটিৰ উঁৱাল, আলঠিৰ বাখৰ পতা ঠাই।
চকাছন্দা (স. শ.) অলপ প্ৰকাশ,অলপ দীপ্তি। (বি) অলপ গোহৰ।

চকাছন্দাকৈ } (ক্রি. বি.) অলপকৈ,
চকামকাকৈ } অস্পষ্টৰূপে, (দেখাত থাকে)।

চকামকা (স. শ.) খন্তেকতে মাৰ-যোৱা পোহৰ, চকাছন্দা, অস্পষ্ট দীপ্তি।

চকী (স. শ.) নগৰ-আদি-ৰাখোঁতাই পৰ দিয়া ঠাই; এবিধ চাৰিটা খুৰা আৰু পিঠি থকা আসন।

চকীয়াল্ (স.শ.) নগৰ ৰখীয়া, নগৰ বা ধনৰ ভঁৰাল-আদিত পৰ-দিওঁতা।

চকু (স.শ.) চক্ষু,দেখা ইন্দ্রিয়, যি অঙ্গৰ দ্বাৰা দেখা যায়; বাঁহ আদিৰ আখি; গাৰ বা খহৰ ভিতৰৰ সৰু গুটিৰ নিচিনা ভাগ। [ ৰোগ।

চকু-কোত্ (স.শ.) চকুৰ নোম-সৰোৱা

চকু-চৰহা } (বি) লোকৰ ভাল দেখিলে
চকু-পোৰা } বেজাৰ পোৱা।

চকুৰ্ কুটা (স.শ.) বৈৰী ভাবৰ লোক, ১ যি লোকক দেখিবলৈ মন নাযায়।

চকু ৰোৱা } (বি) দেখিবলৈ ভাল,
চকু লগা } শুৱনি [থকা।

চকুৱা (বি) আখীয়া,বহুত আখি বা চকু

চকুসিয়া বন্ (স. শ.) থাপ লগা এবিধ সৰু বন। ১

চকোৰ্ (স. শ.) এবিধ চৰাই, চাকৈ চকোৱা; (স্ত্রী) চকোৰী।

চকোৱা (স. শ.) টাটী, ৰাৰীৰ চাৰিও ফালে দিয়া বেৰা; চাকৈ চকোৱাৰ মতা, চক্ৰবাক।

চকোৱা-চাউল্ (স. শ.) বোকা-চাউল, কোমল চাউল, এবিধ জলপনীয়া চাউল। [ধান।

চকোৱা-ধান্ (স. শ.) সেই চাউলৰ

চক্চকীয়া ( বি ) উজ্জ্বল, জিলিকা; সোৱাদ, ৰসাল।

চক্‌ঢৰা (বি) ঘূৰণীয়া বহা চাৰি।

চক্মক্ (স. শ.) চকামকা, ওলায়েই মাৰ যোৱা পোহৰ।

চক্মকনি (স. শ.) জিলিকনি।

চক্মকা (অ. ধা.) পোহৰ হৈয়েই মাৰ যা; ভাগি ভাগি দীপ্তি কৰ্, জিলিক্, তৰ্ বৰা।

চক্মকি (স. শ.) চকামকা, ওলায়েই মাৰ যোৱা পোহৰ।

চক্মকীয়া (বি) ওলায়েই মাৰ যোৱা, জপি উঠিয়েই ন জ্বলা হোৱা; জিলিকা, তৰবৰীয়া।

চক্ৰ (স. শ.) ৰথৰ ঘিলা; এবিধ ঘূৰণীয়া কটা অস্ত্র; ঘূৰণীয়া বস্ত; দুৰ্টালি; ৰকনা। বিষ্ণুৰ অস্ত্র।

চক্ৰধৰ্ } (স. শ.) বিষ্ণু, কৃষ্ণ।
চক্ৰপাণি }

চক্ৰবৰ্ত্তী (স. শ.) ওপৰৰ্কি, বা ৰজাৰ ওপৰৰ ৰজা। [(স্ত্রী) চক্ৰবাকী।

চক্ৰবাক্ (স.শ.) চাকৈ-চকোৱাৰ মতা,

চক্রাকাৰ্ } (বি) ঘূৰণীয়া।
চক্রাকৃতি }

চগা (স. শ.) এক্কাৰ বাতি উৰি আহি জুইত পৰা এবিধ দুৰ্গন্ধ পোক।

চকনীয়া } (বি)বেগেতে ভগা, চনকা
চন্‌চনীয়া } (গছৰ ডালত পাটে)।

চঞ্চল(বি) অস্থিৰ,অশান্ত, মন-পাতল।

চঞ্জাপ্ (স.শ.) চোলা-আদিৰ দাঁতিৰ ভিতৰ ফালে সি দিয়া ঠেক-কাপোৰ।

চট্ (স. শ.) মৰাপাটেৰে কৰা এবিধ চৰীয়া কাপোৰ; তৰং পানীৰ তল দৈ থকা বালি।

চটা (উপশ.) দীঘল-সজীয়া চেপেটা বস্তু বুজাবলৈ সংজ্ঞা শব্দৰ পাচত ব্যৱহৃত শব্দ যেনে, পাট চটা। সৰু আৰু ভাল হেনে বস্তু বুজা-বলৈ "চটি" হয়। [আসন।

চটাই-চৰা (স. শ.) বাঁহৰ কাঠীৰ এবিধ

চটিয়া (বি) চেপেটা আৰু দীঘল।

চট্‌চটনি } (স. শ.) পাতল চেপেটা
চট্‌চটি } বস্তুৰ আঘাতৰ, বা জুইত খৰি ফুটাৰ শব্দ।

চট্‌চটা (অ. ধা.) পাতল চেপেটা বস্তুৰ আঘাতৰ, বা জুইত খৰি ফুটাৰ দৰে শব্দ কৰ্।

চট্-পোহৰ্(স.শ.) নিচেই বাতিপুৱাৰ পোহৰ; প্ৰত্যুষ-কাল।

চঠা-দিনা (স. শ.) আজিৰ আগৰ বা পাচৰ চতুৰ্থ দিন। (ক্রি. বি.) আজিৰ আগৰ চতুৰ্থ দিনত। যেনে, তেওঁ চঠা-দিনা আহিল।

চণ্ড (বি)বৰ খঙাল,অলপতে খং উঠা।

চণ্ডা } (স. শ.) দুৰ্গা, বৰ খঙালু
চণ্ডী } তিৰোতা।

চত্ (স.শ.) চৈত্র, বছৰৰ শেষ মাহ।

চত্‌মহীয়া (বি) চত-মাহৰ। (ক্রি.বি.) চত-মাহত।

চত্ (বি) অধীন, তলতীয়া।

চতৰ্ বতৰ্ (স. শ.) লৰচৰ, সঞ্চালন, অস্থিৰতা। (বি) অঠিক,অস্থিৰ; যেনে, চতৰ বতৰ কথা।

চ-তি (স.শ.) ঘৰৰ খুটাৰ কানত পথা-লিকৈ দিয়া কাঠ বা বাঁহ।

চতীয়না (স.শ.) এবিধ গছ।

চতুৰ্ (বি) বুধিয়ক, নিপুণ।

চতুৰতা } (গু.শ.) বুধিয়কৰ গুণ,
চতুৰালি } নিপুণতা।

চতুৰ্গুণ (স.শ.) চাৰি গুণ বা ভাগ।

চতুৰ্থ (সং)চাৰি সংখ্যা পূৰ কৰা; চাৰি টাৰ শেষ টো।

চতুৰ্থা (স.শ.) মৰাৰ পাচত চাৰি দিনৰ দিনা মৃতকৰ উদ্দেশে কৰা কাৰ্য্য।

চতুৰ্থী (স.শ.) অমাবস্যা বা পূৰ্ণিমাৰ পাচৰ চতুৰ্থ তিথি। [চৈধ্য

চতুৰ্দ্দশ্ (সং) চৈধ্য সংখ্যা পূৰ কৰা;

**চতুৰ্দ্দশী** (স.শ.) অমাবস্যা বা পূৰ্ণিমাৰ আগৰ দিন।

**চতুৰ্দ্দিশ্** (স.শ.) চাৰিও ফাল।

**চতুৰ্দ্দিশে** (ক্রি.বি) চাৰিও ফালে।

**চতুৰ্ব্বিংশতি** (সং) চাৰি-অধিক-কুৰি।

**চতুৰ্থ্** (বি) চাৰি হতীয়া, চাৰি খান হাত থকা।

**চতুষ্পাদ্**
**চতুষ্পাদী** } (বি) চাৰি-ঠেঙীয়া।

**চত্ৰতনি** (স. শ.) লৰচৰণি, অস্থিৰতা কচ্‌কচনি। [ থাক্।

**চত্ৰতা** (অ.ধা.) কচকচা, লৰচৰ কৰি

**চত্ৰতীয়া** (বি) অস্থিৰ,অশাঁত, যেনে, চতৰতীয়া লৰা; সঁচা মিছা নিশ্চয় নকৰাকৈ কোৱা, যেনে, চত-ৰতীয়া কথা।

**চন্** (স. শ.) খোৱা বা পিয়া বস্তু মুখলৈ তোলা পাত্র; জালৰ জৰী।

**চনকা** ( বি ) বেগতে ভগা, চকণীয়া, (ঠাল)।

**চন্দন্** (স.শ.) জাতি-কাঠ, বা বজাকাঠ পানী দি শিলত পিঁহি কৰা বোকাৰ নিচিনা এবিধ বস্তু।

**চন্দনা** (স.শ.) মদনা কাঁটৌ।

**চন্দন-কাঠ্** (স. শ.) পিঁহি চন্দন-কৰা কাঠ, তাৰ দুবিধ —এবিধ বগা, আন বিধ ৰঙা।

**চন্দলা** (বি)বাউ ভাগি মুকলি বা কেট-লেঙা হোৱা, (পাচি-আদি)।

**চন্দলাই** ( স. শ. ) বাউ ভাগি মুকলি হোৱা খৰাহি বা পাচি।

**চন্দলিয়া** (স.শ.) ভাঙি ভিতৰৰ ফাল বাজ কৰ। [সক মাছ।

**চন্দা** ( স.শ. ) এবিধ অলপ দুৰণীয়া,

**চন্দিয়া** (স.ধা.) নেউঠিবৰ কাৰণ গুটিৰ-পৰা আঁহ টানি দীঘল কৰ (কপাহ)।

**চন্দুক্** (স শ.) পেড়া।

**চন্দুৱা** (বি) লাজত পৰা, বেয়া কাৰ্য্যত ধৰা পৰি লাজ-পোৱা। [লাজ।

**চন্দুৱালি** (গু.শ.) চন্দুৱা গুণ বা অৱস্থা, বেয়া কাৰ্য্যত ধৰা পৰি পোৱা

**চন্দোৱাৰ্**(স.শ.)চন্দ্ৰতাপ; মানুহ বহা ঠাইত ছাঁ দিবৰ কাৰণ ওপৰত তৰা কাপোৰ।

**চন্দ্ৰ** (স.শ.) জোন।

**চন্দ্ৰতাপ্** ( স. শ. ) ডাঙৰ লোক বহা বা দেৱতাৰ মূৰ্ত্তি-থোৱা ঘৰৰ ভিতৰফালে ওপৰত তৰা কাপোৰ, দেৱতাৰ ঘৰৰ ওপৰত তৰা কাপোৰ।

**চন্দ্ৰবিন্দু** ( স. শ. ) অৰ্দ্ধ চন্দ্ৰাকৃতি অনু-নাসিক চিহ্ন, যেনে—ঁ ৺

**চন্দ্ৰমণ্ডল্** ( স. শ. ) চন্দ্ৰৰ ঘূৰণীয়া আকাৰ; চন্দ্ৰলোক।

চন্দ্ৰমল্লিকা (স. শ.) এবিধ গধ্লি ফুলা বগা ফুল; তাৰ গছ।

চন্দ্ৰলোক্ (স. শ.) চন্দ্ৰৰ ঠাই। [শিত।

চন্দ্ৰাবলী (বি) জোনৰ যাৰা প্ৰকা-

চন্মুৰ্ (স. শ.) খঙেৰে নিন্দক বা আনক দোষ দি কৰা বেজাৰ।

চপনীয়া(বি)কোনো সম্বন্ধ নথকা মানুহৰ ঘৰত পেট পুহি থকা; বাটলুতিৰোভাব ঘৰত বাস কৰা। (স.শ.) লোকৰ ঘৰত পেট পুহি থকা মুনিহ,বিয়া-নকৰা তিৰোতাৰ স্বামী হৈ তাইৰ ঘৰত বাস-কৰা মতা; (স্ত্ৰী (বি. স. শ.) চাপনী।

চপয়্ (স.শ.) এবিধ চাৰি-ফকীয়া ছন্দ, সেই ছন্দেৰে কৰা পদ।

চপৰা (স. শ.) পৃথিবীৰ পৰা কাটি বেলেগোৱা এডোখৰ মাটি; ঘূৰণীয়া চেপেটা খণ্ড বা ডোখৰ।

চপৰাচপৰ্ (বি) অনেক চপৰা-কৰা।

চপৰাচপৰে (ক্রি.বি.) এচপৰাৰ পাচত আন এচপৰা লৈ। [থকা ঠাই।

চপৰাশি (স.শ.) দলিয়নি, বহুত চপৰা

চপৰিয়া (স.ধা.)হাতৰ তলুৱাৰে আঘাত কৰ্। (অ. ধা.) চাপৰি বজা।

চপৰীয়া (বি) চপৰাৰ নিচিনা।

চপা (স.ধা.) গোটা, একে লগ কৰ্; সঙ্কোচিত কৰ্, কোঁচা; ওচৰলৈ মান্, নৈৰ দাঁতিলৈ আন্,(নাও)

চপ্‌চপনি (স.শ.) পিওঁতে বা খাওঁতে ওঁঠৰপৰা হোৱা শব্দ।

চপ্‌চপা (অ. ধা.) পিওঁতে বা খাওঁতে ওঁঠেৰে শব্দ কৰ্।

চপ্‌চপীয়া (বি) মুখলৈকে পূৰ। [কৰি।

চপ্‌চপীয়াকৈ (ক্রি.বি.) মুখলৈকে পূৰ

চপ্‌চপ্ কৰে (ক্রি. বি.) খাওঁতে বা পিওঁতে ওঁঠেৰে শব্দ কৰি।

চফল্ (বি যুবা, ডেকা কালৰ তেজ শক্তিৰে পূৰ। [যোগ।

চবকা স. শ.) গৰু-মহৰ খুৰা ফটা

চবিয়া (অ. ধা.) (স.ধা.) নাও চলাবলৈ বঠাৰে পানীত আঘাত কৰ্; কোৰেৰে চাব মাৰ্ বা মাটি খান্; বাঘৰ দৰে হাঁতোৰাৰে আঘাত কৰ্, পল বা, ঢেঁকী দি।

চমক্ (স. শ.) ওলায়েই মাৰ যোৱা পোহৰ, চকমক; উচাপ, চক্, অকস্মাৎ পোৱা ভয়। (অ. ধা.) উচাপ খা, অকস্মাৎ ভয় পা।

চমকা (স.শ.) হাতৰ পাঁচোটা আঙুলি মেলি কৰা জোখ; পাঁচোটা আঙুলি মেলা হাতে যিমান ধৰে সিমান বস্তু।

চমকাচমকে (ক্রি. বি.) এচমকাৰ পাচত আন এচমকা লৈ।

চমটা (স. শ.) দোষীক দণ্ড কৰা নাল-লগোৱা এচটা ছাল।

চমটিয়া (স.ধা.) চমটাৰে কোৰা।

চমৎকাৰ্ (স. শ.) বিস্ময়, আশ্চৰ্য্য। (বি) আচৰিত, বিস্মিত; বিস্ময়-লগোৱা।

চমাৰ্ (স. শ.) চুণৰ ব্যৱসায়-কৰা মানুহ; (স্ত্ৰী) চমাৰণী।

চমু (বি) ওচৰ, দূৰ নোহোৱা। (স.শ.) ওচৰ ঠাই।

চমুৱাচমি. (বি) ওচৰাউচৰি।

চম্‌চমনি (স. শ.) পিত্তৰপৰা হোৱা বুকুৰ পোৰণি।

চম্‌চমা (অ.ধা.) পিত্তৰপৰা পোৰণিৰ নিচিনা বেদনা বোধ কৰ্, (বুকুত খাটে), যেনে, বুকুৰে চম-চমাইছে।

চম্পা (স. শ.) চঁপা-ফুল।

চম্বুক (স. শ) লো-আকৰ্ষণ কৰা এবিধ শিলৰ নিচিনা বস্তু।

চম্ভাল্ ( স. ধা. ) অধীনত ৰাখি কাম কৰা, ইচ্ছামতে চলা, বশ কৰ্; সম্পন্ন কৰ্, সমাধা কৰ্।

চয়্ (স. শ.) আশঙ্কা; ঘাইকৈ স্বামীয়ে ভাৰ্য্যাৰ বা ভাৰ্য্যাই স্বামীৰ সতীত্ব-ভাৱৰ ওপৰত কৰা সন্দেহ।

চৰ্ (স. শ.) শুকান দূত, চৰিয়া; গালত মৰা চাপৰ। (অ.ধা.) বৃদ্ধি পা, বাঢ় (নৰিয়া-আদি); চৰাই পহুৱে দবে আহাৰ কৰ্; আনত্‌কৈ আগ বাঢ়্ বা শ্ৰেষ্ঠ হ। চৰ্-পৰ্, কল পকাৰ পাচত মৰ্। (কল-গছত খাটে)। চৰ্ মাৰ্, গালত চাপৰ মাৰ।

চৰগ্ (স. শ.) আকাশ; বজ্ৰ। ১

চৰগ্-শিল্ (স.শ.) বিজুলীত পৰা শিল, ১ বজ্ৰপাতৰ শিল। [বা চঁছাগি।

চৰঠ্ (স. শ.) হোলোং নাৱৰ আগত আৰু গুৰিত নাৱৰীয়া বহা পাট

চৰণ্ (স. শ.) ভৰি, সৰু গাঁঠিৰ তলৰ চেপেটা ভাগ; শ্লোকৰ একাকি বা সমান এভাগ।

চৰণীয়া (বি) গৰু-আদি চৰা, (ঠাইত খাটে); চৰি ফুৰা।

চৰম্ ( অ. ধা. ) বসন্ত বা ঘুটিৰ দৰে শুকাই চোকোৰা পৰ্।

চৰহ্ (স.শ.) চুপিথা, চোহ্।

চৰহা (ক্ৰদ.শ.) চুপি খোৱা বা শুকাই কামোৰ মাৰি ধৰা কাৰ্য্য।

চৰহা (স. শ.) এবিধ বোৱাৰ পোক, (বি) চোহা দ্ৰব্য।

চৰা (বি) ওখ, বঢ়া, আনত্‌কৈ আগ বঢ়া বা শ্ৰেষ্ঠ হোৱা। (স. ধা.) চৰ মাৰ্, গালত চাপৰ মাৰ্; জন্তুক বাহিৰলৈ নি আহাৰ কৰা, ঘাঁহ খুৱা; গলোৱা ধাতুৰে আবৃত কৰ্, ধাতুৰ পানী লগা, যেনে, ৰূপ চৰাইছে।

চৰা (স. শ.) ৰাহিৰৰ ৰহা ঘৰ।

চৰাই (স. শ.) পক্ষী, পাখিৰে উৰি ফুৰা, কণীৰপৰা পোৱালি জগোৱা জন্তুবিলাকৰ সাধাৰণ নাম।

চৰাই-মৰীয়া (স. শ.) ৰনৰীয়া চৰাই-ধৰোঁতা। (বি) চৰাই-ধৰা, চৰাই মৰা। [আদি-চোৰা দূত।

চৰাং-চোৰা (স.শ.) লুকাই শত্রুৰ সৈন্য-চৰা-খবৰ "চৰা" চোৰা।

চৰাচৰ্ (বি) নৰি-চৰি ফুৰা আৰু একে ঠাইতে স্থিৰ হৈ থকা, সকলো, গোটেই (জগতত থাটে), কণালৰ এঠাত্তিৰপৰা আন ঠাতিলৈ জোৰা বহল, (কৌট-বেঘাত থাটে)।

চ-বি (স.শ.) নাও-চলোৱা দীঘল বাঁহ।

চৰিত্র (স. শ. আচৰণ, স্বভাৱ; কোনো লোকৰ জীৱনৰ বৃত্তান্ত।

চৰিয়া (স. শ.) চোৰৰ বা পলোৱা দোষীৰ নাইবা চোৰে নিয়া বস্তুৰ গোপনে বুজ লবলৈ নিযুক্ত মানুহ, বিপুৱা,মুখ খোৱা পাত্র। [থালী।

চৰু (স. শ.) মাটিৰ বৰা পাত্র, সৰু

চৰ্‌খৰীয়া } (স. শ.) নৈৰ যি ভাগৰ
চৰ্খৰীয়া } তলৰ মাটি ওখ-চাপৰ আৰু সোঁত প্রবল, খামখুমীয়া।

চৰ্চ্চ্ (স.ধা.) আগত নথকা মানুহৰ অহিতে ক।

চৰ্‌চৰণি } (স.শ.) তপত তেলত
চৰ্চ্চৰণি } পানী পৰোঁতে বা কোনো বস্তু টোচৰাই নিওঁতে হোৱা শব্দ; বেগাই গিলোঁতে নিশ্বাসৰ নলীয়ে দি কোনো বস্তু সোমাই হোৱা কষ্ট, হুঁই।

চৰ্‌চৰা } (অ.ধা.) পানী পৰা তপত
চৰ্চ্চৰা } তেলৰ বা টোচৰাই নিয়া বস্তুৰ দৰে শব্দ কৰ্।

চৰ্‌চৰীয়া } (বি) অসমর্থ শুকোৱা,
চৰ্চ্চৰীয়া } নিৰস পৰা।

চৰ্চ্চা (স.শ.) আলোচনা, অভ্যাস।

চৰ্ব্বি (স.শ.) জন্তুৰ তেল।

চৰ্ম্ম (স.শ.) ছাল, জন্তুৰ গাৰ বাতা-ৰিক ঢাকনী।

চল্ (অ. ধা.) গতি কৰ্; সম্পন্ন হ, কৰা হ; যেনে, কাম চলিল; ব্যৱহৃত হ; যেনে, ৰজাৰ ৰূপ এতিয়া ন চলে, পৰলোকলৈ যা, (ভকতীয়া মাত); যেনে, আটৈ চলিল; আচৰণ কৰ্; যেনে, সি মোৰ কথাৰ দৰে নচলে।

চলং (স.শ.) কাছৰ পিঠিৰ আৰু বুকুৰ হাড়, তাৰ গাৰ দাতিৰ কোমল ভাগ। [(বেয়া-ভাৱত)।

চলকুজলক (বি) চকল,অস্থিৰ, অশান্ত,

চলফুৰো (বি) চলনৰ দৰে মাজ-ওখ দুয়ো দাতিলৈ ক্রমে চাপৰ।

চলন্ (স.শ.) গতি, আচৰণ; ব্যৱহাৰ।

চলতা (স. শ.) নৰাৰ নোহোৱা গোসাঁ-

ইব প্ৰতিনিধি-স্বৰূপে কোনো ঠাইলৈ নিয়া বা দেখোৱা মূৰ্ত্তি।

চলা (স. ধা.) গতি কৰা, লৰা, যেনে, মাউতে হাতী চলায়; ব্যৱহাৰ কৰা, চলিত কৰ্; যেনে শঙ্কৰে বৈষ্ণৱ ধৰ্ম্ম চলালে; সম্পন্ন কৰ্; কাৰ্য্য কৰ্; যেনে, মই তাৰ কাম্ চলাম। (উপ. শ.) চটা, যেনে, পাট চলা। সৰু বা ভাল চলা বৃন্দাবনৈ "চলি" হয়; খৰি চলি।

চলাচল (স.শ.) অহা-যোৱা, গমনাগমন, খোৱা-লোৱা, আহাৰ-ব্যৱহাৰ।

চলি (স.শ.) চাঁচোতে এৰোৱা কাঠৰ সৰু পাতল খণ্ড।

চলিত্ (কৃদ বি) ব্যৱহৃত, চলি থকা।

চলিহা (স. শ) বয়স অধিক হোৱাত দেখা শক্তিৰ হ্ৰাস (বি) পানী-মৰা, পুৰঠ, পকিব লগীয়া হোৱা (তামোল)। [খৰাপানী।

চলু (স. শ.) হাতৰ তালুৰ ঠোলাত

চল্কচো (বি) চঞ্চল, অস্থিৰ অশান্ত, (বেয়া ভাৱত)। [লোৱা।

চল্কৰ (স.শ.) অহা-যোৱা, খোৱা-

চল্চলা (অ. ধা) মাছৰ দৰে পানীত চটচটাই ফুৰ্। [বগা।

চল্চলীয়া (বি) পানীৰে পূৰ, পানীৰে দ-বাম সমান হোৱা; ৰূপৰ দৰে

চল্তি (বি) চলতি, ব্যৱহৃত, চলি থকা (স. শ.) চলন, ব্যৱহাৰ, যেনে, ইয়াত কড়িৰ চলতি নাই।

চল্লিশ্ (চ.) (সং) দুকুৰি।

চলোপাতি (স.শ.) নিৰ্ব্বোধালি, (বি) চলোপানি, অশান্ত, নিলাজ, নিৰ্ব্বোধ। ১

চৱাল্ (স.শ.) বালক, লৰা। ১

চহ্ (স. ধা.) চাহ কৰ্, খেতিৰ কাৰণে মাটি যুগুত কৰ্; খেতি কৰ্। (স.শ.) কোনো কাৰ্য্যত মাথি কৰিবৰ কাৰণে দিয়া মিছা আশা, উল্মুলনি।

চহকী (বি) ধন-ধান থকা, লাগতিয়াল বস্তুৰ আটকত নপৰা। [বসতি।

চহৰ্ (স.শ.) গাওঁ, নগৰত বাজে আন

চহৰীয়া (বি) চহৰত থকা, গাৱঁলীয়া; চহা। [চাপৰ নোহোৱা।

চহল্ (বি) ফুৰিবলৈ সুগম, সমান, ওখ

চহলা, চহলা-মহলা } (স. শ.) বক্না, কাঁকি, ছল।

চহা (বি) হাল-কোৰ বাই খোৱা; ভাল মানুহৰ ৰীতি আৰু শিখিব-পঢ়িব নজনা। (স.শ.) মূৰ্খ আৰু হালকোৰ বাই খোৱা মানুহ। (স্ত্ৰী) চাহিনী। (স. ধা.) আনৰ বাবা চাহ কৰা (মাটি)।

চহী (স. শ.) আপুনি লেখা নিজ-নাম, (বি) কাৰ্য্যদক্ষ; সলি-মাটি।

জেজা (অ. ধা.) জেজেবে বন্ধ বা বন্ধ কৰ, ( বাটত খাটে ); জেজেবে ঢাক বা বেৰ। (স. শ.) অন-পীয়া দোষ বা অগৰ ; লেঠা।

জেজেৰা (স.শ.) গেজেৰা, জোকোৰা।

জেজেৰীয়া ( বি ) অগৰীয়া, দোষযুক্ত, লেঠা থকা।

জেটুকা (স. শ) পাত বাটি দি হাতৰ তলুৱা-আদি ৰঙা কৰা এবিধ গছ।

জেটুলিপকা (স.শ.) পকিলে ৰঙা আৰু টেঙেচীয়া সোৱাদহোৱা গুটি ধৰা এবিধ কাঁইটিয়া গছ ; তাৰ গুটি।

জেঠ (স. শ.) জ্যৈষ্ঠ, বছৰৰ দ্বিতীয় মাহ। [ পিতা।

জেঠা (স. শ.) পিতৃৰ ককায়েক, বৰ

জেঠা মাৰি (স.শ) হাতীৰ কপালত খোঁচা অস্ত্ৰ।

জেঠাই ( স. শ. ) বোপাই বা আইৰ বায়েক। [ ককায়েক।

জেঠান্ ( স. শ. ) জেঠোত, স্বামীৰ।

জেঠী (স. শ. ) ঘৰত থকা এবিধ গুঁই-জাতিৰ ক্ষুদ্ৰ জন্তু। [ ষোৰা।

জেঠি-নেগুৰীয়া (বি) ক্ৰমে গুৰিলৈ সৰু বা পাচলৈ নিকৃষ্ট বা হীন হৈ

জেঠুৱা (বি জেঠৰ, জেঠত হোৱা।

জেঠেৰি (স. শ.) ভাৰ্য্যাৰ ককায়েক।

জেঠোত্ (স.শ.) জেঠান।

জেঠপা (স.শ.) জেঠাইৰ স্বামী।

জেঠ্-ৰুৱীয়া (বি) জেঠ-মাহৰ। (ক্রি.বি.) জেঠ মাহত।

জেঙেক (স. শ.) এবিধ টেঙাজাতিৰ ফল। [ধৰা।

জেপেটিয়া (বি) আঠাৰ নিচিনা, লাগি

জেৰা ( স. শ. ) বুঢ়া আঙুলি, তৰ্জনী আৰু মাজৰ আঙুলিৰে যিমান ধৰা যায় সিমান, (লোপত:খাটে)।

জেৰীয়া (বি) জেৰ খাই ধৰা, পাক লগা ; পোন পটিৰ নোহোৱা, বেঁকা ভাবৰ ( কথা )। (স. শ.) সূতাত লগা পাক।

জেৰেঙা (স.শ.)আসাম বজাৰ বিচাৰত ৰধাই মাহুহ কাটিবৰ ঠাই। ১

জেৰেপা (বি) সহজে নকটা, কাদিবলৈ টান, ( কাঠ )।

জেৰোৱা (স.শ.) ঢাপৰ বেৰা, জেওৰা।

জেলাইলাই (বি) জালৰ দৰে পাতল, ( কাপোৰ, মৌখিক )।

জেলাম্ } (স. শ.) পকিবৰ সময়ত
জেলেম্ } পলুৱে ত্যাগ-কৰা পনিয়া মল।

জেলুক্ (স.শ.) এবিধ কুমজেলেকুৰাৰ নিচিনা, কিন্তু শামুৰ দৰে এটা বাহ থকা, শামুক জাতিৰ কীট।

জেলুকিয়া (বি) জেকনি লাগি পিছল। ( স. শ. ) জেকনি।

জেলেপ্ (স.শ) বিচনীৰ মুখত বেঁত-সূতেৰে গুঁঠি লগোৱা চেলা-কৰী।

জেলেপি (স. শ.) কেৰিয়োৰ পিঠা।

জেলজেলীয়া (বি) জালৰ দৰে পাতল।

জেসাহ (স শ) ভাৰ্য্যাৰ বায়েক।

জোং (স শ.) আগ জোলা বাঁহ বা আন বস্তু ; জোলা আগ।

জোঁট্ (স.ধা) লগলগাই বান্ধ, সাজোৰ। (স. শ.) অনেক বস্তু লগলগাই দিয়া বান্ধ। [লগাই বান্ধন।

জোটন্ (কৃদ. স.) জোঁটা কাৰ্য্য, লগ-

জোঁটনী (স. শ) দুই বা অধিক বস্তু লগলগাই বন্ধা ৰবী।

জোঁটা (স.ধা.) এটা আখৰ আন এটাৰে লগলগাই মাত ; লগলগা, একে-লগ কৰ্। (স. শ.) একেভাল ৰবীৰে খোপা কৰি বন্ধা বস্তু-বিলাক, থোকা।

জোঁটাপোটা } (স.শ,) টনাটনি
জোঁটাপুটি } আঁজোৰা-আঁজুৰি।

জোঁটাশলীয়া (বি) কোনো কাৰ্য্য কৰিবলৈ লগলগা।

জোঁটাশালী (স. শ.) কোনো কাৰ্য্যৰ নিমিত্তে অনেকে বন্ধা লগ।

জোঁটপোট্ (স.শ.) ৰবকৈ লগা পাক।

জোঁট্-লগা (বি) পাক লগা, মেৰ খাই'ধৰা

জোঁথা (স. শ.) এৰীয়া বা মুগা সূতাৰ চৰীয়া ভাগ।

জোঁৰ্ (স. শ.) পোহৰ দিবলৈ জুই-লগোৱা. খৰিৰ আটি ; ধেনুৰ গুণ বা ৰবী ; তুলাধুনা ধেনু।

জোঁৰাই "জোঁৱাই" চোৱা।

জোঁৰাহি (স. শ.) হীৰা মুকুতা-আদি বহু মূলীয়া বস্তুৰ বা অলঙ্কাৰৰ সমূহ ; কাঁহী-বাটি-আদি পাত্ৰৰ সমূহ [চেলাপেটী জোক।

জোক্ (স.শ) এবিধ তেজ-পিয়া পোক, তাৰ দুজাতি চেনিজোক আৰু

জোকা (স. ধা.) আমনি কৰ্, খং তোল্। (কৃদ.স.) জোকাওতা (স্ত্রী) জোকাঁতী।

জোকা জুকি (স. শ.) এজনে আন জনক জোকোৱা কাৰ্য্য।

জোকাৰ্ } (স. ধা.) ৰবকৈ লৰা।
ঝোকাৰ্ } (স.শ.) সঞ্চালন, লৰোৱা।

জোকাৰণি } (স.শ.) লৰোৱা কাৰ্য্য,
ঝোকাৰণি } জোকাৰ।

জোকোৱা (স.শ.) পেজেৰা, তেকাহি।

জোখ্ (স. ধা.) দীঘ পুতলৰ বা গধুৰৰ পৰিমাণ কৰ্। (স. শ.) দীঘ-পুতলৰ বা গধুৰৰ পৰিমাণ ; কোনো বস্তুৰ দীঘ-পুতলৰ পৰিমাণ কৰা যাঁৰি।

জোখা (স. শ.) গুণ, ভাগ, পৰিমাণ।

জোখাই (অব্য) জোখ অনুসৰি, পৰিমাণে, সমানে। [থকা।

জোজা (বি) কাঁটৰ দৰে চোকা আগ

জোলান্ (স. ধা.) জোলা কৰ্, আগ-চোকা কৰ্।

যোটন্-ভূক্তি (স.শ.) দৰা-কন্যাৰ ৰাশিৰ মিল। [আবৰণ; পইজাৰ।
যোতা ( স. শ. ) ছালেৰে সজা তৰিৰ
যোন্ (স.শ.) চন্দ্ৰ, ৰাতি পোহৰ-দিয়া এটা দীপ্তিমন্ত পদাৰ্থ।
জোন্ দি, বুঢ়ি'কোৰৰ মূখত বেঁকাকৈ লো লগাই বাত।
যোনাক্ (স.শ.) যোনৰ পোহৰ। (বি) যোনৰ পোহৰেৰে প্ৰকাশিত।
জোনাকী } ( স. শ. ) জুই
জোনাকী-পৰুৱা } আদৰনি, ৰাতি জ্বলা এবিধ পোক।
জোনালী (বি) যোনৰ বা আন পোহৰেৰে ৰবকৈ প্ৰকাশিত।
যোন্-বিৰি (স.শ.) অৰ্দ্ধ-চন্দ্ৰৰ নিচিনা এবিধ মাদলি।
যোপ্ (স.ধা.) যোপা-আদিৰ আঁৰত থাপ লা; মূৰ দোৱাঁই ডালকৈ চা।
যোপা (স. শ) যোপোহা, চাপৰ গছ বা তৃণবিলাক। (উপ. শ) এডাল গছ, যেনে, গছ-যোপা। ডাল বা সৰু গছ বুজাবলৈ "জুপি" হয়, যেনে, ফুল জুপি।
যোপোহা (বি) যোপাৰ নিচিনা,ডাল-পাতেৰে পূৰ।
যোবোৱা (স. শ.) বুৰ, গোটেইটো গা পানীত বুৰোৱা কাৰ্য্য।
যোৰ্ (স.ধা.) ঝাঁট,বাক বিমান লাগে সিমান হ; ব্যাপ; যেনত কাঁড় স্থাপিত কৰ্; হাবি কাট; খৰাহি আদি আৰম্ভ কৰ্। (স. শ.) দুই বা অধিকতৰ ভিতৰত সকলো বিষয়ৰ সমতা বা মিল; যেনে, দৰা কন্যাৰ যোৰ হৈছে।
যোৰণ্ (স. শ.) বিয়াৰ আৰম্ভৰ দিনা দৰাই কন্যালৈ পঠোৱা অলঙ্কাৰ-আদি।
যোৰা (স. ধা.) দুটা বস্তু একে লগে মিলা। ( স. শ. ) দুটা বস্তুৰ মিল, দুটা বস্তু মিলা ঠাই; দৰা কন্যাৰ ৰাশিৰ মিল। (কৃদ. স.) যোৰা-ওঁতা, (স্ত্ৰী) যোৰাঁতী।
যোৰাই-যোখাই ( ক্ৰি. বি. ) সমানে সমানে; যেনে উচিত তেনেৰূপে।
যোৰাকৈ (ক্ৰি.বি.)ঝাঁটাকৈ, প্ৰচুৰৰূপে।
যোৰে যোৰে ক্ৰি.বি.)সমানে-সমানে।
যোৰ-তামোল্ ( স. শ. ) মটিত পুতি গোঁৱোৱা তামোল, বুঢ়া-তামোল।
যোল্ } (স. শ.) দ্ৰব দ্ৰব্য, পানীৰ
ঝোল্ } নিচিনা বস্তু; আঞ্জাৰ ৰস
যোলা (স. শ.) কণাহৰ ফুটা।
যোলোকা (স. শ.) একে বাৰেই বাজ হোৱা পনীয়া মল; অনেকে একে বাৰেই উচ্চাৰণ কৰা আশীৰ্ব্বাদ বা জয়ধ্বনি।

জোলোঙা (স. শ.) ভাৰৰ যোনা, বস্ত ভৰি নিয়া কাপোৰ-আদিৰ যতন।

জোৱা ( স. ধা. ) গুটি পচা, গুটি বো।

জোঁৱাই (স.শ.) জামাতা, জীৰ স্বামী।

জৌ-জৌৱা ( বি ) শুকাই গোট গোট হোৱা, জৰ্জ্জৰীয়া। [ গৈছে।

জ্ঞাত্ (বি) জনা, বুজ-পোৱা,যাক জনা

জ্ঞাতি ( স. শ. ) দূৰ সম্বন্ধীয়া বংশৰ মানুহ, কুটুম।

জ্ঞান্ (স.শ.) বোধ, জনা-গুণ ; চেতন।

জ্ঞানৱন্ত } (বি) জ্ঞানী, জ্ঞান থকা।
জ্ঞানৱান্ } (স্ত্রী) জ্ঞানৱতী।

জ্ঞানহীন্ } ( বি ) একো নজনা,
জ্ঞান্‌হীন্ } অজ্ঞানী ; মানুহৰ নিচিনা জ্ঞান নথকা

জ্ঞানী(বি) জ্ঞানৱন্ত, জনা-শুনা, বিদ্বান। (স.শ.) জনা বা বোধ থকা পুৰুষ ; (স্ত্রী) জ্ঞানিনী।

জ্যেষ্ঠ ( বি ) বয়সে ডাঙৰ, আগেয়ে উপজা ; (স্ত্রী) জ্যেষ্ঠা। ( স. শ. ) ককাই।

জ্যেষ্ঠা (স. শ.) অঠৰ সংখ্যাৰ নক্ষত্র।

জ্যেষ্ঠানুক্রমে ( ক্রি. বি. ) ডাঙৰৰ আগেয়ে ককায়েকে পাবৰ বিধি অনুসৰি।

জ্যেষ্ঠ (স. শ.) জেঠ-মাহ।

জ্যোতি (স. শ.) দীপ্তি, পোহৰ।

জ্যোতির্ম্ময় (স শ.) দীপ্তিমন্ত, পোহৰ দিয়া।

জ্যোতিষ্ ( স. শ.) গ্রহ-নক্ষত্রৰ গতি-আদি-শিকোৱা বিদ্যা বা পুথি ; মানুহৰ শুভাশুভ গণিবলৈ শিকোৱা বিদ্যা বা পুথি।

জ্যোতিষীয়া(স.শ.)জ্যোতিষ জানোতা। (বি) জ্যোতিষ-জনা।

জ্বৰ্ (স. শ.) জ্বৰ, তাপৰ পীড়া।

জ্বালা (স.শ.) পোৰণি, দাহ।

জ্বালা-মুখ্ (স. শ.) জ্বালা-মুখী পৰ্ব্বতৰ জুই ওলোৱা বিন্ধা।

জ্বালামুখী ( বি ) মুখেদি জুই-উগৰা। (স. শ.) জুই উগৰা পৰ্ব্বত।

---

# ট।

টঁক্ ( অ. ধা. ) তল যা, উপচি পৰ্ ; যেনে, পানীৰে গৰা টঁকিছে। (বি) স্তব্ধ, ৰ লাগি চাই থকা, অবাক।

টকচা (স. ধা.) দিয়, দিয় খুলি ওঁৰ্।

টকচালি (স.শ.) ধুনমাৰি গা জোকাৰি কৰা কাৰ্য্য। [দুখীয়া হোৱা।

টকৰৰি (বি) টকলা, ধন-বন নথকা ;

টকয়া (স. শ.) কাণ-ঢকা টুপী, বগুৰাৰ মূৰৰ সাজ ; মাজ-মূৰত পিন্ধা সৰু টুপী।

টকবাই ( ক্রি. বি. ) টকৰ শব্দ কৰি, বেগতে, হঠাৎ।

টকলা (বি) নোম, চুলি, বন, গছ বা পাত নথকা, উদং, শুদা।

টকলা বাৰী (স. শ.) গছ গছনি নথকা বাৰী, উদং বাৰী।

টকলা-মূৰা } (বি) মূৰত চুলি নথকা।
টকলা-মূড়া } (স্ত্ৰী) টকলা-মূৰী, টকলা-মূড়ী।

টকলিয়া (অ ধা.) টকালি মাৰ্, খোৱা বস্তুৰ সোৱাদ পাই জিভাৰে শব্দ কৰ্, ভপাল্।

টকা (স.শ.) চাৰি মহা, সেই পৰিমাণৰ ৰূপৰ মোহৰ, ধন; এডোখৰ বাঁহৰ মূৰফালি কৰা এবিধ বাদ্য। (বি) ঠেক, সমূদায়ে নটকা, (চুৰিয়া মেখেলাত খাটে)।

টকালি(স.শ)তালুত জিভা লগাই জাঁজুৰি একৰাই কৰা শব্দ। [মূল্যৰ।

টকীয়া (বি) চাৰি মহা জোখৰ এটকা

টকৌ (স. শ.) তাল-জাতিৰ এবিধ গছ, মকৰা-জাতিৰ এবিধ ক্ষুদ্ৰ জন্তু।

টকুটকীয়া বি) নৰিয়াৰ পৰা উঠি লৰি-চৰি ফুৰিব পৰা; বুঢ়া,কিন্তু শক্তিমন্ত।

টগৰ্বগৰ্ (বি) অনিশ্চিত, ঠিককৈ নোকোৱা। (স. শ.) অনিশ্চিত-ৰূপে বা বেঁকাকৈ কোৱা কাৰ্য্য, কথা নবোৱা কাৰ্য্য, টাচৰি, লৰচৰ।

টগ্‌বগণি (স. শ.) কঁপনি, অস্থিৰৰূপে খোজ-কঢ়া কাৰ্য্য।

টগ্‌বগা (অ.ধা.) খোজ কাঢ়োঁতে কঁপ, বা থৰক-বৰক কৰ্; কঁপ, অস্থিৰ হ, (গাত খাটে)। [কৰ্।

টঙাৰ্ (স. শ.) ধেনুৰ জোঁৰৰ শব্দ। (স. ধা.) ধেনুৰ জোঁৰ টানি শব্দ

টঙনা (স. শ.) এডোখৰ শকত কাঠ, এছিটা মাটি। (বি) টাঙনৰ দৰে শকত, (খৰি বা হাড়)।

টঙনিয়া (স.ধা.) টাঙনেৰে মাৰ,মৰিয়া।

টঙা (স. শ.) এবিধ ওখ তাঙৰ বন বা তৃণ। [আদি, কঁকালী।

টঙালি (স. শ.) কঁকালত বন্ধা কাপোৰ

টঙি (স. শ.) খেতি-ৰখা মানুহ থকা বা পাৰই বাহ লোৱা চাং-ঘৰ।

টঙিয়াল্ (স. শ.) টঙিত থাকি খেতি-ৰখোঁতা। [ওলোৱা।

টটঙা (বি) পানী শুকাই তলি

টটৰীয়া (বি) ৰস বা জোল নথকা, (আঞ্জা)।

টটাটিঙা (বি) টেঙৰ, ধূৰ্ত্ত; দুষ্ট।

টটাৰি (বি) কটকিনা, কৃপণ; আট-কীয়া, লগা বস্তু সহজে নোপোৱা, (ঠাই)।

টটি (স. শ.) বিবোধ, অমিল।

টনকিয়াল্ (বি) দুখ সহিব পৰা, মন-ডাঠ, পটু।

টনক }
টনহ্ } (অ. ধা.) হাড়ৰ জোৰা লৰ।

টনাটনি (স. শ.) এটাই আনটোক টনা কাৰ্য্য, আঁজোৱা আঁজুৰি।

টনি (স. শ.) জালত লগোৱা বাঁহ।

টন্‌টননি (স. শ.) পকা গাঁৱৰ পুঁজৰ পৰা হোৱা বেদনা; হাড়ৰ জোৰাত হোৱা বেদনা।

টন্‌টনা (অ. ধা.) পকা গাঁড়ৰ দৰে বেদনা জন্মা; হাড়ৰ জোৰাত বেদনাবোধ কৰ।

টন্‌টনীয়া (বি) ৰৰকৈ টনাত টান হোৱা, ঢিলা নোহোৱা; টনকিয়াল।

টপৰাট / টপৰ্-কৰে } (ক্রি. বি.) টপৰ শব্দ কৰি, ততালিকে।

টপ টপনি (স. শ.) বকবকনি, বহুতকৈ কোৱা আলাগতীয়া কথা।

টপ্‌টপা (অ.ধা.) বক্, বক্‌বকা, বহুতকৈ আলাগতীয়া কথা ক।

টপ্‌টপীয়া (বি) অধিককৈ অকামিলা কথা কোৱা।

টপ্‌টলৌ (বি) কথা কবলৈ লাজ-নকৰা, সঙ্কোচিত নহৈ কথা কোৱা, (লৰা)

টল্ / টলক্ } (স. ধা.) বুজ্, কথাৰ ভাবৰ ভিতৰলৈ সোমা।

টল্ (অ. ধা.) লৰ্, লৰচৰ কৰ্।

টলকতে (ক্রি. বি.) ততালিকে, অতি শীঘ্রে।

টলং-ভটং / টলং-ভলং } (স. শ.) নাৱৰ জোকাৰ;

টলকা (স. শ.) নিজৰ দিয়া বা মনে-মনে থকা কাৰ্য্য।

টলা (স. ধা.) লৰা, সঞ্চালিত কৰ।

টলৌ-টলৌ কৰে (ক্রি. বি.) এঠাইৰ পৰা আন এঠাইলৈ গৈ, একে ঠাইতে স্থিৰে নেথাকি।

টল্‌টলনি (স.শ.) কিছুমান গুটি বা বৰ-ঘুণৰ ভাজৰ টোপাবোৰ গোট-গোট হৈ পৰাৰ শব্দ।

টল্‌টলা (অ. ধা.) ওপৰত কোৱা শব্দ কৰ্; যেনে, বৰঘুণে টল্‌টলাইছে।

টল্‌বল্ / টল্‌মল্ } (স.শ.) কঁপ, লৰচৰ, অস্থিৰতা; জলমল, জিলিকনি।

টল্‌বলনি / টল্‌মলনি } (স.শ.) কঁপনি, অস্থিৰতা, জিলিকনি।

টল্‌বলা / টল্‌মলা } (অ. ধা.) লৰ্, জোকাৰ খা, জলমলা, জিলিক্।

টহ্‌টহনি (স.শ.) কোনো ভোতা বস্তুৱে খুন্দাৰ নিচিনা বেদনা (যাইকৈ কঁকালত)।

টহ্‌টহা (অ.ধা.) কোনো ভোতা বস্তুৱে খুন্দাৰ নিচিনা বেদনা পা (যাইকৈ কঁকালত খাটে); অপ্রিয় কথাৰ পৰা দুখ পা; (কাণত খাটে;) যেনে, তাৰ কথা শুনি কাণে টহটহায়।

টাই (স. শ) বক-কথা, তাকোপ।

টাউকি ( স. শ) মিছা ভাবি, ভাবুকি।

টাংগুটি ( স. শ. ) টাঙ্গনেৰে একাঙ্গৰ পৰা আন কাষলৈ চপাই খেমালি কৰা কাঠৰ গুটি, তাৰে খেলা-খেল।

টাংটালী (বি) প্ৰতিজ্ঞা নৰখা, কৰিম কৰিম বুলি নকৰা; মিছলীয়া; মিছা।

টাংবাং (স. শ.) মিছা কথাকৈ কামত বা ধাৰ শুজাত পলম কৰণ।

টাঁইটুঁই (স. শ.) মাৰিবৰ ভয় দেখাই অস্ত্ৰ জোকৰা কাৰ্য্য: নমতাকৈ কোনো কথা বুজাবৰ কাৰণ কৰা আঙ্গি-ভঙ্গি।

টাৰ (স. শ.) মাটি জোখা মাৰি।

টাঁৰী (স.শ) টাঁৰেৰে মাটি জোখোঁতা।

টাক্ (স.ধা.) গৰা চাক, গৰা তল নিয়া, যেনে, পানীয়ে গৰা টাকিছে; ঢিলাকৈ বান্ধ, আঁতৰা আঁতৰিকৈ বেজী মাৰি সি।

টাকনী (স.শ.) নাৱৰ ছৈক বাৰ-বাঁহেৰে বন্ধা বান্ধ; এবিধ গুণাৰ কাম।

টাকুৰী (স. শ.) পাঁট, বিহা, শণ, ইত্যাদিৰ সূতা-পকোৱা যতন; গুণা মেৰাই থোৱা কাঠ।

টাকুৰী ঘূৰাদি ঘূৰ্ ( অ. ধা. ) কামত বৰ ব্যস্তহৈ ঘূৰি ফুৰ্।

টাঙন্ (স. শ.) টোকোন, দীঘল-ডাঙৰ মাৰি; টাঙনৰ আঘাত।

টাঙনি (স. শ. ) কুঁহিয়াৰৰ এক খণ্ড; কোনো এক ঠাইৰ এভাগ।

টাঙী ( স. শ. ) শিলা-কুটীৰ বটালী।

টাঙোন্ "টাঙন্" চোৱা।

টাটক্ (স. শ.) ভেলেকী, নোহোৱাক হোৱা যেন দেখোৱা বিদ্যা, লগনীয়া কথা।

টাটকীয়া ( বি ) ভেলেকী-জনা; টুটকীয়া। ( স. শ. ) ভেলেকী-জানোতা; টুটকীয়া মুনিহ; (স্ত্ৰী) টাটকিনী, টাটকী।

টাটক্‌নাটক্ (স. শ.) ভেলেকী; টুটকীয়া কথা; ছলনা, বঞ্চনা।

টাটৰি (স শ ) গাভ ভাঠ হৈ বন্ধ যোৱা মলি। [বেৰা।

টাটী ( স.শ ) বাৰীৰ বা খেতিৰ ভাঠ

টান্ (স.ধা.) আঁকোৰ; আকৰ্ষণ কৰ্; জুইৰ তাপেৰে বাষ্প কৰি নগাই দি উলিয়া; যেনে কটিকা টানিছে। (অ. ধা.) বৰ্ত্ত, নষ্ট নহৈ বা জীয়াই থাক্। (বি) কঠিন, উজু বা ঢিলা নোহোৱা; প্ৰবল; লোলা নোহোৱা; নিমৰমিয়াল; (স.শ.) কষ্ট; আপদ, অভাৱ। ( কৃদ. স. ) টানোতা, (স্ত্ৰী) টানন্তী।

টানন্ (কৃদ. স.) টনা কাৰ্য্য, আকৰ্ষণ।

টানি-টুনি (ক্ৰি.বি.) আঁজুৰি-পিঁজুৰি; কষ্টেৰে, কোনো প্ৰকাৰে।

টানি-মানি (ক্রি.বি.) মূৰে মূৰে, কোনো প্ৰকাৰে, কষ্টেৰে ।

টানে (ক্রি. বি.) টান অৱস্থাত, কোমল নহৈ ; যেনে, ভাতবোৰ টানে আছে ।

টাপিটুপা ( স. শ. ) অযত্নকৃতীয়া কাম, নাম মাত্র কৰি কৰা কাম ।

টাপ্‌টিপ্‌ ( স. শ. ) কাৰ্য্যৰ ভাও বা সঙ্কেত । [ পোতা খুঁটা ।

টাব্‌ (স.শ.)নকটা খুৰা ; মাটিৰ সীমাত

টাবুৰি ভাবুৰি স.শ.) ফাকটি, ছল ।

টাব্‌চিলিজি (স. শ.) গুৰুৰ আজ্ঞাৰে আলগ কৰা শিষ্যৰ স্মৃতিত পোতা খুঁটা ।

টামৰ্‌ (বি) টেটোন, ধূৰ্ত্ত, বঞ্চক ।

টামনি-টুমনি (বি) ভাজৰ-দীঘল নো-হোৱা, কিন্তু সম-জোখৰ ।

টায়্‌টিজালী (বি) চতুৰ, বুধিয়ক ।

টায়া (বি) বৰ-কথীয়া, ডাক্ষোপ-মৰা ।

টাৰি (স. শ.) তেলৰ টেকেলি, কুপা ; ঘঁহিয়ালৰ ঘঁট ।

টাৰু (স. শ ) পাগমাৰি ।

টাৰ্‌, বাৰ্‌ } (স. শ.) হাতেৰে কৰা
টাৰ্কাৰ } সঙ্কেত, ইঁগিত ।

টাল্‌ (স ধা ) জোকাৰি লৰা ; আঘাত নিবাৰণ কৰ ।

টালি টোপোলা ( স. শ. ) টোপোলা-টাপলি, টোপোলা সমূহ ।

টালি বাজি } ( স. শ. ) টাংবাং,
টালৈ বাজি } প্ৰতাৰণা, ফাঁকি ।

টাহ (স. শ.) শাল বা খোঁচ মাৰি ধৰা বেদনা । (স. ধা.) হেঁচি বা খুন্দি ভৰ্‌ ।

টি"টো" চোৰা ।

টিং (স. শ,) পৰ্ব্বতৰ অতি ওখ ভাগ, শৃঙ্গ ; কোনো ওখ বস্তুৰ ওপৰ-ভাগ ; নাৱৰ মূৰ । ( স. ধা. ) আগকাটু । [পতে খং-কৰা ।

টিংটিঙীয়া (বি) টিং টিং শব্দ কৰা । অল-

টিঁয়া (স. শ.) আসামৰ সাধাৰণ ভাঁটৌ (বি) টিঁয়াৰ মাতৰ দৰে মিহি বা পাতল, গলগলীয়া নোহোৱা ।

টিক্‌ ( স. ধা.) মনত ভাবি চা, গম্‌ । (অ. ধা.) বৰ্ত্ত্‌, টান্‌, নমৰি বা নষ্ট ন হৈ থাক্‌ ।

টিক্‌ (স.শ.) চোকা, তেজ ; বজচুৰা ।

টিকনি (স. শ.) মাজ-মূৰত বধা দীঘল চুলি ।

টিকা ( স. শ.) মনেৰে কৰা পৰিমাণ, দীঘ, পুতল্‌ গধুৰতা বা মূল্যৰ মনেৰে কৰা নিৰূপণ, অলপ ওখ মাটি ; পিঠিৰ তলৰ ওখ ভাগ ।

টিকা-কুটিয়া (বি) বৰচোকা, ( বজত-খাটে ) ।

টিকিৰা (স. শ.) চিলিমত জুই-লগোৱা এবিধৰ চাকলি ; এজেকৰা, কাপিৰ বা কাণি পাণৰ সৰু বৰি ।

টিক্-টিক্ (স. শ) অতি চোকাতেক; শব্দ বিশেষ। [চোকা হৈ।

টিক্‌টিক্ কৰে (ক্রি. বি.) তেজালৰূপে,

টিক্‌টিকণি (স. শ.) টিক্‌টিক্ শব্দ; জেঠীৰ মাত।

টিক্‌টিকা (অ. ধা.) টিক্‌টিক্ শব্দ কৰ্; সৰু মাৰিৰে অলপ্-অলপকৈ কোবা। [ বস্তা যতন।

টিক্‌টিকী (স. শ.) দোৰীক কোবাবলৈ

টিক্‌টিকীয়া (বি) বৰ খঙাল, অলপতে খং উঠা।

টিঙনা (স. শ.) ওখ মাটি, টিকা।

টিঙনাশালি (স. শ.) শৌচ-কৰা বা মৰা গৰু-মহ-পেলোৱা মুকলি ঠাই।

টিঙিৰি (স. শ.) ৰূপ সোণা তাঁৰ আৰু [illegible] ৰ্ণকিয়া।

টিঙিৰি-ভুলা } (স. শ.) টিঙিৰি মাৰি
টিঙিৰ-ভুলা } জুই-লগোৱা ভুলা বা আন বস্তু; বৰ খঙাল মানুহ।

টিঞা "টিঁয়া" চোৰা।

টিন্‌টিননি (স. শ.) মুৰৰ বিষ।

টিন্‌টিনা (অ. ধা.) মুৰ বিষা, মুৰৰ দৰে বেদনা পা।

টিপ্ (স. শ) আঙুলিৰে চেপ্। (স. শ) চকুৰে কৰা ইঙ্গিত।

টিপনি (স. শ.) হাতৰ বা ভৰিৰ আঙুলিৰ চেপা; ভৰিৰ আঙুলিৰে লোৱা খোপনি। [ পুথি, টীকা।

টিপনী (স. শ.) পুথিৰ অৰ্থ-বুজোৱা

টিপা (স. শ.) আঙুলি বা হাতেৰে মৰা চেপা; মাটিৰ সৰু টেকেলি। (স. ধা.) কোনো কথা কৰ খুজি আকৌ গোপন কৰ্।

টিপাই-টিপাই (ক্রি. বি.) ধিম, ধিম বা কৰিম, কৰিম বুলি পলম কৰি।

টিপিৰা (বি, কটীয়া, চুটি-চাপৰ; (স্ত্রী) টিপিৰী।

টিপ্‌টাপ্ (স.শ) কোনো যন্ত্ৰাদি চলাৰৰ ভাও।

টিমক্ (বি) চকুৰ ঠাৰতে বুজা, চৈধৰ।

টিলা (স. শ) মহ-পোৱালি বন্ধা খুঁটি।

টিলিকা (বি) চুটি-চাপৰ, বাঢ়িব নোৱৰা (স্ত্রী) টিলিকী।

টিলিকি (স.শ.) বুঢ়া-আঙুলিত মাজৰ আঙুলিক লগলগাই কৰা শব্দ।

টিলিকিয়া (অ.ধা.) টিলিকি মাৰ, টিলিকিৰ শব্দ কৰ্।

টিলিঙা (স. শ) গৰু-মহৰ ডিঙিত আৰি দিয়া ঘণ্টা, সৰু ঘণ্টা। ১

টিল্‌ঘিলা (অ. ধা) ওপৰকি ন থকাত মুকলি মুৰে ফুৰ্ [ ৰৰষুণৰ শব্দ।

টিল্‌টিলনি (স. শ.) টোপাটোপে পৰা

টিল্‌টিলা (অ. ধা.) টোপাটোপে পৰা ৰৰষুণৰ দৰে শব্দ কৰ্।

টিল্‌টিলীয়া (বি) টোপা, এটোপা হৈ পৰা; (ৰৰষুণত খাটে)।

টিলৌটিপৌ (বি) সৰু-সৰু, আমাতিয়া।

টীকা (স. শ.) টিপনী, অর্থ-লিখা পুথি ; অর্থৰ সংক্ষেপ ব্যাখ্যা।

টুঁটলি (স. শ.) চৰাইৰ টেঁটোলা ; মানুহৰ থোঁতোৰাৰ তলে ওলমা মঙহ।

টুকৰিয়া (স. ধা.) আঙুলিৰ মূৰেৰে আঘাত কৰ্ ; অলপকৈ কথা উচুকিয়াই মন বুজ্।

টুকৰীয়া (স.শ.) টোকাৰী বজাওঁতা ; (স্ত্রী) টুকৰীয়ানী।

টুটু (অ. ধা.) কম হ, কম্।

টুটকীয়া (বি) আগত নথকা মানুহৰ অহিতে কথা-কোৱা, লগনীয়া, (মানুহ) ; অহিত কৰিবৰ ইচ্ছাৰে কোৱা, (কথা)। (স. শ.) আগত নথকা মানুহৰ অহিতে কথা-কওঁতা ; (স্ত্রী) টুটকী।

টুটনি (স. শ.) কমতি ; কম হোৱা অংশ।

টুটা (স. ধা.) কম কৰ্, তাকৰা।

টুনি } (স. শ.) এবিধ সৰু চৰাই।
টুনী }

টুপ্ (স.শ.)ঘৰৰ হলনীয়া মূৰ ; খাপিৰ মাজত ওখ হৈ থকা ভাগ ; নৈৰ মোচৰত থকা ওখ বালি।

টুপলি (স. শ.) সৰু টোপোলা।

টুপি (অৰ) "টোপা" চোৱা।

টুপী (স. শ.) মূৰৰ আৱৰণ।

টুপীজাপি (স শ.) টুপীৰ নিচিনা সৰু জাপি। ১

টুপিয়া (অ. ধা.) টোপাটোপে পৰ্ ; বৰশীৰ টোপত অলপ-অলপকৈ খোঁচ্, (মাছত খাটে)।

টুপটুপীয়া (বি) ৰসাল, তেজাল, (মুখত খাটে) অলপ ধনী বা চহকী।

টুবুকা (বি) সৰু আৰু ঘূৰণীয়া।

টুবুকী লতা (স.শ.) আকনবিষ্ণু-লতা।

টুমনি (স. শ.) ওখ কিন্তু সৰু বালি-চাপৰি।

টুলটুলীয়া (বি) বৰকৈ পকা ; ভিতৰ-ফাল পূৰ হোৱাত ওকন্দি পো-টোকা নপৰা হোৱা।

টেইটুকি (ক্রি. বি.) সকলো থিনি গোটাই, একো বাকী নেৰাকৈ।

টেঁটনি (স. শ.) মহৰ মাত।

টেঁটা (অ.ধা.) মহৰ দৰে মাত্ ; অঙ্গী-কাৰ ৰখাত থেৰোগেৰো কৰ্।

টেঁটু (স. শ.) কণ্ঠ, ডিঙিৰ আগফাল।

টেঁটুৱা(বি) ডিঙি আটী ধৰা। (স.শ.) ডিঙিত বৰকৈ আট খোৱা গাঁঠি।

টেঁটুটেঁটনি (স. শ.) পাতি-হাঁহনীৰ মাত। [ দৰে মাত।

টেঁটুটেঁটা (অ. ধা.) পাতি-হাঁহনীৰ

টেঁক (স. শ.) নৈৰ মোচৰৰ মাজভাগ।

টেকেলা (স. শ.) বজাৰ বা বজাৰ বিষয়াৰ দূত। [মাটিৰ পাত্র।

টেকেলি (স শ.) ঘট, ভিজি থকা সৰু

টেক্‌টেকণি (স. শ.) বেগাই টানকৈ কোৱা কথা, হাই।

টেকৃটেকা (অ. ধা.) বেগাই টানকৈ কথা ক. হাই কৰ্।

টেঙৰ্ (বি) চতুৰ,বুধিয়ক,ধূৰ্ত্ত। (স.শ.) ধূৰ্ত্ত মানুহ ; (স্ত্রী) টেঙৰী।

টেঙৰাগি ( গু. শ. ) টেঙৰৰ গুণ বা স্বভাৱ, ধূৰ্ত্ততা।

টেঙা (বি) অম্ল, জিভাত চোকা লগা ; মনত কষ্ট-দিয়া। (স. শ.) টেঙা বস্তু ; টেঙা গুণ বা সোৱাদ ; সেই গুণ থকা অনেক বিধৰ ফল। (স. ধা.) টেঙাৰ দৰে দাঁতত কষ্ট জন্মা ; যেনে, থেকেৰাই দাঁত টেঙায়। [টেঙা থকা ঠাই।

টেঙানি (স. শ.) টেঙা-বাৰী, বহুত

টেঙা-পানী (স. শ.) পিত্তৰপৰা পেটত হোৱা অম্ল ৰস ; হাতীয়ে পেটৰ-পৰা উলিয়াই এছৰা পানী।

টেঙামূৰি স. শ ) লঘোণৰ নিমিত্তে মাত্তিব নোৱৰা অৱস্থা।

টেঙামূৰীয়া ( বি ) লঘোণত মাত্তিব নোৱৰা। [ খোজ কাঢ়্।

টেঙুচিয়া (অ. ধা.) পেজুৰিয়া, চুপিয়াই

টেঙুচ্‌টেঙুচ্‌কৈ ( ক্রি. বি. ) খোৰাই, চুপিয়াই খোজ কাঢ়ি।

টেঙেচি
টেঙেচীয়া } (বি) অলপ টেঙা।

টেটন্
টেটোন্ } ( স. শ. ) বকক।

টেটেৰা ( বি ) খীণোৱা।

টৈট্‌কুটি (স. শ.) হাঁহি তোলা কথা বা কাৰ্য্য, কুটি-কথা।

টেট্টুকুটীয়া ( বি ) হাঁহি তোলা কথা কোৱা বা কাৰ্য্য কৰা ; হাঁহি-তোলা, ( কথা )। (স. শ.) কুটি কথা কৈ হাঁহি তোলোঁতা।

টেণ্টেননি (স. শ.) ফটা মাটিৰ পাত্ৰৰ শব্দ। [ দৰে শব্দ কৰ্।

টেণ্টেনা (অ. ধা.) ফটা মাটিৰ পাত্ৰৰ

টেণ্টেনীয়া ( বি ) ফটা মাটিৰ পাত্ৰৰ দৰে বজা ; নিষ্ফল হবৰ আগন্তুক হোৱা। [ আক গুটি।

টেপৰ্ ( স. শ. ) এবিধ বনৰীয়া গছ

টেপা ( স. শ. ) হাতেৰে মৰা চেপা টিপা, গৰাহ। (বি) বৰকৈ তিতা, জুলুবিজুপুৰি। [ বোৱা।

টেপাটেপ্ ( বি ) সমুলি তিতা, জোল

টেপাটেপে (ক্রি. বি. ) গৰাহে গৰাহে, এটেপাৰ পাচত আন এটেপা কৈ।

টেপু (স. শ.) কচু বা আলুৰ সৰু মূল ; সৰু কঁঠাল। [ তেজা।

টেপ্‌টেপীয়া ( বি ) তিতা, পানীত

টেমা (স.শ.) সাকৰ থকা সৰু পাত্ৰ।

টেমি
টেমী } (স. শ.) চুণ থোৱা সৰু টেমা।

টেমুনা ( স. শ. ) সৰু মেকুৰ, গাব উঠঙা ; উখহা।

টেঁৰা-বেঁকা (বি) অনেক ভাঁজ থকা।

টেঁকৰা (বি ; বেঁকা, এফাললৈ চাওঁতে আন ফাল দেখা, (চকু)।

টেঁকৰাকৈ (বি) চকু বেঁকা কৰি ; চকু পকাই। [(চকু)।

টেঁলেকা (বি) তাৰৰ আৰু উঠঁজা ;

টেঁলেকনি (স. শ.) আহাৰ বা পিছল খাই বাগৰি পৰা কাৰ্য্য।

টেঁলেৰা (বি) তেজ পি পূৰ হৈ উঠা, (জোক আদি)।

টেঁলটেঁলীয়া (বি) ওকন্দি ডাঙৰ হোৱা, (পেটত খাটে) ; টেঁলেৰা।

টো (উপ. শ.) গোটা বা নড়গা নিছিগা বস্তু বুজাবৰ নিমিত্তে সংজ্ঞা শব্দ-আদিৰ পাচত যোগ কৰা শব্দ ; যেনে ঘৰটো ; (স্ত্ৰী) টী। সৰু বা সুন্দৰ বস্তু বুজাবলৈ "টি" হয় ; যেনে, লৰাটি (স্ত্ৰী) টী ; যেনে, ছোৱালীটী।

টোঁটোলা (স. শ.) চৰাইৰ ডিডিত থকা আহাৰৰ থোলোজা।

টোৰা (স. ধা) লক্ষ কৰ, অস্ত্ৰ পোনা।

টোহ্ (স. ধা.) মচি শুকা ; এটাএটাকৈ সকলো খিনি ছিং, (পাত, ফুল আৰু গুটিত খাটে) ; মনত ৰাখিবৰ কাৰণ সংক্ষেপকৈ লিখি থ।

টোকন্ "টোকোন্" চোৱা। টোকনী, "টোকোনা" চোৱা।

টোকনী-পুখুৰি (স. শ.) অলপ পানী থকা সৰু পুখুৰি। [তুলাপাত।

টোকনী-কাকত (স. শ.) মহী-শুকোৱা

টোকৰ (স. শ.) আঙুলিৰ মূৰেৰে কৰা আঘাত ; এবিধ তেজ কটা অস্ত্ৰ। [বিৱৰণ।

টোকা (স. শ) কোনো কথাৰ সংক্ষেপ

টোকা-পকৰা (স. শ.) এবিধ ডাঙৰ পকৰা। [বাত।

টোকাৰী (স. শ.) এবিধ গুণা লগোৱা

টোকোন্ (স. শ) টাকন, হীঘল-শকত মাৰি।

টোকোনা (স. শ.) লোকৰ ঘৰত বনৰীৰ কাম কৰি খোৱা মানুহ ; বৰ দুখীয়া মানুহ ; (স্ত্ৰী) টোকনী।

টোকোৰা (স. শ) তাল-জাতিৰ গছৰ পাতত ওলমাই বাহ সজা এবিধ সৰু চৰাই।

টোকোৰা পঁজা (স. শ.) সৰু পঁজা।

টোক্‌টোকা (অ. ধা,) আঙুলিৰ বা আন সৰু বস্তুৰ মূৰেৰে অলপ অলপকৈ মাৰি শব্দ কৰ।

টোটক্ (স. শ.) লগনীয়া কথা। [কথা।

টোটকাজি (শু.শ.) টুটকীয়াৰ কাৰ্য্য বা

টোটা (স. শ.) তুলাপাতেৰে মেৰাই বন্ধা কলাই-খাৰ আৰু গুলী।

টোটোৰা (বি) শোটোৰা, শুকাই কোঁচ খোৱা, (কল-আদিত খাটে)।

টোন্ (স. শ.) কাঁড়ৰ ৰাহ বা চুৰা।

টোণা ( স. শ. ) মাছ-খোৱা কাঠীৰ সঁজুলি।

টোপ্ (স. শ.) মাছৰ নিমিত্তে বৰশীত বা চৰাইৰ নিমিত্তে ফান্দত লগাই দিয়া আহাৰ; চৰাই-পোৱালিৰ আহাৰ। [ বিশ্ৰাম।

টোপনি ( স. শ. ) নিদ্ৰা, চেতন নথকা

টোপনি-গছুৱা } (বি) অধিক টোপনি-
টোপনি-গধুৱা } যুক্ত।

টোপনিয়া (অ. ধা. ) কলমটিয়া টোপনিৰ বশ হ।

টোপনি-বহীয়া (বি) টোপনি গছুৱা।

টোপা (স. শ.) অলপ পৰিমাণৰ জুলীয়া বস্তু; পনীয়া বস্তুৰ বিন্দু। সৰু বা ডাল টোপা বুজাবলৈ টুপি হয়, যেনে, পানী টুপি। (স. ধা.) টোপসি পানীত পেলা; যেনে বৰশী টোপাইছে। (অ. ধা. ) আশা দি কাল খেদা, দিব্ দিব্ বুলি সময় গত কৰ্। [ দিয়া বাঢ়

টোপাগাঠি (স. শ.) ডাঙৰ ডাঙৰিকৈ

টোপাটোপে (ক্রি. বি.) এটোপ এটোপাকৈ।

টোপাল্ (স. শ.) গছৰ পাতৰপৰা সৰি পৰা পানী। (অ.ধা.) আশাত কাল খেদা, আশা পাল্।

টোপোৰা ( স. শ. ) খহৰ দৰে হোৱা উঠনা; সূতাত লগা গাঁঠি।

টোপোলা, (স.শ.) কাপোৰ বা পাতেৰে বন্ধা বস্তু। [ চোৱা ৲

টোপোলা কটা (স.শ.) বোৱাৰ পোক, বোৱাবিলাক পাত ধৰি জোপোহা হৈ আছিলে এই পোক বিলাকে তাক কুটি নষ্ট কৰে। [ চোৱা।

টোপোলাটাপলি —"টালিটোপোলা"

টোপোলা-কটা (বি) লেথেৰি মোহোৰা, আলগ হৈ থকা (হাবি)।

টোবোৰা "টোপোৰা" চোৱা।

টোৰ্ টোৰণি } (স.শ.) ধোঁৱা খোৱাৰ
টোৰ্টোৰণি } বা বেজৰ মাত।

টোৰ্ টোৰা } (অ.ধা.) ধোঁৱা খোৱাৰ
টোৰ্টোৰা } বা বেজৰ দৰে মাত।

টোল্ ( স. শ. ) ঘৰ আক তাৰ চাৰিও ফালে টাটিৰে ঘেৰা মাটি। (বি) পোন।

টোলোঠা (স. শ.) তাঁতৰ দীঘৰ সূতা বা কাপোৰ মেৰোৱা গোটা কাঠ।

টোৱা (স. শ) এবিধ দীঘলীয়া বৰ তোপ, যাৰ মুখৰ ওপৰত নিচানৰ চিন দিয়া থাকে।

টোহ্ টোহনি ( স. শ. ) থং কৰি মুখৰ ভিতৰতে কোৱা কথা।

টোহ্ টোহা ( অ. ধা. ) খঙেৰে মুখৰ ভিতৰতে কথা ক।

টৌ (স. শ.) পিতলৰ পাক-পাত্ৰ।

# ঠ।

ঠকুৱা ( স. শ. ) পাগ-বন্ধাত ব্যৱহৃত, ওপৰ ভাগ তাৰৰ তলতৈ চিঞা এ ভোখৰ কাঠ।

ঠক্ঠক্ কৰে (ক্রি. বি. ) গোটেইটো গা লৰাই, ৰৰকৈ, (কঁপাত খাটে। )

ঠগ্ ( স. শ. ) গঢ়, আকৃতি; বঞ্চনা, ছলনা; বঞ্চক, ছলোঁতা। (স.ধা.) ছল, বঞ্চনা কৰ্।

ঠগা (স. শ.) এটা ঠেং-লগোৱা কাঠৰ পুথিৰ আধাৰ।

ঠগি, (স.শ.) কাঠৰ শৰাই।

ঠগিত্ (বি) গঢ়িত, গুৱনি।

ঠটা (বি) টান আৰু উদং, (মাটি)।

ঠন্ (স. শ.) ভীপ-পোৱা অৱস্থা, জঁই পৰা গুচি বস-ধৰা অৱস্থা।

ঠনৰাই ( ক্রি. বি. ) ঠনৰ শব্দ কৰি, (ছিগাত খাটে)। [হোৱা শব্দ।

ঠন্ঠননি (স.শ.) কোনো বস্তু ভাগোঁতে

ঠন্ঠনা, (স.ধা.) ঠন্ঠন্ বা ভগাৰ দৰে শব্দ কৰ্।

ঠন্ঠনীয়া (বি) সহজে ভগা, ঠুন্‌কা।

ঠৰ্, ( বি ) লৰচৰ কৰিব নোৱৰা, ঠৰঙা (গাৰ অঙ্গ); শোকৰ, লাজৰ দুখৰ বা অপমানৰ দ্বাৰা অসাড।

ঠৰঙা (বি) তিৰ-মোলোৱা, কোঁচ বা খোঁ নোখোৱা। [মাজলী।

ঠৰকা ( স. শ. ) কল-পাতৰ মাজৰ

ঠৰ্মৰ্ (বি) মূৰ্চ্ছিত, মূৰ্চ্ছ খোৱা। ঠৰ্মৰ্ খা, মূৰ্চ্ছিত হ।

ঠলৰাই, ( ক্রি. বি. ) ঠলৰ শব্দ কৰি, ( পৰাত খাটে )।

ঠলামুৰি, ঠলামুঢ়ি } (স.শ.) হাতেৰে মূৰত্ কৰা আঘাত।

ঠলামুৰিয়া, ঠলামুঢ়িয়া } (স. ধা.) হাতেৰে মূৰত মাৰ্; কোবেৰে আঘাত কৰ্, ( চপৰাত )।

ঠল্ঠলীয়া (বি) কাৰো গাত কেও ন-লগা, গোটগোট; স্পষ্ট (আখৰ)।

ঠহ্ধৰ্, পাঁচিলে বাৰলৈ বা আজ্ঞা কৰিলে কোনো কাম কৰিবলৈ অমান্তি হ; বিন্ধাত সৰকোঁতে লাগি ধৰ্, ( বটিয়াত খাটে )

ঠহৰাই, ঠহৰ্ কৰে, } (ক্রি.বি.)ঠহৰ শব্দ কৰি, অকস্মাৎ, বেগে, ঠহৰাই হাঁচিলে।

ঠহৰা, "ঠকৰা" চোৱা।

ঠহ্ঠহনি (স.শ.) খোঁচা-বিন্ধাৰ নিচিনা বেদনা। [ বেদনা পা। ]

ঠহ্ঠহা (স.ধা.) খোঁচা-বিন্ধাৰ নিচিনা

ঠহ্ঠহ্ কৰে ( ক্রি. বি. ) খোঁচাৰ বা বিন্ধাৰ দৰে বেদনা দি।

ঠাই (স.শ.) স্থান, যাৰ ওপৰত কোনো বস্তু থাকে, মাটি। [ নিজৰতি। ]

ঠাই-ঠাই (বি) অনেক ঠাইত ব্যাপ্ত,

ঠাইতে (ক্রি.বি.) নিচেই ওচৰতে।

ঠাঁচ্-কৰে (ক্রি. বি.) ঠাঁচ্ শব্দ কৰি; বলেৰে, টানকৈ।

ঠাকুৰ্ (স শ.) দেৱালয়ৰ পূজাৰি; ব্ৰাহ্মণ; (স্ত্রী) ঠাকুৰণী।

ঠাকুৰাণী (স. শ.) দেৱী, গোসাঁনী।

ঠাকুৰালী (স. শ.) বৰ লোকালী, বৰ লোকৰ কাৰ্য্য, সম্ভ্ৰান্ত লোকৰ কাৰ্য্য।

ঠাকুৰীয়া (স.শ.) মহাপুৰুষীয়াতকৈ অলপ বেলেগ এক শ্ৰেণী বৈষ্ণৱ।

ঠাচ্ (স. শ.) গঢ়, আকৃতি।

ঠাচা (স.শ.) ধাতুৰ কোনো বস্তু ঢালিবলৈ কৰা সেই বস্তুৰ আকৃতি।

ঠাট্ (স.শ.) একে ঠাইতে গোট খোৱা অনেক লোক।

ঠাট্-কটক্ (স.শ.) সেনা আৰু লগৰীয়া মানুহৰ সমূহ; তাজৰ লোকৰ লগত হুৱা মানুহৰ সমূহ।

ঠান্ (স. শ.) গঢ়, আকৃতি।

ঠাহু (স. শ.) শুৱনি, দেখিবলৈ ভাল। ১

ঠাহুৱা (বি) গঢ়িত, শুৱনি।

ঠাৰ্ (স. শ.) ইঙ্গিত, চিয়াৰ।

ঠাৰি (স. শ.) পাতৰ ওটিৰ বা ফুলৰ যি ভাগ গছত লাগি থাকে; কোনো বস্তুৰ যি ভাগে তাক খাই তাগত লগাই ৰাখে।

ঠাল (অব্য) নিশ্চয়, ঠাৱৰ। ১

ঠাল্ (স. শ.) শাখা, গছৰ ডাল

ঠালি } (স. শ.) গছৰ সৰু ডাল।
ঠালী } (কাম) ঠালী।

ঠাৱৰ্ (বি) নিশ্চয়, ঠিক, স্থিৰ। (স. শ.) নিশ্চয়তা, স্থিৰতা, ঠিকনা; যেনে, এই কথাৰ ঠাৱৰ নাই। (অ. ধা.) বণত স্থিৰে থাক, পলাই নহৈ থাক; যেনে, শত্ৰুৰ সৈন্য ঠাৱৰিব নোৱাৰি ভাগিল।

ঠাৱৰা (স. ধা.) নিশ্চয় কৰ্।

ঠাৱৰকৈ } (ক্রি. বি) নিশ্চয়কৈ,
ঠাৱেঠিকে } ঠিকৰূপে।

ঠাহ্ (স. শ.) হেঁচি খুন্দা; খুন্দি ভৰ্। (স শ.) গজগজনি।

ঠিক্ (বি) নিশ্চয়, সঁচা,যথাৰ্থ। (স.শ.) নিশ্চয়তা, ঠিকনা।

ঠিকনা } (স. শ.) নিশ্চয়তা, ঠাৱৰ।
ঠিক্ঠাক্ }

ঠিলা (স. শ.) টান লোপা।

ঠিলা-খেলা (স.শ.) চিঁচাৰ ঠিলা উলিওৱা বতন।

ঠিহনি (স. শ.) নিগনি, অলপ-ঠাইত অধিক বস্তু ভৰা অৱস্থা।

ঠিহা (স.ধা) অলপ ঠাইত অধিক বস্তু ভৰ্, নিগনিকৈ ভৰ্; অতিৰিক্তৰূপে খা। [ (স্ত্রী) ঠিহিৰী।

ঠিহিৰা (বি) কনীয়া, বাঢ়িব নোৱাৰা।

ঠিহ্‌ঠিহনি (স. শ.) অধিক ভোজনৰ বা শৌচবন্ধ হোৱাৰ নিমিত্তে হোৱা পেটৰ বেদনা।

ঠিহ্‌ঠিহা (অ.ধা.) অধিক ভোজনৰ বা শৌচ বন্ধ হোৱাৰ নিমিত্তে বেদনা পা, (পেটত খাটে)। [শেষ ভাগ।

ঠুঁটি (স. শ.) নিচেই শুৰি, গোটেই

ঠুঁটিয়া (অ.ধা.) অলপ আগ বা গজালি ওলা, অঙ্কুৰ ওলাবলৈ ধৰ্।

ঠুম্বুৰি (স. শ.; এবিধ নেপালী দা।

ঠুহুকা (বি) সহজে ভগা।

ঠুহ্ (স. শ.) জন্তুৰে মুখেৰে মৰা খুন্দা।

ঠুহা (স. শ.) এবিধ কাঠৰ সৰু মাছ-ধৰা যতন। (বি) ঠেক, যিমান লাগে তাতকৈ কম বহল, ফেৰ নেমেলা। [দীঘলকৈ মতা মাত।

ঠেও, (স. শ.) মাতৰ ভঙ্গি, লাহে-লাহে

ঠেং (স.শ.) আঁঠুৰ তলৰ আৰু ভৰিৰ ওপৰৰ ভাগ, ঠ্যাং।

ঠেংনামনি ( স. শ. ) ভৰি-পথান।

ঠেঁটু (স.শ.) হাতৰ বা ভৰিৰ জোৰা।

ঠেঁটু-ভগা (বি) জোৰাত সকলো কাল-লৈ বেঁকা কৰিব পৰা ( অদ্ভুত খাটে ) তেনে অঙ্গ থকা।

ঠেঁটুৰে ( স. শ. ) জাৰত হাত বা ভৰি ঠেৰেঙা হোৱা অৱস্থা।

ঠেক (বি) সংকীর্ণ, [illegible] বহলে কম।

ঠেকা (স.শ.) ঢোকা, দুটা বস্তুৰ এটাই আনটোত মৰা খুন্দা। (স. ধা.) প্ৰাপ্ত কৰ্, পোৱা, মিলা; বেলে, ঈশ্বৰে ঠেকাব।

ঠেঙা (স. শ.) কঁকালৰ পৰা সৰু পাতি-লৈকে নমা আৰু ছুমোঠেং বেলেগে ঢকা এবিধ কাপোৰ।

ঠেঙুলি ( স.শ. ) আদা-হালধি আদিৰ গাই মূলৰ পৰা ওলোৱা কেণা।

ঠেনমেঠেন্ (স. শ.) এটকেন-মেটকেন, অনিচ্ছা ভাব।

ঠেৰ ( স. শ. ) ধৰিবৰ চল বা উপায়, আশ্ৰয়। [ঠৰঙা বা টান হোৱা

ঠেৰেঙা (বি) জাৰৰ বা মৃত্যুৰ বাবা

ঠেল্ (স.ধা.) হেঁচ্, হেঁচোক। (কৃদংস) ঠেলোঁতা, ঠেলন, (কৃদং. স.)ঠেলা কাৰ্য্য, হেঁচন।

ঠেলা (স.শ.)হেঁচা, লৰাবৰ কাৰণ হাত বা আন বস্তু লগাই কৰা বল।

ঠেলাঠেলি (স. শ.) এটাই আনটোক ঠেলা কার্য্য। [কৰা বং।

ঠেহ্ (স.শ.) খোঁহ,অসন্তোষ,মনে-মনে

ঠেহাল্ (বি)অল্পতে খোঁহ-পতা; ঠেহ ধৰা।

ঠোঁট (স. শ.) চৰাইৰ মুখ।

ঠোঁটা (স. শ.) চৰাইৰ মুখত যিমান ধৰে সিমান।

ঠোঁটাঠোঁটে ( ক্রি. বি ) এঠোঁটাৰ পাচত আন এঠোঁটা লৈ।

ঢোঁটামোৰা (স.শ.) অলপীয়া মুখৰ বন্ধ

ঢোক্ (অ.ধা.) ওচৰ চাপ। (কৃদ. স.) ঢোকোঁতা। [ মৰা মুদা ]

ঢোকোনা (স. শ.) মুহুটি, মুঠিৰে মুখত

ঢোলা (স. শ.) গছৰ পাত বা হাতৰ তলুৱা কোঁচাই কৰা পাত্ৰ: এটা পাত্ৰৰ পৰা নি আন এটাত পানীতৰ, সঁচুলি; যেনে, নাৰিকলৰ ঢোলা।

ঢৌঢোৰা (বি) গোটগোট, ঠলঠলীয়া, (ভাতত খাটে)।

## ড।

ডঁৰ্ (স. শ.) দণ্ড, শাস্তি; দণ্ড-স্বৰূপে লোৱা ধন। (স. শ.) দণ্ডকৰ্, শাস্তি দি। (কৃদ. স.) ডৰোঁতা; (স্ত্রী) ডৰ তী।

ডঁৰকাল্ (বি) পোন। [ ডঁৰিকী ]

ডঁৰিক্ (স. শ.) এবিধ চৰাই; (স্ত্রী)

ডঁৰিকনা (স. শ.) এবিধ সৰু মাছ।

ডঁৰিকা-উৰহী (স. শ.) এবিধ দীঘল উৰহী; তাৰ লতা। [ তাৰ লতা ]

ডঁৰিকা-লাউ (স.শ.) এবিধ দীঘল লাউ,

ডঁৰিয়লি (স. শ.) নৈৰ পোন ভাগ।

ডঁহা (বি) পিঙলীয়া, (চকু); পিঙলীয়া-চকুযুক্ত, (মানুহ); (স্ত্রী) ডঁাহী।

ডঁহা-চকুৱা (বি) ডঁহা চকুযুক্ত।

ডকৰ্ (অ.ধা.) অলপটৈক পক্, পকিবলৈ ধৰ্। অলপটৈক ডকা।

ডকৰা (বি) আধা পকা বা ডকোৱা।

ডকা (স.শ.) পাক লৈ খলখল শব্দেৰে ওপৰলৈ উঠা পানী। (স. ধা.) আগলৈ চলা, খেদা, (বল বা বৰৰ খোঁৰাত খাটে) (কৃদ. শ.) ডকা-ওঁতা, (স্ত্রী) ডকাঁতী।

ডকাইত্ (স. শ.) বলেৰে লোকৰ বস্তু-নিওঁতা। [ বাংলাৰ ]

ডকাইতি (স. শ.) ডকাইতৰ কাৰ্য্য বা

ডঙ্গী (স. শ.) এবিধ দীঘল-ডিঙীয়া লোটা।

ডগ্মগ্ (স. শ.) জলমল, জকমক।

ডগমগা (অ. ধা.) জলমলা, জিলিক।

ডগ্মগীয়া (বি) জলমলীয়া, জিলিকা।

ডগৰ্ (স.শ.) এবিধ বাদ্য; শকত, দৃঢ়।

ডঙুৰা (বি) সৰা-ডিৰোৱা নধকা, অকলশৰীয়া। [ বাৰি।

ডঠ্ } (স.শ.) মুখত লোৰ জোং-
ডঠা } লগোৱা পোন হাতী খোঁচা

ডঢ়া (স. ধা.) দৃঢ় কৰ্, বল ধৰা; সাৱধান কৰ্। (কৃদ স) ডঢ়াওঁতা।

ডফলা (স. শ.) এজাতি পৰ্ব্বতীয়া মানুহ। [ ডঁতা।

ডবিয়া (স. ধা.) ডাবি দি; খং কৰি ভয় দেখা। (অ. ধা.) ডাবোলৰ দৰে ফুল ধৰ্। (কৃদ. স. ডবিয়া।

ডমুৰা (বি) তাৰ-লগোৱা, (কটাৰী)।

ডমৰু (স. শ., মাজ-চিকুণ এহাতেৰে ধৰি-বজোৱা এবিধ বাদ্য।

ডৰ্ (স. শ.) ভয়, দুখ বা বিপত্তিৰ আশঙ্কা। (অ. ধা.) ভয় পা। (কৃদ. স.) ডৰোঁতা, (স্ত্ৰী) ডৰঁতী।

ডলা (স. শ.) মাটিৰ খণ্ড বা খন্দা।

ডলাডল্ (বি) অনেক ডলা হোৱা, কাটি ডোখৰ-ডোখৰ হোৱা; কোৰৰ সাঁচ বহা বা সেৱা বহা।

ডৰুৱা (স. ধা.) ভয় খুৱা, ভয় দেখা।

ডল্ (স. ধা.) দাঁতেৰে পিহি কাল, (মাহ); ডাল কাটি থৰা কৰ। (কৃদ. স.) ডলোঁতা।

ডঁলা (স. ধা.) আনৰ বাবা দাঁতেৰে কলা বা ডাল কটা (স. শ.) বাঁহৰ কাঠীৰ এবিধ বহল পাত্ৰ। [পোটা।

ডলীয়া (বি) ডালবৃক্ষ; ডালৰ দৰে

ডলুৱা (বি) ডালত থকা, গছত থকা।

ড্হডহোয়া (বি) স্থিৰ, অলৰ, নিশ্চিত।

ডাইনী (স. শ.) ভূতুনী, ভূত-পোহা তিৰোতা।

ডাইল্ (বি) বিষাল, (সাপত খাটে)।

ডাউক্ (স. শ.) এবিধ চৰাই; (স্ত্ৰী) ডাউকী। [

ডাং (স. শ.) কোনো বস্ত ওলমাই থবলৈ পথালিকৈ বন্ধা মাৰি; দুৱাৰ-বন্ধা মাৰি; টাঙন।

ডাংকোপ্, "ডাকোপ" চোৱা।

ডাঁৰ্ (স. শ.) গছৰ গুটি-আদি পৰা দীঘল মাৰি; কাপোৰ থোৱা পথালি মাৰি; যাঠি পল। (স. ধা) দণ্ড-স্বৰূপে ধন ল, অৰ্থদণ্ড কৰ্। (কৃদ্. স.) ডাঁৰোঁতা, (স্ত্ৰী) ডাৰঁতী।

ডাৰণ্ (কৃদ্. স.) অৰ্থ-দণ্ড কৰণ।

ডাঁৰি (স.শ.) ৰৰণীৰ মাৰি। [ বঠা।

ডাঁৰ্ বঠা (স. শ.) এবিধ নাল-লগোৱা

ডাঁহ্ (স.শ.) কামুৰি তেজ-পিয়া এবিধ ডাঙৰ মাখি।

ডাঁহী (বি) "ডঁহা" চোৱা।

ডাঁহেকিয়া, ডাঁহেচিয়া (বি) পূৰঠ, পকিব লগা হোৱা।

ডাক্ (স. ধা.) কামুৰি বা গুলেৰে ফুটাই বিষ লগা; চোকা বস্তৰ দৰে ছালত বোৰোৱা আৰু বেদনা জন্মা; যেনে, চোৰাতে ডাকে। (অ.ধা) মতা কুকুৰাৰ দৰে মাত; উচ্চ শব্দ কৰ্। (স. শ.) মতা কুকুৰাৰ মাত।

ডাক্ জুই (স. শ.) অগ্নি, জলা জুই ১

ডাকু (বি) জেওৰা ভাঙি সোমাৱা আৰু ধৰিবলৈ গলে লৰ মৰা; মুখ-চোকা, কৰ্কশ স্বভাৱ যুক্ত, (তিৰোতাত খাটে)।

ডাকুৰ (স. শ.) দুই ছাপলীৰ ভিতিত আৰি দিয়া পথালি মাৰি; কলগ্ৰহ

ডাকোপ্ (স. শ.) বৰ-কথা, গপ্প।

ডাঙৰ্ (বি) বৃহৎ, দীঘল বহল ; মোটা ; বৰ, শ্ৰেষ্ঠ ; প্ৰবল ; বয়সীয়া। (স. শ.) বৰলোক ; বয়সীয়া মানুহ।

ডাঙৰি (স. শ.) ধানৰ পাঁচ, ছয় বা আঠ থৰ থকা ডাঙৰ মুঠা।

ডাঙৰী-কাপোৰ্ (স.শ.) বৰ-কাপোৰ।

ডাঙৰীয়া (স. শ.) বৰ লোক, শ্ৰেষ্ঠ মানুহ। (স্ত্ৰী) ডাঙৰীয়ানী।

ডাঙৰ্-দীঘল্(বি) ডাঙৰ আৰু দীঘল ; বৃহত, বৰ, বয়স-দোৱা, ডাঙৰ হোৱা।

ডাঙি মাৰি (স. শ.) তাঁত শালৰ ব আৰু গৰকাৰ মাজত পথালিকৈ দিয়া মাৰি। ১

ডাটি (ক্ৰি. বি.) ডাঠৰূপে, গধুৰ-ভাৱে ; বলেৰে,যেনে—তাক ডাটি কৰা।

ডাঠ্ (বি) ঘন, পাতল নোহোৱা ; দৃঢ়, শকত।

ডাঠুৱা (বি) সাহিয়াল, বুকু ডাঠ।

ডাঠ্‌কৈ } (ক্ৰি. বি.) ঘনকৈ ; দৃঢ়কৈ
ডাঠ্‌ৰূপে } গধুৰৰূপে।

ডাড়ি (স. শ.) খোঁতোৰা আৰু গালত গজা নোম।

ডাকনী (স. শ.) ভকতাৰ তিৰোতা। (বি) চুৰ্টি-চাপৰ, পুষ্ট আৰু আটিল, (স্ত্ৰী)। [ নাম।

ডাব্ (স. শ.) কুমলীয়া নাৰিকল ; কটাৰী মোকোটাই কুৰাই খোৱা

ডাবৰ (স. শ.) মুখ-খোৱা আৰু পিক পেলোৱা পাত্ৰ।

ডাবৰি (স. শ.) পেৰি বস লোৱা কুঁহিয়াৰৰ বাবৰ।

ডাবি (স. শ.) খজেৰে দেখোৱা ভয় ; তামোলৰ বা নাৰিকলৰ ফুলৰ ঢাকনী।

ডাব্-কটাৰী (স. শ.) মাজত মোকোটাই কুৰাই খোৱা কটাৰী।

ডাল্ স. শ ) শাখা, ঠাল। ( উপদ ) দীঘল, গোটা বস্তু বুজাবলৈ সংজ্ঞা বা বিশেষণ শব্দৰ পাচত দিয়া মাত ; যেনে, গছা ডাল।

ডাল্ দবিত্ৰ (বি) ভিকহু, নিহকিন।

ডালি (স. শ.) গছৰ ঠালি ( উপদ) সৰু বা ধৰমৰ গোটা দীঘল বস্তু বুজাবলৈ ব্যৱহৃত মাত।

ডালি-ধৰাহি (স. শ.) এবিধ ফুল-লগোৱা থৰাহি।

ডালিম্ (স. শ.) এবিধ সৰুলোৰে চিনা গছ ; তাৰ ফল।

ডালিয়া (স. শ.) পকা ডালিমৰ গুটিৰ নিচিনা এবিধ বঙা বাখৰ।

ডাল্-চেনি (স. শ.) এবিধ গছৰ অলপ সোৱাদ আৰু বঙা ছাল।

ডাল্‌ভৰুৱা (বি) লৰা-তিৰোতা নথকা, গোটেই অকলশৰীয়া।

ডাল্‌ভলীয়া (বি) ডহু, ঘনকৈ বোৱাবা, ( কাপোৰত থাটে )।

ডাবৰ্ (স. শ.) মেঘ, আকাশলৈ উঠি ঘন হোৱা বাষ্প বা ভাপ ; (অ.) মেঘেৰে ঢকা হ, মেঘ-যুক্ত হ, (বতৰত খাটে)।

ডাবৰীয়া (স. শ) মেঘে ঢকা বা বৰষুণ হোৱা বতৰ। (বি) বৰষুণ হোৱা, মেঘে ঢকা, (বতৰত খাটে)।

ডিক্ (স. ধা.) পোণ আঁক দি, পোণ আঁকেৰে শাৰী পাত্।

ডিঙৰা (স. শ.) এবিধ ঢোলৰ নিচিনা মাছ-ধৰা যতন।

ডিঙৰি (স.শ.) চালনীত বোৱা খৰচি।

ডিঙৰীয়া (বি) উখহি ডিঙৰাৰ নিচিনা হোৱা (পেট)।

ডিঙি (স. শ.) মুৰ আৰু গাৰ মাজৰ চিঞা ভাগ, গল।

ডিঙীয়া (বি) ডিঙিলৈকে তল যোৱা।

ডিঠক্ (স. শ.) চকুৰে দেখি বা জাগি থকা অৱস্থা, সপোণ নোহোৱা অৱস্থা।

ডিমৰু (স.শ.) এবিধ গছ ; তাৰ গুটি।

ডিম্ } (স. শ.) কণী।
ডিমা }

ডিৱা (বি) পোৱালি নথকা, (মাইকী জন্তুত খাটে)।

ডিৱাইকৈ (ক্রি. বি.) সম্যতকৈ, অধিককৈ, বঢ়াই।

ডিল্ (স.শ.) কলৰ ফুলৰ ভঁবাল।

ডিলা (স. শ.) কঁঠালৰ ফুট বা গোম ধানৰ গুটি লাগি থকা দণ্ডাকাৰ বস্তু ; গাড়ী আদিৰ ঘিলা লগোৱা মাৰি ; নাঙলৰ ঈহ ; আমৰ গুটি বা বাহ।

ডিলা-মাৰি (স. শ.) নাঙলৰ ঈহ ; গাড়ীৰ ঘিলা-লগোৱা মাৰি।

ডুখৰি "ডোখৰ্" চোৱা।

ডুগৰীয়া (বি) ডোখৰ-ডোখৰ হৈ থকা, গুড়ি নোহোৱা। [সৰু পাচি।

ডুগি (স. শ.) ধান-চাউল-আদি থোৱা,

ডুব (অ. ধা.) বুৰ্, পানীৰ তললৈ যা।

ডুবৰি (স.শ.) দূৰ্ব্বা, এবিধ পবিত্র বন।

ডুবা (স.ধা.) বুৰা,পানীৰ তললৈ নি।

ডুমি (স. শ.) নৈৰ বৰ দ আৰু বহল ভাগ, কুঁঢ়।

ডুবৈ (স. শ.) দ ঠাইত চৰা এবিধ চৰাই। [চপীয়া।

ডুবডুবীয়া (বি) মুখলৈকে পূৰ, চপ-

ডুমুনী "ডোম্" চোৱা।

ডুৰি (স.শ.) ঠেক কাপোৰেৰে মেৰাই কাপোৰৰ দাঁতিত বা সিয়লিত লগাই দিয়া জৰী।

ডুলি (স. শ.) ধান-আদি থোৱা বৰ ডাঙৰ পাচি।

ডে (অ. ধা.) আধা-পোৱা হ, ওপৰৰ ভাগ পোৱা হ। (স.ধা.) ওপৰে যা, চেৰা। [ডৌকা।

ডেউকা (স.শ.) চৰাই উৰি ফুৰা পাখি,

ঢেও (স. শ.) জঁাপ, ওপৰলৈ উৰি এঠাইৰ পৰা আন ঠাইলৈ কৰা গতি।

ঢেওনা (স. শ.) জেওৰা বা টাটী, মানুহে ঢেৰ পৰা,কিন্তু গৰু-ছাগে ঢেই যাব নোৱৰা চাপৰ ভাগ।

ঢেও-পৰা (বি) উদ্ধত, উতহুৱা, মন-বঢ়া। [ উদ্ধতালি।

ঢেওপাৰণি (স. শ.) ঢেওপৰা কাৰ্য্য,

ডেকা (বি) যুৱা, লৰা-কালৰ ওপৰৰ আৰু বুঢ়া-কালৰ নামৰ বয়সপোৱা। (স. শ.) যুৱা পুৰুষ; কোনো এক বিশেষ বংশৰ সন্তান।

ডেকাকচে-ঘোৰা (স.শ.)ডেকা-কালতে মৰিবৰ যোগ্য মানুহ, (শাও); (স্ত্রী) ডেকাকচে যাঁতী।

ডেকা-চাং (স. শ.) নগাৰ বিয়া-নকৰা ডেকাবিলাক থকা চাং ঘৰ।

ডেকা-দেও (স. শ.) মাণ্ডৰঙ্গ লোকৰ ডেকাক মতা মাত।

ডেকেৰী (স. শ.) যুবতী তিৰোতা। (বি) যুবতী।

ডেকেকৰা (বি) পাখী গজা, উৰণীয়া, (চৰাই); ডেকা-বয়স পোৱা, কিছু ডাঙৰ হোৱা, (মাছ)। (স. শ.) ডেকা-বয়স পোৱা তৰুণী।

ডেগ্ (স. শ.) এবিধ পেট বহল তিঙিং চুটি মাটিৰ পাত্ৰ, মঠীয়া।

ডেঙুৰ্ (স. শ.) ডাঙুৰ, কঙ্কগ্রহ।

ডেঙনি (স. শ.) বৰ চিঞৰ, কুকুৰ চিৎকাৰ।

ডেঙা (অ. ধা.) দুখ বা বেদনা পাই চিঞৰ, বৰকৈ কেঁকা।

ডেঙাউৰি (স.শ.) বাঘৰ উচ্চ গৰ্জন।

ডেঙাউৰিয়া (অ. ধা.) বাঘৰ দৰে উচ্চ শব্দেৰে গোজৰ।

ডেটি (স. শ.) কোনো সংখ্যা বা পৰিমাণ পূৰ হৈ বাঢ়ি থকা অংশ।

ডেফা (বি) ফল ধৰিবৰ বয়স পোৱা বা এবাৰ ফল ধৰা। (ফলত খাটে)।

ডেমেহ্ (অ. ধা.) পৈণত হৰলৈ ধৰ.

ডেমেহীয়া (বি) পৈণত হৰলৈ ধৰা।

ডেম্‌ডেউকা } (স. শ.) বীজলৰ গছ।
ডেম্‌ডোকা }

ডেম্‌ডেমীয়া (বি) বস থকা, কেচা।

ডেৰ্ (বি) এক আৰু আধা।

ডেৰা (স. শ.) একপ্রকাৰ মাছ ধৰা যতন; এবিধ গছ।

ডোং (স.শ.) সৰু খাল। [ হুঁতি।

ডোঁবাৰ্ (স. শ.) নৈয়ে এৰা পানী থকা

ডোঁবাৰ্‌জৰী (স. শ.) তাঁতৰ আগ-ফালৰ সূৰ-বন্ধা জৰী।

ডোখৰ্ (স. শ.) খণ্ড, ভাগ। সৰু বা মৰম-লগা অৰ্থত "ডুখৰি" হয়।

ডোখৰ্-ডোখৰ্ (বি) খণ্ড-খণ্ড, অনেক ডোখৰ-কৰা।

ডোঙা (স.শ.) সৰু খালত বোৱা পানী আদি; কলাপটুৱাৰ খোল।

ডোঙাডুলি ( স. শ. ) অনেক ডোঙা, ডোঙাৰ সমূহ। [ঢৈ।

ডোঙাডোঙে (ক্রি.বি.) অনেক ডোঙা

ডোবা (স. শ.) এখন বিলতকৈ সৰু, দ বদ্ধ পানী।

ডোম্ ( স. শ. ) জালোৱা, মাছ মাৰি জীৱিকা-কৰোঁতা; (স্ত্রী) ডুমূনী।

ডোমৰ্ ভাঁহী (স.শ.) চোকা মেকুৰি ১

ডোমালী (বি) ডোমৰ, ডোম-সম্বন্ধীয়।

ডোম্-জৰ্ ( স. শ. ) দুদিনৰ পাচত এদিন উঠা জৰ।

ডোৰা ( স. শ. ) কাপোৰ ফাটি জৰীৰ নিচিনা হোৱা ভাগ।

ডোল্ (স. শ.) জৰী, ৰটিয়া, গুণ।

ডোলা (স. ধা.) ডোল লগা; জৰীৰে বান্ধ্।

ডৌকা "ডেউকা" চোৱা।

# ঢ।

ঢ ( স. শ. ) এডৰা, বা বেলেগ সীমাৰ ভিতৰৰ বেলেগে জোখা এচোখৰ মাটি। [ পানীৰ পৰিমাণ।

ঢ (স. শ.) মাটিৰ জোখ, গণিত মতে

ঢক্ (স.শ.) ভোক-পিয়াহ বা ভাপৰণৰ হোৱা মূৰ্চ্ছা; ৰৌচি, ৰৰকৈ গুলোৱা সবাদ। [ কৰা প্ৰহাৰ।

ঢকা ( স. শ ) চাপৰ, মেলা হাতেৰে

ঢকাই ( ক্রি. বি. ) আচ্ছাদন কৰাই; খেদাই, গঁতিয়াই।

ঢকা-চমকা (বি) মেঘৰ পৰা অলপ ওলাই আকৌ মাৰ যোৱা, ( ৰদত খাটে )।

ঢকা ডিঙৰা / ঢকা ডিঙৰীয়া (স. শ.) অন্তৰ পেট উথহা ৰোগ।

ঢকিয়া ( স. ধা ) ঢকা বা চাপৰ মাৰ।

ঢকুৰা (স. শ.) তামোল-জাতিৰ গছৰ ৰোপা। [ ৰেৰ ন থকা।

ঢ-ঢৈয়া ( বি ) গোটেই মুকলি, আঁৰ-

ঢপলা(স.শ.) ছিৰোতাই দন্ত কৰোঁতে আপোনাৰ ককালত মৰা চাপৰ।

ঢপলিয়া ( অ. ধা ) দম্ভত আপোনাৰ ককালত চপৰিয়া; জপিয়াই নৰি মুৰ, চাপলি মেল্, (অশ্বত খাটে)।

ঢৰা (স. শ.) চাৰি, বাঁহৰ কাঠীৰ আসন

ঢৰীয়া (বি) চাৰিৰ নিচিনা, যিহি নোহোৱা ( কাপোৰ বা সূতা )।

ঢৰীয়া জাপি (স. শ.) তাঙৰ কাঠিৰে সজা জাপি। ১

ঢল্ (স. শ. ) জাক, সমূহ। (অ. ধা.) কাতি হ, হলি যা।

ঢলং পলং ( স. শ. ) টলং ভটং. নাবৰ

জোকাৰ ; দুৰ্ব্বলতাৰ কাৰণে পোন হৈ থাকিব নোৱৰা যেন বোধ।

ঢলা (স.ধা.) কাত্তিকৈ পেলা ; তৰি কাটি মাটিত পেলা ; গলোৱা ধাতু সাঁচত ঢলাই নিৰ্ম্মাণ কৰা।

ঢলিয়া (অ.ধা.) হনা ন, কোনো এফা-লৈ বৰলৈ বা ঢলিবলৈ ধৰ, ( নৈত খাটে )।

ঢলুৱা (বি) সাঁচত ঢালি গঢ়া (পাত্ৰ), ঠাচাত ঢালি পাত্ৰ-গঢ়া, (মানুহ)।

ঢল্‌ফুচিয়া (অ. ধা.) কাত্তি হৈ পৰি মুখেৰে উশাহ ল, কাপ-কাপ কৰ্ (মৰিবলৈ ধৰা অৱস্ত খাটে )।

ঢপ্‌চলীয়া (বি) জলি থকা, ধুহধুৱা, (আদঠা বা জুই )।

ঢাঁচ্ কৰে, (ক্রি. বি.) অকস্মাৎ "ঢাঁচ্" শব্দ কৰি, হঠাৎ, (পৰাত খাটে )।

ঢাক্ (স.শ.) এবিধ ডাঙৰ ঢোল। (স. ধা) আচ্ছাদন কৰ্, লুকা, গুপ্ত কৰ্। ( কৃদ. স. ) ঢাকোঁতা (স্ত্রী) ঢাকঁতী। [ কৰণ।

ঢাকন্ (কৃদ. স.) ঢকা কাৰ্য্য, আচ্ছাদন

ঢাকন্ } (স.শ.) আচ্ছাদন ; সাঁফৰ
ঢাকনী } (কৃদ.স.) ঢকা কাৰ্য্য।

ঢাক্‌ছাল্ (স. শ.) খাই বা ডাঠ ছালৰ তলৰ ছাল, লতাছাল ; গাৰ কোনো ভাগ ঢাকি থকা নিচেই পাতল ছাল।

ঢাকুৰ্ (স. শ) ঢেকুৰ, লৰি যোৱা। ১

ঢাকুৰা (বি) লৰি ফুৰা, কোনো কাৰ্য্যৰ নিমিত্তে লৰালৰিকৈ ফুৰা। ১

ঢাটুকপলীয়া (বি) দুৰ্কপলীয়া, দুৰ্ভগীয়া, (স্ত্রী) ঢাট্‌কপালী।

ঢাটুকপাল্ (স. শ.) দুৰ্কপাল, দুৰ্ভাগ্য।

ঢাপ্ (স. শ.) আটীয়া ; বাৰিৰ চাৰিও কালে বন্ধা মাটিৰ গড়। [ঢাকনী।

ঢাপৰ্ (স. শ.) নাৱৰ চাল বা ডাঠ

ঢাপলি (স. শ.) চৈহুৰ, অন্তৰ লৰ।

ঢাপলি } (স. শ.) জাঁপ দিবলৈ
ঢাপলিকা } কৰা পৰলি।

ঢপলিকা (স. শ.) চাপৰ পৰ্ব্বত।

ঢাৰি (স. শ.) কাঠৰ আসন।

ঢাৰি-পাটী (স. শ.) শয্যা।

ঢাল্ (স. শ. ) বাক্স, ফৰ ; খেলৰ গুটি-বুলোৱা ঘৰবিলাক ; এবাৰ খেদা সম্পূৰ্ণ খেল ; ফাল, দিশ। (স.ধা.) বাক্, লালীকৈ তলৈ নিক্ষেপ কৰ্. গলোৱা ধাতু ঠাচাত ঢালি নিৰ্ম্মাণ কৰ্।

ঢালে (অব্য) দিশে, ফালে।

ঢিপ } (স. শ.) ওখকৈ বন্ধা ভেটি,
ঢিপা } গছবানোত্তে তাৰ ওৰিত ৰখা মাটি। ১

ঢিমা (অ. ধা.) কম হ, মৃদু বা হ্রাস হ।

ঢিমিকি-ঢিমিকি ( ক্রি. বি. ) অতি অলপকৈ পোহৰ দি অতি অলপ-

অলপকৈ উশাহ লৈ, (জীয়াই থকাত থাটে।

ঢিমিক্‌ঢামাক্‌ (স. শ.) দুৰ্ব্বলৰূপে দীপ্তি-কৰা বা অলপকৈ জলিয়েই আকৌ দুমাৰ খোজা কাৰ্য্য। (বি) দুৰ্ব্বল-দীপ্তি-দিয়া, অলপকৈ জলিয়েই আকৌ দুমাৰ খোজা।

ঢিলা (বি) লোলা; আঁট থাই নথৰা; কোমল, অকঠিন। উজু, সুকৰ।

ঢিলাসোলকা } (বি)নিচেই ঢিলা বা
ঢিলাসোলোকা } লোলা, এৰাই পৰা।

ঢুকা (অ. ধা,) গত হ, অন্ত হ, শেষ হ; মৰ্‌। (স. ধা.) অন্ত কৰ্‌, শেষ কৰ্‌, ক্ষয় কৰ্‌।

ঢুল্‌ (অ. ধা.) আগ কালৰ পৰা পাচ-কাললৈ আৰু পাচ কালৰ পৰা আগ-কাললৈ গা সঞ্চালিত কৰ্‌।

ঢুলীয়া (স. শ.) ঢোল-বজাওঁতা; (স্ত্রী) ঢুলীয়'নী।

ঢুলঢুলীয়া (বি) বেদনা বা কান্দনৰ বাবা বন্ধা হোৱা, (চকু)। [হাতী।

ঢুঁহী (স. শ) বয়ীসয়া শকত মাথুনী

ঢেংঢেঙীয়া (বি) পনীয়া অধিক পানী-যুক্ত, (জুলীয়া বস্তুত থাটে)।

ঢেঁকৰ্‌ (স. শ.) দোলাৰ দুই মূৰে লগোৱা ধাতুৰ বেঁকা মাৰি; এবিধ চৰাই।

ঢেঁকিয়া, "ঢেঁকীয়া" চোৱা। [চোৱা।

ঢেঁকিয়া-পতীয়া "ঢেঁকীয়া পতীয়া"

ঢেঁকী (স. শ.) শস্য পৰিষ্কাৰ কৰা খুন্দা যতন। [বন-শাক।

ঢেঁকীয়া(স.শ.) ছিৰলী পাতেৰে এবিধ

ঢেঁকীয়াপতীয়া (স. শ.) গাত কলা আঁচ থকা এবিধ বাঘ, বৰ-বাঘ।

ঢেঁকীয়াল্‌ (স. শ.) আসামৰ এখেল মানুহ। [ঘাই বিষয়া।

ঢেঁকীয়াল-ফুকন্‌ (স. শ.) সেই খেলৰ

ঢেকীয়াশলি (স. শ.) ঢেকীয়া গছৰ দৰে এবিধ সৰু গছ (বাৰ আদি প্রস্তুত কৰাত চলে)। [ঘৰ।

ঢেঁকীশাল্‌ (স.শ.) ঢেঁকীঘৰ, ধান-বনা

ঢেঁকী-সাপ্‌ (স. শ.) এবিধ বৰ দীঘল আৰু ডাঙৰ সাপ, অজগৰ।

ঢেকুৰা (স. শ.) দুষ্ট কুকুৰ। ১

ঢেঁকেৰী (স. শ.) কামৰূপৰ মানুহ।

ঢেঁকেৰীয়া } (স. শ.) ফুট নথকা
ঢেঁকেৰুৱা } কঁঠাল।

ঢেঁচেঁঙা (বি) থমথমীয়া; বৰতপত ঠাই (বালী বা পৰ্ব্বত)।

ঢেঁৰা (স. শ.) এবিধ হাঁহৰ নিচিনা ডাঙৰ মাছ-খোৱা চৰাই; (স্ত্রী) ঢেঁৰী।

ঢেক্‌ঢেকনি (স. শ.) উচ্চ হাঁহিৰ শব্দ; ঘোঁৰা বা গঁড়ৰ মাত।

ঢেক্‌ঢেকা (অ. ধা.) বৰকৈ বা উচ্চ শব্দেৰে হাঁহ; ঘোঁৰা বা গঁড়ৰ দৰে শব্দ কৰ্‌।

ঢেদা (বি) ঢেঙেঢেঙীয়া, পনীয়া।

ঢেপা (বি) ভালকৈ নোপোৰা বা পাগত থুঠা,কনকনীয়া নোহোৱা; (মাটিৰ পাত্ৰ); পা আটিল নো-হোৱা; ঢিলা, নিৰ্ব্বলী।

ঢেপাই তিতা (স. শ.) এবিধ ঢাপত হোৱা বহল পাতেৰে তিতা সক গছ।

ঢেপেলা (বি) বৰবহল, (পাত আদি)।

ঢেপ্ঢেপীয়া (বি) ঢেপা, পাগত টান নোহোৱা; ঢেপা চক-আদিৰ দৰে বজা, (ঢোল-আদিত খাটে)।

ঢেৰ্নি (স. শ.) অবিবাহিতা স্ত্ৰী, বধা তিৰোতা।

ঢেৰেকনি (স. শ.) বজ্ৰপাতৰ শব্দ।

ঢেল্ (স. শ.) চকুৰ বগা ভাগ।

ঢেলা (বি) নিতেজ, শেঁতা; বৰবুণৰ পাচত বল নোলোৱাকৈ থকা, (বতৰ)। [ওলোৱা চকুযুক্ত।

ঢেলা-চকুৱা (বি) বগাভাগ বৰকৈ

ঢেল্ওপলা (স. শ.) মবাৰ নিচিনা হৈ পানীৰ ওপৰলৈ উঠা কাৰ্য্য।

ঢেল্ঢেলীয়া (বি) ঢেলা, শেঁতা।

ঢোঁৰা (স. শ.) এবিধ বিষহীন সাপ, ঢোঁৰা সাপ।

ঢোঁৰা-কোৱা (স. শ.) এবিধ ভাৰৰ কাউৰী চৰাই; (স্ত্ৰী) ঢোঁৰা কাউৰী।

ঢোঁহ (স.ধা.) আত নিবিচৰাকৈ এঠা-ইত ধৰি টানি উলিয়া, (সূতা আদিত খাটে)।

ঢোঁহা } (বি) আত নিবিচৰাকৈ
ঢোঁহোৱা } টানি উলিওৱাত আউল-লগা।

ঢোঁহোৰ্মোহোৰ্ (বি) বিশৃঙ্খল,আউ-লীয়া, (পিন্ধা কাপোৰ)।

ঢোহোৰ্মোহোৰ্কৈ (ক্রি.বি.) বিশৃ-ঙ্খলৰূপে, আউলীয়াকৈ।

ঢোক্ (স.ধা.) ফুলীয়া বস্ত গিল্। (স.শ) এবাৰত গিলা ফুলীয়া বস্ত।

ঢোকা (স. শ.) এবাৰত গিলা জুলীয়া বস্ত, ঠেকা, কোনো বস্ত লগৰাকৈ বাখিবলৈ লগোৱা বাঁহ-আদি।

ঢোকাঢোকে (ক্রি.বি) এঢোকাৰ পাচত আন এঢোকা লৈ।

ঢোকা-পৰ্ব্বত্ (স.শ.)ওখ পৰ্ব্বতৰ ওচৰৰ চাপৰ পৰ্ব্বত। [মানুহ।

ঢোকোৰ্ (স. শ.) মাজ ভাগৰ মকহান ১

ঢোকোৰাই } (ক্রি.বি.) ঢোকোৰ
ঢোকোৰ্কৰে } শব্দ কৰি, (পানী আদি গিলাত খাটে)।

ঢোপ্ (স.শ.) কৰাই খেমালি-কৰা কটা-কানিৰ টোপোলা; আহু আদিৰ ভটিৰ তঁৰাল; গোসাঁয়ে আশীৰ্ব্বাদ কৰি দিয়া মালা।

ঢোপা (বি) ফুলিবলৈ ধৰা, পাহি মুকলি হব লগীয়া হোৱা।

ঢোপাকলি (স. শ.) ফুলিবলগীয়া কলি ফুল। ১ [আতাৰ।

ঢোপাচালি (স. শ.) মেঘৰ দ্বাৰা হোৱা।

ঢোপাঢিলা (স.শ) আবৃত কৰা ঢাকি; ঢকাচমকা পোহৰ, ডাঙৰকৈ নজলা চাকিৰ পোহৰ। ১

ঢোপাৰক্ } (স. শ.) বট্-গছ, এবিধ
ঢোপাবৰ্ } আঠা ওলোৱা গছ।

ঢোপ্‌চুপীয়া (বি) বায়ুৰ দ্বাৰা ওফন্দা।

ঢোবোহা (বি) বৰ ডাঙৰ, ওলমি পৰা, (পেটত থাকে)। [পেট-মুক।

ঢোবোহা পেটা (বি) পেটাল, ডাঙৰ

ঢোল্ (স.শ.) ভিতিত ওলমাই বজোৱা এবিধ বাদ্য; তিনি পুৰা থান-ধৰা এটা পাচি।

ঢোলোকনি (স. শ.) ঢৌৰ দ্বাৰা নাৱৰ ভিতৰলৈ পানীৰ প্ৰবেশ; সকা-লিত পাত্ৰৰ মুখে দি ফুলীয়া বস্তৰ পতন।

ঢোলোকা (স. শ.) বতাহৰ বা ঢৌৰ কোবত এবে বাৰতে নাৱৰ ভিত-ৰলৈ সোমোৱা পানী; পানীত পৰা মানুহে এবাৰত গিলা পানী, হোলোকা।

ঢোলোকাঢোলোকে (ক্রি. বি.) এ-ঢোলোকাৰ পাচত আন এ ঢোলোকা হৈ বা লৈ।

ঢৌ (স.শ.) বতাহৰ বা সোঁতৰ বেগত ওখ হৈ উঠা পানী; সোঁতাৰ নিমিত্তে কোনো পাত্ৰৰ গাত তোলা উঠলা; পানী তোলা। [ফটা।

ঢৌ-ছিৰা(বি) এ মুৰৰ পৰা আন মুৰলৈ

ঢৌৱা (অ. ধা.) ঢৌ-তোল্, বতাহ বা সোঁতৰ বেগত ওফন্দি উঠ্। (স.ধ.) ৰৰকৈ প্ৰকাশ কৰ্, বৌচি (স.শ.) পানী তোলা; বায়ুৰ দ্বাৰা ওফন্দি পানীৰ ওপৰত উঠা ঢৌপোৱা।

ঢৌঢৌৱা(বি) ঢেংঢেঙীয়া, বৰ পনীয়া।

---

# ড।

ডই (সর্ব) সাধাৰ মানুহক ৰতা শব্দ।

ডং (স.শ.)তামোলৰ সামোছাৰ তামোল আদি ৰখা ডাগ মলিয়ন নহবৰ কাৰণে তাৰ ভিতৰে দিয়া কাঠ কাপোৰ, পথক। [কাম-ডাৰ।

ডাক্ (স.শ.) অকস্মাত উঠা শব্দ, ধঁক;

ডকৰকীয়া (বি) থৰককীয়া, কাৰত পাৰ্গত; বেগাই কথা-কোৱা।

ডগৰ্ (স. শ.) এবিধ বগা ফুল; তাৰ গছ।

ডগা (অ.ধা.) জিৰোৱা, ডাগৰ পসুৱা,

যেনে—বেমারব পরা উঠি লরা-
টোৱে এতিয়াহে গা তজাইছে।

তজ্‌বজা (অ. ধা.) লরচর করি থাক্‌, স্থিৰে নেথাক্‌; উৎসাহী হ।

তজ্‌বজীয়া (বি) স্থিৰে নথকা, উৎসাহী

তত্‌ (স. শ.) জ্ঞান, বোধ, চেতনা; স্থিৰতা, ধৈৰ্য; সাৱধানতা।

তত্‌ (সৰ্ব্ব) সেই দূৰ ঠাইত।

তৎপৰ্‌ (স. শ.) তৎপর; লেঠা।

তৎপৰতা (স.শ.) খৰধৰ শীঘ্ৰতা, বেগ।

তত্তাতৈয়াকৈ (ক্রি.বি.) খৰকৈ বেগাই।

তত্তালিকে } (ক্রি. বি.) তৎক্ষণাত, তত্তালিকতে } বেগতে, অতি শীঘ্ৰে।

তত্তোধিক্‌ (বি) তাততকৈ বা সেই বোৰততকৈ সৰহ।

তত্তোৱাল্‌ (বি) তততেৰে থকা, সাৱধান, বিতত নোহোৱা। [লিকে।

তৎকালে (ক্রি. বি.) তেতিয়াই, তত্তা-

তত্ব (স.শ.) সত্যতা, যথাৰ্থতা; ঈশ্বৰ।

তত্বজ্ঞান্‌ (স.শ.) সত্য জ্ঞান, পৰমেশ্বৰৰ বিষয়ৰ স্বৰূপ জ্ঞান।

তত্বজ্ঞানী (বি) পৰমাৰ্থ জনা। (স. শ.) পৰমাৰ্থ-জনা লোক।

তৎ-নথকা (বি) অসাৱধান, বিতত।

তৎক্ষণাৎ (ক্রি.বি.) তত্তালিকে তেতিয়াই, অতি শীঘ্ৰে।

তথাচ } (অব্য) তেও, তেনে হওঁ-
তথাপি } তেও।

তথ্য (স. শ) সত্যতা, যথাৰ্থতা।

তদকাৰ্‌ (বি) পৰিপাটি, ভূষিত।

তদনন্তৰ্‌ (ক্রি.বি) তাৰ পাচত, পাচে।

তদনুৰূপে } (ক্রি. বি.) সেই দৰে, তদনুসাৰে } সেই প্ৰকাৰে।

তদপি (অব্য) তথাপি, তেও।

তদুত্তৰে (ক্রি. বি.) তাৰ উত্তৰত, তাৰ উত্তৰ দিয়াত। [কত বাজে।

তদুপৰি (ক্রি বি.) তাত বা সেই বিলা-

তদগত মনে } (ক্রি. বি) বৰকৈ মন তদগত চিত্তে } লগাই, একান্তমনে।

তদ্দ্বাৰা (অব্য) তাৰ বা সেইবোৰৰ দ্বাৰা

তদ্ৰূপ্‌ (বি) সেই প্ৰকাৰৰ, তেনে।

তদ্ৰূপে (ক্রি. বি.) সেই দৰে।

তধা (বি) আচৰিত, বিচুৰ্তি হৈ একে ঠৰে চাই থকা।

তনয়্‌ (স.শ.) পুত্ৰ, পো। (স্ত্ৰী) তনয়া।

তনু } (স শ.) শৰীৰ, গা। (বি)
তনু } পাতল, অধম, সেৰেকা।

তন্ত্ৰ (স.শ.) নানা দেৱতাৰ পূজাৰ বিধি থকা পুথি।

তন্দ্ৰা (স.শ.) ৰোগৰ দ্বাৰা দুৰ্ব্বল হোৱাৰ নিমিত্তে বা ভাগৰ লগাৰ কাৰণে চিলমিলীয়া টোপনি; কলা ঘুমটি।

তপ্‌ (স. শ.) তপস্যা।

তপত্‌ (বি) উষ্ণ, তাপযুক্ত।

তপস্তা (স. ধা.) তপত কৰ্‌। (কৰ্ত্ত.স.) তপস্তাওঁতা, (স্ত্ৰী) তপস্তাঁতী।

তপতে ( ক্রি. বি. ) তপত অৱস্থাত, চেঁচা নোহোৱাকৈ , যেনে, পানী তপতে আছে। [পলম নৰৰাকৈ।
তপতে-তপতে (ক্রি.বি.) তপতে থাকোঁতেই,চেঁচা নৌ হওঁতেই; পোনেই,
তপসী (স. শ.) তপস্বী (স্ত্রী) তপসিনী।
তপস্যা (স. শ.) শৰীৰক দুখ দি কৰা দেৱতাৰ আৰাধনা তপ।
তপস্বী (স. শ.) তপসী, তপ কৰোঁতা , (স্ত্রী) তপস্বিনী।
তপা (বি,মাজ মূৰত বা গোটেই মূৰত চুলি নথকা, ( মানুহ ) ; মাজ-ভাগত বা গোটেইটোত চুলি ন থকা (মূৰ)। (স. শ ) মাজ মূৰত বা গোটেই মূৰত চুলি নথকা মুনিহ ; (স্ত্রী) তপী।
তপা-মূৰা } তপা-মূড়া } (বি)মাজ মূৰত বা গোটেই মূৰত চুলি নথকা ; তপা। (স্ত্রী) তপামূৰী, তপামুড়ী।
তপাল্ (স ধা.) খোৱা বস্তুৰ আস্বাদ লওঁতে ওঁঠ বা মুখ বজা।
তপিনা (স. শ.) কৰঙনৰ বাজ ফাল।
তবধ্ (বি) তধা, আচৰিত হৈ ৰ লাগি থকা।
তবাজ্ (বি) দুষ্ট , অশান্ত।
তম্ } তম } (স. শ ) তিনি গুণৰ শেষ গুণ যাৰ দ্বাৰা মানুহৰ ইহকালত পাপলৈ ইচ্ছা পৰকালত নৰক হয়।
তমক্ ভমক্ (অব্য) শক্তি দেখা, তেজ দেখা।
তমক্ ভমক্ কৰে ( ক্রি. বি. ) হঠাৎ তেজ শক্তি দেখাই।
তমলুৰা (বি) তমালৰ যোগা, আপ-ইতা, (বাঁহ)।
তমস্কাৰ্ (বি) সাজ পাৰ পিন্ধি দেখি-বলৈ শুৱনি হোৱা।
তমাল্ (স. শ ) আঁপইতা বাঁহৰ জৰী ; তংলতি গছ।
তমোগুণ্ "তম্" চোৱা।
তম্ভ্ (অ. ধা.) জিৰা, শঁতা, কামৰপৰা বিশ্ৰাম ল।
তয়াঁতোৰা } তয়াইঁয়া } (স.শ) তই আৰু তোক বুলি,অৰ্থাৎ অগান্ধ কৈ কৰা সম্বোধন।
তয়াময়া (বি) জিবিবৰ কাৰণে প্ৰাণ-পণে যত্ন কৰা ; প্ৰবল, জাহৰ। (স. শ.) ৰৰ দন্দ বা যুঁজ।
তৰ্ (অ. ধা.) আপদৰ পৰা উদ্ধাৰ হ, ৰক্ষা পৰ্ ; মুক্তি পা। (স. ধা.) পাৰ হ ; বিস্তৃত কৰ, মেল্, (আঁঠুৱা, পাল আৰু জাঁৰকাপোৰ আদিত খাটে)। (স.শ.) থাম,স্থল, পানী নথকা মাটি।
তৰ্ } তৰং } (বি) অগভীৰ, দ নোহোৱা।
তৰ্ (সৰ্ব্ব) সেই ঠাইৰ।

তৰঙ্গ (স. শ.) ঢৌ, উৰ্ম্মি। [ঘাটে)।
তৰঙ্গিণি (বি) ঢোকা, খলাল, ( বাৰত
তৰঙ্গুৰা (বি) তৰং, দ নোহোৱা।
তৰণ্ (কৃদ. স) উদ্ধাৰ বা পাৰ হোৱা
কাৰ্য্য। [ উপায়।
তৰণি (স. শ.) ৰক্ষা, উদ্ধাৰ; ৰক্ষাৰ
তৰণি, তৰণী (স. শ.) নৌকা, নাও।
তৰপ্ (স. শ.) জাপ, এখানৰ ওপৰত জাপি থোৱা আন এখান বস্তু; একেবাৰেই কৰা বা উৎপন্ন বস্তুৰ সমূহ, চাম।
তৰপীয়া (বি) অনেক তৰপ থকা।
তৰল্ (বি) দ্ৰব, জুলীয়া, পাতল, গহীন নোহোৱা, চঞ্চল।
তৰহ্ (স. শ.) প্ৰকাৰ, বিধ।
তৰহে-তৰহে (ক্ৰি. বি.) বিধে-বিধে, এবিধৰ পাচত আন এবিধ হৈ।
তৰা (স. শ.) নক্ষত্ৰ, আকাশৰ সৰু দীপ্তিমন্ত বস্তু; এবিধ বন। (স.ধা.) উদ্ধাৰ বা নিস্তাৰ কৰ্; মুক্তি দি। (কৃদ. স.) তৰাওঁতা, (স্ত্ৰী) তৰোঁতী।
তৰা (স. ক্ৰি) আৰম্ভ কৰা, যেনে— ইমান দিনৰ মূৰত আজিহে তাঁত তৰিছোঁ।
তৰাং "তৰং" চোৱাঁ।
তৰাণি (স. শ.) তৰা-বনৰ হাবি।

তৰাহি (স.শ.) পিতলৰ থাল।
তৰি-তৰি(ক্ৰি.বি.) টোৱাই,আগবঢ়াই।
তৰুণ্ (বি) ডেকা, যুবা; (স্ত্ৰী) তৰুণী।
তৰুৱা (বি) সামান্য, অকৃষ্ট পীয়া; অল-পীয়া; যেনে, তৰুৱা জলপান।
তৰুৱা-কদম্; (স. শ.) এবিধ হালধীয়া ফুল ধৰা কাঁইটীয়া গছ।
তৰে (ক্ৰি. বি.) বামে দি, বাম-বাটে।
তৰোৱাল্ (স শ.) এবিধ ঠেক দীঘল কটা অস্ত্ৰ। [ বুজ্।
তৰ্ক্ ( স. ধা. ) দেখ, চকুৰে মন্;
তৰ্ক্ ( স. শ. ) কথাৰ বাদ, বিচাৰ; কাৰণ আৰু কাৰ্য্যৰ অনুসন্ধান।
তৰ্কবিতৰ্ক (স. শ.) বাদানুবাদ, প্ৰশ্ন-উত্তৰৰ দ্বাৰা সত্যৰ বিচাৰ।
তৰ্কশাস্ত্ৰ (স.শ.)তৰ্ক অৰ্থাৎ কাৰণ আৰু কাৰ্য্যৰ বিচাৰ কৰি সত্য নিশ্চয় কৰিবলৈ শিকোৱা পুথি।
তৰ্‌চেৰেলী (স.শ.) এবিধ সৰু জেঠী-জাতিৰ জন্তু। [খকাটো আঙুলি।
তৰ্জ্জনী (স. শ.) বুঢ়া আঙুলিৰ ওচৰত
তৰ্জ্জ্ ( স্থ. শ. ) এডাল ধাতুৰ পথালি দুই মূৰে বাটিৰ নিচিনা দুটা পাত্ৰ ওলমোৱা এবিধ তুল।
তৰ্ণাস্তি (বি) হাইৰাণ, হাৰাশাস্তি।
তৰ্ত্তৰীয়া (বি) গহীন নোহোৱা, মন-পাতল, চঞ্চল [হোৱা অৱস্থা।
তৰ্জ্জনি ( স. শ. ) টানত পৰি বিবুদ্ধি

তৰ্পৰা (সৰ্ব্ব) সেই দূৰ ঠাইৰ পৰা।

তৰ্পণ্ (স. শ) মৃতকৰ উদ্দেশে তিল-জল দিয়া কাৰ্য্য।

তাৰ্বটীয়া (বি) বাম-বাটে যোৱা।

তৰ্বৰা / তৰ্ব্বৰা (অ. ধা.)জিলিক্, জলমল।

তৰ্বৰীয়া / তৰ্ব্বৰীয়া (বি)জিলিকা, জলমলীয়া।

তৰ্ম্মুজ (স. শ.) এবিধ লতা; তাৰ মিঠা আৰু ৰসাল ফল।

তল্ (স. শ.) অধোভাগ, নাম-ভাগ। (বি) অধীন, তলতীয়া; নাম-ভাগৰ, অধোভাগৰ।

তলচা (স. শ.)তুলী-আদিৰ তলত পৰা কাপোৰ।

তলতীয়া (বি)তলৰ, অধীন, বশবৰ্ত্তী; বয়সে সৰু।

তলত্পৰা (স. শ.) তুলীৰ ওপৰত পৰা কাপোৰ, তুলীৰ ঢাকনী।

তলনি (বি) কোনো বস্তুৰ তলত থকা, তলৰ। (স. শ.) গেদ।

তলা (স. শ.)পাত্ৰৰতলি; গাঁৰৰ চক; গুপ্তভাব বা কথা।

তলাওপৰা (বি) এটাৰ তলত আনটো পৰা; তলৰ ভাগ ওপৰলৈ যোৱা।

তলাতল্ (স. শ.)পৃথিবীৰ তলৰ তৃতীয় জগত; অনেক থলপা থকা ঘৰ।

তলি (স. শ.) পাত্ৰৰ বা আন কোনো বস্তুৰ তল-ভাগ, অধোভাগ।

তলিচা (স. শ.) তলচা।

তলিয়ৰি (বি) তলত থকা; পিন্ধা কাপোৰৰ ভিতৰ-ফালে লগোৱা। (স. শ.) পিন্ধা কাপোৰৰ ভিতৰ ফালে লগোৱা কাপোৰ।

তলী (স. শ)খেতি-কৰা মাটি; যেনে, মাহ-তলী।

তলীয়া (স. শ.) কাঠৰ চেপেটা ভাত-বঢ়া পাত্ৰ।

তলুৱা (স. শ.) হাতৰ ভিতৰৰ ফাল; ভৰিৰ তলৰফাল।

তলে (অব্য) তলৰ ফালে; অধীনে তলতীয়া হৈ।

তলে-তলে (ক্রি. বি.) গুপ্ত ভাৱে, আনে নজনাকৈ, ভিতৰি।

তলৈ (সৰ্ব্ব) সেই ঠাইলৈ।

তল্-ওপৰ্ (বি)স্থলস্থলীয়া, তোলপাৰ।

তলখুঁচুৰীয়া (বি) সৰুকৈ কোৱা।

তলখুঁচুৰীয়াকৈ(ক্রি বি.)সৰু মাতেৰে।

তলগৰীয়া (বি নোপজা, তল-যোৱা।

তলচৰীয়া (বি) পুখুৰি-আদিৰ তলৰ ভাগত থকা, (মাছ)।

তল্-থৰা (স. শ.) তাঁত-শালৰ গৰকাৰ জৰী।

তলপতা (বি) তলাত বাধৰ পতা (থুৰীয়াত থাটে)। ১

তলপাৰি (স. শ.) মুখৰ ভি:ৰৰ তলৰ দাঁত পাৰী। ১

তল্-পেটু (স. শ.) নাইৰ তলৰ ভাগ।

তল্-কালে(ক্রি.বি.)তলে, তলৰ ভাগত

তল্ সৰা (বি) গছৰপৰা সৰি তলতপৰা

তল্-মুঁতীয়া (বি) মাটিৰ তলে বৈ থকা
(নৈ)। [কোৱা।

তল্-মুৰীয়া (বি) সৰুকৈ গোৱা বা
তল্মুৰীয়াকৈ (ক্রি.বি.) সৰু মাতেৰে।

তহিলং (স.শ.) তাৎ, জলবৎ (আনক
মৰা-কটাত থাটে)। ১

তহিলং কৰা (বি) বৰকৈ দুখ দিয়া;
শিল্পকাৰ্য্যত পাৰ্গত। ১

তহিলং কৰি (ক্র.বি) বৰকৈ দুখ দি,
বেগতে কাৰ্য্য সমাধা কৰি। ১

তন্ত্ৰ (স. ধা.) ভাতি সঞ্চালিত কৰ্
ভ'তিৰে তাও দি।

তাই (স প্র) সেই জনী তিৰোতা।

তাইলুকীয়া (বি) টুটকীয়া; অবিশ্বাসী;
নীচ। [দুতাও ভাত বাহ্বিলে

তাও (স. শ.) তাপ, উষ্ণতা; এবাৰ
চৰুত বহাই ৰন্ধা ভাত; যেনে,

তাও (স. শ.) ৰস উলিওৱা কাৰ্য্য,
(ভাবৰ ৰস বাহিৰ কৰা)।

তাওকিন্ (স. শ) ভোগজৰা, পেটত
নলা-লগোৱা লোটা।

তাওদিয়া (স. ক্রি) ভুৱনি কৰা
যেনে—গোঁফত তাও দিছে।

তাঁত (স.শ.) কাপোৰ ৰবলৈ শালত
লগোৱা দীঘৰ সূতাবিলাক;
শালত থকা কাপোৰ।

তাঁতী (স. শ.) কাপোৰ বৈ জীৱিকা
কৰোঁতা। (স্ত্রী) তাঁতিয়নী।

তাঁত্-শাল্ (স. শ.) তাঁত বোৱা ঘৰ;
কাপোৰ-বোৱা যতন।

তাকৰ্ (বি) অলপ্, কম; নোজোৰা।

তাকৰা (স. ধা.) কম কৰ্, টুটা।

তাকৰীয়া (বি) অলপীয়া, কম থকা;
অলপ; নোজোৰা। [কমকৈ।

তাকৰ্কৈ (ক্রি. বি.) অলপীয়াকৈ,

তাদৰ্ (স. ধা.) উৎকৰ্ষ কৰ্, আগ-
তকৈ ভাল কৰ্। [ছপা পুথি।

তাদৰণ্ (কৃদ. স.) উৎকৰ্ষ কৰা কাৰ্য্য।
(স. শ.) সংশোধন কৰি আকৌ

তাড়না (স. শ) কোবোৱা, শাসন, দমন।

তাত্ (সর্ব্ব) সেই ঠাইত। [প্ৰায়,অৰ্থ।

তাৎপৰ্য্য (স. শ.) কথাৰ ভাব, অভি-

তাদৃশ্ (ক্রি বি. তেনে, সিমান।

তান্ত্ৰিক্ (বি) তন্ত্ৰ সম্বন্ধীয়; তন্ত্ৰৰ মতে
চলা। (স. শ.) তন্ত্ৰৰমতে চলা
লোক। [শোক, দুখ।

তাপ্ (স. শ.) উষ্ণতা, তপত গুণ;

তাপলি (স. শ.) কাপোৰৰ ফাটত সি
দিয়া এডোখৰ সৰু কাপোৰ,
কোনো বস্তু ঢাকিবৰ কাৰণে লগাই
দিয়া সৰু খণ্ড।

তাপহ্ (অ. ধা.) বেজাৰ সহি বা কষ্টত
ধৈৰ্য্য ধৰি থাক।

তাপিত্ (বি) দুঃখিত, বেজাৰ পোৱা
উত্তাপৰ পৰা দুঃখ-পোৱা।

তাবিজ্ (বি) নিপুণ, পাৰ্গত।

তাম্ (স. শ.) এবিধ ৰঙা ধাতু।

তামসিক্ (বি) তমোগুণীয়া।

তামি ঘৰা (স. শ.) কাপোৰৰ ঘৰ।

তামী (স. শ.) পূজাত ব্যৱহৃত তামৰ বাটি।

তামূলী (স.শ.) ৰৰলোকক তামোল কাটি দিওঁতা। (বি). ৰৰকৈ তামোল খোৱা, তামোলত ৰত।

তামোল্ | তাম্বুল্ } (স. শ.) তাল জাতিৰ এবিধ গছ, তাৰ গুটি; পাণ চুণ আদিৰে মিহলাই চোবাবৰ নিমিত্তে যুগুত কৰা সেই গুটিৰ সৰু সৰু খণ্ড, গুৱা।

তামোল্-গামোছা (স. শ.) হাঁচটি, তামোল-পাণ বান্ধি লৈ ফুৰোৱা সৰু কাপোৰ।

তাম্রপত্র (স. শ.) ৰজাই মাটি আদি দান-কৰাৰ কথা লিখা চেপেটা তাম, তামৰ ফলি।

তাৰ্ (উপশ.) নোম, কাঠী বা তদ্রূপ বস্তুৰ সমূহ বা আটি বুজাবলৈ সেই বস্তু বুজোৱা সংজ্ঞা-শব্দ বা তাৰ বিশেষণৰ পাচত দিয়া শব্দ; যেনে, চুলি-তাৰ, বাঢ়নী-তাৰ, জুতাৰ বাঢ়নী। সৰু বা ভাল তেনে বস্তু বুজাবলৈ "তাৰি" হয়; যেনে, চুলি-তাৰি। (সর্ব্ব) সেই ঠাইৰ। (স.শ.) উদ্ধাৰ কৰ্, আপদৰ পৰা ৰাখ; মুক্তি দি।

তাৰণ্ (কৃদ্. স.) উদ্ধাৰ কৰণ; মুক্তি-দান।

তাৰতম্য (স. শ.) ন্যূনাধিক; প্রভেদ।

তাৰহ্ (স. শ.) শাসন, দমন; বাধা।

তাৰা (স. শ.) নক্ষত্র, তৰা।

তাৰি (বি) পৰিমাণতকৈ অধিক (খোৱা-পিয়াত খাটে)। (ক্রি.বি.) ঘন কৰি, ডাঠ কৰি, যেনে জেওৰা খন তাৰি আন।

তাৰিকৈ (ক্রি বি.) পৰিমাণত কৈ অধিক কৈ।

তাৰিখ্ (স. শ.) কোনো কাকত লিখা বা কাৰ্য্য হোৱা দিন।

তাৰিণী (স. শ.) উদ্ধাৰ-কাৰিণী, ৰক্ষা কৰঁতী; মুক্তিদায়িনী স্ত্রী।

তাৰী (স. শ.) তাল ফলৰ ৰস।

তাৰোঁতা (কৃদ্. স.) ৰক্ষা কৰোঁতা, উদ্ধাৰ-কৰোঁতা; মুক্তি দিওঁতা।

তাৰ্কিক্ (স. শ.) তর্কশাস্ত্র-জানোতা। (বি) নৈয়ায়িক, তর্কশাস্ত্র জনা।

তাৰ পৰা (সর্ব্ব) সেই ঠাইৰ পৰা।

তাল্ (স. শ.) এবিধ গছ; গীতৰ স্বৰৰ আঘাত বুজাবলৈ মৰা চাপৰি; সেই চাপৰিৰ সলনি ৰজোৱা এবিধ বাদ্য; খলপা।

তালব্য (বি) তালুৰপৰা উচ্চাৰিত, তালুত উৎপন্ন।

তালি (স. শ.) তাপলি।

তালু ( স. শ. ) মুখৰ ভিতৰৰ ওপৰৰ ভাগ ; মাজ-মুৰ।

তালে তালে ( ক্রি. বি.) প্রতি-তালত, তাল অনুসৰি, তাল নভঙ্গাকৈ।

তালৈ (সৰ্ব্ব) সেই ঠাইলৈ।

তালমুৰীয়া (জু), (বি) এখোৰ তালৰ দৰে সমান।

তাৱৈ (স. শ.) সখিৰ বাপেক, বোপাইৰ সখিয়েক ; নিজ নামেৰে যোৱা মানুহৰ বাপেক।

তাহন্ "তাহোন্" চোৱঁা।

তাহানি ( ক্রি. বি. ) পূৰ্ব্বে, আগৰ কালত।

তাহোন্ ( স. শ. ) মাড়, তাঁতৰ দীঘৰ সূতাত মৰা সিজোৱা ধানৰ আঠা।

তিঞহ্ } (স. শ.) এবিধ লতা ; তাৰ
তিয়হ্ } খাদ্য ফল।

তিত্ (অ.ধা.) আৰ্দ্র হ ; পানীযুক্ত হ।

তিতা (বি) নিমৰ নিচিনা আস্বাদযুক্ত ; মনত কষ্ট দিয়া। (স. শ.) তিতা আস্বাদ বা গুণ ; তিতা বস্তু। (স. ধা.) আৰ্দ্র কৰ্। (বি) আৰ্দ্র, সেমেকা, পানীয়ে ভেজা, টেপটেপীয়া।

তিতাচপা (স.শ.) এবিধ সুকাঠী গছ।

তিতাফুল্ (স.শ.) বাহক জাতীৰ এবিধ গছ, বগা বাহক।

তিতামুৰীয়া ( বি ) লঘোনত বা বদৰ তাপত মূৰফুৰণীয়ে ধৰা বা মূৰ্চ্ছিত হোৱা।

তিতা-লাউ(স.শ.)এবিধ দীঘল ভিতিৰে তিতা বনৰীয়া লাউ।

তিতিকি (বি) অলপ তিতা।

তিথি (স. শ.) চন্দ্ৰৰ মাহেকীয়া গতিৰ ত্ৰিশ ভাগৰ এভাগ, শুক্ল প্রতিপদৰ পৰা অমাবস্যালৈ ত্ৰিশ দিনৰ এদিন।

তিনি (সং) এক-অধিক দুই।

তিনি-পৰীয়া (স. শ.) দিনৰ বা ৰাতিৰ তৃতীয় ভাগ।

তিনিমুনি বাট ( স. শ. ) তিনটা বাটৰ মূৰ মিলা ঠাই।

তিনিসীৰ্ (স. শ.) তিনি আঁওচ,নাঙলেৰে ওপৰাউপৰিকৈ তিনিবাৰ কৰা চাহ। [ধৰা সজুলি।

তিফাই ( স. শ. ) এবিধ লোৰ জুই

তিমি (স. শ.) এবিধ মাছৰ আকৃতিৰ বৰ ডাঙৰ সাগৰৰ জন্তু।

তিয়নী (স. শ.) গা খোঁতে পিন্ধা সৰু চুৰিয়া।

তিয়া (স. ধা.) তিতা, আৰ্দ্র কৰ্।

তিৰস্কাৰ্ ( স. শ. ) গালি, বিতণ্ডা, নিন্দা।

তিৰস্কৃত্ (বি) গালি-খোৱা, নিন্দিত।

তিৰী (স. শ.) তিৰোতা।

ধীৰ্ (বি) জ্ঞানী; শান্ত, স্থিৰ; লেহেম

ধীৰতা (ভ. শ.) শান্ত গুণ, স্থিৰতা।

ধীৰে (ক্রি. বি.) লাহে লাহে।

ধুঁতুৰা (স. শ.) এবিধ কাঁইটীয়া ফল-ধৰা গছ ; তাৰ ফল আৰু ফুল।

ধুঁতুৰা-পহীয়া } (বি) ধুতুৰা-ফুলৰ
ধুতুৰা-ফুলীয়া } গঢ়েৰে সজা।

ধুতি (বি) গা ধুই হোৱা শুচি ; গা ধুই পিন্ধা,পবিত্র যেনে,ধুতি কাপোৰ।

ধুতি-নীতি (স.শ.) হিন্দুলোকৰ সদাচাৰ, ধৰ্ম্মাচৰণৰ নিয়ম।

ধুত্ কপলীয়া (বি হুৰ্কপলীয়া ; (স্ত্রী) ধুত্ কপালী।

ধুন্ (স. শ.) কাপোৰ-অলঙ্কাৰ-আদিৰ দ্বাৰা কৰা গাৰ শোভা। (স. ধা.) খোঁৰেৰে কোবাই তাঁহ মুকলি কৰ্, ( তুলাত খাটে ) ( কৃদ. স. ) ধুনোঁতা, (স্ত্রী) ধুনতী।

ধুনন (কৃদ. স.) ধুনা কাৰ্য্য।

ধুনাধুন্ } (বি) খোহাৰি বা টানিয়াই
ধুনাৰ্ণৱ্ } তুলাৰ নিচিনা কৰা ; কাটি খণ্ড খণ্ড হোৱা।

ধুনাগুনা ( অ. ধা. ) ধুনা তুলাৰ গুণৰ স্পৃশ, ধুনা তুলাৰ নিচিনা, জীৰ্ণ।

ধুনীয়া (বি) ধুন-যৰা, শোভিত ; তৰুণি।

ধুন্দ্ (স. শ.) ধুন্দা, সন্দেহ। [ফল।

ধুন্দুলি (স. শ.) এবিধ লতা ; তাৰ খাত

ধুন্দেপেঁচ্ (স. শ.) ধৰকৈ কৰা শৰীৰৰ শোভা। [দি মৰি যাথ্।

ধুপাল্ (স.ধা.) খঁহি নির্ম্মল কৰ্, মাজ্ (দাঁত) ; ওপৰত উঠি থচ্ ; ভাবি

ধুপালনি (স. শ.) ওপৰত উঠি ভেও দিয়া বা খচা কাৰ্য্য।

ধুপুৰাই } (ক্রি.বি.) ধুপ্ শব্দ কৰি,গধুৰ
ধুপ্ কৰে } বস্তু পৰাৰ দৰে শব্দ কৰি।

ধুপুৰি } (স. শ.) বহ চুৰণি, বৰ দূৰ
ধুবুৰি } কিন্তু নিস্তাকৈ মৰণা ঠাই।

ধুপ্ধুপা ( অ. ধা. ) ধুপ্ধুপ্ শব্দ কৰ্, আঘাত কৰি শব্দ তোল্।

ধুবুনী "খোবা" চোৱা।

ধুৰ্ (স. শ.) কাঠৰ ভাবৰ খণ্ড ; অসম ৰজাৰ দিনত অপৰাধীয়াক খুন্দা আগৈলৈ সক ওৰিৰৈ তাৰৰ এডোখৰ কাঠ। ৯ মাটি পিটা বহন, হাতীৰ নেওৰৰ তল ভাগ। [নোম।

ধুৰুং (স. শ.) হাতীৰ নেওৰৰ আগৰ

ধুমাধুম্ } (বি) জিবাবৰ সময় নথকা,
ধুমাধুমি } বৰ বেগাই কৰিব লগীয়া ( কামত খাটে )।

ধুমাধুমিকৈ (ক্রি. বি.) বেগাই, শীঘ্রে, নিজিৰোৱাকৈ।

ধুমাখুন্দা }
ধুমাৰ্জয়্ } (বি; বৰ শব্দ হোৱা,প্রবল,
ধুমাপিটা } ভাবৰ (বেদ বা ৰবচুণ)।

ধুমুহা (স. শ.) হোহো শব্দৰে অহা বৰ বতাহ।

ধুমধুপাল } (স. শ) হাইউৰুমি, উচ্চ
ধুমধুপালনি } শব্দেৰে কৰা খং।

ধুমধুমনি (স. শ.) ঘনে-ঘনে মৰা হিলৈ-আদিৰ শব্দ।

ধুমধুমা (অ. ধা.) ধুমধুম শব্দ কৰ্।

ধুৱা (স. শ.) গীতৰ দোহাৰ। গাড়ীৰ দুই চকাৰ মাজে দিয়া গোটা লো

ধুৰুপ্ (বি) সত্য, সঁচা। ১

ধুঁৱলি কুঁৱলী } (বি) কুঁৱাকুঁই ধোঁৱা,
ধুঁৱাকুঁৱা } কুঁৱলী বা ধূলিৰ দ্বাৰা আবৃত। (স. শ.) ধোঁৱা আদিৰ দ্বাৰা হোৱা আন্ধাৰ।

ধুঁৱা "ধোঁৱা" চোৱাঁ।

ধুঁৱাধুলীয়া (বি) ধোঁৱাৰ দৰে ধন উৰাই উদা হোৱা, ধন সাঁচিব নোৱৰা।

ধূনা (স. শ.) পুৰিলে সুগন্ধ ওলোৱা এবিধ আঠা।

ধূপ্ (স. পু.) জুই লগালে সুগন্ধ ওলোৱা অনেক বস্তুৰ গুড়িৰে কৰা এবিধ পূজাৰ দ্ৰব্য (অ. ধা.) তেই দুৰ্গন্ধ হ; বদৰ তাপ পাই সঘনে উশাহ ল; যেনে, কুকুৰটোৱে ধূপিছে।

ধূপাধাৰ্ (স. শ) ধূপ-জলোৱা পাত্ৰ;

ধূম্ৰকলা (বি) ধোঁৱাৰ দৰে কলা, বৰকলা।

ধূম্ৰকেতু (স. শ.) নেজাল তৰা।

ধূৰ্ত্ত (বি) টেটোৰ, দুষ্ট। (স. শ.) টেটোৰ বা দুষ্ট মানুহ।

ধূৰ্ত্ততা } (গু. শ) ঠেগৰালি; দুষ্টালি।
ধূৰ্ত্তালি }

ধূলা } (স. শ.) মিহি বালি বা
ধূলি } মাটিৰ গুড়ি।

ধূলিময়্ } (বি) ধূলিৰ নিচিনা, ধূলি-
ধূলিময়ি } যুক্ত, ধূলিৰে পূৰ।

ধূলীয়া (বি) ধূলিৰ নিচিনা, ধূলিযুক্ত। (স. শ.) খা ডকাৰবৈল দিয়া ধূলি দৰব।

ধূলীয়া-উফি (স. শ.) মূৰৰ ছাল ধূলিৰ নিচিনা হৈ উঠি যোৱা এবিধ ৰোগ।

ধূলীয়া-বাঁঠ্ (স. শ.) বাঠ লাগিবৰ আগেয়ে তিন দিন হোৱা অনপীয়া বৰষুণ।

ধৃত (বি) ধৰা. আটকি ধৰা।

ধেঁথোৰ্ (স.শ.) ইকৰাৰ ফুলৰ থোৰ।

ধেনা (বি) তিৰবত শাহ নথকা, (ত'মোল আদি।)

ধেনু (স. শ.) পোৱালি হোৱা গাই; ধনু, কাঁড়-মৰা যতন; সিকি তাপৰ পৰাচিত্ত।

ধেনুপতীয়া (স. শ.) বাণ মাৰিবলৈ ধেনু-পৰা মানুহ।

ধেনুভিৰীয়া (বি; ধেনুৰ দৰে বেঁকা।

ধেন্দ্ (স. শ.) ফল-আদিৰ ওপৰৰ

ঢাকনী ফাটি ভিতৰৰ পৰা ওলোৱা কোমল ভাগ।

খেন্দেল্ (অ. ধা.) ঢাকনী ফাটি ভিতৰৰ ভাগ বাজ ওলোৱা হ।

খেন্দাল্ (স.ধা,) ঢাকনী কালি ভিতৰৰ কোমল ভাগ বাজ কৰ্।

খেন্দেলা (বি) চকুৰ মণি বাজ ওলোৱা, গোটেই কণা।

খেমালি (স. শ.) ৰং, খেলা।

খেমেলীয়া (বি) ধেমালীয়া, খেলা কৰা ; ৰং লগোৱা। [নীচ।

খৈয়াল্ (বি) নিলাজ, নির্গত, নিধক ;

ধৈর্য্য (স. শ.) স্থিৰতা, কষ্টত পৰি ভাঠি ধৰি থকা গুণ। [ধোঁৱতী।

ধো (স. ধা.) পানীৰে পৰিষ্কাৰ কৰ্, পখাল। (কৃদ্, স.) ধোওঁতা (স্ত্রী)

ধোঁৱা (স. শ.) জুইৰ পৰা উৰি যোৱা, পোৰা বস্তুৰ অতি সূক্ষ্ম ভাগ, ধুঁৱা। [টনা যতন।

ধোঁৱা-খোৱা (স.শ.) ধঁপাতৰ ধোঁৱা-ধোঁৱা ধুঁই "ধুঁৱলিহুঁৱলী" চোৰা।

ধোঁৱানলা (স. শ.) ঘৰ আদিৰ ওপৰে ধোঁৱা ওলাই যাবলৈ ইটাৰে সজা বাট। [মানুহ।

ধোদ্ (স. শ.) ঘৰ এলেহুৱা, অকামিলা

ধোদোকা (বি) শকত, ডাঙৰ।

ধোন্দ্ (স. শ.) কাঠ আদিৰ ভিতৰৰ বিন্ধা ; খোবোং।

ধোন্দাল্ } (বি) গোন্দ-থকা, ভিতৰ-
ধোন্দোলা } ভৰা।

ধোব্ (স. শ.) কাপোৰ-ধোৱন, ধুই নিকা কৰণ।

ধোবা (স. শ.) কাপোৰ ধোওঁতা, কাপোৰ ধুই জীবিকা কৰোঁতা। (স্ত্রী) ধোবানী, ধুবুনী। [পৰা।

ধোৱাং (বি) হাত-ভৰি যেলি চীৎকৰি ছৈ

ধোৱন্ (কৃদ্.স.) ধোৱা কার্য্য, প্রক্ষালন।

ধোৱামূলা (বি) সমূলি নষ্ট, তোলাং, উৰাৰ।

ধৌত্ (বি) ধোৱা, নিকা কৰা।

ধৌ ধৌ কৰে (ক্রি.বি.) অতি উজ্জ্বলৰূপে ধোৱাৰ দৰে, (ৰগাত থাকে), যেনে ধৌ ধৌ কৰে বগা।

ধ্যান্ (স. শ. ) চিন্তন, উপাসিত দেৱতাৰ ৰূপ-গুণ আগত দেখাৰ দৰে ভাবন [তৰা।

ধ্রুব্ ( স. শ. ) উত্তৰ-দিশৰ এটা স্থিৰ

ধ্বংস্ (স. ধা,) নাশ কৰ্, উচ্ছন্ন কৰ্, তোলাং কৰ।

ধ্বংস ( স. শ.) নাশ।

ধ্বংসক্ (স. শ.) নাশ কৰোঁতা।

ধ্বংসিত্ (বি) নষ্ট, উচ্ছন্ন।

ধ্বজ্ (স. শ.) পতাকা, কোনো বস্তুৰ চিন-স্বৰূপ যুৰত কপোৰ অথবা এডাল মাৰি।

ধ্বজাঘাত্ (স. শ.) মাতৰ ঠেলা, শব্দৰ

উচ্চাৰণত তাৰ কোনো ভাৰত অধিকৰূপে লগা খুন্দা।

ধ্বনি (স. শ.) অৰ্থহীন শব্দ, আঘাত আদিৰ পৰা ওলোৱা মাত।

ধ্বনিত্ (বি) ধ্বনিৰে পূৰ; যেনে, হিলৈৰ শব্দেৰে আকাশ ধ্বনিত হৈছে।

## ন।

ন (ক্রি. বি.) নিষেধ বা অভাৱ-বুজোৱা মাত, যেনে, নহয়, নকৰিবি। (বি) নতুন। (সং) এক কম দহ।

নকৰিবৰ্ চকৰি (স ধা.) কাৰ্য্যৰ ১ ব্যাঘাত কৰ্, আহকাল কৰ্।

ন-কৈ (ক্রি. বি) নতুনকৈ, নুনাই।

নখ্ (স. শ) আঙুলিৰ আগৰ হাড়ৰ্ দৰে টান আৰু চোকা ভাগ।

নখ-চন্দ্ৰ (স. শ.) মানুহৰ নখৰ গুৰি-ভাগত থকা অৰ্দ্ধচন্দ্ৰৰ নিচিনা বগা দাঁচ। [ এবিধ ৰোগ।

নখ্-চুকা (স.শ.) নখৰ চুকত যা হোৱা,

নগমে (ক্রি.বি.) তেনেই,সমূলি,নিগমে।

নগৰ্, নগৰী (স. শ.) ৰাজধানী, পুৰি, বজা থকা ঠাই।

নগৰা (স. শ.) কোনো বস্তু ধৰিবৰ্ কাৰণে তাৰ কাণত লগোৱা বেঁতৰ আঙঠি, কণাৰি।

নগৰীয়া (বি) নগৰত থকা, নগৰৰ। (স. শ.) নগৰৰ মানুহ।

নগা (স. শ.) শিৱসাগৰৰ পূব-ফালৰ পৰ্ব্বতত থকা এজাতি প্ৰায় নাৰ্ঠা মানুহ; (স্ত্ৰী) নাগিনী।

নগা-টেঙা (স. শ.) এবিধ গছ আৰু তাৰ টেঙা ফল।

নগা-ঢাবি (স. শ.) এবিধ বহল কঠীৰে সজা বাঁহৰ ঢাবি।

নগা-মাকো (স. শ.) নগাই কৰা এবিধ ডাঠ কাপোৰ।

নগুৰ্ বিদাঁত্ (ক্রি.বি.) অনেক প্ৰকাৰ গালী-শপনী পাৰ্; অপমান কৰ্।

নগুৰ্-শাস্তি (স.শ.) উগ্ৰ শাস্তি, ভাৰৰ দণ্ড।

নঙলা (স. শ.) পদূলিৰ দুৱাৰ মৰা ডাং, পদূলি ভেঁটা মাৰি।

নচুৱা (স. ধা.) নচাত নিযুক্ত কৰ্।

নচেত্ (ক্রি. বি.). যদি এনে নহয়, নাইবা।

নট্ (স.শ.) নাচোঁতা; এজাতি মানুহ।

নটনী (স. শ.) নট-জাতিৰ তিৰোতা।

নটিনী, নটী (স. শ.) নাচনী; বেশ্যা।

নচুৱা (স. শ.) তিৰোতা বা মতাৰ বেশ লৈ নচা লৰা।

নতুন্ (বি) ন, পুৰণি নোহোৱা, নবীন।

নতুনকৈ (ক্রি. বি.) ন-কৈ, আকৌ।

নতু }
নতুবা } (অব্য) নাইবা, কিবা।

ন-তোৰা (বি) পৰিষ্কাৰ নকৰা, যেনে ; ন-তোৰা ঠাই বা গা।

নথৈ (ক্রি. বি.) অন্তঃকৰণেৰে সৈতে, বৰকৈ, সম্পূর্ণৰূপে।

নদ্ (স. শ.) ভাৰতৰ ব্রহ্মপুত্র-আদি সাত খান মতা নৈৰ এখান।

নদন্-বদন্ (বি) অপাৰ, অসীম, বিমান লাগে সিমান ; যেনে, অমুকৰ ধন বস্তু নদন-বদন।

নদী (স. শ.) নদত বাজে আন নৈ।

নদীতীৰ্ (স. শ.) নৈৰ দাতি।

নদীয়া(স শ.)মাটিৰ পানী-খোৰা চৰিয়া।

নদীয়াল্ (স. শ) জালোৱা, ডোম।

ননন্দ }
ননন্দী } (স.শ.) স্বামীৰ ভনীয়েক।

নন্দন্ (স. শ.) পুত্র, পো ; (স্ত্রী) নন্দনী, নন্দিনী।

নন্দন্‌বন্ (স. শ.) ইন্দ্রৰ ফুলনি।

নপৰিয়া (বি) ৰোগেৰে পীড়িত। (স শ.) নৰিয়া, ৰোগ, (তকতীয়া মাত)।

নপুংসক্ (স. শ.) মতা-তিৰোতাৰ চিন নথকা মানুহ ; পুৰুষ-শক্তি নথকা মতা ; খাহী-কৰা মুনিহ।

নফৰ্ (স. শ. বাং) চাকৰ, ভৃত্য।

নবীন্ (বি) নতুন, ন।

নবৈ (সং) চাৰি কুৰি দহ।

নভোমণ্ডল্ (স. শ.) আকাশ।

নম্ (স ধা.) প্রণাম, সেৱা কৰ্।

নমস্কাৰ্ (স. শ.) প্রণাম, সেৱা।

নমস্য (বি) সেৱাৰ যোগ্য, পূজনীয়।

নমা (স.ধা)তললৈ আন্, চাপৰা, দোৱা (কৃদ. স.) নমাওঁতা, (স্ত্রী) নমাওঁতী।

নম্র (বি) অহঙ্কাৰ হীন, সেও।

নম্রতা (গু. শ.) সেও হোৱা বা অহঙ্কাৰ নথকা গুণ। [সৈতে।

নম্রভাৱে (ক্রি. বি.) বিনয়েৰে, নম্রতাৰে

নয্ (স. শ.) নিয়ম, নীতি, (ক্রি. বি.) প্রায়। ১

নয়ন্ (স. শ) চকু ; দেখা অঙ্গ।

নয়ন্ চুক্ (স. শ.) এবিধ বিলাতী খান-কাপোৰ। [(স্ত্রী) নাৰী।

নৰ্ (স. শ.) মনুষ্য, মুনিহ, মানুহ ;

নৰক্ (স. শ.) মৃত্যুৰ পাচত পাপীক দণ্ড-কৰা ঠাই, তিৰোতাৰ মাহে-কীয়া স্রাৱ। [অশুচি ঠাই।

নৰকনি্ (স. শ.) বিষ্ঠা আদিৰে পূৰ,

নৰক্ কুণ্ড (স. শ.) নৰকৰ খাল, নৰক।

নৰকী (বি) নৰকৰ যোগ্য, পাপী।

নৰণী (স. শ.) নখ-কটা অস্ত্র ; খনিকৰে মূৰ্তি-ৰোকা সৰু বটালী ; যেনে খহ-আদি কটা অস্ত্র।

নৰপতি (স. শ.) ৰজা। [মানুহ।

নৰবলি (স. শ. ) দেৱতালৈ উৎসর্গ কটা

নৰলোক্ (স.শ.) মানুহৰ ঠাই, পৃথিৱী।
নৰসিংহ (স. শ.) সিংহৰ মুৰ, মানুহৰ গা লৈ বিষ্ণুৱে ধৰা এক অৱতাৰ ; এবিধ গছ।
নৰা (স. শ.) দাই নিয়া ধানৰ মুঢ়া ;
নৰাখি (স. শ.) ধানৰ নৰা থকা ঠাই।
নৰা-ভগৰ্ (স.শ.) এবিধ গছ ; তাৰফুল।
নৰাধম্ (স শ.) অধম, নীচ বা দুষ্টমানুহ।
নৰানগৰী (স. শ.) নৰা-দেশৰপৰা অনা এবিধ গছ ; তাৰ গুটি।
নৰিয়া (বি) ৰোগী, কগীয়া। (স শ.) পীড়িত মানুহ ; (স্ত্রী,পুং) ; ৰোগ।
নৰেন্দ্র
নৰেশ্বৰ্ } (স. শ.) ৰজা।
নৰ্ক্কাং তৰ্ক্কাং "নৰ্ক্কাং তৰ্ক্কাং" চোৱঁা।
নৰ্ত্তৰ্ (বি) লেটিপেটি, মিহলি, গভিত, (আতিত থাটে)। [ জাতিৰ তুপ।
নল্ (স. শ.) এবিধ ফোপোলা খাগৰি
নলকুবেৰ্ (স. শ.) কুবেৰৰ পুত্র।
নলনি (স. শ.) নলৰ হাবি।
নলা (স. শ.) নলৰ নিচিনা দীঘল ফোঁপোলা বস্ত ; পদুমৰ ঠাৰি।
নলিচা (স. শ.) ধোঁৱাখোৱাত চিলিম-লগোৱা মাৰি।
নলী (স. শ.) ধোঁৱাখোৱাত লগাই ধোঁৱা-টনা ফোঁপোলা দীঘল বস্ত ; নেলী। [ নলীয়া কটাৰী।
নলীয়া(বি)পোটা নাল-লগোৱা ; যেনে,

নল্বৰা (স. শ.) এবিধ গাহবিৰ নিচিনা মুখেৰে পাঁচ-নখীয়া সৰু বগা জন্ত।
নৱনিধি (স. শ.) নৱৰত্ন, মহামূল্য বাজ অলঙ্কাৰ বিশেষ।
নৱনীত্ (স. শ.) নৱহু, মাখন।
নৱম্ (সং) ন সংখ্যা-পূৰক, নটাৰ শেষটো।
নৱমী (স শ.) ন সংখ্যাৰ তিথি।
নৱৰত্ন (স.শ.) হীৰা-পানা আদি ন বিধ মূল্যবান বাখৰ লগাই প্রস্তুত কৰা এবিধ বাজ অলঙ্কাৰ ; বিক্রমা-দিত্য সভাৰ ন জনা পণ্ডিত।
নষ্ট (বি) নাশ-পোৱা ; বেয়া হোৱা ; হানি-পোৱা। [গুড়ি।
নস্য (স. শ) নাকত উজোৱা ধঁপাতৰ
নহক (স. শ.) এবিধ বাখৰ, আক্ আৰু দৰবত দিয়া এবিধ মুল।
নক্ষত্র (স. শ.) তৰা ; চন্দ্রে আপোনাৰ পথত ফুৰোঁতে প্রতিদিন বাস-কৰা এক বা অধিক তৰাযুক্ত শাতাইশটা ঘৰৰ এটা।
নাই (স. শ.) তল পেটৰ মাজত থকা সৰু খোল বা গাঁত ; পোনেই ওপজা নবাৰ তল-পেটৰ খোলৰ-পৰা ওলোৱা এডাল সূত্র।
নাইকিয়া (বি) নথকা,শূন্য,(এটা সংজ্ঞা-শব্দৰ পাচত থাকে) যেনে, লাখ নাইকিয়া মানুহ।

নাইচোবোকা (বি) নাই উলিয়াই পিন্ধা, নাইৰ তলত পিন্ধা।

নাইপিয়া (স. শ.) এবিধ মাটিত বগাই ফুৰা জেঠী জাতিৰ জন্তু।

নাইবা (অব্য) কিম্বা, অথবা।

নাও (স. শ.) নৌকা, পানীত ফুৰা যান; কোনো বস্তু বা মানুহৰ নাম।

নাওনিম্বিত্ (বি) অতি অলপ, একেবিয়ান।

নাওবৈচা (স. শ.) নাও-চলাওঁতা।

নাওমান্ (বি) নিচেই সৰু, ক্ষুদ্ৰ; অতি অলপ।

নাওৰা (স. শ.) দুই ঘৰৰ জোৰাত লগোৱা নাৱৰ নিচিনা বৰষুণৰ পানী ধৰা বতন।

নাক (স. শ.) নাসিকা, উশাহ-লোৱা অঙ্গ।

নাককটা (বি) নাকখন পাহি ছেদন, নিলাজ। [তাগ।

নাকটি (স. শ.) নাকৰ আগৰ ভাগৰ

নাকনি-কাণনি (বি) বৰ লাজ-দিয়া, অপমানিত। [জৰী।

নাকী (স. শ.) জন্তুৰ নাকত লগোৱা

নাকী-শলি (স. শ.) তাঁতৰ ৰ-শলি।

নাকে (ক্রি. বি.) নাকৰপৰা, নাকৰ বাটে দি।

নাকছুটি (বি) থঁৰা-নকা।

নাকতেওনা (স. শ.) নাকৰ ওৰ আৰু হাড়ুৰা ভাগ, কণ্ঠমূলৰ হাড়।

নাগ্ (স. শ.) পাতালত থকা মানুহৰ নিচিনা মুখ আৰু সাপৰ নিচিনা গাৰে এবিধ দেৱতা।

নাগ কন্যা (স. শ.) পাতালৰ নাগদেৱতাৰ কন্যা। [পোৱা।

না-গতি (বি) বৰ দুখত বা বেয়া অৱস্থাত পৰা; বৰ শাস্তি বা ক্লেশ

নাগৰ্ (স. শ) নগৰত থকা, চতুৰ লোক; ৰবকৈ ধুনমাৰি ফুৰা লোক; (স্ত্রী) নাগৰী।

নাগলি (বি) নগাৰ নিচিনা, শুচি-অশুচিৰ বোধ নথকা, স্বেচ্ছাচাৰী।

নাগিনী (স. শ.) নাগ-কন্যা; নগাৰ তিৰী। [ফুৰ বাত।

নাগেৰা (স. শ.) এবিধ দৰাৰ নিচিনা,

নাগেশ্বৰ্ (স. শ.) নাহৰ-গছ; তাৰফুল।

নাগ্-পাশ (স. শ.) ৰণত শত্ৰুক বন্ধা, এবিধ খোবোচা জৰী।

নাগ্‌কেশা }
নাগ্‌কেশা } (স. শ.) এবিধ সাপৰ কেঁচৰ নিচিনা কাইটীয়া চাপত হোৱা গছ।

নাগৰাই (স. শ.) এবিধ আকৰত উৎপন্ন কলা-বৰণীয়া ভুই লগা মাটি।

নাঙঠ্ }
নাঙঠা } (বি) বিবস্ত্র, কাপোৰ নিপিন্ধা।

নাঙল (স. শ.) এবিধ মাটি-চহা সঁজুলি।

নাচ্ (অ. ধা.) বাজনা বৰ অনুসৰি হাতভৰি লৰা। (কৃদ. স.) নাচোঁতা, (স্ত্রী) নাচনী।

নাচ্ } (স. শ.) নৃত্য, নচা কাৰ্য্য।
নাচন্

নাচনিয়াৰ্ (স. শ.) নাচোঁতা, নাচঁতী।

নাচনী (স. শ.) নচা তিৰোতা ; তাঁতৰ ওপৰত লগোৱা হাকোঁটা।

নাচনী জৰী (স. শ.) নাচনী আৰু ব লগলগাই বন্ধা জৰী।

নাচনী পকৰা ( স. শ. ) এবিধ ফুটুকা আদি গছত থকা সৰু পকৰা, তাৰ ঠেং চিপিলে নচাৰ দৰে ভেও-পাৰে।

না-জল্-নাথল্ (স.শ.) আলাই আথানী, থাকিবলৈ ঠাই নথকা, নিৰাশ্ৰয়।

নাট্ (স. শ.) নাচন ; ভাৱনা ; ভাৱনাৰ পুথি ; দেহ।

নাটক্ (স. শ.) নাট ধৰত ভাও দেখা-বলৈ লেখা পুথি।

নাটনি (স. শ.) কম হোৱা ধন বা বস্তু; বিমান হলে কাম চলে তাত্কৈ কম হোৱা ভাগ। [তিৰোতা।

নাটেশ্বৰী ( স. শ. ) বেশ্যা, অসতী

নাট্-ঘৰ্ (স. শ.) নাট্যশালা, ভাৱনা-কৰা ঘৰ।

নাট্-পাৰ্ (স. শ.) উৰাই দিলে আকাশত ঘঁৰ-ঘঁৰা এবিধ পাৰ-চৰাই।

নাট্-মন্দিৰ্ ( স. শ. ) দেৱালয়ত নাচ-গান কৰা ঘৰ।

নাট্যশালা (স. শ.) ভাৱনা-কৰা ঘৰ

নাঠ্ (স. শ.) হানি, ক্ষতি।

নাড়ী } (স. শ.) গাৰ তেজ-চলা শিৰ; পেটৰ ভুঁকৰে সৈতে সংযোগ থকা নলা, আঁত।
নাড়ি

নাতি (স. শ.) পো বা জীৰ পুতেক; (স্ত্ৰী) নাতিনী। [বিলাক।

নাতি-পুতি (স.শ.)নাতি আৰু অন্যান্য সন্তান, পাচলৈ বাঢ়ি যোৱা বংশ

নাথ (স শ.) প্ৰভু, অধিকাৰ, গৰাকী; স্বামী। (স. ধা.) খুঁটাৰে সৈতে গোটাই বান্ধ্। (চতি বা মাৰলীত থাটে।)

নাথনী (স শ.) খুঁটাৰে সৈতে গোটাই চতি বা মাৰলীত দিয়া বান্ধ।

নাধু (স. শ., নিন্দা, বিতণ্ডা।

নাধুকাৰ্ (বি) নিন্দাকাৰী লোক।

নাদ্ ( স. শ. ) শব্দ, মত ; বৰ দ, দ্বুৰণীয়া ঠেক পুখুৰি, কুপ।

নাদনী (স শ., এবিধ সৰু মাছ।

নাদোৰ্ ( অ ধা. ) পানীত সাঁতৰি খেমালি কৰ্। [ বিধৰ।

না-না (বি) বিবিধ, বহু প্ৰকাৰৰ বা

নান্নংনবস্ত্ৰং (বি) খাব পিন্ধিবলৈ নথকা, বৰ দুখীয়া।

নান্দী (স.শ ) নাটকৰ আৰিম্ভত কৰাৰ আশীৰ্ব্বাদ বা প্ৰশংসা,নাইবা দেৱতাক স্তুতি-কৰা শ্লোক।

নান্দীমুখ্ ( স. শ. ) বিয়া-লগুণ-দিয়ৰি-

আদি উৎসৱৰ কাৰ্য্য কৰা ন পুৰুষৰ শবাধ।

না-পদ্‌ (স. শ.) না-শব্দ, নিষেধ বা অভাব-বুজোৱা মাত।

নাপিত্‌ (স. শ.) লোকৰ ডাড়ি-মূৰ খুৰাই জীৱিকা-কৰোঁতা।

নাভি } (স. শ.) নাই, তল-পেটত থকা খোল; অসমীয়া পুথিৰ মাজৰ বিন্ধা।
নাভী

নাবালক্‌ (স. শ.) বয়স নোপোৱা লৰা।

নাম্‌ (স. শ.) যি শব্দে যাক বুজায় সেয়ে তাৰ নাম, নাও; যশস্যা; তলৰ ভাগ। (অ. ধা.) তললৈ বা, ওখৰপৰা চাপৰলৈ গতি কৰ্‌। (বি) তলৰ, অধোভাগৰ, ওপৰৰ বিপৰীত।

নামাজনীয়া (বি) ধৰ্ম্ম শিক্ষক, গুৰু, সদাচৰণৰ পথ প্ৰদৰ্শক।

নামতী (স. শ.) বিয়া-সবাহৰ গীত গোৱাত পাৰ্গত তিৰী।

নামনি (স. শ.) কোনো নৈৰ বা দেশৰ ভাটী-ভাগ; তলৰ ভাগ, গোৱালি। (বি) তলৰ, ভাটীৰ।

নামে (অব্য) কোনোৰ নাম কৈ বা নাম দি; যেনে, তাৰ নামে পটা হৈছে, তাৰ নামে গোচৰ কৰিছে।

নাম্‌-কৰণ্‌ (স. শ.) লৰাক নাম-দিয়া কাৰ্য্য।

নাম-কীৰ্ত্তন্‌ (স. শ.) গুণৰ প্ৰশংসা; ঘাই কৈ বিষ্ণুৰ প্ৰশংসা আৰু স্তুতি।

নাম্‌-ঘৰ্‌ (স. শ.) কীৰ্ত্তন-ঘৰ।

নাম্‌দানি (স. শ.) পৰ্ব্বতৰ চাপৰ ভাগ; পৰ্ব্বতৰ ওচৰৰ সমান মাটি।

নাম্‌নাচ্‌ (বি) আনন্দকৈ অলপ সৰু বা অলপ ডাঙৰ।

নাম-প্ৰসঙ্গ (স. শ.) বিষ্ণুৰ নাম-কীৰ্ত্তন।

নায়ক্‌ (স. শ.) অধিকাৰ, কাম-চলাওঁতা; উপন্যাসৰ ঘাই পুৰুষ; (স্ত্ৰী) নায়িকা।

নাৰ্‌ (বি) নষ্ট; চুৱা, অশুচি।

নাৰ (স. শ.) এবিধ সৰু মাছ।

নাৰদ্‌ (স. শ.) এজনা দেৱ-ঋষি, তেওঁ টুটকীয়া স্বভাৱৰ নিমিত্তে খ্যাত।

নাৰদালি (স্ব. শ.) টুটকীয়াৰ স্বভাৱ, টোটক।

নাৰদী (স. শ.) টুটকী, খৰ-লগোৱা তিৰী। (বি) খৰ-লগোৱা (স্ত্ৰী)।

নাৰদীয়া (বি) টুটকীয়া মুনিহ। (বি) এজনৰ অহিতে আন এজনক কৈ দন্দ-লগোৱা; (স্ত্ৰী, পুং)।

নাৰায়ণ্‌ (স. শ.) বিষ্ণু, ঈশ্বৰ; (স্ত্ৰী) নাৰায়ণী, লক্ষ্মী।

নাৰিকল্‌ (স. শ.) এবিধ তাল জাতিৰ গছ; তাৰ ফল।

নাৰী "নৰ" চোৱা। "নাড়ী" চোৱা।

নাৰেঙ্গা (স. শ.) এবিধ বৰ বিখাল চহু নথকা ডাঙৰ গাছ।

নাবেংটেঙা (স. শ.) এবিধ বৰ চোকা টেঙা।

নাৰ্জী ⎫ (স. শ.) ফুলৰ পৰা গজা
নাৰ্জী-ফুল ⎭ এবিধ গছ; তাৰ ফুল।

নাল্ (স. শ.) কোনো বস্তুৰ ফেন্থেৰে ধৰা ভাগ; কথাৰ বং, ভুজং।

নাৱৰা (স. শ.) নাওৰা।

নাৱৰীয়া (স. শ.) নাও-চলোৱা মানুহ।

নাৱাই (স.শ.) নাও চলাই কৰা গতি।

নাশ্ (স. শ.) ধ্বংস, সংহাৰ। (স. ধা.) সংহৰ, ধ্বংস কৰ্ (কৃদ. স.) নাশোঁতা। [কৰোঁতা।

নাশক (স. শ.) নাশোঁতা, ধ্বংস-

নাশন্-কাল্ (স. শ) নাশ-পাৱৰ সময়, মৃত্যুৰ সময়।

নাসা ⎫ (স. শ.) নাক; গন্ধ-
নাসিকা ⎭ পোৱা অঙ্গ।

নাস্তিক (স. শ.) ঈশ্বৰ বা বেদ-নমনা মানুহ। [বেদৰ অমান্যতা।

নাস্তিকতা (ভ. শ.) ঈশ্বৰত অবিশ্বাস,

নাক্ষত-নাভূত (বি) নোহোৱা-নোপজা, কেতিয়াও নেদেখা-নুশুনা।

নাহৰ্ (স. শ.) এবিধ সুগন্ধি ফুল-ধৰা সুকাঠী গছ।

নাহৰ্ ফুটুকী, (স. শ.) এবিধ গাত ফুটুকা থকা সাপ। [ফুট থকা।

নাহৰ্-ফুটুকীয়া(বি) নাহৰফুটুকীৰ দৰে

নি (ক্রি.বি.) নিষেধ বা অভাৱ-বুজোৱা মাত। (স. ধা.) লৈ যা, এঠাইৰ-পৰা আন এঠাই পোৱা। (কৃদ. স.) নিওঁতা; (স্ত্রী) নিয়ঁতী।

নিঃ কিন্ (বি) দুখীয়া, দৰিদ্ৰ।

নিকহ্ (অ.ধা.) ছাল গুচ্ (স.শ.) ওচৰ

নিকটবীয়া (বি)কটাৰী নথকা,নীৰস।

নিকটলুৱা (বি)মানুহ-নলগোৱা,নিচৰ।

নিকটা (বি) ছাল গুচা; ওঁঠৰ মাজ কৰ্ (দাঁতত খাটে)।

নিকপকপীয়া (বি) নকঁপা, লৰচৰ নকৰা, থাই ধৰা।

নিকৰী (স. শ.) পানী-সৰলৰ গুটী; গুকান ছাল।

নিকৰুণ্(বি)দয়াহীন,নিৰ্মম মিয়াল।

নিকল্ (স. শ.) গছৰ নিকৰী, গাৰ ছাল, খোট। ঃ ১

নিকা (বি) নিৰ্মল, পৰিষ্কাৰ।

নিকাই (ক্রি. বি.) নিকা হৈ, মলিয়ন নোহোৱাকৈ।

নিকাৰ্ (স. শ.) দুখ, কষ্ট, জীৱাতু।

নিকালি (ক্রি. বি.) দেখাই, উলিয়াই, গুচাই। ১

নিকাহি (স. শ.) খুঁটাৰ মাজ-কালে ওলাই থকা চতি বা মাৰলীৰ মূৰ।

নিকৃষ্ট (বি) অধম, নীচ।

নিকেতন্ (স. শ.) গৃহ, ঘৰ, থকা ঠাই।

নিখৰচী (বি) অধিক খৰচ-নকৰা, পৰিমিত ব্যয়-কৰা।

নিখৰচীয়া ( বি ) খৰচীয়া নোহোৱা, গোটেই মিহি ; যেনে, নিখৰচীয়া-গুড়ি ।

নিখুঁত্ (বি) নিঘুণ, খুঁত নথকা ।

নিখুন্দ্ ( বি ) খুন্দিও ভৰিবলৈ ঠাই নথকা, গোটেই পূৰ ।

নিখুন্দকৈ (ক্রি. বি.) গোটেই পূৰকৈ, ঠাই নথকা কৈ ।

নিগদতি (স. ধা.) কোৱা কথন । ১

নিগণি ( স. শ. ) এবিধ সৰু শলিয়া-জাতিৰ জন্ত । [কাম্ৰ ।

নিগনি-কুম্পা (স.শ.) নিগণি-শলিয়া ধৰা

নিগণি খুটি (স. শ.) গাড়ীৰ চকা ৰখা লোৰ বেকোৱা গজাল । ১

নিগমে-( ক্রি. বি. ) তেনেই, সমূলি, সম্পূর্ণ ৰূপে, যেনে—এই বাৰ আমি নিগমে মৰা পৰিলোঁ ।

নিগৰ্ (অ. ধা.) বৈ পৰ, লাহে-লাহে বৈ যা, যেনে, ভিতা কাপোৰৰ পানী নিগৰে ।

নিগৰ্ } (স. শ.) লোহাৰ শিকলি,
নিগড়্ } টান বান্ধ । ১

নিগৰা (স. ধা.) লাহে-লাহে বোৱা, টোপাটোপে পৰা ।

নিগাজী (বি) পুৰণি, বহু-কলীয়া ; স্থিতাপী ।

নিগাজীকৈ (ক্রি. বি.) স্থিতাপীকৈ ।

নিগুণে (অব্য.) কাৰণে, নিমিত্তে ।

নিগূঢ় (বি) গভীৰ, অস্পষ্ট, গোনেই বুজিব নোৱৰা ।

নিগ্রহ (স. শ.) অনুগ্রহৰ অভাৱ, কষ্ট-দিয়ন ; দমন । (স. ধা.) দমন বা শাসন কৰ্ ; কষ্ট দি, পীড়্ ।

নিঘুণ্ } (বি) কোনো অংগ পেটেৰ
নিঘুণীয় } নথকা, সম্পূর্ণ-অংগযুক্ত ।

নিচয়্ (বি) ঠিক, সত্য । (স.শ.) নিশ্চয়তা, ঠিক । [সঁচাকৈ ।

নিচয়ে (ক্রি. বি.) স্বৰূপে, স্থিৰৰূপে,

নিচটি (বি) একে সমান সূতাৰে বোৱা, পাৰি নিদিয়া ; একে ৰঙীয়া ;

নিচাটু (বি) কাতো উপায় বা অৱলম্বন নকৰা, কাতো নথটা ।

নিচান্ (স. শ.) পতাকা, সংকেত, গুলী মাৰিবৰ চিন ।

নিচিনা (বি) সদৃশ, তুল্য । [ পি ।

নিচুক্ (অ. ধা.) কান্দন্ এৰ্, নিজম

নিচুকা(স.ধা.)কান্দন এৰুৱা,সান্ত্বনা দি

নিচুকীয়া (স. শ.) এবিধ সৰু চৰাই ।

নিচেই (ক্রি. বি.) সমূলি, গোটেই, অতি, অতিশয় ।

নিচেইকৈ (ক্রি. বি.) সমূলি, গোটেই ।

নিছলা (বি) দৰিদ্ৰ, দুখীয়া ; খিপোৱা, দুৰ্ব্বল । [ কৰ্ (চাল) ।

নিছা (স. ধা.) ছোৱা যেৰ ওচাই উদং

নিছিৰ (বি) নিকপটীয়া, নিৰ্দোষ ; নিৰ্লেঠা । [ লেঠা মাৰি ।

নিছিৰ্‌কৈ (ক্রি.বি.) দাই-জগৰ ওচাই;

নিজুৰীয়া (বি) সন্তান নথকা, লৰা-ছোৱালী নথকা। [ আপোনাৰ।
নিজ্ (স. শ.) আপোন, স্বয়ং; (বি)
নিজগৰ্ (স.শ.)জগৰৰ অভাৱ,অদোষ।
নিজগৰী (বি)আন কাৰো স্বত্ব নথকা।
নিজগৰীয়া (বি) দাই-জগৰ নথকা; জগৰৰপৰা মুক্ত হোৱা; লোকৰ স্বত্ব-শুচোৱা।
নিঁজলাল্ (বি) নিৰোল, হাই নথকা; বহুত মানুহ নথকা। (স.শ.) বহুত মানুহ বা হাই নথকা ঠাই; হুল-স্থুলৰ অভাৱ। [ বৰত খাটে )।
নিজনি (বি)ফট্‌ফটীয়া, নির্ম্মল,(জুলীয়া-
নিজম্ দি, হাই,চিঞৰ বা কান্দন এৰ।
নিজৰ্ (অ. ধা) অলপ্ অলপ্কৈ বৈ পৰ্, নিগৰ্।
নিজৰণি (স. শ.) কোনো বস্তুৰ পৰা নিজৰি ওলোৱা পানী।
নিজৰা } নিৰৰা } (স. শ.) পর্ব্বতৰ পৰা বৈ অহা পানী।
নিজা (বি) আপোনাৰ।
নিটাল্ বা নিটাল্ মাৰ্, মাত নমতাকৈ স্থিৰ হৈ থাক।
নিঠ্ (বি) নিশ্চয়, ঠিক।
নিঠক (বি) উপায় হীন, অতি দৰিদ্ৰ।
নিচলীয়া (বি) এচলীয়া নোহোৱা, পোনেই মুৰত পৰা, বৰ টান, ( বৰত খাটে )।
নিঢালে (ক্রি. বি.) হাত-ভৰি মেলি ঢীলা হৈ, (পৰাত খাটে)। ১
নিত্ জৰ্ (স. শ.) নিতৌ উঠা জৰ।
নিতম্ব (স. শ.) পিঠি ফালে কঁকালৰ তলৰ ভাগ।
নিতৌ (ক্রি. বি) দিনেও, প্ৰতিদিনে।
নিত্য (বি) চিৰস্থায়ী, সদায় থকা, কেতিয়াও নষ্ট নোহোৱা; নিতৌ বা সদায় আচৰিব লগীয়া।
নিত্যে (ক্রি. বি.) নিতৌ, প্রত্যহ।
নিদৰ্শন্ (স.শ.) উদাহৰণ, দৃষ্টান্ত, চিন বা প্রমাণ।
নিদানে (অব্য.)নিগুণে, কাৰণে; যেনে, মহৰ নিদানে শুব নোৱাৰি।
নিদাৰুণ্ (বি)নিষ্ঠুৰ, মৰম-দয়া নথকা।
নিদ্ৰা (স. শ.) টোপনি।
নিদ্ৰাবান্ (স. শ.) শুই থকা মানুহক সাৰ নেপাবলৈ কৰা মন্ত্ৰ।
নিদ্ৰিত্ (বি) টোপনিত থকা।
নিধক্ (বি) নিলাজ, নিৰ্গত,অপমানলৈ ভয়-নকৰা। (স.শ.) নিলাজ মানুহ (স্ত্রী) (বি. স. শ.) নিধকী।
নিধকালি (গু. শ.) নিৰ্গতালি, নির্গতৰ গুণ বা স্বভাৱ। [ পোৱা।
নিধচুৰা (বি) অধচুৰা, ধন নিদিয়াকৈ
নিধকৰা (বি) ধাৰ নথকা।
নিধাতু(বি)নিকশাস,উশাহ বন্ধ হোৱা।
নিনাও (বি) নাম নথকা; নৌকা নথক

নিন্দ্ (স. ধা.) দুৰ্ষশ ক, নিন্দা কৰ্। (কৃদ.স.)নিন্দোতা ; (স্ত্ৰী)নিন্দন্তী।

নিন্দক্ (স. শ.) নিন্দা-কৰোঁতা।

নিন্দন্ (কৃদ. স.) নিন্দা-কৰণ।

নিন্দা (স. শ.)পৰিহংণা, দুৰ্নাম, কুৎসা।

নিন্দনীয় (বি) নিন্দাৰ যোগ্য ; মন্দ।

নিন্দিত্ (বি) গৰিহিত, অধম, বেয়া।

নিপাত্ (স. শ.) নাশ, ধ্বংস। (বি) পাত নথকা।

নিপানী (বি) পানী-নিমিহ্লোৱা।

নিপুণ্ (বি) পাৰ্গত, ভাল ৰূপে কাম-কৰিব পৰা।

নিপুণতা (গু. শ.) পাৰ্গতালি।

নিপোটল্ (বি) কতো পোটোকা নথকা সমানে পুষ্ট, কোনো ভাগ ক্ষীণ নোহোৱা।

নিস্ফুট (বি) অস্ফুট, গোটেই লুকোৱা।

নিবৰ্ত্তমান্ "নিবৃত্ত" চোৱাঁ। [ৰঁতী।

নিবাৰ্ (স.ধা.) বাধা কৰ্, ক্ষান্ত কৰ্। (কৃদ. স.) নিবাৰোঁতা, (স্ত্ৰী)নিবা-

নিবাৰণ্ (স. শ.) বাধা-কৰণ।

নিবাৰিত্ (বি.) বাধা-পোৱা।

নিবাস্ (স.শ.)থকা ঠাই, ঘৰ ; থাকন।

নিবাসী (বি.) থকা, বাস-কৰা, (স্ত্ৰী) নিবাসিনী।

নিবৃত্ত (বি) ক্ষান্ত, বিৰত।

নিবৃত্তি (স.শ.) ক্ষান্তি, ত্যাগ ; সংসাৰৰ সুখ-এৰণ।

নিবেদন্ (স. শ.) সম্ভ্ৰমেৰে কৰা সম্বো-ধন ; জনোৱা ; সমৰ্পণ।

নিবেদিত্ (বি) সন্মানেৰে সমৰ্পণ-কৰা বা দিয়া ; জনোৱা।

নিবোকা (বি) নম্ৰতা,কথা নোকোৱা ; (স্ত্ৰী) নিবোকী বা নিবুকী।

নিভজুৱা } (বি) ভাঁজ নথকা,
নিভাঁজ্ } সামান্য বস্তুৰে মিহলি নোহোৱা, শুধ, পোন।

নিভৃত্ (বি) নিৰ্জ্জন, মানুহ নথকা।

নিম্ (স.শ.) এবিধ তিতা গছ ; তাৰ দুজাতি, এজাতি মহা-নিম, আন জাতি ধোঁৱা-নিম। [ দত পৰা।

নিমগ্ন (বি) পানীৰ তল-যোৱা ; আপ-

নিমজ্ (বি) মিহি, খহটা নোহোৱা।

নিমন্ত্ৰণ্ (স. শ.) আবাহন, কোনো কাৰ্য্যলৈ মাতন।

নিমন্ত্ৰিত্ (বি) মতা, নিমন্ত্ৰণ-পোৱা।

নিমৰমিয়াল্ (বি) মৰম নথকা, কাঠ-চিত।

নিমা (স. শ. বাং) জামাৰ তলত পিন্ধা দীঘল চোলা। ১

নিমাওমাও (বি) কথা কবলৈ লগ নথকা, অকল ; মানুহৰ মাত নথকা। (ঠাইত খাটে), যেনে, নিমাওমাও হাবি।

নিমাখিত (বি) দৰিদ্ৰ, দুখীয়া।

নিমাত্ (বি) অমাত, মাত নথকা ;

কথা-নোকোৱা ; নবজা ; (স্ত্রী, নিমাতী।

নিমিত্ত (স. শ.) কাৰণ, হেতু।

নিমিত্তে (অব্য.) কাৰণে।

নিমিষ্ (স. শ.) চকুৰ প্ৰচাৰ, চকুৰ পতাৰ সঞ্চালন ; অতি অলপ কাল। [ নোকোৱা, নিবোকা।-

নিমুৰা (বি) পেটৰ কথা ভাঙি

নিমুৰ্ৰা (বি) ঠাল-ঠেঙুলি নথকা ; বন্ধু বা সহায় নথকা।

নিমেষ্ নিমিষ" চোৱা।

নিম্ন (বি) দ, চাপৰ।

নিয়ঁতী } (স. শ.) নিঙ-নিঙ.

নিয়ঁতী-চৰাই } এনে শব্দকৰা কেঁচা।

নিয়ন্ (কৃদ্. স.) নিয়া কাৰ্য্য, স্থানান্তৰিত কৰণ।

নিয়ম্ (স. শ.) বিধি, দস্তুৰ, নীতি ; কোনো বিষয়ত দুই বা অধিক জনে কথা বান্ধি ৰ বা প্ৰতিজ্ঞা।

নিয়মীয়া (বি)যিমান হব লাগে সিমান, বৰ ডাঙৰ বা বৰ সৰু নোহোৱা।

নিয়মিত্ (বি) নিয়ম মতে কৰা ; নিশ্চয় কৰা ; স্থিৰ কৰা।

নিয়মিত্ৰূপে (ক্রি. বি.) নিয়ম অনুসৰি ; বঢ়া বা টুটা নোহোৱাকৈ।

নিয়মে (ক্রি. বি.) নিয়মেৰে, কথা বান্ধি। [ আকাশৰ পক্ষী পাৰী।

নিয়ৰ্ (স. শ.) হিম, বাষ্প গোট খাই

নিয়ৰ্ ভজা (স.শ.) জন্তৰ আগ-চেঙৰাৰ সমুখৰ তিঙিৰ তল-ভাগ।

নিয়া (স.ধা.) লোকৰ দ্বাৰা স্থানান্তৰিত কৰা ( কৃদ্. স. ) নিয়াওঁতা, (স্ত্রী) নিয়াঁতী।

নিয়াৰি (স. শ.) মুৰত ভীখা-লগোৱা লোৰ ঠকুৰা, যাৰ ওপৰত থৈ ধাতু পিটা যায়। ( বি ) পোন, ভাঁজ নথকা ; নিমজ্, উত্তম।

নিযুক্ত (যু) (বি) নিয়োগ কৰা, কামত লগোৱা।

নিযুত্ (যু, (সং) দহ লাখ। [কাৰ্য্য।

নিয়োগ্ (যো) (স. শ.) কোনো কামত নিযুক্ত কৰণ, কামত লগোৱা-

নিয়োজন্ (জো) (স. শ.) নিয়োগ কৰণ। [লগোৱা।

নিয়োজিত্ (জো) (বি) নিযুক্ত, কামত

নিযোজ্য (জো) (বি) নিয়োগ কৰিবৰ যোগ্য, নিয়োজন কৰিব লগীয়া।

নিৰঞ্জন্ (বি) নিৰ্ম্মল,জ্যোতিৰ্ম্ময়, (ঈশ্বৰত খাটে)। (স. শ.) জ্যোতিৰ্ম্ময় পৰমেশ্বৰ। [ অকলশৰীয়া।

নিৰৰ্থক্ (বি) তিৰী-পৰীয়াল নথকা.

নিৰন্তৰ্ (ক্রি. বি.) সদায় ; ছেদ-ভেদ নোহোৱাকৈ। ( বি ) সকলোচ সমস্ত। [ নিৰ্দ্দোষিতা।

নিৰপৰাধ্ (স. শ.) দোষৰ অভাব.

নিৰপৰাধী (বি) নিৰ্দ্দোষী, অপৰ-নকৰা

(স.শ.) কপৰ নকৰা মানুহ । (স্ত্রী) (বি. স. শ.) নিৰপৰাধিনী ।

নিৰৰ্থক্ (বি) নিষ্ফল ; অৰ্থ নথকা । (ক্রি. বি.) অযথাৰ্থ, অকাৰণত ।

নিৰল্ (স. শ.) নিশবদ, নবলা, থিৰ ।

নিৰলে (ক্রি. বি.) শব্দ নকৰাকৈ, নব-লাকৈ, কাতি-কৃতা নোহোৱাকৈ ।

নিৰৱ্ (বি) কথা নোকোৱা, মাত-নমতা ; হাই নথকা ।

নিৰস্ ( বি ) ৰস নথকা, শুকান ; সোৱাদ নথকা ।

নিৰস্ত্র (বি) অস্ত্র নথকা, অস্ত্র শুচোৱা ।

নিৰহ্ (বি) অলপ শুকোৱা, তিতা নোহোৱা ।

নিৰহঙ্কাৰ্ (বি) গৰ্ব্বহীন, নম্র ।

নিৰহ্-নিপানী (বি) অধিক জোল বা পানী নথকা, শুকান যেন ; অপ-কাৰ নকৰা, কৃপণ, ব্যয়ৰ কথাত সাৱধান । [ কৰ ।

নিৰা ( স. ধা. ) বন গুচাই পৰিষ্কাৰ

নিৰাই (ক্রি. বি.) শস্যৰ গুৰিৰ বন গুচাই ।

নিৰাকাৰ্ (বি) আকৃতি নথকা, শৰীৰ নথকা (স. শ.) আকৃতি নথকা দেৱতা, পৰমেশ্বৰ ।

নিৰানন্দ (বি) আনন্দ বা ৰং নথকা, বিষাদিত (স.শ.) আনন্দৰ অভাৱ, বেজাৰ ।

নিৰান্নৈ } নিৰান্নৈ } (সং) এক-কম এশ ।

নিৰাপদ্ (বি) আপদ নথকা, নিৰ্বিঘ্ন, আপদবিপদৰ মুক্ত ।

নিৰাপদে(ক্রি.বি.)নিৰ্ব্বিঘিনিয়ে,কুশলে ।

নিৰামিষা(বি)মাছ মঙহত বাজে আন, নিৰামিষীয়া (আহাৰ) ।

নিৰামিহি } নিৰামিহি } (স. শ.) মাছ মঙহত বাজে আন আহাৰ ।

নিৰামিহীয়া } নিৰামিহীয়া } (বি) মাছ-মঙহৰ সম্পৰ্ক নথকা,মাছ মঙহত বাজে আন (আহাৰত থাটে ) ।

নিৰাশ্ (বি) আশাহীন ; আশা ভঙ্গ, আশাত বঞ্চিত ।

নিৰাশা (স. শ.) আশাৰ অভাৱ, আশা নথকা অৱস্থা । [ হীন ।

নিৰাশ্রয়্ (বি) আশ্রয় নথকা, বৰক-

নিৰাহাৰ্ (বি) আহাৰ-নকৰা, নখোৱে থকা । (স. শ. )একোনোখোৱাকৈ থকা অৱস্থা । [ নখোৱে ।

নিৰাহাৰে ( ক্রি. বি. ) নোখোৱাকৈ,

নিৰীক্ষণ্ (স.শ.) দূৰৰপৰা কৰা দৃষ্টি ।

নিৰুত্তৰ্ (বি) উত্তৰ কৰিব নোৱাৰা, উত্তৰ নথকা ।

নিৰুৎসাহ্ (স. শ.) উৎসাহৰ অভাৱ । (বি) উৎসাহ নথকা,উদ্যোগ-নকৰা ।

নিৰুৎসাহী (বি) উৎসাহ বা উদ্যোগ নথকা, এলেহুৱা। [উঘাদিহ-নথকা

নিৰুদ্দেশ (বি) স্থানান্তৰলৈ যোৱা আৰু

নিৰুদ্ধ (বি) আৰ্টিকি ৰখা, আৱদ্ধ; বন্ধ।

নিৰুদ্বিগ্ন }
নিৰুদ্বেগ } (বি) চিন্তিত নোহোৱা, স্থিৰ।

নিৰুদ্বেগে (ক্রি বি) উদ্বিগ্ন নহৈ, স্থিৰ মনেৰে। [পীড়া নথকা।

নিৰুপদ্ৰৱ (বি) উপদ্ৰৱ বা পৰৰপৰা

নিৰুপদ্ৰৱে (ক্রি. বি.) উপদ্ৰৱ-নোহোৱাকৈ, নিৰ্ব্বিঘিনিয়ে।

নিৰুপম্ (বি) তুলনা নথকা, অতুল্য।

নিৰুপায় (বি) উপায় নথকা, কাৰ্য্য-সিদ্ধিৰ নিমিত্তে দিহা বা বুদ্ধি নথকা।

নিৰুশ্বাস্ (বি) উশাহ বন্ধ-হোৱা, বিবুদ্ধি

নিৰূপণ (স. শ.) স্থিৰ বা নিশ্চয়-কৰণ।

নিৰূপিত (বি) স্থিৰ বা নিশ্চয় কৰা।

নিৰোগ }
নিৰোগী } (বি) ৰোগ নথকা, সুস্থ।

নিৰোগিতা (গু. শ.) ৰোগ নথকা অৱস্থা

নিৰোধ (স. শ.) ভেঁটা, আটকি বাধন, বাধা। [নথকা।

নিৰোল (বি) নিৰৱ, হাই বা শব্দ

নিৰোৱা (স. শ.) শস্যৰ গুৰিৰ বন গুচোৱা কাৰ্য্য।

নিৰ্গত (বি) লাজৰ বাদ, নিলাজ, অপমানলৈ ভয় নকৰা।

নিৰ্গতাগি (গু. শ.) নিলাজৰ গুণ বা স্বভাৱ।

নিৰ্গন্ধ (বি) গন্ধ নথকা।

নিৰ্গুণ (বি) ভাল গুণ নথকা, অকামিলা, সত্বাদি গুণৰ বাহিৰ, (ঈশ্বৰত খাটে)।

নিৰ্ঘণ্ট (স. শ.) পুথিৰ যি পাতত যি কথা থাকে তাৰ সংক্ষেপ বিৱৰণ।

নিৰ্ঘাত-বচন্ }
নিৰ্ঘাত-বাক্য } (স. শ.) নিষ্ঠুৰ বা কৰ্কশ কথা, হৃদয় ভেদা বাক্য।

নিৰ্ঘুণ (বি) কোনো অঙ্গবিকল নোহোৱা; নিখুঁত।

নিৰ্জন্ (বি) মানুহ নথকা।

নিৰ্জল্ (বি) পানী নথকা, শুকান।

নিৰ্জান্ (বি) জন-শূন্য, মানুহ নথকা; উচ্ছন্ন, ধ্বংসিত।। [হোৱা; মৰা

নিৰ্জীৱ (বি) জীৱ নথকা, প্ৰাণী নো-

নিৰ্দ্দ (বি) শান্ত, আতি, খঙাল বা দুষ্ট নোহোৱা। [নোহোৱা।

নিৰ্জোলীয়া (বি) জোল নথকা, শুলীয়া

নিৰ্ণয় (স. শ.) নিশ্চয়, স্থিৰতা।

নিৰ্দ্দয় (বি) দয়া নথকা, কাঠ-চিত।

নিৰ্দ্দিষ্ট (বি) নিৰূপিত, দেখাই দিয়া প্ৰকাশিত; নিশ্চিত।

নিৰ্দ্দেশ (স.শ.) বিধান, আদেশ, নিশ্চয়।

নির্দ্দোষ্ (বি) নিরপৰাধী,দোষ নকৰা, নিকলগৰীয়া (স.শ.)দোষৰ অভাৱ, নিকলগৰীয়া অৱস্থা।

নির্দ্দোষিতা ( গু. শ. ) দোষৰ অভাৱ, নিকলগৰীয়া অৱস্থা।

নির্দ্দোষী (বি)নিকলগৰীয়া দোষ-নকৰা।

নিৰ্ধন্ } (বি) ধন নথকা, দৰিদ্ৰ
নিৰ্ধনী, }

নিৰ্ধাৰণ্ (স.শ.)স্থিৰ বা নিশ্চয় কৰণ।

নিৰ্ধাৰিত্ (বি) নিশ্চিত, স্থিৰ কৰা।

নির্ব্বংশ (বি) বংশহীন, ভাগী নথকা।

নির্ব্বন্ধ (স. শ.) স্থিৰকৈ বন্ধা কথা, দুই বজাই মিলেবে থাকিবলৈ কৰা নিয়ম,-সন্ধি ; পূৰ্ব্বৰপৰা চলি অহা দস্তুৰ।

নির্ব্বলী (বি) দুৰ্ব্বল, শক্তিহীন ; ক্ষমতা নথকা। (স. শ.) বলহীন মানুহ ; ক্ষমতা নথকা লোক। [মোক্ষ।

নির্ব্বাণ্ (স. শ.) ঈশ্বৰত লয়, মুক্তি,

নির্ব্বিঘ্ন } (বি) বিঘিনি নথকা,
নির্ব্বিঘিনি } নিৰাপদ।

নির্ব্বিবাদে } (ক্রি.বি)বিৰোধ বিবাদ
নির্ব্বিৰোধে } বা বাধা নোহোৱাকৈ, অবিৰোধে।

নির্ব্বুদ্ধি (বি) আজলা, বুদ্ধি নথকা।

নির্ব্বৈৰী (বি) শত্ৰু নথকা।

নির্ব্বোধ্ (বি) মূৰ্খ, অজ্ঞান।

নিৰ্ভয়্ (বি) ভয় নথকা।

নিৰ্ভৰ (স. শ.) ভাৰসা ; বিশ্বাস।

নিৰ্ভুল্ (বি) ভুল নথকা।

নিৰ্ভুলৰূপে (ক্রি. বি.) ভুল নথকাকৈ।

নিৰ্ম্ম্ (স. ধা.) গঢ়্, গঢ়, সাজ্। (কৃদ. স.) নিৰ্ম্মোতা।

নিৰ্ম্মল্ (বি) মলি নথকা, নিকা।

নিৰ্ম্মলতা ( গু. শ. ) নিৰ্ম্মল গুণ, মলি নথকা অৱস্থা।

নিৰ্ম্মাণ্ (স. শ.) সজা বা গঢ়া কাৰ্য্য।

নিৰ্ম্মালি (স. শ.) দেৱতাক দিয়া মালা বা ফুল,তাক গুৰু বা বামুণে দিয়ে আৰু আনে মূৰত লয়।

নিৰ্ম্মিত্ (বি) সজা, গঢ়া।

নিৰ্ম্মূল্ (বি) সমূলি নষ্ট, উচ্ছন্ন।

নিৰ্য্যান্ ( স. শ.) মুক্তি, মৃত্যু, জনশূন্য, মানুহৰ সঁচাৰি নোপোৱা।

নির্লজ্জ (বি) নিলাজ, লাজ নথকা।

নিৰ্লেঠা (বি) লেঠা নথকা ; মুক্ত, আবদ্ধ নোহোৱা।

নিলগ্ (বি) আঁতৰ, দূৰ। ( স. শ. ) আঁতৰ ঠাই, দূৰণি। [ কৰ্।

নিলগা (স. ধা.) আঁতৰ কৰ , বেলেগ

নিলগানিলগি (বি) আঁতৰা-আঁতৰি।

নিলগীয়া (বি) নিলগৰ, নিলগত থকা আপোন নোহোৱা।

নিলগে (ক্রি. বি.) আঁতৰৰ পৰা, কাষী ভাগ নোহোৱাকৈ।

নিলাজ্ (বি) লাজ নথকা, অপমানলৈ ভয়-নকৰা ; লাজ-নপোৱা (কথাত খাটে)। যেনে, নিলাজ মাত। (স. শ.)লাজ নথকা বা অপমানলৈ ভয় নকৰা মানুহ ; (স্ত্ৰী (বি. স. শ.) নিলাজী।

নিশক্তীয়া (বি) শক্তি নথকা, দুৰ্ব্বল।

নিশঙ্ক (বি) ভয় নথকা ; সন্দেহ নথকা

নিশব্দ (বি)শব্দ বা হাই নথকা ;অমাত।

নিশা (স. শ.) ৰাতি।

নিশেষ (বি) শেষ নথকা, সম্পূৰ্ণ।

নিশেষে (ক্রি.বি.)সম্পূৰ্ণৰূপে, গোটেই।

নিশ্চয়্(বি) ঠিক, স্বৰূপ। [অৱস্থা।

নিশ্চয়তা (ভ. শ.) ঠিক, নিশ্চয় হোৱা

নিশ্চয়ে (ক্রি. বি.) স্বৰূপে, অৱশ্যে।

নিশ্চয়কৈ }
নিশ্চয়ৰূপে } (ক্রি.বি) ঠিককৈ, সন্দেহ নথকাকৈ।

নিশ্বাস্ (স. শ.)নাকেদি ভিতৰলৈ নিয়া আৰু উলিয়াই দিয়া বায়ু, উশাহ।

নিষিদ্ধ (বি) নিষেধ, বাধা বা মানা-কৰা।

নিষেধ্ (স. শ.) বাধা, মানা, হাক।

নিষ্কণ্টক্ (বি) শত্ৰু নথকা, কষ্ট নথকা।

নিষ্কৰ্(বি)মানুহ-নলগোৱা, অকটনুৱা।

নিষ্কৰ্ম্মা (বি)একো কাম নথকা ; একো কাম কৰিব নোৱৰা।

নিষ্কাম্ (বি) কঙব বাঞ্ছা নকৰা।

নিষ্খল্ (বি) দুষ্ট।

নিষ্ঠকৰি (ক্রি. বি.) নিশ্চয়ৰূপে। ১

নিষ্ঠা (স.শ.)দৃঢ় ভক্তি, ব্ৰত-ধৰ্ম্ম, শ্ৰদ্ধা।

নিষ্ঠুৰ্ (বি) দয়াহীন, নিমৰমিয়াল।

নিষ্ঠুৰতা(ভ.শ. )নিষ্ঠুৰ গুণ,দয়াহীনতা।

নিষ্পত্তি (স. শ.) কোনো কাৰ্য্যৰ শেষ ; সিদ্ধান্ত। [পানী মোকোলা।

নিষ্পাৰ্ (বি) নীৰস্, শুকান্, ১। সমূলি

নিষ্পাপ্ }
নিষ্পাপী } (বি) পাপ নথকা, শুদ্ধ।

নিস্পৃহ্ (বি) স্পৃহা বা বাঞ্ছা-নকৰা, আকাংক্ষা নথকা। [নিৰৰ্থক।

নিষ্ফল্ (বি) ফল নথকা ; অসাৰ্থক,

নিষ্ফলতা (ভ. শ.) নিষ্ফল হোৱা অৱস্থা ব্যৰ্থতা। [নথকা।

নিসংশয়্ (ক্রি. বি.) ভয় নথকা ; সন্দেহ

নিসংশয়ৰূপে (ক্রি বি.) সন্দেহ নথকাকৈ, নিশ্চয়কৈ। [ কঠীয়া নথকা

নিসঁচ (বি) সঁচ নথকা, বংশ লুপ্ত ;

নিসত্(বি)ৰস নথকা, শুকান ; খৰা।

নিসন্ধি (স. শ.) ভাতৰ পানী।

নিসক্কাৰ্ (বি) লৰা ছোৱালী নথকা, নিছুৱীয়া।

নিসন্দেহ্ (বি) সন্দেহ নথকা, নিশ্চয়।

নিসন্ধি (বি) মানুহ জনা ঠাই নথকা, গুপ্ত।

নিসাৰ্ (বি) সাৰ্ নথকা, চৌপনিত অচেতন ; ধঁহিলে বা টিপিলে শব্দ নোপোৱা। [বা শব্দ নথকা।

নিস্তব্ধ (বি) মাত নথকা, অমাত ; হাই

নিস্তৰতা (গু শ.)শব্দ বা মাতৰ অভাৱ; হাই-উকমি নথকা অৱস্থা।

নিস্তাৰ্ (স. শ.)উদ্ধাৰ্ মুক্তি ; আপদৰ পৰা ৰক্ষা। (স. ধা.) উদ্ধাৰ কৰ, মুক্তি দি ; ৰক্ষা কৰ।

নিস্তেজ্ (বি) তেজ নথকা, শেঁতা।

নিসমৰ্(বি)মাত-বোল নথকা,নিস্তব্ধ।

নিহল্ (স. শ.) লোৰা, শিকলি।

নিহালি (স. শ.) আৰ কালি. পোৰ্ডতে গাত লোৱা তুলা-ভৰা ডাঠ কাপোৰ, কঁথা। [অনুসন্ধান কৰি।

নিহালি (ক্রি. বি.) বিচাৰি হুৰি;

নিহ্কিন্( বি) অপকৃষ্ট, অধম, নিকৃষ্ট।

নিহ্পালী (বি) সকলো ষোৰ টোপ-নিত পৰা, কেও সাৰে নথকা।

নিক্ষিপ্ত (বি) দলি মাৰি পেলাই দিয়া।

নিক্ষেপ্ (স. শ.) দলি মাৰি পেলোৱা কাৰ্য্য, প্ৰক্ষেপ।

নীচ্ ( বি ) অধম ; দুষ্ট।

নীতি (স.শ.) আচাৰ, ব্যৱহাৰ ; আচ-ৰণৰ নিয়ম।

নীয়ৰ্ "নিয়ৰ্" চোৱা।

নীৰৱ "নিৰৱ্" চোৱা; নীৰস্,"নিৰস্" চোৱা, নীৰোগ্,"নিৰোগ্"চোৱা।

নীল্ (স.শ.) উজ্জল কলা বৰণ ; ৰস।

নীলকণ্ঠ (স. শ.) শিব, মহাদেৱ।

নীল বৃষ্ (স. শ.) মুখ খুৰা আৰু নেজ বগা তেজী ৰঙা বৃষ।

নীহ্ (বি) অধম্, নীচ, নিকৃষ্ট।

নুই (স. শ.) অস্বীকাৰ, আনৈ-ষতা।

নুইনাই, (স. শ.) সমূলি অস্বীকাৰ।

নুডি (স. শ.) এবিধ সৰু আই।

নুনি (স শ) পাট-পলুৱে পাত-খোৱা এবিধ গছ আৰু তাৰ গুটি।

নুৰলীয়া (বি) শেহতীয়া, পাচতীয়া ; সময়ৰ বা বতৰৰ শেহ ভাগত হোৱা

নুৱা (স. ধা.) জলি থকা অৱস্থা গুচা, (জুই)। (অ.ধা. জলি থকা অৱস্থা এৰ্ (জুইত খাটে); লুপ্ত হ, (নাম) যেনে, তাৰ নাম নুৱাল।

নুৰা (স. শ.) কোনো বস্তুৰে যেৰাই ৰঙা, কোমল বস্তুৰ আটি।

নুৰিয়া (স.ধা.) নুৰা কৰ, নুৰা বান্ধ।

নুৰিয়ানুৰি (স.শ.) পেলু বিলাকে নুৰাৰ নিচিনা হৈ, কৰা পকোৱাপকি।

নৃত্য ( স. শ. ) নাচন, নাচ।

নৃপতি (স. শ.) ৰজা। [নৰসিংহ।

নৃসিংহ (স. শ.) বিষ্ণুৰ চতুৰ্থ অৱতাৰ,

নে (ক্রি.বি.) নিষেধ বা অভাৱ বুজোৱা মাত ; যেনে, নেযাবি। (অব্য) প্ৰশ্নৰ অন্তত দিয়া মাত ; যেনে, সি আহিল নে ?

নেউৰি (স.শ.) মিৰিবৰ ঘৰলৈ গৈ কৰা ভোজন-পান।

নেউল্ (স. শ.) নেল, এবিধ কেৰ্কে-টুৱাৰ নিচিনা জন্তু।

নেওচ্ (স.ধা.) শাও দে, গবিহণা কৰ্।

নেওচন্ (কৃদ.স.) নেওচা বা শাও-দিয়া কার্য্য।

নেওচনি } (স.শ.) শাও, গবিহা।
নেওচা } [ খোৱা।

নেওচা খোৱা(বি)শাও-পোৱা, গবিহা-

নেওঠ্ (স. ধা.) নেওঠনীৰ দ্বাৰা গুটি শূন্য কৰ্, (কপাহ)। [বেতন।

নেওঠনী (স. শ.) কপাহৰ গুটি-গুচোৱা

নেওতা (স. শ.) একৰপৰা এশলৈকে অঙ্কৰ নাম; এটা অঙ্কক দুই বা অধিক গুণ কৰিলে যিমান হয়, তাক মুখস্থ কৰিবৰ উপায়।

নেকেৰা (বি) কেঁচুৱা বা নিচেই সক নোহোৱা; (স্ত্রী) নেকেৰী। ( মৌখিক )

নেকেহা (বি) বৰ গধুৰ, 'ভাৰ'।

নেকেহাই } (ক্রি.বি.) নেকেহ শব্দ
নেকেহ্ কৰে } কৰি, ধুপুৰাই (গধুৰ বস্তু পৰাত খাটে)।

নেক্‌নেকা (অ. ধা.) ভাৰৰ বৰযুণৰ দৰে শব্দ কৰ্।

নেক্‌নেকীয়া (বি) বৰ শব্দেৰে পৰা, ভাৰৰ, (বৰযুণ)।

নেগুৰ্ (স. শ.) গোটা নেজ।

নেগুৰীয়া (বি)নেজ থকা, নেগুৰ-লগা।

নেঘেৰী খোপা, (স. শ.) মাজ মূৰত-ওখকৈ বন্ধা খোপা। [ মৌখিক।

নেচেল্ (বি) সিদ্ধিৰ আশা নথকা,

নেছা (স. শ.) চেৰেকীৰে মেৰাই পাটি দি খোৱা সূতা। [ কৰ্।

নেছিয়া (স.ধা.)চেৰেকীত পকাই নেছা

নেছীয়া (বি) নেছা হৈ থকা, নেছা-নভজা।

নেত্ (স.শ.) মিহি সূতা, সক সূতা।

নেতী (বি) ভাল কাপোৰ, অসাধাৰণ বস্ত্র। [কাপোৰ।

নেতৰ্ (স.শ.) পাট কাপোৰ, মিহি-

নেজ্ (স. শ.) জন্তুৰ পাচ-কালে ওলমি থকা বাজ হাড়ৰ শেষ ভাগ, নেগুৰ; চৰাইৰ গাৰ শেষ ভাগত গজা পাখি; নেজৰ নিচিনা আন বস্তু।

নেজ্‌পতা (বি) তলৰ কালে বাখৰ লগোৱা (ধুবীয়া)।

নেজাল্(বি) নেজ থকা। [ ধূমকেতু।

নেজাল্-তৰা (স. শ.) নেজ-লগা তৰা,

নেত্র স. শ.) চক্ষু।

নেথনি (স. শ.) কেঁকনি।

নেথা (অ. শ.) কেঁকা।

নেপুৰ্ (স. শ.) জুমুকা-লগোৱা, ভৰিৰ অলঙ্কাৰ। ১

নেফা (স. শ.) গুণাৰ বন-কৰা মেখে-লাৰ মূৰত লগোৱা আন কাপোৰ।

নেকানেক (বি) আঁজুৰি আউল বাউল বা ফাঁহ ফাঁহ কৰা (চুলি-আদি)।

নেকানেকে(ক্রি.বি.)খামোচে খামোচে।

নেকিয়া (স.ধা.) আঁজুৰি আউল লগা, (চুলি-আদি)।

নেমু ⎫ (স.শ.) এবিধ সকলোৱে
নেমু-টেঙা ⎭ চিনা টেঙাফল, তাৰ গছ।

নেৰ্ ⎫ (স.শ.) মুৰ্বাৰ দৰে গোটা
নেৰা, ⎭ হৈ ওলোৱা বিষ্ঠা।

নেৰা নেপেৰা (বি) ক্ষান্ত নোহোৱা, ছেদ-ভেদ নথকা।

নেৰানেপেৰাকৈ (ক্রি. বি.) ছেদ-ভেদ নোহোৱাকৈ।

নেৰিয়া (স. শ) এবিধ মাছ।

নেৰিয়ানেৰি (স. শ.) এটাৰ গাত আনটোৱে গা ঘঁহাই মৰম দেখোৱা কাৰ্য্য, (কুকুৰত খাটে)।

নেল্ (স. শ.) নেউল।

নেলী ⎫ (স. শ.) মুখৰ পৰা পেটলৈ
নেলু ⎭ আহাৰ যোৱা বাট; উশাহৰ নলা।

নেলুক্ (স. শ.) এবিধ তালচেনিৰ নিচিনা গছ। [গছ।

নেৱালী (স. শ.) নেৱালীফুল আৰু তাৰ

নেহা (স. শ.) মৰম, প্রীতি, বন্ধুতা।

নেহনেহ্-খেহখেহ্ (স. শ.) অলপ নৰিয়া।

নৈ (স.শ.) নৈ থকা জল, সোঁত-পানী

নৈতিক্ (বি) নীতি-সম্বন্ধীয়, নীতিৰ বিষয়ৰ।

নৈ দাতি (স. শ.) নৈৰ পাৰ।

নৈপুণ্য (স. শ.) নিপুণতা, পাৰ্গতালি।

নৈবেদ্য (স. শ.) দেৱতাক দিয়া কেঁচা খাদ্য।

নৈয়ায়িক (বি) ন্যায়-শাস্ত্র-জনা তাৰ্কিক। (স. শ) ন্যায়-শাস্ত্র-জনা পণ্ডিত।

নৈৰাশ্ (বি) নিৰাশ, আশা, গুচা।

নো (অব্য) সোধা কথাৰ মাজত দিয়া শব্দ; যেনে, তুমি নো যাবা নে? (ক্রি. বি.) নিষেধ বা অভাৱ বুজোৱা মাত; যেনে, নোজোৱে।

নোকোহা ⎫ (বি) পুষ্ট, মকহাল।
নোদোকা ⎭

নোম্ (স. শ.) গাত গজা চুটি চুলিৰ নিচিনা বস্তু। [থকা।

নোমাল্ (বি) নোমযুক্ত, অধিক নোম

নোৱন্ ⎫ (স. শ.) দৰা কন্যাৰ
নোৱনি ⎭ গাত বটা মাহ-হালধি আৰু তেল ঘঁহা কাৰ্য্য।

নোৱনি ঘৰ্ (স. শ.) দৰা বা কন্যাৰ গাত বটা মাহ-হালধি আৰু তেল-ঘঁহা ঘৰ।

নোৱা (স. ধা.) গা ধুওৱাৰ আগেয়ে দৰা বা কন্যাৰ গাত বটা মাহ-হালধি আৰু তেল ঘঁহ্।

নোৱাই-তোলনি (স. শ.) প্রথমে ঋতু

মতী হোৱাৰ সাত দিনৰ দিনা কন্যাক নোৱাই গা ধুওৱা কাৰ্য্য।

নোৱাৰ (অ.ধা.) অপাৰগ হ,অসমৰ্থ হ।

নোহ্‌মুহীয়া (বি) নোহ্‌নোহাই কন্দা, (নৰাত থাটে)।

নোহ্‌নোহনি (স. শ.) নৰাই অলপ অলপ্‌কৈ কন্দাৰ শব্দ থুন্‌থুন্‌নি।

নোহ্‌নোহা (অ.ধা.) অলপ্‌ অলপকৈ কান্দ, থুন্‌থুনা।

নোহোৱা-নোপজা (বি) কেতিয়াও নেদেখা-নুশুনা, অসম্ভাৱিত।

নৌ (ক্রি. বি.) এতিয়ালৈকে নাই; যেনে, নৌ হয়। [যান।

নৌকা (স. শ.) নাও, পানীত ফুৰা

ন্যায়্‌ (বি) উচিত, যুগুত, যুক্তিযুক্ত। (স.শ.) উচিত কথা, যুক্তি, সুবিচাৰ।

ন্যায়পৰ্‌ / ন্যায়বান্‌ / ন্যায়বন্ত } (বি) যুগুত কাম-কৰা, যুক্তি অনুসৰি চলা।

ন্যায়পৰতা (গু. শ.) ন্যায় বা যুক্তিত থকা গুণ।

ন্যায়্‌-শাস্ত্র (স. শ.) তৰ্ক-শাস্ত্র।

ন্যূন্‌ (বি) কম, তাকৰ।

ন্যূনতা (গু. শ.) তাকৰ হোৱা অৱস্থা, নোজোৰা গুণ।

ন্যূনাধিক্‌ (বি) অলপ তাকৰীয়া বা সৰহীয়া।

## প।

পইচা (স. শ.) এক অনাৰ চাৰি ভাগৰ এভাগ-পৰিমাণৰ এটা তামৰ মোহৰ। [মোৱা ধেঁতা।

পইজাৰ্‌ (স. শ.) গোবোৰা নোসো-

পইৰা (স. শ.) পাত্রৰ খুৰাৰ তলৰ বহল বা ডাঙৰ ভাগ; আলিৰ দাঁতিৰ চাপৰ অগ।

পইতা (স. শ.) পাচে খাবৰ কাৰণ পানী দি থোৱা ভাত।

পইতা-চোৰা (স. শ.) এবিধ ঘৰত থকা পাখি-লগা পোক।

পইত্রিশ্‌ (চ) (সং) একুৰি পোন্ধৰ।

পঁচা (স. শ.) কোনো বাজহুৱা কামৰ নিমিত্তে প্রতি-জনে আপোন ইচ্ছাৰে দিয়া ধন; মাছ-আদি-খোঁচা ভালেমান জোংথকা অস্ত্র।

পঁচান্নৈব / পঁচানৈ } (সং) পাঁচ-অধিক নবৈ।

পঁচাশী (সং) পাঁচ-অধিক আশী।

পঁচি (স. শ.) ছকড়া কড়িৰে খেলা এবিধ খেল।

পঁচিশ্‌ (চ) (সং) পাঁচ-অধিক কুৰি।

পচ্‌পন্ন / পচ্‌পন্‌ } (সং) দুকুৰি পোন্ধৰ।

পচ্‌ষষ্টি (সং) পাঁচ-অধিক ষাঠি।

পচ্‌সত্তৰ্‌ (সং) পাঁচ-অধিক সত্তৰি।

পঞ্জা (স. শ.) নিচেই সৰু ঘৰ।

পঞ্জাল্ (স.ধা.) জোৰাল্, জোৰা কৰ্। ( স. শ. ) উৰান, গম, সংহাৰি, আঁটকাল।

পক্ ( অ. ধা ) পূৰ্ণ অবস্থা পা, পুৰঠ হৈ টান, কোমল বা ৰসাল হ, পুঁজযুক্ত হ, (খহু); চুলিৰ দৰে বগা হ।

পকটিয়া (অ. ধা.) ঘূৰি ফুৰ্।

পকনি (স. শ.) ঘাব বা খহুৰ পুঁজ-হোৱা অবস্থা। [দৰৱ।

পকনি ( স. শ. ) খহু বা ঘা-পকোৱা

পকা (বি) পূৰ্ণ অবস্থা পোৱা, পুৰঠ হৈ টান, কোমল বা ৰসাল হোৱা; (ফল-আদি) পুঁজ ধৰা (খহু) বগা হোৱা, ( চুলি ); শুকাই নিৰস আক টান হোৱা,(বালি বা মাটি); তাপ পাই উতলা,(তেল বা ঘিউ); নিপুণ। (স. ধা) পূৰ্ণ অবস্থা প্ৰাপ্ত কৰ্, পুৰঠ কৰ্, পুঁজধৰা, বগা; কৰ্, (চুলি); তাপ দি উতলা। (তেল বা ঘিউ) পাক লগা, মেৰা, মেৰ খুৱা।

পকা-খৰিচা ( স. শ.) কেঁচাতে খুন্দি পানিৰে বিহলাই কলহত থৈ তৈয়া কৰা বাঁহ-গাজ।

পকাচুলীয়া (বি) বগা হোৱা চুলিযুক্ত।

পকাতেল্ (স. শ.) সৰিয়হ গুড়ি কৰি তাৰি পোৱা তেল।

পকী (স. শ.) ইটা বা শিলৰ ঘৰ। (বি) ইটা বা শিলেৰে সজা; যেনে, পকি ঘৰ।

পকীয়া (বি) পাকযুক্ত, পাক থকা।

পকীয়া পকি } (বি অনেক পাক থকা, পকোৱাপকি } পোন নোহোৱা,বেঁকা-বেঁকি।

পক্ক (বি) সিজোৱা, ৰন্ধা; পকা।

পক্কান্ন ( স. শ.) সিজোৱা বা ৰন্ধা আহাৰ।

পখৰা (বি) জঁকাবকা, অনেক-বৰণীয়া; কুঠীয়া। (স.শ.] গাৰ ছাল বগা হোৱা এবিধ ৰোগ, কুঠ।

পখক "তং" চোৰা। [চুলি।

পখাচুলি (স. শ. ) কাণ সঁটাৰ ওচৰৰ

পখা চুলিয়া ( বি ) পখা চুলি থকা (লোক), গোটাই মুৰত চুটি চুলি থোৱা (লোক)। [কৰ।

পখাল্ (স.ধা.) ধো, পানীৰ দ্বাৰা নিকা

পখাল্ পৰা ( বি ) কিছুদিন ব্যৱহাৰ কৰা কাপোৰ আদি বস্ত্ৰ।

পখিয়া ( স. ধা. ) পাখি গুচা; জাঁজুৰি আউল-বাউল কৰ্,নেকিয়া (চুলি)

পখিয়াপখি ( স. শ. ) চুলি জাঁজোৱা জাঁজুৰি, চুলিয়াচুলি।

পখিলা ( স. শ. ) বাহ বন্ধা পোকৰ লেটা হোৱা এবিধ পতঙ্গ।

পগৰ্ ( স. শ. ) কোনো পাত্ৰ আদিৰ

মূৰৰ পাগুৰি বা আজঠিৰ নিচিনা উঠনা যেনে বান-বাটিৰ পগৰ।

পগৰি ( স. শ. ) ভৰিত পিন্ধা নেপুৰ; নদীৰ ওচৰৰ বান্ধ।

পগলা ( বি ) বলিয়া, উন্মত্ত ( স. শ. ) বলিয়া মানুহ। [ কৰ্।

পগা (স.ধা.) জুলীয়া বস্তু তপতাই ঘন

পঘা (স. শ.) গৰু-বন্ধা ডোল।

পঘা-খোৱা (স. শ.) বৰ দুষ্ট মানুহ; (স্ত্ৰী) পঘা-খাঁতী, (নিন্দাত)।

পঘা-গুণঠীয়া (বি) পঘাৰ মূৰত থকা গাঁঠিৰ নিচিনা।

পঙ্ক (স. শ.) বোকা, পল।

পঙ্কজ্ (স. শ.) পদ্ম, পদুম-ফুল।

পঙ্কময়্ ( বি ) বোকাযুক্ত, বোকাৰ নিচিনা।

পচ্ (অ. ধা.) পুৰণি হৈ বা বদ-বৰষুণ পৰি কোমল হ, জীৰ্ণ হ; জহি যা, গেল্।

পচতীয়া (স.শ.) প্ৰতি ঠাৰিত পাঁচোটা পাত থকা এবিধ দৰৱৰ গছ।

পচলা (স. শ.) আঞ্জা খাবলৈ অনা বা বুগুত কৰা সৰু কলা-পুলি।

পচা (স.ধা. ) বদ বৰষুণত পেলাই জীৰ্ণ কৰ্; গলিত কৰ্, গেলা; গজিবৰ কাৰণ পুতি থ, জোৱা। (গুটি) (বি) পুৰণি হৈ বা বদ-বৰষুণত পৰি জীৰ্ণ হোৱা।

পচাৰ্ (স. শ.) নিমেষ, অলপকৈ চকু মেলি আকৌ জঁপোৱা কাৰ্য্য। (স.ধা.)অলপকৈ মেলি আকৌ মুদ্।

পচিম্ (স. শ.) পূৰৱ সন্মুখৰ ফাল।

পচিমীয়া (বি) পশ্চিম-দেশত থকা বা উৎপন্ন; পশ্চিমৰ পৰা চলা, ( বতাহ )।

পচিমে (ক্ৰি. বি. ) পচিম ফালে।

পচোৱা (স.শ.) পচিমৰপৰা পূৰলৈ চলা ( বি ) পচিমৰ পৰা পূৰলৈ চলা বতাহ। মাটিত দিয়া গুটি।

পচ্ৰঙ্গী (স. শ. ) কেইবা বৰণৰ আঁচ থকা এবিধ এৰীয়া কাপোৰ।

পজালি-গেলা (বি) কণ গেলা, গজিবৰ শক্তি নষ্ট হোৱা, ( ধাহ )।

পজালি (স. শ.) দম, দলাই থোৱা, ( প্ৰায়ে তোলা শস্যত খাটে। ) ১

পঞ্চ (সং) পাঁচ।

পঞ্চদশ (সং) পোন্ধৰ।

পঞ্চভূত্ (স.শ.) জগতৰ খাই পাঁচোটা বস্তু; যেনে, মাটি, পানী, আকাশ বায়ু, দীপ্তি।

পঞ্চম্ ( সং ) পাঁচ সংখ্যা পূৰ কৰ পাঁচোটাৰ শেষটো।

পঞ্চমী (স.শ.) জুয়ো পখৰ পাঁচ সংখ্যাৰ তিথি। [দিনৰ দিন।

পঞ্চম্‌দিনা (স. শ.)আজিৰ আগৰ পাঁচ

পঞ্চামৃত্ (স. শ.) একে লগে গোটোৱা

এবাঁ-পাখীৰ,দৈ-পাখীৰ চেনি, ঘিউ আৰু মৌ।

পঞ্চত্রিংশ্ (চ) } (সং) পাঁচ অধিক
পঞ্চত্রিংশ্ (চ) } ত্রিছবি।

পঞ্চাশ্ (চ) (সং) ছকুৰি দহ।

পঞ্জিকা (স. শ.) পাঁজি, তিথি-বাৰ ইত্যাদি দেখোৱা পুথি।

পট্ (স. শ.) লিখা মূৰ্ত্তি বা আকৃতি।

পটন্তৰ্ (স.শ.)কোনো এটা হিত উপদেশ দিয়া একাঁকি বা ছুকাঁকি কথা।

পটল্ (স.শ.) গ্ৰন্থৰ অধ্যায়; চকুৰ ভিতৰৰ ছাল; পতি।

পটা (স. শ.) বটন-বটা শিল; মাটি থাবলৈ দিয়া অনুমতি পত্ৰ।

পটা-গুটি (স.শ.) পটাত বৰু পিঁহা, গোটা শিল।

পটা-গুটীয়া (বি) পটা গুটিৰ নিচিনা।

পটাম্বৰ্ (স.শ.) পাটৰ কাপোৰ।

পটি (স.শ.) কাপোৰৰ দাঁতিত লগোৱা সোণৰ বা ৰূপৰ গুণাৰে বোৱা, ঠেক কাপোৰৰ নিচিনা বস্তু; হাবিৰ মাজে মাজে অহা যোৱা কৰা বাট; হাবি কাটি উলিওৱা ঠেক বাট; কোনো বস্তু টোচ-খাই নিয়াত মাটিত বহা চিন; দোকান-ঘৰৰ শাৰী।

পটী (স.শ.) যা আদিত দবৰ দি বন্ধা ঠেক কাপোৰ।

পটীয়া (স. শ.) পটী সাজোঁতা; (স্ত্রী) পটীয়ানী।

পটু (বি.) পাৰ্গত, নিপুণ।

পটুতা (গু.শ.) নিপুণতা, পাৰ্গতালি।

পটুৱা (স.শ.) কলা-গছৰ বাকলী।

পটেশ্বৰী (স. শ.) বজাৰ ঘৰ ছুৱৰী মাদৈ। [ লতা; তাৰ ফল।

পটোল্ (স. শ.) এবিধ তিক্তৰস-জাতিৰ

পঠা } (স. ধা.) প্ৰেৰণ কৰ্, পাঁচ্।
পঠিয়া } (কৃদ.স.) পঠাওঁতা,পঠিয়াওঁতা

পঢ়্ (স. ধা) আখৰ বা পুথি মাত। (অ. ধা.) আখৰ বা পুথি মাতিবলৈ অভ্যাস কৰ্; শাস্ত্ৰৰ বিদ্যা শিক্। (কৃদ.স.) পঢ়োঁতা, (স্ত্রী) পঢ়ঁতী।

পঢ়ন্ (কৃদ.স.)পঢ়া বা পুথি-মতা কাৰ্য্য।

পঢ়া (স. ধা.) পঢ়িবলৈ শিকা, শাস্ত্ৰৰ বিদ্যা শিকা।

পঢ়াশলীয়া (বি) পঢ়াশালিৰ। [ ঘৰ।

পঢ়াশালি (স.শ.) বিদ্যালয়, বিদ্যাশিকা

পঢ়ি-দোলা (স শ.) কাপোৰৰ দোৱালি আৰু ঢেকৰ লগোৱা এবিধ দোলা।

পণুৱা (স.শ.) কানি-পাণত বত মানুহ (বি) কানিৰ পাণত বত।

পণ্ডিত (স.শ.) বিদ্বান লোক, জ্ঞানী মানুহ, অধ্যাপক। [ আদি।

পণ্ডিতালি (গু. স.) পণ্ডিতৰ গুণ।

পতঙ্গ (স.শ.) পাখি-লগা পোক, ফৰিং-

পতন্ (স. শ.) পৰা বা তললৈ নমা কাৰ্য্য; সম্পদ-হীন হোৱা অৱস্থা।

পতমুৱা (বি) পতানযুক্ত ; পতানৰ নিচিনা।

পতহা (স.ধ.) পাতল চকলা।

পতহিয়া (স.ধা.) পাতলকৈ চকলিয়া।

পতা (স. শ.) পিটি গছৰ পাতৰ দৰে পাতল কৰা ধাতু ; চকু-ঢকা ছাল; মানুহৰ বা হাঁহৰ ভৰি।

পতাকা (স. শ.) এডাল দীঘল মাৰিৰ মূৰত লগোৱা এডোখৰ কাপোৰ।

পতান্ (স. শ.) শাহ নথকা ধান।

পতাল্ (স.শ.) পাতাল, পৃথিবীৰ তলৰ এখলপা। [ মূল।

পতালী-কোমোৰা (স.শ.)এবিধ লতাৰ

পতি ( স. শ. ) স্বামী, গৰাকী, অধিকাৰ। [ বধ কৰা।

পতি-ঘাতিনী (বি) আপোনাৰ স্বামীক

পতিত্ (বি)পৰা,তললৈ নমা ; জাতি-যোৱা ; খেতি নোহোৱাকৈ পৰি থকা বা ছন পৰা।

পতিত্-পাৱন্ (স.শ.) পাপীক উদ্ধাৰ-কৰোঁতা, ঈশ্বৰ ; ( স্ত্রী ) পতিত-পাৱনী।

পতিব্রতা (স.শ.বি ) সতী, সাধ্বী।

পতিয়ন্ (স.শ.) প্রত্যয়, বিশ্বাস !

পতিয়া(স.ধা.)সঁচা বুলি মান্,বিশ্বাসকৰ

পতিহা (স.শ.) তাবসা। [ যেক-মৰা।

পতিহীনা (বি) স্বামী নথকা ; গিৰী-

পতুৱা (বি) পাতযুক্ত,সৰহ পাত থকা।

পতোৱা[illegible] [illegible]ৰ বেগ মাৰি-বলৈ [illegible] নিৰাবিৰলৈ গৰাৰ দাঁ[illegible]

পত্নী (স.শ.) ভার্য

পত্র (স.শ.) গছৰ [illegible] চিঠি ; খত।

পত্রিকা (স.শ.) চি[illegible]ত, লেখা।

পথ্ (স.শ.) বাট, অ[illegible] আচাৰ, ব্যৱহাৰ ; ধর্ম্মৰ মত। [ বন-কৰা।

পথকৰা (বি) পথাৰত উৎপন্ন ; পথাৰত

পথলীয়া (বি) পথালি হৈ থকা ; থিয় বা পোন নোহোৱা।

পথলীয়াকৈ (ক্রি.বি.) পথালি-ভাবে।

পথান্ (স.শ.) শয্যাত ভৰি পৰা ঠাই

পথাৰ্ (স.শ.) জলপ দ, আৰু ভাতৰ গছ নথকা মাটি, ৰোপিত মাটি খেতি-কৰা ঠাই।

পথালি (স.শ.) দীঘৰ বিপৰীত ফাল (বি) থিয়ৰ বা দীঘৰ বিপৰীত।

পথালি-কোলা (স শ.) লৰা আদিক পথালিকৈ লওঁতে আগলৈ মেলা দুখান হাত।

পথালি-চকুৱা (স.শ.) মানুহ।

পথালি-ভাবে (ক্রি.বি.) পথালি হৈ ;

পথালিয়ে (ক্রি বি.) এটাক্তিয়ৰা আন দাতিলৈ, দীঘৰ বিপৰীত ফালে।

পথিক } (স.শ.) ভ্রমণ কৰোঁতা, বাট-পথুক্ } কৰা, যাত্রিক।

পথ-প্ৰদৰ্শক (স. শ.) বাট-দেখাওঁতা, বাট দেখুৱাই নৈ যাওঁতা।

পথ্য (স. শ.) ৰোগীৰ আহাৰ।

পদ্ (স.শ.) চৰণ, ভৰি; বিষয় বা ব্যৱসায়; কোনো এটা বস্তু; পদ্য, শ্লোক; এবিধ অসমীয়া ছন্দ; বিভক্তিৰে যুক্ত শব্দ বা ধাতু। ১

পদকীয়া (স.শ.) জগৰীয়া, প্ৰতিবাদী, গোচৰৰ উত্তৰ দিব লগা মানুহ।

পদচ্যুত্ (বি) বিষয়-গুচা।

পদবি (স. শ.) উপাধি; খিতাপ।

পদাঘাত্ (স. শ.) লাথি, গোৰ।

পদাপৰুৱা (স. শ.) এবিধ শুৱৰুৱা-জাতিৰ পোক, তাক চুলে সি এটা দুৰ্গন্ধ বায়ু এৰি দিয়ে।

পদাৰবিন্দ (স. শ.) চৰণ-পদ্ম, প্ৰিয়াৰ বা মান্য লোকৰ ভৰি।

পদাৰ্থ (স.শ.) দ্ৰব্য, বস্তু।

পদাৰ্থ-বিদ্যা (স.শ.)সৃষ্টিৰ বস্তুবিলাকৰ গুণাগুণ আৰু স্বৰূপৰ জ্ঞান।

পদিনা (স. শ.) এবিধ সুগন্ধি শাক।

পদ্ম (স.শ.) পদুম,এবিধ পানীত হোৱা ফুল, তাৰ বৰণ, বগা ৰঙা ক্ৰমান্বিত; তাৰ গছ।

পদ্মমনি (স.শ.) অধিক পদুম থকা ঠাই

পদূলি(স.শ.)মানুহৰ চৌতালৈ সোমোৱা বাটৰ মুখ।

পদূলি-মুখা(বি) সদায় লোকৰ ঘৰলৈ গৈ থকা মানুহ, ঘৰে-ঘৰে ফুৰা মানুহ। [প্ৰতি কথাতে।

পদে-পদে (ক্ৰি. বি.) প্ৰতি খোজতে,

পদ্ম (স. শ.) পদুম।

পদ্মনাভ্ (স. শ.) বিষ্ণু।

পদ্মৰাগ (স. শ.) তালিমা-বাখৰ।

পদ্য (স. শ.) কবিতা, ছন্দেৰে কৰা ৰচনা, শ্লোক।

পদ্মশিলা (স.শ.) দেৱতাৰ বা কোনো অৱতাৰী পুৰুষৰ খোজ থকা শিল।

পনস (স. শ.) এবিধ ৰসচীয়া সুগন্ধি আঙ্গাত দিয়া মূল, পিয়াঁজ।

পনীয়া (বি) পানীযুক্ত,পানীৰে মিহলি।

পনীয়াল্ (স. শ.) এবিধ পকিলে কলা আৰু পিটিকিলে কোমল হোৱা ফল; তাৰ গছ।

পপীয়া (বি) পাপ-যুক্ত, পাপী।

পপীয়া-তৰা (স. শ.) আকাশৰপৰা বেগেৰে তললৈ নামি অহা যেন দেখা এটা দীপ্তি।

পবা (স. শ.) আঙুলিৰ পাবৰ জোৰা উথহি হোৱা বেদনা, গগলা।

পবাল্ } (বি) পাব থকা, এক গাঁঠিৰ
পবালি } পৰা আন এক গাঁঠিলৈ বাঢ়ি হোৱা।

পবিত্ৰ (বি) শুচি, শুদ্ধ, নিৰ্মল।

পবিত্ৰতা (গু. শ.) শুচি অৱস্থা।

পবীয়া (বি) পাব থকা; পাবৰ, পাব-

সম্বন্ধীয়, যেনে,এপৰীয়া চুলা, দুপ-
বীয়া বাহ।

পৰ্ (স.শ.) শিহৰি, এটা সক আলুৰ পৰা বাঢ়ি গৈ আন এঠাইত এটা সক আলু-ধৰা, সূতাৰ নিচিনা শিপা; উৱাদিহ। (অ. ধা.) দ্ৰব হ, গল্।

পমা (স. ধা.) দ্ৰব কৰ্, জোল কৰ্। (স. শ.) একবিধ বৰচীয়া মিহি আঁহেৰে কাঠ।

পমুৱা (বি) পামত থকা বা কাম-কৰা। (স. শ.) পামত থকা মানুহ।

পয়াণ্ (স: শ.) গমন, যোৱা কাৰ্য্য।

পয়া-লগা (বি) মাকৰ পিয়াহৰ দোষত বা পিয়াহ কমাত খীণাই যোৱা।

পয়োভৰ্ (স. শ.) প্ৰতাপ, প্ৰভাব, শক্তি; ঐশ্বৰ্য্য।

পৰ্ (স. শ.) আপোন নোহোৱা, বা নিজগীয়া মানুহ; নিজত বাজে আন মানুহ; আপোনাৰ ঘৰত বাজে আনৰ ঘৰ; শত্ৰু; দিন আৰু ৰাতিৰ আঠ ভাগৰ এভাগ; কোনো বিশেষ সময়; যেনে, মৃত্যুৰ পৰত; ভূত, প্ৰেত, বকা কৰিবৰ কাৰণ চাই থকা কাৰ্য্য; যেনে,নৰিয়াৰ পৰ দিছে। (অ.ধা.) পৃথিবীৰ আকৰ্ষণ দ্বাৰা তললৈ নাম; কাতিহৈ বিশ্ৰাম কৰ্; বৰণ ল; আন এখান নৈৰে মিল্; হ্ৰাস পা। তেজ বা শক্তি গুচ্; চাল বা কান্দত আবদ্ধ হ; দুখ বা ৰোগৰ অধীন হ; ওপৰৰ পৰা নামি চাকি ধৰ্; (বদ বা ছাত খাটে); যেনে, বদ বা ছাঁপৰে; গছ-আদিত বহ, (চৰাইত খাটে); যেনে, ঘৰত শগুণ পৰিছে।

পৰকাল্ (স.শ.) মৰণৰ পাচৰ কাল বা অৱস্থা।

পৰকী-জাল্ (স.শ.) হিন্দুৰে বামৰপৰা পানীত পেলাই যোৱা একবিধ জাল

পৰচ (স.শ.)সন্তি-সন্ততি,(জন্তুতখাটে)।

পৰজন্ম (স. শ.) এই জন্মৰ পাচৰ জন্ম, মৃত্যুৰ পাচৰ জন্ম।

পৰঠুৱা (বি) আপদ বা কষ্টত পৰা।

পৰণ্ (কৃদ. স.) পতন, পৰা কাৰ্য্য।

পৰত্ৰে (ক্রি. বি.) পাচে, আন এক সময়ত। [ কৰোঁতা।

পৰদ্ৰব্য (স. শ.) লোকৰ বস্তু।

পৰদ্ৰোহী (স. শ.) লোকৰ অহিত-

পৰধৰ্ম্ম (স. শ.) আপোনাতকৈ আনৰ ধৰ্ম্ম; আন এক জাতিৰ আচৰণ।

পৰপুৰুষ } (স.শ.)আপোনাৰ স্বামীত
পৰ্পুৰুষ্ } বাজে আন মুনিহ।

পৰম্ (বি) শ্ৰেষ্ঠ, অতি উত্তম।

পৰমাণু (স. শ.) চকুৰে মনিব নোৱৰা ক্ষুদ্ৰ কণা।

পৰমাত্মা (স. শ.) পৰমেশ্বৰ।

পৰমান্ন (স. শ.) পায়স, পাহ।

পৰমায়ুস্ (স. শ.) দীৰ্ঘ আয়ুস, দীঘল জীৱন,কোনো এক বিশেষ বিধিনি নহলে মানুহ জীয়াই থকা কাল।

পৰমাৰ্থ (স. শ.) শ্ৰেষ্ঠ জ্ঞান, ঈশ্বৰৰ বিষয়ৰ জ্ঞান।

পৰমেশ্বৰ্ (স. শ.) সকলোতকৈ শ্ৰেষ্ঠ দেৱতা, যাই ঈশ্বৰ।

পৰমগতি (স. শ.) ঈশ্বৰত লয় যোৱা মুক্তি, নিৰ্ব্বাণ।

পৰম্পদ্ (স. শ.) পৰমেশ্বৰৰ ঠাই, বৈকুণ্ঠ ; মুক্তি।

পৰম্পুৰুষ্, পৰব্ৰহ্ম (স. শ.) পৰমেশ্বৰ, হৰি।

পৰলা (বি) কলা-মুগা, অলপ কলাৰে মিহলি মুগা; (স্ত্ৰী. পাৰলী।

পৰলি (স.শ.) চাপলি,ঢাকনী কৰিবলৈ ছকালে ছটা কামী দি বন্ধা খেৰ।

পৰলীয়া (বি) ভালকৈ নকঁৰা, ধান তুঁহেৰে মিহলি। (চাউল)।

পৰলোক্ (স. শ.) মৃত্যুৰ পাচত জীৱ যোৱা ঠাই। লোকৰ উন্নতি।

পৰশ্ৰী (স. শ.) লোকৰ ধন-সম্পত্তি.

পৰস্ত্ৰী (স. শ.) আপোনাৰ ভাৰ্য্যাত্ বাজে আন তিৰী।

পৰস্পৰ্ (বি) ইটো-সিটোৰ, উভয়ৰ, দুইৰো। (ক্ৰি. বি.) ইটোৱে সিটোৰে সৈতে, পৰস্পৰে।

পৰস্পৰ্, পৰস্পৰে (ক্ৰি.বি.) এটাই আনটোৰে সৈতে; এটা আনটোৰপৰা

পৰস্ব (স.শ.) লোকৰ ধন বা বস্তু।

পৰহি "পশু ই"ৰ অপভ্ৰংশ।

পৰাক্ৰম্ (স. শ.) শক্তি, বীৰ্য্য, সাহ।

পৰাক্ৰমী (বি) শক্তিমন্ত, প্ৰতাপী, সাহিয়াল। [ দিয়া।

পৰাংমুখ্ (বি) পাচ-হোঁহকা, পাচলৈ লৰ-মৰা; নিৰাশ কৰি খেদাই

পৰাচিত্ (স. শ.) প্ৰায়শ্চিত্ত, পাপৰ প্ৰতিকাৰ. পাপ গুচিবৰ কাৰণ ব্ৰাহ্মণক ধন-দান।

পৰাজয়্ (স.শ.)ৰণ বা বিবাদত পৰাভৱ।

পৰাজিত্ (বি) হৰা, ঘটা।

পৰাংঽ্ (স.শ.) বৰদুখ, আপদ, বিপদ।

পৰাধীন(বি) লোকৰ বশ বা তলতীয়া।

পৰাধীনতা (স. শ.) তলতীয়া হোৱা অৱস্থা। [ পৰৰ ভাত।

পৰান্ন (স. শ ) লোকে দিয়া আহাৰ,

পৰাভৱ্ (স.শ.) পৰাজয়, ঘাটন।

পৰাভূত্ (বি) পৰাজিত, ঘটা, হৰা।

পৰামৰ্শ (স.শ.) মন্ত্ৰণা, আলচ, কোনো কাম কৰিবলৈ দিয়া বুদ্ধি।

পৰামলকী ( স. শ. ) এবিধ আমলখীৰ নিচিনা টেঙা ফল ; তাৰ গছ।

পৰায়ণ্ (বি) ৰত, নিযুক্ত।

পবাল্ (স. শ.) এবাব ঢেঁকীবে খুন্দা চাউলব যি অবস্থা হয় সেই অবস্থা

পবালি (স. শ.) হানি, ক্ষতি।

পবাস্ত (বি) পবাজিত, ঘটা।

পবিকব্ (স. শ.) ভৃত্য, লগুৱা, কাম কবি দিওঁতা।

পবিগণিত্ (বি) গণনা-কবা, লেখা।

পবিচয়্ (স.শ.) চিনাকি, আগেয়ে দেখা হেতু চিনিব পবা গুণ।

পবিচর্য্যা (স. শ.) আলপৈচান, লগু-ৱালি, লগুৱাব কাম।

পবিচাবক্ (স. শ.) পবিকব, লগুৱা; যাইকৈ পূজাবিক পূজাব আয়ো জন কবি দিয়া বামুণ।

পবিচালিত্ (বি) চলোৱা, লৈ যোৱা।

পবিচিত্ (বি) চিনাকি, আগবপবা জনা। [ভাগ; আধ্যা।

পবিচ্ছেদ্ (স. শ.)-লেখাব এক ছেদ বা

পবিজন্ (স. শ.) পবিকব, লগুৱা।

পবিজ্ঞান্(স.শ.)ভাল জ্ঞান,সম্পূর্ণ বোধ।

পবিতাপ্ (স.শ.) শোক, বেজাব।

পবিতুষ্ট(বি) সন্তুষ্ট, আনন্দিত।

পবিতৃপ্ত (বি) তৃপ্ত, খাই পি সন্তোষ-পোৱা।

পবিতোষ্ (স. শ.) সন্তোষ, আনন্দ।

পবিত্যক্ত (বি) এবা, ত্যাগ-কবা।

পবিত্যাগ (স. শ.) ত্যাগ, এবণ।

পবিত্রাণ্ (স.শ.) উদ্ধাব, বক্ষা, মোক্ষ।

পবিধান্ (স. শ.) পিন্ধন, পিন্ধা কার্য্য।

পবিধি (স. শ.) ঘূবণীয়া বস্তুব বেব।

পবিনাতি (স.শ.) নাতিব বা নাতিনীব পুত্ৰেক। (স্ত্রী) পবিনাতিনী।

পবিপাটি (স. শ.) পবিষ্কাব; নিয়াবি, আঁত-লগোৱা, সুশৃঙ্খল।

পবিপাটিকৈ (ক্রি. বি.) নিয়াবিকৈ আঁত-লগাই।

পবিপূর্ণ ( বি ) গোটেইপূব, ভবা।

পবিপূর্ণকৈ } (ক্রি. বি.) গোটেইপূব
পবিপূর্ণৰূপে } কবি।

পবিবর্ত্তন্ (স. শ.) সলনি, সলোৱা বা আন এক প্রকাব কবা কার্য্য।

পবিবর্ত্তিত্ (বি) আন এক প্রকাবব হোৱা, সলনি হোৱা।

পবিবর্ত্তে (অব্য) সলনি, আন এটাব বাবে। [বহলোৱা।

পবিবর্দ্ধিত্ (বি) বঢ়োৱা, ডাঙৰ কবা,

পবিবাব্ (স.শ.) পবিয়াল্, লবা-তিবোতা আদি ঘবব সকলো মানুহ।

পবিবাহিত্ (বি) বৈ যোৱা, বোৱাই দিয়া, খাঁকৈ-আদিয়ে দি চলোৱা।

পবিমাণ্ (স. শ.) দীঘল-ডাঙৰ বা গধুৰতাব জোখ।

পবিমাণী (বি) ব্যৱহাবব দ্বাবা গুণ-পোৱা, পবীক্ষা কবাত গুণ সপ্রমাণ হোৱা, (দৰব)।

পৰিমিত্ (বি) জোখা, জোখৰ ; সীমা বা পৰিমাণ থকা ; জোখতকৈ বেচি নোহোৱা।

পৰিমিত্ } (ক্রি. বি.) কোনো এক
পৰিমিতে } সময়লৈকে, যেনে, এই পৰিমিতে।

পৰিমাণে (ক্রি. বি.) জোখাই, সমানে ; যেনে, গুণৰ পৰিমাণে বটা।

পৰিয়াল্ (স. শ.) পৰিবাৰ, একে ঘৰত একে জন গৃহস্থৰ তলে থকা ল'ৰা-তিৰোতা-আদি লোকবিলাক।

পৰিশেষ্ (স. শ.) সব-শেহ, অন্ত ; বাকী ; যেনে, ৰোগৰ পৰিশেষ নেৰাখিবা।

পৰিশোধ্ (স. শ.) ধাৰ-শুজা কাৰ্য্য ; ভুটোৱা, প্রতিহিংসা, প্রতিকাৰ।

পৰিশ্রম্ (স. শ.) গা বা মনেৰে কৰা যত্ন, প্রয়াস ; ভাগৰ।

পৰিশ্রমী (বি) পৰিশ্রম-কৰা।

পৰিশ্রান্ত(বি) শ্রান্ত হোৱা,ভাগৰ লগা।

পৰিষ্কাৰ্ (বি) নিৰ্ম্মল, নিকা ; স্পষ্ট, গোট-গোট। [ কৰা।

পৰিষ্কৃত্ (বি) নিকা কৰা ; শোধিত

পৰিসৰ্ (স. শ.) বহলৰ জোখ,পুতল ; বিস্তাৰ, ব্যাপ্তি।

পৰিসীমা (স. শ.) সীমা, শেষ, অন্ত।

পৰিহৰ্ (স. ধা.) ত্যাগ কৰ্, এৰ্।

পৰিহাৰ্ (স.শ.) ত্যাগ, এৰণ।

পৰিহাস্ (স. শ.) যেযাজি কৰি কোৱা, ৰহিয়াল কথা। [তিৰোতা।

পৰী (স. শ.) একজনা যোগিনী ; সুন্দৰী

পৰীয়া (স. শ.) পৰ-দিওঁতা, ৰখীয়া।

পৰীক্ষক্ (স. শ.) মহলা-লওঁতা।

পৰীক্ষা (স.শ.)) গুণৰ বিচাৰ বা পৰিচয়, মহলা।

পৰুৱা ( বি ) পৰৰ, আপোনাৰ নোহোৱা। (স.শ.) বাটকৰাক অবাটে নিয়া এটা ভূত ; পিপৰা, চাৰিটা বা অধিক ঠেঙেৰে ৰগাই ফুৰা এবিধ কীট।

পৰেক্ (স.শ.) এপৰ বেলি বা কাল।

পৰেকীয়া ( বি ) এপৰ থকা ; এপৰ কাল হোৱা।

পৰোপকাৰ্ (স.শ.) লোকৰ হিত।

পৰোপকাৰী (বি) লোকৰ হিত-কৰা। (স.শ.) লোকৰ হিত-কৰা মানুহ (স্ত্রী) (বি) (স.শ.) পৰোপকাৰিণী।

পৰোক্ষে (ক্রি. বি.) আঁতৰে, গোপনে তিতৰি, অসাক্ষাতত। [চৰাই।

পৰুঁৱা ( স.শ. ) কপৌ-জাতিৰ এবিধ

পৰ্চোঁৱা(স.শ.)ভূতৰপৰা হোৱা পীড়া।

পৰ্ছাঁয়া ( স.শ. ) অকস্মাত দেখা আকৃতি।

পৰ্ব্ব (স.শ.) কোনো উৎসৱৰ তিথি ; বছৰি কোনো ধৰ্ম্মকৃত্য কৰিবৰ নিমিত্তে নিৰূপিত দিন।

পৰ্ব্বত্ (স.শ.)বৰ ওখ শিলৰ সমূহ।
পৰ্ব্বতী (স.শ.) দেৱতাৰ প্ৰতিমাৰ পাচ ফালে দিয়া মেহৰাপি
পৰ্ব্বতীয়া(বি)পৰ্ব্বতত থকা বা হোৱা।
পৰ্য্যটন্ (স.শ.) অনেক ঠাই ভ্ৰমণ।
পৰ্য্যন্ত (অব্য) কোনো এক ঠাই, কাল বা সংখ্যালৈকে, পৰিমিত।
পৰু'ই / পৰু'ই-দিনা (স.শ.) যোৱা কালিৰ আগৰ দিন। (ক্ৰি.বি.) কালিৰ আগৰ দিনত।
পল(স.শ.)এডাঁৰৰ ষাঠি ভাগৰ এভাগ।
পল (স.শ.) বৰ দ বোকা; এবিধ মাছ-ধৰা যন্ত্ৰ। [পল্বেক
পলক(স.শ. চকুৰ পচাৰৰ সমান কাল,
পলম্ (স.শ) বিলম্ব, গহৰি।
পলমে ক্ৰি. বি.) গহৰি কৰি, পাচে।
পলৰীয়া (বি) পলোৱা, পলাই থকা, (স্ত্ৰী, পুং)।
পলস্ স.শ.) নৈয়ে পেলোৱা বোকা; সাৰৰ বাহিৰৰ কোমল কাঠ।
পলসুৱা (বি) পলসযুক্ত, সাৰ নথক; নৈয়ে পেলোৱা বোকাযুক্ত।
পলা (অ. ধা.) লুকাই থাক; গোপনে গুচি যা; হাৰি লৰ মাৰ্।
পলা (স. শ.) বেঁতেৰি, ৰেল-পেৰা, বেঁতৰ মঁজুৰি। [স্ত্ৰী]।
পলাউৰী (বি) পলৰীয়া, পলাই থকা,
পলায়ন্ (স.শ.) পলোৱা কাৰ্য্য।

পলাশ্ (স. শ.) এবিধ গছ; তাৰ হালধীয়া ফুল।
পলীতা (স.শ.) কলাই খাৰৰ বস্ত্ৰত জুই লগোৱা শিহা, যেনে, কটুকাৰ পলীতা। চাকিৰ শলাকানি পলীতা নহয়, সি শলিতা।
পলীয়া (স.শ.) পাল-পাতি কাম-কৰা (স.শ.)পাল-পাতি কাম-কৰোঁতা।
পলু (স.শ.) মুগা পাট-আদিৰ পোক।
পলুৱা (স.ধা.) লুকাই থ. লুকাই নি, (মানুহত খাটে)।
পলোৱাই(স.শ.)পলৰে মাছ-ধৰোঁতা।
পশ্ (অ. ধা) প্ৰবেশ কৰ, সোমা।
পশু (স. শ.) চাৰি ঠেঙীয়া জন্তু।
পশুপতি (স. শ.) শিৱ।
পশ্চিম(স.শ.)পূবৰ সন্মুখৰ ফাল,পচিম।
পষ্ (স.শ.) পক্ষ, এমাহৰ আধা।
পষেকীয়া(বি)এপষত হোৱা,এপষ থকা
পহ্লজী (স.শ) জীৱন সঙীয়া হিলৈ।
পহাৰ পহাৰী "পোহাৰ", "পোহাৰী" চোৱা।
পহু (স.শ.) হৰিণা জাতিৰ জন্তু।
পহু গড় (স. শ.) ধেমালিৰ নিমিত্তে যেৰা দি হৰিণা-আদি জন্তু আবদ্ধ কৰি ৰখা হাবি-মাটি; মানুহে চাবৰ কাৰণ নানা বিধৰ জন্তু-ৰখা ঠাই।
পহুমৰীয়া (স.শ.) জন্তু-মাৰোঁতা ব্যাধ, (বি) জন্তু মৰা, ব্যাধৰ ব্যৱসায় কৰা।

পক্ষ (স.শ.) এপখ, আধা মাহ ; পৰস্পৰে বিবাদ কৰা দুজন বা দুজুম লোকৰ এজন বা এজুম, শুক্লীয়া বা পদকীয়া।

পক্ষপাত্ (স.শ.) পৰস্পৰ বিবাদ কৰা দুজন বা দুজুম লোকৰ ; একোজনক-কৰা হিত।

পক্ষপাতী (বি) দুই পক্ষৰ এক পক্ষৰ হিত-কাৰী ; কোনো এজনক বা এটা বস্তুক বিশেষকৈ ভাল পোৱা।

পক্ষিৰাজ্ (স. শ.) গৰুড়।

পক্ষী (স. শ.) চৰাই।

পক্ষে (অব্য) ফালে, অনুকূলে, সমন্ধি।

পা (স. ধা.) লভ্, লাভ কৰ, উপাৰ্জন কৰ্ ; কোনো ঠাইত উপস্থিত হ, গৈ। (অ.ধা.) উচিত হ, ন্যায় হ ; যেনে, বৃদ্ধক সম্মান কৰিব পায়।

পাইক্ (স,শ.) পুৰণি অসমৰ সামান্য ৰায়ত। [ ( মাটী )।

পাইকান্ (বি) পাইকে ভোগ-কৰা,

পাউনি (বি) প্ৰাপ্য, পাবলগীয়া। (স.শ.) পাবলগীয়া ধন বা বস্তু।

পাওন্ (কৃদ স.) প্ৰাপ্তি, পোৱা কাৰ্য্য।

পাং (স. ধা.) কল্পনা কৰ্, মনতে সাজ।

পাউৰি (স.শ.) এবিধ মাছ-ধৰা যতন।

পাঁচ্ (সং) চাৰি আৰু এক। (স.ধা.) পঠিয়া, প্ৰেৰণ কৰ (মানুহ)।

পাঁচন্ (কৃদ স.) প্ৰেৰণ, পঠোৱা কাৰ্য্য।

পাঁচনি (স শ.) গোসাঁই বিলাকৰ দূতে বা টেকেলা। [ এজৰা, (মাটি)।

পাঁচি (স.শ.) দীঘলীয়া এক খণ্ড বা

পাঁচ-কুৰীয়া } (বি) পাঁচোটা কোণ বা
পাঁচ্-চুকীয়া } চুক থকা।

পাঁজৰ্ }
পাঁজৰি } (স.শ.) পাৰ দাঁতি, পাৰ্শ্ব।

পাজি } (স.শ.) পঞ্জিকা ; সূতা কাটি-
পাজী } বলৈ দীঘলকৈ মেৰোৱা তুলা ; শত্ৰুৰ নিমিত্তে বাটত পতা বাহৰ কাইট।

পাঠা (স.শ.) খাহী নকৰা ছাগ।

পাতি (স. শ.) শাৰী ; গছ-বোৱা বা গুটি-পচোৱা খলি ; এবিধ বেল।

পাথ্ (স.শ.) কোনো লেখাৰ বা পুথিৰ পৃষ্ঠকৈ ৰখা দাঁতি ; চেপেটা মাছৰ কোলটি।

পাক্ (স. শ.) মেৰ. মোচোৰা ; নৈৰ মোচৰ ; ছিন্ন, জগৰ, লেঠা ; চাকনৈয়া ; ৰন্ধন ; পকা বা সিজা অৱস্থা ; জীৰ্ণ হোৱা অৱস্থা।

পাকৰী (স. শ.) এবিধ গছ, অ-বি, গছ।

পাকী (বি) বেগতে পাক-পোৱা বা জীৰ্ণ হোৱা ; জীৰ্ণকাৰী, জীৰ্ণ-নিওৱা। [ঘনে-ঘনে।

পাকে-পতি (ক্ৰি.বি.) প্ৰতি-পাকত,

পাকৈচোঁৱা (স.শ.) এবিধ বগ তাৰ ঠোঁটেৰে চৰাই । [নিপুণ ।

..কত্ (বি) শীঘ্ৰে কাম কৰিব পৰা,

পাক্-ঘৰ্ (স.শ.) ৰান্ধনি-ঘৰ ।

পাকঘূৰণি ( স. শ. ) বেগাই ঘূৰাত হোৱা ঘূৰ-ঘূৰণি ।

পাক্-চক্ৰ (স.শ.) চাতুৰী, ধূৰ্ত্ততা ।

পাক্-পাত্ৰ ( স.শ. ) ভাত-আদি-ৰন্ধা সাজ । [ কৰা এবিধ বিচনা ।

পাক্-তোঁহৰ্ (স.শ.) পাক দি ফুটা-

পাক্লাগি (ক্ৰি.বি.) প্ৰকাৰান্তৰে ।

পাখি (স.শ.) চৰাইৰ গাৰ ঢাকনী ; মাছৰ ডিঙি-আদিত থকা পাতল ছালেৰে আবৃত কাইট সমূহ ।

পাগ্ (স.শ.)পাগুৰি, শোভাৰ নিমিত্তে মূৰত মেৰোৱা কাপোৰ । (স.ধা.) জুলীয়া বস্তু তপতাই ঘন কৰ্ ।

পাগ্ (স.শ.) পাক, ৰান্ধনিৰ কাৰ্য্য বা ব্যৱসায় ; মাটিৰ পাত্ৰ টান কৰিবলৈ দিয়া জুইৰ তাপ ; তাপৰ দ্বাৰা হোৱা মাটিৰ বা ধাতুৰ টান অৱস্থা । [ কাপোৰ ।

পাগুৰি ( স.শ.) পাগ, মূৰত মেৰোৱা

পাগুল্ (স.ধা.) পেটৰপৰা মুখলৈ উলিয়াই চোবা, ( ঘাঁহ ) ।

পাগুলন্ (কৃৎ.স.) পাগুলা কাৰ্য্য ।

পাগ্টান্ ( বি ) টানকৈ পাগ-থকা, বৰকৈ তাপ দিয়া ।

পাগটুৰ্ (স. শ.) কেঁচুৱা লৰাৰ জিভাত ধৰা ফল-ধৰা ৰোগ । ১

পাগ্পানী (অ.ধা.) ঘৰস ; চলিত হ ।

পাগ্-মাৰি (স.শ.) টাক, চকত তাত আজা লবোৱা মাৰি ।

পাগ্শালি (স.শ.) কুমাৰে চৰু-কলহ পাগত দিয়া ঠাই ।

পাচ্ (স.শ.) আগ-কালৰ বিপৰীত কাল, পিছি-কাল ; কোনো কাৰ্য্যৰ শেষ বা অন্ত । (বি) পাচৰ, পাচত হোৱা, থকা বা অহা । [পাচিকা ।

পাচক্ (বি) জীৰ্ণ-নিওৱা পাকী । (স. শ. ) ৰান্ধোতা, ৰান্ধনি ; ( স্ত্ৰী )

পাচক-পিত্ত (স. শ.) পেটত আহাৰ জীৰ্ণ নিওৱা এবিধ ৰস, পিত্ত ।

পাচতীয়া (বি) পাচত কৰা বা হোৱা, শেহতীয়া, হুমলীয়া ।

পাচলি (স.শ.) আঞ্জাত ব্যৱহৃত শাক, পাত, কল, মূল বা আলু ।

পাচমূল্ (স.শ.) লগি ।

পাঞ্চজন্য (স.শ.) এবিধ শঙ্খ, বিষ্ণুৰ হাতৰ শঙ্খ । ১ [কাঠৰ পাত্ৰ ।

পাচি (স.শ.) শস্য আদি-থোৱা এবিধ

পাচুৱা ( অ.ধা. ) পাচলৈ যা, পাচ হোঁহক । [ কাৰ্য্যৰ অন্তত ।

পাচে (ক্ৰি.বি.) কোনো এক সময়ৰ বা

পাচেকৈ (ক্ৰি.বি.) ইয়াৰ পাচত, বৰ্ত্তমান সময়ৰ শেষত ।

পাচে-পাচে (অব্য) কোনো একৰ পিচি-ফালে, পিচেই ওচৰতে, (পশ্চাত খাটে)।

পাচ্-ফালে (অব্য) পিচি-ফালে, মুখৰ বিপৰীত দিশে।

পাচ্-ভৰি (বি) পাচ-হোঁহকা, পাচলৈ যোৱা, অনিচ্ছুক। [ কৰ্।

পাচ্-হোঁহক্, পাচলৈ যা, পাচলৈ গতি

পাট্ (স.শ.) ছুনি-পাত-খোৱা পলুৰ সূতা; পাতল চেপেটা কাঠ; ৰজাৰ সিংহাসন; নাদৰ ভিতৰত দিয়া মাটিৰ চাক। (উপ,) কোনো চেপেটা দীঘল বস্তু বুজোৱা শব্দৰ পাচত ব্যৱহৃত মাত; যেনে, বঠা পাট সৰু বা ডাল তেনে বস্তু বুজাবলৈ পাটি হয়; যেনে, বঠা পাটি।

পাটী (স.শ.) পাটীদৈৰ কাঠীৰে সজা শয্যাত পৰা মিহি চাৰি; শয্যা।

পাটী ঢৰা (স.শ.) ঢাৰিৰ ওপৰত পাটী দি বহা এবিধ আসন।

পাটীদৈ (স.শ.) পাটী সাজিবলৈ কাঠী কৰা এবিধ বন।

পাটী-মুতুৰা (বি) শুই থাকোঁতে শয্যাত মুতা (স্ত্রী) পাটী-মুতুৰী।

পাট ঘৰ্ (স.শ.) পাটৰ চাদৰ ওপৰত সজা ঘৰ।

পাটনাদ্ (স.শ.) ভিতৰত মাটিৰ পাট লগোৱা নাদ। [ পোক।

পাট্ পলু (স.শ.) পাট-সূতা-কৰা

পাটমাদৈ (স.শ.) ৰজাৰ বৰ কুঁৱৰী; এবিধ হালধীয়া মুখৰ চৰাই, সখিয়তী-চৰাই।

পাঠ (স.শ.) পঢ়ন, পুথি-পঢ়া কাৰ্য্য; কোনো পুথিত কোনো এক বা অধিক শব্দ বিৰূপে লিখা থাকে; পঢ়িবলৈ দিয়া শিকনি; একে বাৰতে পঢ়িবলৈ নিৰূপণ-কৰা এভাগ পুথি; কাক কিৰূপে সম্বোধন কৰিব লাগে তাৰ নিয়ম।

পাঠক্ (স.শ.) পঢ়োঁতা। (স্ত্রী পাঠিকা।

পাঠান্তৰ্ (স.শ.) আন এক প্ৰকাৰে লিখা পাঠ বা কথা। [ উদ্ভু।

পাঠ্য (বি) পঢ়িব লগীয়া; মাতিবলৈ

পাঠশালা (স.শ.) পঢ়াশালি।

পাণ্ (স.শ.) তামোলৰ লগত চোবোৱা এবিধ পাত; সেই পাতৰ লতা; খোঁৱা খাবৰ নিমিত্তে ফুটি আদি-কেৰে মিহলাই ভজা পাণ।

পাণৰাই "পণুৱা" চোৰা।

পাণ্ডৱ (স.শ.) চন্দ্ৰবংশী পাণ্ডু-ৰজাৰ পুত্ৰ, যুধিষ্ঠিৰাদি পাঁচজন।

পাণ্ডু, পাণ্ডু-ৰোগ্ (স.শ.) মৃত, গাৰ ছাল আৰু চকু হালধীয়া হোৱা এবিধ ৰোগ।

পাত্ (স.শ.) গছৰ ডালৰ পৰা ওলোৱা পাতল আৰু চেপেটা ভাগ ; তাৰ নিচিনা পাতল আৰু চেপেটা আন বস্তু ; ভোজনৰ পাত্ৰ। (স. ধা.) লবলৈ বা ধৰিবলৈ হাত-আদি আগ বঢ়া ; নিযুক্ত কৰ্, কোনো কাৰ্য্য কৰিবলৈ মনেৰে স্থিৰ কৰ্ ; স্থাপন কৰ্। (কৃদ.স.) পাতোঁতা, (স্ত্ৰী) পাতঁতী।

পাতক্ (স.শ.) পাপ, ঈশ্বৰৰ বা সমাজৰ নিয়মৰ বিৰুদ্ধ কাম।

পাতকী (স. শ ) পাপী, পাপ-কৰোঁতা; (স্ত্ৰী) পাতকিনী।

পাতন্ (কৃদ্. স.) স্থাপন, নিযোজন।

পাত্সা ( স. শ. যাং ) মছলমানৰ ৰাজা।

পাতনি (স. শ.) কোনো পুথিত লেখা কথাৰ সূচনা ; ভূমিকা।

পাতল্ (বি ) ডাঠ নোহোৱা ; ঘন নোহোৱা ; সেৰেঙা , লঘু, গধুৰ নোহোৱা, শাম-কটা, কম পৰা ; স্থিৰ বা গহীন নোহোৱা, চঞ্চল ; বিৰল, অধিক ৰূপে বা সদায় পাবলৈ নোহোৱা ; উকলা। অ. ধা.) কম হ ; শাম কাট্।

পাতলালি ( গু. শ. ) চঞ্চলতা, পাতল স্বভাৱ। [ মোকটাই সিয়া ভাগ।

পাতলি (স.শ.) মেখেলাৰ তলৰ ফালে

পাতলীয়া (বি) ডাঠ নোহোৱা , ঘন নোহোৱা, পনীয়া।

পাতল্কৈ ক্ৰি. বি. ডাঠ বা ঘন নোহোৱাকৈ, সেৰেঙাকৈ।

পাতাল্ (স শ.) পৃথিবীৰ তলৰ সাত খলপাৰ এখলপ।

পাতাল্ গাজনি (স.শ.) ভূঁইকঁপৰ শব্দ ; বহুত দূৰৰ পৰা শুনা মেঘৰ শব্দ।

পাতি (বি) সামান্য, ইতৰ, সাধাৰণ, ঘাই বিধৰ নোহোৱা (স. শ ) চেপেটা শাল।

পাতি-কাউৰী (স. শ.) ঢোৰা কাউৰীত্কৈ সৰু বিধ কাউৰী।

পাতি হাঁহ, (স. শ.) ৰাজ-হাঁহত্কৈ সৰু এবিধ পোহনীয়া হাঁহ।

পাত্-পিন্ধা ( বি ) গছৰ পাতেৰে গা-ঢকা ; বৰ দুখীয়া।

পাতশিয়া (স শ.) গছৰ পাত সিতাতে বাহ সজা এবিধ ক্ষুদ্ৰ চৰাই।

পাত্বেং (স. শ.) এবিধ গছত থকা ভেকোলা। [ পাত্ৰী।

পাত্ৰ (স. শ.) ভাজন, সাজ ; ৰজাৰ মন্ত্ৰী ; উপযুক্ত লোক ; দৰা। (স্ত্ৰী)

পাদ্,(স.শ.)বহিৰ্দ্বাৰে দি যোৱা বায়ু। (অ.ধা.) বহিৰ্দ্বাৰে দি বায়ু এৰ্।

পাদুকা (স. শ.) জোঁতা বা খৰম।

পাদোদক্ (স. শ.) মান্য লোকে ভৰি জুৰুৰিওৱা পানী।

পান্ (স.শ.) পি-খোৱা কাৰ্য্য, পিয়ন; ধাতুৰ পাত্ৰ জলা এবিধ বস্তু।

পানা (স. শ.) এবিধ সেউজীয়া বাখৰ।

পান্তি (স. শ.) শাৰী, শ্ৰেণী। ১

পানী, (স.শ.) জল, নৈ-আদিৰ জুলীয়া বস্তু; গলোৱা ধাতু; হীৰাৰ বৰণ বা চকমকনি।

পানী-আঠা (স. শ.) চৰাই-ধৰা আঠা।

পানী-কাউৰী (স. শ.) পানীত বুৰিয়াই মাছ-ধৰা এবিধ কলা চৰাই।

পানীকুঞা } (বি) পানীত মৰি গেলা,
পানীকুঁয়া } (মাছ-আদি)।

পানী-গছা, (স.শ) ভাদৰ নৈ বা সাগৰত এ জোপা গছৰ দৰে ওপৰলৈ উঠা বাষ্প।

পানী-ঘোঁৰা, (স. শ.) আফ্ৰিকাৰ নৈবিলাকত থকা এবিধ চাৰি ঠেঙীয়া বিচৰ জন্তু।

পানী চাং (স শ.) পানীৰ জকা বা থালী-থোৱা পাওটি।

পানীচামৰি (স. শ.) এবিধ লৰাবগাত হোৱা পানীৰে পূৰ ফোঁহা।

পানীচোৱা (স.শ.) বিষ্ঠা, মল (অ.ধা.) মলত্যাগ কৰ্।

পানীজোলা (স.শ.) ঘঁহনি খোৱাত বা তপত বস্তু লগাত ছালৰ ওপৰত হোৱা পানীৰে পূৰ টোপোৱা,ঢো।

পানী-পৰঠুৰা(বি)ঘৰ-বাৰী তল যোৱাত দুখত-পৰা।

পানী ছুৱাৰ্ (স. শ.) কোনো ঠাইলৈ পানী সুমুওৱা বাট।

পানী-পকৰা (স. শ.) পানীৰ ওপৰত বেগাই ঘূৰি থকা এবিধ কলা পোক। [তলৰ ভাগ।

পানীপাচ্ (স. শ.) ঘৰৰ চালৰ পানী পোতাৰ ওপৰৰ আক মাজপাচৰ

পানীপিয়া (স. শ) ঘাম-কালি "পানী পিউ-পিউ, এনেকৈ মতা এবিধ চৰাই; চাতক। [কৈঁচুৱা।

পানীপেতা (বি) পোনেই ওপজা,

পানীপোতা (স. শ.) ঘৰৰ চালৰ পৰা পানী পৰা ঠাই। যোৱা।

পানী বটীয়া (বি) পানীয়ে চলা,নাৱেৰে

পানীমজলী (স. শ.) পানীত থকা আক মানুহৰ হাত-ভৰি কেঁকোৱা কৰা এবিধ ভূতুনী। [মৰলী-সাপ।

পানীমড়লী (স শ.) এবিধ পানীত থকা

পানীময়(বি) পানীৰ নিচিনা; পানীৰে পূৰ।

পানীমৰলী (স.শ.) "পানীমড়লী"চোৱা

পানীমৰি (স শ.) এবিধ বসাল সোৱাদ টেঙা।

পানীযুবলি (স. শ.) পানীৰ দাঁতি।

পানী-লগা (স.শ.) গাত পানী সোমাই হোৱা কষ্ট, কফৰ পীড়া।

পানী শৰাধ্ (স. শ.) মৃতকৰ উদ্দেশে বছৰি দিয়া জল-পিণ্ড।

পানীসৰল্ (স. শ.) এবিধ পানীত হোৱা গছ, নিকৰীৰ গছ।

পানী-সেউতী (স. শ.) পানীৰ দাঁতিত হোৱা এবিধ বগা সেউতীৰ নিচিনা ফুল। [পাতি-হাঁহ।

পানী-হাঁহ্ (স শ.) এবিধ বনৰীয়া

পানৈজুৰি (স. শ.) জোতাযোৰ। ১

পান্খোৱা } (স. শ.) এবিধ মাজ-
পাজোৱা } খাল দাঁতি উঠা ঘুৰণীয়া কাঁহৰ পাত্ৰ।

পাপ্ (স. শ.) পাতক, কুকৰ্ম।

পাপাত্মা } (স.শ.) পাপত ৰত মানুহ,
পাপিষ্ঠ } সদায় পাপ কৰোঁতা; (স্ত্ৰী) পাপিষ্ঠা।

পাপী (বি) পাতকী, পাপ-কৰা। (স.শ.) অধৰ্মী মানুহ, পাতকী; (স্ত্ৰী) (বি, স. শ.) পাপিনী।

পাৰ্ (স. শ.) দুই গাঁঠিৰ বা জোৰাৰ মাজৰ ভাগ। [নৰকা মাছ।

পাভ (স. শ.) এবিধ কোমল বাকলি

পাভটি (স. শ.) কোনো বস্ত-খোৱা সৰু চাপৰ চাং।

পাম্ (স.শ.) ঘৰৰ পৰা আঁতৰত খেতি কৰিবৰলৈ ন-কৈ লোৱা মাটি।

পামৰ (বি) নীচ, অধম, অজ্ঞান। (স.শ.) নীচ বা অধম মানুহ, (স্ত্ৰী) (বি. স. শ.) পামৰী।

পায়স্ (স. শ.) পৰমান্ন, পাহ।

পাৰ্ (স. ধা.) বহলাই স্থাপন কৰ্; গছৰ পৰা ছিঙি তললৈ আন্। (অ. ধা.) সমৰ্থ হ। (স.শ.) নৈৰ দাঁতি; পৰিসীমা। পাৰ কৰ্; নৈৰ এপাৰৰ পৰা আন্ পাৰলৈ নি।

পাৰ (স. শ.) এবিধ কপৌ-জাতিৰ পোহনীয়া চৰাই।

পাৰগ্ (বি) সমৰ্থ, শক্তিমন্ত, পৰা।

পাৰগতা (গু.শ.) শাৰ্গতালি,নিপুণতা।

পাৰকীয়া (বি) (স. শ.) নিৰোগী বা স্বস্থ মানুহ।

পাৰণ্ (কৃদ্. স.) বহলাই স্থাপন।

পাৰণা (স. শ.) ব্ৰত-ভঙ্গ কাৰ্য্য, উপবাসৰ অন্তত কৰা আহাৰ।

পাৰণি (স. শ.) নৈত পাৰ কৰা বেচ।

পাৰত্ৰিক (বি) পৰকালৰ পৰলোকৰ।

পাৰদৰ্শিতা (গু. শ.) কোনো বিদ্যাৰ অন্ত-পোৱা অৱস্থা বা গুণ, সম্পূৰ্ণ জ্ঞান। [সম্পুৰ্ণ জ্ঞান-লভা।

পাৰদৰ্শী (বি) বিদ্যাৰ পাৰ-পোৱা,

পাৰমাৰ্থিক (বি) পৰমাৰ্থ বা ঈশ্বৰৰ বিষয়ৰ জ্ঞান সম্বন্ধীয়।

পাৰলি (স. শ.) এবিধ গছ।

পাৰলী "পৰলা" চোৱা।

পাৰি (স. শ.) দাঁতৰ শাৰী; কাপো-

বৰ দাঁতিত গুণা-আদিৰে দিয়া ফুল। [ যদি পৰা যায়।

পাৰিত্‌পক্কে (ক্রি. বি) পৰাযায় মানে,

পাৰিজাত্‌ (স. শ) ইন্দ্ৰৰ ফুলনিৰ এ জোপা গছ; তাৰ ফুল; বগামদাৰ।

পাৰিষদ্‌ (স. শ.) দেৱতাৰ অনুচৰ, স্বৰ্গৰ দূত; ভাদৰ লোকৰ উপাসক। [ পানীপাচৰ খুঁটা।

পাৰীখুঁটা (স. শ.) ঘৰৰ দাঁতিৰ বা

পাৰ্গত্‌ (বি) পাৰগ, সমৰ্থ, নিপুণ।

পাৰ্গতালি (ভ. শ.) পাৰগতা, নিপুণতা। [ কৰা ঠাই।

পাৰ্‌-ঘাটি (স.শ.) ঘাটৈয়ে নৈত পাৰ-

পাৰ্থক্য (স শ.) প্ৰভেদ, বিভিন্নতা।

পাৰ্ব্বতী (স.শ.) দুৰ্গা, শিৱৰ ভাৰ্য্যা

পাল্‌ (স ধা.) পোহ, আহাৰাদি দি ৰক্ষা কৰ; আচৰ্‌,মান, (আজ্ঞাদি) (কৃদ. স.) পালোঁতা ; (স্ত্রী) পালঁত্ৰী (স.শ.) কেইবা জন লোকৰ প্ৰতি-জনে কাম কৰিবলৈ নিৰূপিত সময় ; জাক। [ খাট।

পালং (স. শ.) এবিধ শাক ; এবিধ

পালক্‌ (স. শ.) পালোঁতা, ৰক্ষক।

পালট্‌ (অ. ধা.) ওলট্‌, ওভত্‌ ।.

পালটন্‌ (কৃদ্‌. স.) ওলটা কাৰ্য্য।

পালটা (স. ধা.) ওলটা, ওভতা, ঘূৰা।

পালন্‌ (স. শ.) ৰক্ষণ, পোহন ; মনা বা আচৰা কাৰ্য্য।

পালনীয় (বি) পালিবৰ যোগ্য। ' "

পালা-পাকা (স. শ.) যত্ন জোখ কৰা যতন, তুলাচালনী। ১

পালি-কঠীয়া (স. শ.) কৰৰ নিমিত্তে তুলি থোৱা ধানৰ পুলি। [কৰা

পালিত (বি) ৰক্ষিত, পোহা, পালন-

পালী (স. শ.) পাল পাতি কাম-কৰোঁতা, পলীয়া ; ওজাৰ তলে কাম-কৰোঁতা, দোহাৰত গাওঁতা; এবাৰ খাবলৈ জোৰা দৰব। (বি) সামান্ত, ক্ষুদ্ৰ।

পালী-পহৰী ; } (স.শ ) পৰীয়া মানু-
পালী-পহৰীয়া, } হবোৰ, পৰ-দিওঁতা-বিলাক।

পালেঙ্গি (স.শ.) এবিধ খাট, পালং।

পালে-পালে (ক্রি. বি. পাল অনুসৰি আপোন-আপোন পালত ; দলে-দলে।

পাল্‌জৰ্‌ (স. শ.) এদিন বা দুদিন এৰি উঠা জ্বৰ।

পাল্‌-নাম্‌ (স শ.) কোনো এটা কাৰ্য্য সিদ্ধিৰ কাৰণে নিত্যে পাল পাতি দুই বা তিন দিন গোৱা বিষ্ণুৰ নাম। [ পৈচান।

পাল-পাচনি (স. শ.) পৰিচৰ্য্যা, আল-

পাশ্‌ (স. শ.) ৫৭৩ শব্দৰ তিজিত লগোৱা খোবোচা-জৰী।

পাশে (ক্রি. বি.) ফালে, দিশে।

পাষট (স. শ.) চৌপট-খেল খেদা তিনভাগ হাতী-দাঁতৰ মাৰি।

পাষণ্ড (স. শ.) অধৰ্ম্মী আৰু অনাচাৰী মানুহ; পাপী; নাস্তিক; অহিন্দু।

পাষাণ (স শ.) শিল।

পাহ্ (স.শ) এবিধ পাণীৰত সিজোৱা চাউল, পায়স, পথকৰা আলিৰ দাঁতি, চন্দ্ৰতাপৰ বা আঁঠুৱাৰ দাঁতিত ওলমাই দিয়া ফুলৰ পাহিৰ নিচিনা সৰু সৰু কাপোৰ, ফুলৰ পাহি, জালৰ ডুটা বিন্ধাৰ মাজৰ গাঁঠি; শিকলিৰ আঙঠি। (উপশ) ফুল বুজোৱা শব্দৰ পাচত ব্যৱহৃত মাত, যেনে গোলাপ-পাহ। গুৱনি বা সৰু ফুল বুজাবলৈ "পাহি" হয়, যেনে, ফুল-পাহি।

পাহৰ্ (স.ধা.) মনৰপৰা হেৰুৱা, স্মৰণ নকৰ্।

পাহৰণ (কৃদ. স.) পাহৰা কাৰ্য্য, বিস্মৰণ। [বিস্মৃত কৰ্।

পাহৰা (স.ধা.) ভূলা, মনৰপৰা আঁতৰ,

পাহি (স.শ.) ফুলৰ বেলেগ হৈ থকা ভাগবিলাকৰ এভাগ, জালৰ পাহ। (উপ. শ) "পাহ" চোৱাঁ।

পাহৱাল্ (বি) পুষ্ট,শকত। [ধৰা জাল।

পাহ্জাল্ (স.শ.) এবিধ ডাঙৰ-মাছ-

পি (স.ধা.) জুলীয়া বস্তু গিল্, পান কৰ্ মাতৃৰ গাখীৰ খা, (ওহুত খাটে)। (কৃদ্. স.) পিওঁতা (স্ত্ৰী) পিয়ঁতী [শাল।

পিং (স. শ.) পিয়কৈ পোতা জোৰা

পিঁয়াপি, বি,) ভয়ত পলাই গোট গোট হোৱা, এটা-এটা হৈ সকলো ফালে বোৱা।

পিহ্ (স ধা) ঘঁহ্, ঘঁহি গুড়ি কৰ্।
(কৃদ; স.) পিহোঁতা; (স্ত্ৰী)। পিহঁতী।

পিঁহন্ (কৃদ্. স) পিঁহা কাৰ্য্য, মৰ্দ্দন।

পিঁহনা (স. শ.) কোনো বস্তু পিঁহি গুড়ি-কৰা যতন। [বস।

পিক্ (স.শ.) চোবোৱা তামোলৰ ৰজা

পিকা (অ.ধা.) তামোল চোবাই বস পেলা, পিক পেলা।

পিক্দান্, } (স. শ.) পিক বা থুই-
পিক্বান্, } পেলোৱা পাত্ৰ।

পিঙট্ (বি) পিঙলীয়া।

পিঙঁটা (বি)বগামুৱা, এলাহ্মু ৰবণীয়া।

পিঙল্ (স.শ.) অলপ ৰঙাৰে মিহলি মুগা ৰবণ।

পিঙলীয়া(বি)পিঙল ৰবণীয়া; পিঙট।

পিচ্ } "পাচ" চোৱাঁ।
পিছ্ }

পিচে } "পাচে" চোৱাঁ।
পিছে }

পিছল্ (বি) তেল বা ঔ-বীজৰ নিচিনা, খোপনি নোবোৱা, লেতকেতীয়া।

(অ. ধা.) খোপনি লৰ, খাঁজ খাই নৰৈ ওপৰে-ওপৰে চলি যা।

পিছলা (স. ধা) পিছল খুৱা, খাঁজ খাই নোবোৱা কৰ্।

পিঙলা } (স.শ.) গুকণীৰ পোৱালি।
পিঙলি }

পিজাল্ (স.ধা., জোদাল, জোগা কৰ্।

পিট্ (স.ধা.) প্ৰহাৰ কৰ্, মাৰ্; হাতুৰী আদিৰে খুন্দ। (স শ.) পানীৰ ওপৰত ভাঠ হৈ পজা বন।

পিটন্ (কৃৎ. স.) পিটা কাৰ্য্য।

পিটনি (স শ.) পিটে ঢকা পানী।

পিটিক্ (স.ধা.) হাতেৰে টিপ্; টেপা মাৰ্; আঙুলিৰে টিপি মৃদু কৰ্।

পিটিকা (স.শ.) আঙুলিৰে মৰা টিপা।

পিঠা (স.শ.) চাউলৰ বা ঘেহুৰ গুড়িৰে কৰা খাদ্য।

পিঠা-গুড়ি (স.শ.) চাউলৰ গুড়া।

পিঠা-গুড়ীয়া(বি)পিঠাগুড়িৰ নিচিনা।

পিঠা-পনা (স.শ.) পিঠা আৰু আন মিঠা খাদ্য।

পিঠি(স. শ.)কোনো বস্তুৰ পাচ ভাগ; বস্তুৰ ভিতৰিৰ পৰা ককাললৈকে ওপৰৰ ভাগ; চেপেটা বস্তুৰ বা পুথিৰ পাতৰ একাদ।

পিঠিয়াপিঠি (স.শ.) এজনে আন জনলৈ পিঠি দিয়া কাৰ্য্য; মিলৰ অভাৱ, বিৰোধাবিৰোধী।

পিঠিয়াপিঠিকৈ (ক্ৰি.বি.) পিঠিলৈ পিঠি দি। [ভাকৰ মাছ।

পিঠীয়া (স. শ.) ছৈ-পিঠীয়া; এবিধ

পিণ্ড (স. শ) ঘূৰণীয়া বস্তু; মৃতকৰ উদ্দেশে দিয়া গুড়, গাখীৰ ইত্যাদিৰে সনা অন্নৰ লাড়ু।

পিণ্ড-জল্ (স. শ.) মৃতকৰ উদ্দেশে দিয়া পিণ্ড আৰু পানী, শ্ৰাদ্ধ।

পিণ্ড-দান্ (স.শ.) মৃতকৰ উদ্দেশে পিণ্ড-দিয়া কাৰ্য্য।

পিত্ (স. শ.) পিত্ত, সাহ।

পিত্ পিত্ (ক্ৰি.বি.) বাৰবাৰ, ঘূৰি ঘূৰি, ইফালে সিফালে (বিচৰাত খাটে)। ১

পিতল্ (স শ.) এবিধ হালধীয়া ধাতু।

পিতলী (বি) পিতলেৰে গঢ়া।

পিতলুৱা (বি) পিতলৰ নিচিনা, পিতলেৰে মিহলি। [দিওঁতা।

পিতা (স শ.) পিতৃ, বোপাই, জন্ম-

পিতামহ (স. শ.) বোপাইৰ বাপেক, ককা; (স্ত্ৰী) পিতামহী।

পিতাল্ (বি) সাহিয়াল।

পিতিজাপিতিজি (স. শ.) কিচিকা-কিচিজি।

পিতিজিয়া (স. ধা.) উপহাস কৰ্, ইতিকিং কৰ্।

পিতৃ (স. শ.) পিতা, বোপাই; পূৰ্ব্ব-পুৰুষ।

পিতৃগণ্, পিতৃসকল্ (স.শ) প্ৰজাপতিবিলা-কৰপুত্ৰ আৰু সৃষ্টি-কৰোঁতা কিছুমান দেৱতা।

পিতৃঘাতক, পিতৃঘাতী (স. শ.) আপোনাৰ পিতাকক বধোঁতা; (স্ত্ৰী) পিতৃঘাতিনী।

পিতৃত্ব (গু.শ.) পিতাৰ গুণ বা অৱস্থা।

পিতৃদ্ৰোহী (স.শ.) আপোনাৰ পিতৃক হিংসা-কৰোঁতা; কোনোৰ বাপে-কৰ শত্ৰু।

পিতৃধন্ (স শ.) বোপাইৰ ধন; পূৰ্ব্ব-পুৰুষৰ সম্পত্তি।

পিতৃবধী (স শ.) আপোনাৰ বাপেকক বধোঁতা, কোনোৰ পিতাকক বধা মানুহ।

[ হিংসোঁতা।

পিতৃবৈৰী (স.শ.) কোনোৰ পিতাকৰ শত্ৰু; আপোনাৰ বাপেকক—

পিতৃলোক্ (স. শ.) পিতৃসকলৰ ঠাই।

পিতৃকোষ্ (স. শ.) অন্তৰ বুকুত থকা হালধীয়া বসৰ জোলোঙা।

পিত্ত (স. শ.) শৰীৰৰ তিনটা ধাতুৰ এটা; অন্তৰ বুকুৰ ভিতৰত থকা হালধীয়া তিতা বস; সেই বসৰ মোনা।

পিত্তাত্তক্ (বি)পিত্তৰ বিকাৰ-গুচোৱা।

পিনে (অব্য) কালে, ফালে।

পিন্দ্ (স. ধা.) গা বা কোনো অঙ্গত লগাই ল বা ধাৰণ কৰ্, (কাপোৰ বা অলঙ্কাৰ) (কৃৎ. স.)পিন্ধোঁতা; (স্ত্ৰী) পিন্ধতী।

পিন্ধন্(কৃদ্. স)পৰিধান, পিন্ধা কাৰ্য্য।

পিন্ধা (স. ধা.) পৰিধান কৰা, কাপোৰ আদি গাত লগাই লোৱা।

পিন্ধি-উৰি(ক্ৰি. বি.) কাপোৰ-অলঙ্কাৰ পিন্ধি, যুগুত বা সাজু হৈ।

পিপৰা (স. শ.) পকৰা।

পিপলা, পিপলি (স. শ.) এবিধ পাণ জাতিৰ লতা, তাৰ গুটি।

পিপলি (স শ.) স্তনৰ মূৰ।

পিপলীয়া (স. শ.) চোকা অন্ত্ৰৰ মুখ ভাগি হোৱা গুখোৰা-মোখোৰা।

পিপাসা (স শ.) পিয়াহ,পানী পিবৰ ইচ্ছা; বৰ বাঞ্ছা।

পিপীলিকা (স. শ,) পিপৰা, পকৰা।

পিয়ন্ (কৃদ্. স.) পান-কৰণ, পোৱালিয়ে মাকৰ গাখীৰ খোৱা কাৰ্য্য।

পিয়নী (বি) স্বাভাৱিক পিওৱা; গাৰ্ভিণী, (গাই বা মহ)। [ পিয়া।

পিয়নীয়া বি) মাকৰ গাখীৰ খোৱা, পিয়ন্-ছৰা(বি)পিবলৈ এৰা,গাঁহ-খৰা।

পিয়ল্ (স. শ.) মাটিৰ জোখ।

পিয়া (স.ধা.) পান কৰা; এটা বস্তুৰ মুৰ আন এটাৰ মুৰৰ ভালেমান দূৰলৈ সুমাই জোৱা লগা।

পিয়াহ্ (স. শ.) তৃষ্ণা, পানী পিবৰ

ইচ্ছা; তিৰোতাৰ স্তন, স্তনৰ গাখীৰ।

পিয়াহ্-ধঁতা (বি) পিয়াহ-খোৱা কালৰ দাঁতেৰে থকা, নিচেই সৰু; নতুনকৈ কৰা, উলিওৱা বা চলোৱা; (স্ত্রী) পিয়াহ্-ধাঁতী;

পিয়াহ্ শিৰা (স,শ.) তিৰোতাৰ পিয়াহৰ এবিধ ৰোগ। ১

পিৰঠি (স শ.) চকুৰ পতা বা ঢাকনী।

পিৰা (স.শ) চাবি-ঠেঙীয়া জন্তুৰ কাঠ ৰেলেগোৱা তপিনা।

পিৰালি (স.শ.) ঘৰৰ ভেঁটিৰ বাৰৰ বাহিৰে থকা ভাগ।

পিৰালিকঁইটা (স. শ.) পিৰালিৰ ওচৰৰ ঠাই, পানী পোতা।

পিৰিক্‌পাঝাক্ (স শ.) অলপকৈ চকু-মেলি আকৌ মুদা কাৰ্য্য; টিমিক-টামাক।

পিৰিকাফুল্ (স. শ.) এবিধ সুগন্ধি হালধীয়া সৰু ফুল; তাৰ গছ।

পিৰিকিয়া (স. ধা.) অলপকৈ মেলি আকৌ মুদ্, পচাৰ্।

পিৰ্কটি (স.শ.) চকুৰ পিৰঠিৰ দাঁতি।

পিৰ্পিৰণি (স. শ.) গাৰ কোনো ভাগত পকৰা-আদি বগোৱাত জন্মা অলপীয়া সুৰসুৰণি।

পিৰ্পিৰা (অ. ধা.) গাত পকৰা-আদি বগোৱাৰ নিচিনা বোধ জন্মা।

পিৰ্পিৰীয়া (বি) বৰ পাতল।

পিলিক্ (স.ধা.) নিচেই লাহে-লাহে কাম কৰ; আঙুলিৰে খপিয়া (ওকণী) যেনে, ওকণী পিলিকিছে।

পিলিকা (স.শ.) একে কামতে লাগি থাকোঁতা (বি) লাহে লাহে কাম কৰা। ১

পিলিজা (বি) ধুন-পেচমৰা, ধুনীয়া ১১

পিল্‌পিলীয়া (বি) গা সৰু আৰু দীঘল, দীঘলীয়া।

পিশাচ্ (স. শ.) ভূত, প্রেত; (স্ত্রী) পিশাচী, পিশাচনী।

পীঠ্ (স. শ.) সতীৰ অঙ্গ পৰা ঠাই, দুৰ্গাৰ তীৰ্থ; সিদ্ধ স্থান; ঠগা; পীৰা, কাঠৰ আসন; কামৰূপত কামাখ্যা দেৱীৰ চাৰি পীঠ আছে, সীমা যেনে-কৰতোয়া নদীৰ পৰা স্বৰ্ণকোষ নদীলৈকে ৰত্নপীঠ, স্বৰ্ণকোষ নদৰ পৰা ৰূপিকা নদীলৈকে কাম পীঠ, ৰূপিকা নদীৰ পৰা ভৈৰবী নদীলৈকে স্বৰ্ণপীঠ, আৰু ভৈৰবী নদীৰ পৰা দিকৰাই নদী পৰ্য্যন্ত সৌমাৰ পীঠ। ১১

পীড়্ (স. ধা.) বৰকৈ দুৰ্ব্বল বা কাতৰ কৰ্ (ৰোগত খাটে); উপদ্রৱ কৰ্, দুখ বা কষ্ট দি।

পীড়্ (স.শ.ৰাং) মছলমানৰ ফকীৰ।

পীড়ন্ (স.শ.) কষ্ট দিয়া বা পীড়া-কৰা কাৰ্য্য।

পীড়্পাল্ (স.শ.ষাং) ৰজাই মহলমানক দিয়া নিষ্কৰ মাটি ।

পীড়া (স.শ.) কষ্ট ; বেদনা ; ৰোগ ।

পীড়িত্ (বি) দুখ বা কষ্ট পোৱা ; ৰোগে-ধৰা ।

পীত্ (বি) হালধীয়া ।

পীতাম্বৰ্ (স.শ.) কৃষ্ণ, বিষ্ণু ।

পীযূষ্ (স. শ.) অমৃত ।

পীৰা, (স.শ.) কাঠৰ আসন ।

পীৰি (স. শ.) নাৱৰ বাৰত পথালিকৈ লগোৱা কাঠ, কবৰৈ খনা গছৰ শিপাৰে সৈতে থকা মাটি ।

পুং (স.শ.) সুমুক, মাটিৰ তলৰ পৰা পানী ওলোৱা বাট ! [হেঁচা ।

পুঁৰ্ (স্ত্র. শ.) হাতীয়ে দাঁতেৰে মৰা-

পুঁৰতি } (বি) পুঁৱাৰ লগীয়া, পুঁৱা-
পুঁৰতীয়া } ৰৰ ওচৰ-চপা, (ৰাতি) ।

পুঁৱা ( স. ধা.) জুইৰ তাপ ল ।

পুকীয়া (বি) পোকযুক্ত ; পোকে ধৰা ।

পুখুৰি } (স. শ.) পুষ্কৰিণী, পানী থকা
পুখুৰী } চাৰি-চুকীয়া বা দীঘলীয়া কৰি খনা খাল ।

পুঙা (স. শ.) ৰৰশীৰ ডোপত বান্ধি দিয়া কুঁহিলা-আদি ; এবিধ মাছ ।

পুটুংকৰে (ক্রি. বি.) অকস্মাত, আগে নজনোৱাকৈ ।

পুটুংপুটুং কৰে (ক্রি. বি.) ঘনে-ঘনে ।

পুঠী (স.শ.) এবিধ সৰু মাছ । [ জাল ।

পুঠী-লাজী (স.শ.) এবিধ সৰু-মাছ-ধৰা

পুণী (স.শ.) সোঁত নথকা পানীত হোৱা এবিধ বন, তাৰ দুজাতি একাতিক ৰৰ-পুণী আন জাতিক সৰু-পুণী বোলা যায় ।

পুণ্য (স. শ.) সৎকৰ্ম্ম, ধৰ্ম্ম, পৰলোকত সৎ গতি হোৱা কাম ।

পুণ্যৱন্ত } বি) ধৰ্ম্মৱন্ত, ধৰমী ।
পুণ্যৱান্ }

পুণ্য-স্থান্ (স.শ.) পবিত্ৰ ঠাই, তীৰ্থ ।

পুণ্যাত্মা (বি) পুণ্যৱন্ত ।

পুণ্যাৰ্থে ( অব্য) পুণ্যৰ নিমিত্তে ।

পুত্ (স. শ.) পুত্ৰ, পো ।

পুতল্ (স.শ.) পথালিৰ খোধ, পৰিসৰ, বহল ; তাঁতত পথালিকৈ লগোৱা শলি ।

পুতলা } (স.শ.) লৰাই ওমলা মানু-
পুতলী } হৰ মূৰ্ত্তি ; দেৱতাৰ মূৰ্ত্তি ।

পুতলী ( স. শ. ) চকুৰ মণিৰ মাজত জিলিকি থকা ভাগ ।

পুতলে (ক্রি. বি.' পথালিয়ে, বহলে ।

পুতাই (স. শ.) বাপেক-মাকে পুতেকক মৰমেৰে মতা মাত ।

পুত্ৰ-খোৱা } (স. শ.) পুতেকৰ মূৰ
পুত্ৰমুখ-খোৱা } খোৱা অৰ্থাৎ পুত্ৰহীন

হোৱা মানুহ, ( শাও বা গালি ) ; (স্ত্রী) পুতুখাতী, পুতুমুৰ্‌খাতী।

পুতৌ (স. শ.) লোকৰ দুখ দেখি লগা মৰম, দয়া। (অব্য) আইঐ দেহি, আনৰ দুখ দেখি মৰম-পতিওৱা মাত।

পুত্র / পুত্ৰ (স.শ.) পো, মতা লৰা ; (স্ত্রী) পুত্রী, পুত্ৰী।

পুত্রৱন্ত / পুত্ৰৱান্ (বি) পুত্রথকা, লৰা-ছোৱালী যুক্ত ; (স্ত্রী পুত্রৱতী, পুত্র-ৱতী।

পুথি / পুথী (স. শ.) গ্রন্থ, কোনো বিষয়ৰ বিবৰণ থকা এডাতিয়ে বন্ধা বা নবন্ধা ছপা বা হাতেৰে লিখা কিছুমান পাত, পুস্তক ; শাস্ত্র।

পুনঃপুনঃ (ক্রি.বি.) বাৰম্বাৰ, ঘনে-ঘনে।

পুনছ্‌বিয়া ( স. শ. ) কণাৰ প্রথম ঋতু, নোৱাই তোলনি।

পুন্‌পুনী (বি এবিধ মৌ, মাখি মৌ।

পুন্‌পুননি (অ. ধা.) মৌ মাখিৰ শব্দ।

পুনৰ্‌ / পুনৰপি (ক্রি. বি.) আকৌ, পুনাই।

পুনৰাগমন্ (স. শ.) ঘূৰি অহা কার্য্য।

পুনৰায়্ (ক্রি.বি.) আকৌ, পুনৰ।

পুনৰুক্তি (স.শ.) এবাৰ কোৱা বা লেখা কথাৰ পুনৰ কথন বা লেখন।

পুনৰুত্থান্ ( স.শ. ) আকৌ উঠন, মৰা মানুহ আকৌ সজীৱ হওন।

পুনৰ্জন্ম (স. শ.) মৰাৰ পাচত আকৌ উপজন।

পুনৰ্ণৱা (স.শ.) এবিধ ৰঙৰঙ দিয়া বন।

পুনৰ্ৱসু ( স. শ.) সপ্তম নক্ষত্র।

পুনৰ্‌বাৰ্‌ ( ক্রি. বি. ) পুনৰায়।

পুনশ্চ ( ক্রি. বি. ) পুনৰপি, আকৌ। (স.শ.) লেখাৰ অন্তত ন-কৈ লেখা কথা।

পুনু (অব্য) আকৌ, ঘূৰি।

পুৰ্‌ ( স. শ.) নগৰ।

পুৰাণ (স.শ.)অনেক দিনীয়া,চিৰকলীয়া

পুৰন্দৰ্‌ (স. শ.) ইন্দ্র।

পুৰস্কাৰ্‌ (স.শ) বঁটা,কোনো ভালকাম-কৰাৰ চিন-স্বৰূপে দিয়া ধন বা বস্তু।

পুৰাকল্ / পুৰাকল্প (স. শ.) এবিধ কল্, তাৰ গছ।

পুৰাকুঁহিয়াৰ্‌ (স. শ.) এবিধ ডাঙৰ ৰঙাল কুঁহিয়াৰ।

পুৰাণ্‌ (স. শ.) ব্যাসে কৰা বুলি খ্যাত ধর্ম্মৰ উপদেশ আৰু পুৰণি উপাখ্যান থকা ১৮ খান পুথিৰ সাধাৰণ নাম। সেই বিলাকক মহা পুৰাণ বোলা যায়। তদুপৰি আৰু ১৮ খান পুৰাণ আছে, সিইতৰ নাম উপপুৰাণ।

পুৰাতন্ / পুৰাতনীয়া (বি) প্রাচীন, পুৰণি।

পুৰি / পুৰী (স. শ.) নগৰ, বজা থকা ঠাই।

পুৰিয়া (স. শ.) সেন্দুৰ বা দৰবৰ গুড়ি-মেৰোৱা তুলাপাতৰ টোপোলা।

পুৰুষ্ (স. শ.) মুনিহ, মতা, বংশৰ এখাপ, একে পিতৃৰপৰা উপজি-ক্ৰমে নামি অহা একোজন লোক, যেনে, আজোককা, ককা, পিতা, এই তিনি পুৰুষ।

পুৰুষত্ব (গু. শ.) পুৰুষৰ গুণ, পুৰুষালি, বল-পৰাক্ৰম; সন্তান উৎপন্ন কৰা বা তিৰোতাক সন্তোষ দিয়া শক্তি।

পুৰুষাঙ্গ (স.শ) লিঙ্গ, মতাৰ ঘাই অঙ্গ।

পুৰুষানুক্ৰমে (ক্ৰি.বি.) এক পুৰুষৰপৰা পাচৰ পুৰুষলৈ, বাপেকৰ পাচত পুতেক, নাতিয়েকে।

পুৰুষাৰ্থ (স. শ.) চেষ্টা, যত্ন, কাৰবাৰ।

পুৰুষালি (গু. শ.) পুৰুষত্ব, পুৰুষৰ গুণ, শক্তি, পৰাক্ৰম।

পুৰুষে-পুৰুষে (ক্ৰি.বি.) প্ৰতি-পুৰুষত, বংশৰ প্ৰতি খাপত।

পুৰুষ-শক্তি (স. শ.) সন্তান জন্মোৱা বা তিৰোতাক সন্তোষ দিয়া ক্ষমতা।

পুৰোহিত্ (স. শ.) লোকৰ ধৰ্ম্ম-কৃত্য কৰা বামুণ; যাজক।

পুলক্ (স. শ.) বৰ আনন্দ।

পুলকিত্ (বি) বৰ আহ্লাদিত, বৰকৈ ৰং-পোৱা।

পুলি (স. শ.) পোনেই গজা বা অলপ বয়সীয়া গছ; কোঁঠালী।

পুলুংপানাং (স. শ.) কাম নকৰি ইফাল সিফালকৈ চাই থকা কাৰ্য্য।

পুৱা (স.শ.) প্ৰাতঃকাল, ৰেলিওলোৱাৰ আৰু দুপৰৰ মাজৰ সময়। (অ.ধা.) প্ৰভাত হ, ৰাতি গুচি দিন হ।

পুৱাই / পুৱায়্ (ক্ৰি. বি.) ৰাতি পুৱাওঁতেই, নিচেই পুৱাতে।

পুষ্কৰণী / পুষ্কৰিণী (স. শ.) পুখুৰি।

পুষ্ট (বি) পোহ-খৱা, মগহান, নোদোকা।

পুষ্টতা (গু.শ.) পোহ-খৱা অৱস্থা।

পুষ্প (স. শ.) ফুল।

পুষ্পিত্ (বি) ফুল-খৱা, ফুলযুক্ত।

পুষ্পোৎসৱ্ (স.শ.) নোৱাই তোলনি।

পুষ্যা (স.শ.) আঠ সংখ্যাৰ নক্ষত্ৰ।

পুস্তক্ (স. শ.) পুথি, কিতাপ।

পুহ্ (স. শ.) পৌষ, নৱম মাহ।

পুহন্-বিয়া (স. শ.) তিৰোতা প্ৰথমে গৰ্ভৱতী হোৱাত কৰা কাৰ্য্য।

পুহ্মহীয়া (বি) পুহ মাহৰ। (ক্ৰি. বি.) পুহ-মাহত।

পুহ্কৰ্ (স. শ.) অশুভ বাৰ তিথি বা নক্ষত্ৰ, যি দিনা কোনোৰ মৃত্যু হলে পৰিয়ালৰ আন লোকৰ মৃত্যু হয় বুলি কয়।

পুঁজ্ (স. শ.) পকা ঘাব বস।

পূজ্ (স. ধা.) অর্চ্চনা কব্, প্রশংসা বা সম্মান কব্। (কৃদ. স.) পূঁজোঁতা (স্ত্রী) পূজঁতী।

পূজক (স. শ.) পূজা-কবোঁতা।

পূজন্ (কৃদ. স.) পূজা-কবণ, অর্চ্চনা।

পূজনীয় (বি) পূজিবব যোগ্য,মান্ত,পূজ্য।

পূজা (স. শ.) অর্চ্চনা, সম্মান।

পূজাবি (স.শ.) পূজা কবোঁতা; লোকব ঘবত বৃত্তি পূজি জীবিকা-কবোঁতা।

পূজিত্ (কৃদ্.বি.) পূজা-পোৱা, সৎকাব পোৱা। [পূজঁতী।

পূজোঁতা (স.শ) পূজা-কবোঁতা। (স্ত্রী)

পূজ্য, পূজ্যপাদ্ (বি) পূজনীয়, মান্ত।

পূব (স. শ.) পচিমব সমুখব বা বিপ-বীত কাল; বেলি ওলোৱা কাল।

পূবে (ক্রি. বি.) পূব কালে।

পূব্ (স. ধা.) অঙ্ক-বৃদ্ধি কব্, এক অঙ্কক বহু গুণ কব। (বি) পূর্ণ, ভবা, সিদ্ধ। [কবা অঙ্ক।

পূবক (স. শ.) পূব-কবোঁতা, অঙ্ক-বৃদ্ধি

পূবঠ, পূবঠি (বি) পৈণত, পকিব লগীয়া।

পূবণ্ (স. শ.) অঙ্ক-বৃদ্ধি কবণ।

পূবা (স. ধা.) পূব কব্, পূর্ণকব্; সিদ্ধি কব্। (বি) সম্পূর্ণ, আটুট। (স. শ.) উজনিত তিনি, কাবণত চাবি, লোন শস্তব লোখ; চাবি হালচা (বা লোধ) মাটি। (কৃদ, স.) পূবাওঁতা, (স্ত্রী) পূবাঁতী।

পূবি (স.শ.) একবিধ ঘিউত ভজা পিঠা।

পূবীয়া (বি) একপূবা শস্ত ধবা।

পূবৈ (স. শ.) একবিধ লতা শাক।

পূবৈয়া (বি) পূবৈ গুটিব দবে বঙচীয়া

পূর্ণ (বি) পূব, ভবা; সিদ্ধ। [যি ধবা।

পূর্ণহস্তীয়া (বি) ছয়ো হাতব পূবা বল

পূর্ণিমা (স.শ.) জোন পূব হোৱা তিথি; চন্দ্রব কলা পূব হোৱা পোন্ধব সংখ্যাব তিথি।

পূর্ত্তি (স. শ.) পূব কবণ, কম হোৱা বস্তু পূবোৱা কার্য্য। [কাল।

পূর্ব্ব (স. শ.) আদি, আগ, প্রথম, পূব-

পূর্ব্বকলীয়া (বি আগব কালব, পূবণি।

পূর্ব্ব-দিশ্ (স. শ.) পূব-ফাল।

পূর্ব্ব-পুরুষ্ (স. শ) উপবি পুরুষ, পিতৃ-পিতামহ-আদি।

পূর্ব্বফল্গুনী (স.শ.) সপ্তম নক্ষত্র।

পূর্ব্বভাদ্রপদ্ (স. শ.) ছাবিশ সংখ্যাব নক্ষত্র।

পূর্ব্ববর্ত্তী (স. শ.) কোনো কাবত আগেয়ে থকা বিষয়া।

পূর্ব্বলক্ষণ্ (স. শ.) কোনো ঘটনা হবব আগেয়ে ওলোৱা চিন।

পূর্ব্বাপব্ (স. শ.) পূবণি আক বর্ত্তমান

কাল। (ক্রি.বি.) প্রাচীন কালত আৰু ভাব পাচত। [ভাগ।

পূৰ্ব্বাষাঢ়া (স.শ.) কুৰি সংখ্যাৰ নক্ষত্ৰ।

পূৰ্ব্বাহ্ণ(স.শ.)আগ বেলা দুপৰৰ পূৰ্ব্বৰ-

পূৰ্ব্বে (ক্রি.বি.) আগেয়ে, আগে।

পূৰ্ব্বোক্ত ( বি ) ওপৰত বা আগেয়ে কোৱা।

পৃথক (বি) বেলেগ। [কৰ্ বেলেগা।

পৃথকা ( স. ধা. ) বেলেগ কৰ্ পৃথক

পৃথকায় ( বি ) বেলেগে থোৱা আৰু থকা (ভাই ককাই আদিত খাটে)।

পৃথকে (ক্রি.বি.) বেলেগে। [ৰূপে।

পৃথক্কৈ (ক্রি.বি.) বেলেগকৈ বিভিন্ন-

পৃথিৱী (স. শ.) ভূলোক, গোটেই খান মাটি; মেদিনী।

পৃষ্ঠ (স. শ.) পিঠি, পাচ ভাগ।

পৃষ্ঠা (স. শ.) এপাতৰ একাল।

পৃষ্টি (স. শ.) পাপ, গ্লানি।

পেং (স.শ.) কেপ, কেপেৰা।

পেংলাই (স.শ) পৰিহাস, টতিকিং।

পেঁচ্ (স.শ.) পাক; এবিধ পাক থকা গকাল; বেঁাহ, ঠেঁহ। [বাস্ত।

পেঁপা (স. শ.) এবিধ মুখেৰে বজোৱা

পেজা } (বি) অলপ খোৱা। (স.শ.)
পেজুৱা } অলপ খোৱা মানুহ (স্ত্রী) (বি) (স.শ.) পেজী, পেজুৱী।

পেজুৱিয়া (অ. ধা.) অলপকৈ খোৱাই খোজ কাঢ়।

পেজেলিয়া (স ধা.) পৰিহাস কৰ্, ইতিকিং কৰ্, খেলি কৰ্।

পেচন্দাৰ (স. শ.) এবিধ অলঙ্কাৰ।

পেট্ (স. শ.) বুকুৰ তলৰ আৰু নাইৰ ওপৰৰ ভাগ; উদৰ; তিৰোতাৰ গৰ্ভ; মন, আশয়।

পেটা (বি) হেঁচাত চেপেটা হোৱা।

পেটা-জৰী (স.শ.) ঘোৰাৰ জীন-বন্ধা জৰী।

পেটাৰি (স. শ.) এবিধ বেঁতৰ জঁপা।

পেটাল্ (বি) ডাঙৰ-পেটযুক্ত; (স্ত্রী) পেটুলী। [নাড়ী-ভুঁৰ।

পেটু (স. শ.) মাছ বা আন ক্ষুদ্র জীৱৰ

পেটুলা (বি) পেটুৱা, পেটাল; (স্ত্রী) পেটুলী।

পেটুৱা (বি) ডাঙৰ-পেটযুক্ত, পেটাল।

পেটে }
পেটে-পেটে } (ক্রি.বি.) মনেৰে,অন্তৰে।

পেটেকা (বি) হেঁচাত পেটুওলোৱা বা চেপেটা হোৱা।

পেটেৰা (স. শ.) পেটাৰি।

পেট্কপটীয়া ( বি ) মনত খং-বথা, মুখ-মিঠা-ভিতৰ-তিতা। [বা বিষ।

পেট্-কামোৰণি (স.শ.) পেটৰ বেদনা

পেট্ ফুলী (বি) পেটৰ কথা ভাঙি নোকোৱা; পেট-কপটীয়া।

পেট্-কেকণীয়া (বি) পেট-কপটীয়া, মনত খং-বথা।

পেট্‌-পাকনি (স.শ.) পেটৰ গোৰ্গোৰণি।

পেট কমীয়া (বি) শূলা-হোৱা, ঘনে-ঘনে শৌচ কৰি থকা। [চপুক।

পেড়া (স. শ.) ধন বস্তু থ্‌মাই থোৱা সঁচাৰ-লগোৱা কাঠৰ সঁজুলি;

পেড়া-খাটু (স.শ.) মানুহ-শোৱা খিলা-লগোৱা বৰ পেড়া।

পেডোৰাৰি ⎫ (স.শ.) তিৰোতা উঠা

পেঢ়োৰাই ⎭ ঢোলা-চকা কাপোৰ।

পেতা (স.শ.) কচু বা আলুৰ টেপু।

পেনা (অ. ধা.) লাহে-লাহে কাম কৰ্‌, পিলিক।

পেন্দুকণা (বি) সৰু লৰা, পিয়াহ খোৱা লৰা। ১

পেন্‌পেননি (স. শ.) লৰাই অলপ অলপকৈ কন্দাৰ শব্দ।

পেন্‌পেনা (অ. ধা.) লৰাৰ দৰে অলপ-অলপকৈ কান্দি থাক্‌।

পেন্‌পেনীয়া(বি)অলপ্‌-অলপকৈ কান্দি থকা, কেনকেনীয়া, অলপ-অলপকৈ পৰি থকা, (বৰষুণ); লেপা, পোট-পোট নোহোৱা, (ভাত); বোকাযুক্ত।

পেপুৱা "বেবুৱা" চোৱা।

পেৰা; পেৰা-খাটু; পোৰোৱাৰি, "পেড়া" পেড়া খাটু"। "পেঢ়োৰাৰি" চোৱা।

পেৰ্‌ (স.ধা) শালত হেঁপি ৰস উলিয়া; ঘেনে, হেল বা কুঁহিয়াৰ পেৰে।

পেৰেকা-পেৰেক্‌ (বি) পৰেম, গোকা যুক্ত।

পেৰেকণি (স. শ.) এডাল থিয় কাঠ বা বাঁহত আন এডাল পথালিকৈ বান্ধি কৰা যতন।

পেৰ্পেৰা (অ. ধা.) লৰাৰ দৰে কান্দি থাক্‌; অধিককৈ অকামিলা কথা ক।

পেৰ্পেৰীয়া (বি) অলপ-অলপকৈ কান্দি থকা; বকি থকা। [অকামিলা।

পেলনীয়া (বি) পেলাবৰ যোগ্য,

পেলা (স.ধা.) নিক্ষেপ কৰ্‌, পতন কৰ্‌, নেমাব্‌, অৱজ্ঞাকৰ্‌; যেনে, পিতৃৰ বাক্য নেপেলাবা।

পেলু (স.শ.) মানুহৰ পেটত থকা কেঁচুৰ নিচিনা এবিধ কৃমি। [বৰ্জন।

পেৰণ্‌ (স. শ.) পিহা কাৰ্য্য, পিহন,

পেহা (স শ.) বোপাইৰ ভনীয়েকৰ গিৰীয়েক।

পেহী (স.স্ত্রী.) পিতৃৰ ভনীয়েক।

পৈ (স.শ.) পতি, স্বামী।

পৈণত্‌ (বি) পূৰঠ, প্ৰায় পকা, পাৰ্গত।

পৈতৃক (বি) পিতৃয়ে বা পূৰ্ব্বপুৰুষে অৰ্জা, পিতৃৰ বা পূৰ্ব্ব পুৰুষৰ।

পৈণ্ডিক্‌ (বি) পিণ্ডবপৰা হোৱা।

পৈশাচিক্‌ (বি) ভূতৰ, ভূত-সম্পৰ্কীয়।

পৈয়েক্-মানিহীয়েক্ (স.শ.) তিৰোপুৰুষ, পৈয়েক-ঘৈনীয়েক। ১

পো (স.শ.) পুত্ৰ, সতা নৰা।

পোক্ (স.শ.) কৃমি, ঠেং নথকা কীট।

পোকৰ্ (স.শ.) মলৰ দ্বাৰ, বহিৰ্দ্বাৰ; পাচ-ফাল, (চহা)।

পোকৰ্‌টনা (স.শ.) লেংটি (চহা)।

পোখা (স. শ.) গজালি; গাজ।

পোছ্ (স. ধা.) সোধ্ জিজ্ঞাস্ (পত্ত)

পোটক্ (স.শ.) প্ৰতিফল, হিংসাৰ সলনি কৰা হিংসা। (অ. ধা.) খুন্দা খাই খালবুক হ, পোটোকা পৰ; যেনে, কলহটো পুটকিল।

পোটোকা (স.শ.) পাত্ৰ আদিত আঘাতপৰা হোৱা খাল। [শব।

পোটুপোটনি (স.শ.) অপাকী পেটৰ

পোটুপোটা (অ.ধা.) অপাকী পেটৰ দৰে শব্দ কৰ্। [যেনে, ৴০।

পোণ্ (সং) কুৰি গণ্ডাএক অনাৰ অংশ,

পোত্ (স. ধা.) মাটিৰ তলত স্থাপন কৰ, মাটিৰে ঢাক; মাটি আদিৰে পূৰা। (স. শ.) খুঁটা বা পকা-বাক-আদিৰ মাটিৰ তলত থকা ভাগ।

পোতন্ (তদ.স.) মাটিৰ তলত স্থাপন।

পোতনি (স.শ.) পইতা ভাতৰ পানী।

পোতাশাল্ (স.শ.) ভাতৰ জলবীয়াক বন্দী কৰি থোৱা আন্ধাৰ ঘৰ কোঠা। [কাতি নোহোৱা।

পোন্ (বি) সৰল, বেঁকা নোহোৱা; থিৰ,

পোনা (স.ধা.) পোন কৰ; লক্ষ কৰ্, টোৱা; কাতি গুচাই থিৰ কৰ। (স.শ.) মাছৰ পোৱালি; পো বা জীক মৰমেৰে মতামাত।

পোনে (অব্য, কালটৈ, দিশটৈ, দিশে; যেনে, এই পোনে। (ক্ৰি. বি.) বেঁকা বা কাতি নোহোৱাকৈ।

পোনেই (ক্ৰি.বি.) প্ৰথমতে, অলপ আগেয়ে, ন-কৈ।

পোনে-পোনে (ক্ৰি.বি.) বেঁকা নোহোৱাকৈ; প্ৰথমতে।

পোন্‌ছাটে, পোন্‌ছাটেই (ক্ৰি. বি.) তেতিয়াই, অকস্মাৎ বেগাই; যেনে, পোনছাটে লৰ দিলে।

পোপা (স.ধা.) কোদোৱা কৰ্, খঙেৰে থোপা কৰ্ (চকু)।

পোপাকাকৈ (ক্ৰি. বি.) কোদোৱাকৈ।

পোপোৱাপুঁজিকৈ (ক্ৰি.বি.) অনেক বাৰ চকু পোপাই, খঙেৰে চকু পকাই।

পোৰ্ (স.শ.) চুৰিয়াৰ দুই টকৰ মাজে সৰকাই পাচকাছে খোঁচা ভাগ ১

পোন্ধৰ (সং) পাঁচ-অধিক দহ। [বণ।

পোন্-পটি (স.শ.) সৰলতা, বন্ধু আচ-

পো-ভাই (স.শ.) বংশ, গোষ্ঠী, জাতি।

পোৰ্ (স. ধা.) দাহ কৰ্, ভস্মকৰ্; জ্বালা কৰ্, তাপ জন্মা। (অ.ধা.) জ্বালা বোধ কৰ, তাপ পা; যেনে, মোৰ গা পুৰিছে; দগ্ধ হ; যেনে, তাৰ ঘৰ পুৰিলে।

পোৰণ্ (কৃদ. স.) দাহ-কৰণ।

পোৰণি, পোৰণি-জ্বৰণি, } (স.শ.) জ্বালা, দাহ, তাপ।

পোৰাণি (স.শ.) জুয়ে পোৰা হাবি।

পোৰাগাম্ (স.শ.) পোৰা পিজলা, ১ এবিধ বিষাল কলা মুৰীয়া কেঁাহা।

পোৰাপৰ্ব্বত্ (স.শ.) জ্বালামুখী জুই-উগৰা পৰ্ব্বত।

পোৰাপিজলা (স.শ.) পোনেই বগা হৈ পাচে জুয়ে পোৰা যেন কলা হোৱা এবিধ ছালৰ ৰোগ।

পোৰা শুঠাম্ (বি) বিবৰ্ণ, যাৰ আগৰ ভাল বৰ্ণ নষ্ট হৈছে। ১

পোৰোলা-লতি (স.শ.) পটোলৰ লতা।

পোলক্ (অ.ধা.) পিছলি সোলক্, (গাঁঠি); গাঁঠিৰপৰা পিছলি মুকলি হ।

পোলা (স.শ.) কেইবা মূঠা খাগৰি বা ইকৰাৰ এটা ডাঙৰ আটি; বাৰৰ চুকত বন্ধা ইকৰাৰ মূঠা।

পোলা-কটা (স. শ.) চোৰ।

পোলোকা (স.ধা) পিছলাই সোলোকা; গাঁঠি পিছলাই মুকলি কৰ্।

পোলোং (স.শ.) পোণ, ওখগছৰ দীঘল ডাল। ১

পোলোংপটি (স.শ.) পোণ, বেঁকা নোহোৱা বাট; সৰল বুদ্ধি।

পোলোজা (বি) ডাল-নধৰাকৈ পোন হৈ বাঢ়ি যোৱা গছ। ১

পোৱা (স.শ.) এসেৰৰ চাৰি ভাগৰ এভাগ। (স. ধা.) প্ৰাপ্ত কৰ।

পোৱাতী (বি) ন-কৈ পোৱালি বা লৰা পোৱা, অলপ আগেয়ে প্ৰসৱ কৰা।

পোৱাপুই (বি) কোনো ঠাই পাৰ লগীয়া, ওচৰ চপা।

পোৱাল্ (স.শ.) সাগৰৰ তলত উৎপন্ন এবিধ ৰঙা বস্তু; তাৰে কৰা মণি।

পোৱালি, পোৱালী } (স.শ.) অধিক বয়স-নো-পোৱা জন্তু বা চৰাই।

পোৱাল্-বেজেনা (স. শ.) এবিধ বগা থকৰা-বেজেনা; তাৰ গছ।

পোষ্য (বি) প্ৰতিপাল কৰিব লগীয়া। (স শ.) জীৱিকাৰ নিমিত্তে আনত আশ্ৰয় কৰা মানুহ।

পোষ্য-পুত্ৰ, পোষ্য-পুত্ৰ } (স.শ.) তোলনীয়া পো।

পোস্ত (স. শ.) বংশ কুল। ১

পোহ্ (স. ধা.) পাল্, প্ৰতিপাল কৰ্; আহাৰ দি ৰাখ্, (জন্তুও খাটে)।

পোহন্ (কৃদ.স.) পোহা কাৰ্য্য, পালন।

পোহনীয়া (বি) মাছুহে পোহা,ঘৰচীয়া।

পোহন্-পালন্ (স.শ) পোহ-পাল-দিয়া কাৰ্য্য, প্ৰতিপাল-কৰণ।

পোহ -ধৰা (বি৲ পুষ্ট হোৱা, হৃষ্টপুষ্ট।

পোহ্-পাল্ (স.শ.) প্ৰতিপাল, লোকৰ পৰা পোৱা জীৱিকা বা খাব-পিন্ধিবৰ উপায়।

পোহৰ্ (স শ.) দীপ্তি, প্ৰকাশ। (কৃ৭.বি) প্ৰকাশিত। [ কৰ্।

পোহৰা (স ধা.) পোহৰ কৰ ,প্ৰকাশিত

পোহাৰ্ (স. শ.) বেচিবৰ নিমিত্তে সামান্ত বস্ত সজাই থোৱা ঠাই।

পোহাৰী (স শ. ) সামান্ত বস্ত-বেচা তিৰোতা ; মাছ-বেচঁতী।

পোহোঁতা (কৃদ.স.) জন্তু পোহা মাছুহ ; প্ৰতিপাল-কৰোঁতা ; (স্ত্ৰী পোহঁতী

পৌত্ৰ (স.শ.) নাতি, পোৰ পুতেক

পৌত্ৰ (স্ত্ৰী) পৌত্ৰী বা পৌত্ৰী।

পৌৰাণিক্ ( বি ) পুৰাণত লেখা ; প্ৰাচীন, আগৰ কালৰ।

পৌষ (স. শ. ) পুহ-মাহ।

প্ৰকট্ (বি) কষ্ট-সাধ্য, কৰিবলৈ টান। (স ধা ) প্ৰকাশিত কৰ্, উলিয়া, ৰাজ কৰ্ ; যেনে,"দপন প্ৰকট'।

প্ৰকৰণ্ (স.শ.) পুথিৰ এভাগ, অ'্যা।

প্ৰকাৰ্ (স. শ.) বিধ, দৰ।

প্ৰকাৰান্তৰ্ (স.শ.) আন এক প্ৰকাৰ।

প্ৰকাৰান্তৰে(ক্ৰি.বি.)আন এক প্ৰকাৰে বা দৰে, বেঁকা-ভাৱে, পোন-পটিয়ে নোহোৱাকৈ।

প্ৰকাৰে (ক্ৰি. বি.) দৰে, ৰূপে।

প্ৰকাশ্ (স.শ.) দীপ্তি, পোহৰ। (বি) ব্যক্ত, বিদিত। (স. ধা.) পোহৰ কৰ্ ; ব্যক্ত বা বিদিত কৰ্।

প্ৰকাশক্ (স. শ. ) প্ৰকাশ-কৰোঁতা, দীপ্তি দিওঁতা, পোহৰাওঁতা ; প্ৰচাৰক।

প্ৰকাশিত্ ( বি) দীপ্তি-পোৱা, পোহৰ হোৱা ; ব্যক্ত, প্ৰচাৰিত।

প্ৰকাশ্যৰূপে (ক্ৰি.বি.) ব্যক্তৰূপে, সকলোৰে আগত।

প্ৰকুপিত্ "প্ৰকোপিত্" চোৱা।

প্ৰকৃত (বি) সঁচা, স্বৰূপ। [ কোৱাত।

প্ৰকৃতপক্ষে(ক্ৰি.বি.)স্বৰূপাৰ্থত,স্বৰূপকৈ

প্ৰকৃতি (স.শ.) ঈশ্বৰৰ সৃষ্টি-কৰা শক্তি, সৃষ্টি, সৃষ্ট বস্তুবিলাক ; স্বভাৱ।

প্ৰকৃষ্ট (বি) উত্তম, শ্ৰেষ্ঠ।

প্ৰকোপ্ (স. শ.) উগ্ৰতা, প্ৰবলতা।

প্ৰকোপিত্ (বি) প্ৰবল, উগ্ৰ।

প্ৰখৰ্ (বি) বৰ তপত,বৰ চোকা,উগ্ৰ।

প্ৰখ্যাত্ (বি) প্ৰসিদ্ধ, সকলোৰে জান কৈ জনা। [(স্ত্ৰী) প্ৰচণ্ডা।

প্ৰচণ্ড (বি) প্ৰবল, উগ্ৰ, বৰ ধঙাল ;

প্ৰচলিত্ (বি) ভালৰূপে চলি থকা।

প্ৰচাৰ্ (স.শ.) চলন, প্ৰকাশ। (স.ধা.) প্ৰকাশ বা ব্যক্ত কৰ্।

প্ৰচাৰক্ (স. শ.) চলাওঁতা, প্ৰচলিত কৰোঁতা; ব্যক্ত কৰোঁতা, প্ৰকাশ-কৰোঁতা। [চলোৱা।
প্ৰচাৰিত্ ( বি ) প্ৰকাশিত, ব্যক্ত;
প্ৰচুৰ্ (বি) অধিক, বহুত। [অৱস্থা।
প্ৰচুৰতা (গু.শ.) অধিকতা, সৰহ হোৱা
প্ৰজা (স শ.) ৰজাৰ অধীন মানুহ; লোকৰ মাটি-খাওঁতা; সন্ততি।
প্ৰজাপতি (স.শ.) ব্ৰহ্মা; আদিতে ব্ৰহ্মাই সৃজা, মৰীচি, অত্ৰি, অঙ্গিৰা, পুলস্ত্য, পুলহ, ক্ৰতু, দক্ষ, বশিষ্ঠ, ভৃগু, নাৰদ, এই দহ জন; ৰজা, পিতা।
প্ৰজাপালক্ (স শ.) নৃপতি, ৰজা।
প্ৰজ্বলিত্ (বি) ৰবকৈ জলা; প্ৰখ্যাত।
প্ৰণতি (স.শ. ) প্ৰণাম, সেৱা।
প্ৰণম্ (স.ধা.) সেৱা কৰ্, প্ৰণাম কৰ্।
প্ৰণয়্ (স. শ.) বন্ধুতা; প্ৰীতি।
প্ৰণাম্ (স.শ.) সেৱা, ভক্তিভাৱে মূৰ-চাপৰোৱা কাৰ্য্য। (অ ধা.) প্ৰণাম কৰ্, সেৱা কৰ্।
প্ৰণালী স. শ.) কাৰ্য্যৰ প্ৰকাৰ।
প্ৰণিপাত্ (স. শ.) দীঘল হৈ পৰি কৰা সেৱা, দণ্ডৱত। [ক্ৰম।
প্ৰতাপ্ (স.শ.) প্ৰভাৱ, শক্তি, পৰা-
প্ৰতাপী (বি) পৰাক্ৰমী, বলবান্।
প্ৰতাৰক্ (স.শ) বঞ্চক, ছল-কৰোঁতা।
প্ৰতাৰণা (স.শ) বঞ্চনা, ছলনা।
প্ৰতাৰিত্ (বি) ফাঁকিত পৰা, ছলা।

প্ৰতি (অব্য) নিমিত্তে, কাৰণে।
প্ৰতিকাৰ্ (স.শ.) প্ৰতিহিংসা; পোটক দুখ বা আপদৰ শান্তি।
প্ৰতিকূল্ (বি) অহিত।
প্ৰতিকূলে (অব্য.) অহিতে, বিৰোধে।
প্ৰতিগ্ৰহ্ (স.শ.) দান-লোৱা কাৰ্য্য।
প্ৰতি-ঘৰে(ক্ৰি.বি)ঘৰে-পতি,ঘৰে-ঘৰে।
প্ৰতিজ্ঞা (স.শ.) অঙ্গীকাৰ্, কোনো কাৰ্য্য কৰিবৰৈ গাত লওন।
প্ৰতিদিনে (ক্ৰি.বি.) নিতৌ, নিত্যে।
প্ৰতিদ্বন্দ্বী (স.শ.) আনৰ সমান বা আনতকৈ শ্ৰেষ্ঠ হবলৈ যত্ন কৰোঁতা।
প্ৰতিধ্বনি (স.শ.) কোনো ঠাইত শব্দৰ ঠেকা লাগি উঠা শব্দ। [কৰোঁতা
প্ৰতিনিধি (স.শ.) আনৰ সলনি কাম-
প্ৰতিপদ্ (স শ) প্ৰথম তিথি।
প্ৰতিপাল্ / প্ৰতিপালন্ (স.শ.) পোহন, পালন।
প্ৰতিপালক্ (স.শ.) জীৱিকা বা খাব-পিন্ধিবলৈ দিওঁতা।
প্ৰতিপালিত্ (বি) পালিত, পোহা।
প্ৰতিপাল্য (বি) প্ৰতিপালৰ যোগ্য।
প্ৰতিফল্ (স. শ.) প্ৰতিহিংসা, পোটক।
প্ৰতিবন্ধ (স. শ.) বাধা, বিঘ্ন, কাৰ্য্যত বিঘিনি। [বিঘিনি।
প্ৰতিবন্ধক (স. শ.) বাধা-জন্মাওঁতা;
প্ৰতিবচন্ (স.শ.) মুখেৰে দিয়া উত্তৰ।

প্ৰতিবাদী (স. শ.) পদকীয়া ; (স্ত্ৰী) প্ৰতিবাদিনী। [ওলোৱা হাঁ।

প্ৰতিবিম্ব্ (স. শ.) আগীত বা পানীত

প্ৰতিমা (স.শ.) দেৱতাৰ মূৰ্ত্তি,আকৃতি, মূৰ্ত্তি, পুতলা। [বা মূৰ্ত্তি।

প্ৰতিমূৰ্ত্তি (স.শ.) লিখা বা সজা আকৃতি

প্ৰতিশব্দ (স. শ.) আন এটা শব্দেৰে একে অৰ্থৰ শব্দ, অন্ত এটা শব্দৰ অৰ্থ বুজাবলৈ ব্যৱহৃত শব্দ।

প্ৰতিষ্ঠা (স.শ.) শুচিকৰণ ; স্থাপন।

প্ৰতিহিংসা (স. শ.) হিংসাৰ সলনি কৰা হিংসা। [খত্তেক-পতি।

প্ৰতিক্ষণে (ক্ৰি. বি.) ক্ষণে ক্ষণে,

প্ৰত্যয়্ (স. শ.) বিশ্বাস, পতিয়ন।

প্ৰত্যবায়্ (স. শ.) পাপ।

প্ৰত্যৰ্পণ্ (স. শ.) ওলটাই দিয়ন।

প্ৰত্যৰ্পিত্ (বি) ওলটাই দিয়া।

প্ৰত্যহ (ক্ৰি. বি.) নিতৌ, নিত্যে।

প্ৰত্যক্ষ (বি) চকুৰে দেখা, আগত ওলাই থকা।

প্ৰত্যাশা (স. শ.) আশা।

প্ৰত্যুত্তৰ্ (স. শ.) উত্তৰৰ উত্তৰ, একনে যি' উত্তৰ দিয়ে তাৰ উত্তৰ ; কোনো কথাৰ উত্তৰ।

প্ৰত্যুপকাৰ্ (স. শ.) উপকাৰৰ সলনি উপকাৰ।

প্ৰত্যূষ্ } (স. শ.) নিচেই পুৱা,
প্ৰত্যূস্ } প্ৰভাত।

প্ৰত্যেক্ (বি) অনেকৰ প্ৰতিটো। (স. শ.) প্ৰতি-জন। [প্ৰধান।

প্ৰথম্ (বি) আদি, সকলোতকৈ আগ,

প্ৰথমে (ক্ৰি.বি.) আদিতে, প্ৰথমতে।

প্ৰদৰ্শক্ (স. শ.) দেখাওঁতা।

প্ৰদৰ্শন্ (স. শ.) দেখোৱা কাৰ্য্য ; সকলোৱে চাবৰ কাৰণ নানা বিধৰ বস্তু সজাই থোৱা কাৰ্য্য ; সেই কাৰণে সজাই থোৱা বস্তুবিলাক।

প্ৰদৰ্শিত্ (বি) দেখোৱা।

প্ৰদান্ (স. শ.) দান, দিয়ন।

প্ৰদীপ্ (স.শ. চাকি, বন্তি। [এভাগ।

প্ৰদেশ্ (স শ.) এক দেশৰ কোনো

প্ৰধান্ (বি) শ্ৰেষ্ঠ, ডাঙৰ।

প্ৰপঞ্চি (ক্ৰি. বি.) ভাজি,বুজাই,স্পষ্টকৈ।

প্ৰপন্ন (বি) শৰণাগত, ভক্তিমন্ত।

প্ৰপিতামহ্ (স.শ.) আজোককা, পিতামহৰ বাপেক।

প্ৰফুল্ল } (বি) বৰকৈ ফুলা, প্ৰফুল্-
প্ৰফুল্লিত } চিত ; হঁহা, হৰ্ষিত।

প্ৰবঞ্চনা (স. শ.) ছলনা ফাঁকি।

প্ৰবন্ধ (স. শ.) বন্ধ, চেষ্টা ; ৰচনা।

প্ৰবৰ্ত্ত্ (অ. ধা.) আচৰ্, ব্যৱহাৰ কৰ, কোনো এক মতত বা ধৰ্ম্মত চল, প্ৰচলিত হ, চল ; জীৱিকা উলিয়া, উপজীব্য কৰ্।

প্ৰবৰ্ত্তক্ (স. শ.) কোনো ধৰ্ম্ম বা মত প্ৰচলিত কৰোঁতা বা চলাওঁতা।

প্ৰবৰ্ত্তন্ (স.শ.) চলন, চলি থকা কাৰ্য্য, আচৰণ, ব্যৱহাৰ।

প্ৰবৰ্ত্তনি (স. শ.) উপজীব্য, জীৱিকা।

প্ৰবৰ্ত্তা (স. ধা.) প্ৰতিপাল কৰ্, জীৱিকা দি; প্ৰচলিত কৰ্, চলা (কৃদ.স) প্ৰবৰ্ত্তাওঁতা (স্ত্ৰী) প্ৰবৰ্ত্তাওঁতী

প্ৰবল্ (বি) শক্তিমন্ত, পৰাক্ৰমী, শকত।

প্ৰবলতা (গু. শ.) শক্তি, বল।

পৰবসুৱা (বি) প্ৰবাসী, নিজ ঘৰতকৈ আন ঠাইত থকা, প্ৰবাসী লোকে ব্যৱহাৰ কৰা।

প্ৰবাদ্ (স শ.) শুনা কথা, মানুহৰ মুখে চলি অহা পুৰণি কথা।

প্ৰবাল্ (স. শ.) পোৱাল-মণি।

প্ৰবাস্ (স. শ.) নিজ ঘৰতকৈ আন ঠাইত বাস।

প্ৰবাসী (স শ.) নিজ ঘৰত বাজে আন ঠাইত থকা। (স. শ.) নিজ ঘৰৰ পৰা আঁতৰত থাকোঁতা।

প্ৰবিষ্ট(বি)সোমোৱা, ভিতৰলৈ যোৱা।

প্ৰবীণ্ (বি) নিপুণ, পাৰ্গত।

প্ৰবীণতা (গু,শ.) পাৰ্গতালি, নিপুণতা।

প্ৰবৃত্ত (বি) নিযুক্ত। [ বাঞ্ছা।

প্ৰবৃত্তি (স. শ.) ইচ্ছা; সংসাৰৰ সুখৰ

প্ৰবেশ্ (স.শ.) ভিতৰলৈ যাওন, সোমাওন। [ভচাৰলৈ দিয়া বুজনি।

প্ৰবোধ্ (স. শ.) শান্তনা, শোক বা ভয়

প্ৰভাকৰ্ (স. শ.) সূৰ্য্য।

প্ৰভাত্ (স. শ.) ৰাতিপুৱা।

প্ৰভাৱ্ (স শ.) শক্তি, প্ৰতাপ, মাইৰ।

প্ৰভু (স.শ.) অধিকাৰ, গৰাকী, গোসাঁইক মতা মাত। [ অৱস্থা।

প্ৰভুত্ব (গু. শ.) গৰাকীৰ শক্তি বা

প্ৰভেদ্ (স. শ.) বিভিন্নতা।

প্ৰমত্ত (বি) উন্মত্ত,বলিয়া। [বৰ উপায়।

প্ৰমাণ্ (স.শ) কোনো কথা সঁচা বুজা-

প্ৰমাতামহ্ (স.শ.) মা ৰ মহৰ বাপেক।

প্ৰমাদ্ (স. শ.) আপদ্ বিপদ্, দুখ।

প্ৰমুখাৎ (অব্য) মুখৰপৰা, মুখে; যেনে, অমুকৰ প্ৰমুখাত শুনিলোঁ।

প্ৰমুখ্যে (অব্য) মুখ্য কৰি, আদি কৰি যেনে ঘৰৰ গৃহস্থ-প্ৰমুখ্যে।

প্ৰযত্ন (স্ত)<br>প্ৰয়াস্ } (স.শ.) বৰ যত্ন, প্ৰবন্ধ।

প্ৰয়োজন্ (স শ) আৱশ্যক, সকাম।

প্ৰয়োজনীয় (বি)আৱশ্যকীয়,লাগতিয়াল

প্ৰলম্বন্ (স. শ.) পানীৰ সোঁতৰ চৌ (পাৰত লগা), পানীৰ ঠেলাত পাৰ খহা।

প্ৰলম্বি (ক্ৰি. বি.) পানীৰ সোঁতৰ ঠেলা (পাৰত লাগি)।

প্ৰলম্বিত্ (বি) নৈৰ সোঁতৰ ঠেলা লগা পৰা, খহি পৰা পৰা।

প্ৰলয়্ (স.শ.) সৃষ্টিৰ নাশ,জগতৰ ধ্বংস

প্ৰলাপ্ (স. শ.) বলিয়াৰ কথা, আৱ-বিবিবৰি।

প্ৰলেপ / প্ৰলেপ্ } (স. শ.) লিপি দিয়া দ্ৰব্য।

প্ৰলোভ্ (স. শ.) লোভ, আকাংক্ষা।

প্ৰলোভন্ (স. শ) চহ, মাহি কৰিবলৈ আশা দিয়া কাৰ্য্য।

প্ৰশংস্ (স.ধা) প্ৰশংসা কৰ, সুগুণ ক।

প্ৰশংসনীয় (বি) প্ৰশংসাৰ যোগ্য, শলাগিব লগীয়া। [ কথন।

প্ৰশংসা (স. শ.) সজ গুণৰ বৰ্ণনা, বা

প্ৰশংসিত্ (বি) প্ৰশংসা পোৱা।

প্ৰশস্ত (বি) উত্তম, শ্ৰেষ্ঠ।

প্ৰশ্ন (স. শ.) জিজ্ঞাসা, সোধন।

প্ৰশ্বাস্ (স. শ.) নাকে দি বাজলৈ উলিওৱা বায়ু।

প্ৰসঙ্গ (স শ.) প্ৰস্তাৱ, বিবেচনাৰ নিমিত্তে উপস্থিত কৰা কথা; নিতৌ কৰা বিষ্ণুৰ নাম-কীৰ্ত্তন।

প্ৰসন্ন (বি) সন্তুষ্ট, সদয়; আনন্দেৰে উজ্জল, (মুখত খাটে)।

প্ৰসৱ্ (স. শ.) সন্তানৰ জন্ম। (স ধা) জন্ম দি, ওপজা। [ পৰ উচ্ছিষ্ট।

প্ৰসাদ্ (স. শ) অনুগ্ৰহ, কৃপা; দেৱতালৈ উচৰ্গা খাদ্য; গুৰু বা বামু-

প্ৰসিদ্ধ (বি) প্ৰখ্যাত, সকলোৱে জনা।

প্ৰসূতা (স. শ.) সন্তান জন্মাৰ পৰা হোৱা ৰোগ।

প্ৰস্তাৱ্ (স. শ.) বিবেচনাৰ নিমিত্তে উলিওৱা বিষয়; আলোচনা কৰা কথা; কোনো বিশেষ সময়।

প্ৰস্তাবিত্ (বি) উত্থাপিত, বিবেচনাৰ নিমিত্তে উপস্থিত কৰা।

প্ৰস্তুত্ (বি) যুগুত; সক্ষম, সাজু।

প্ৰস্থ (স. শ.) পথালিৰ জোখ।

প্ৰস্থে (ক্ৰি. বি.) পথালিয়ে, বহলে।

প্ৰস্থান্ (স. শ) গমন, যাওন।

প্ৰস্ৰবণ্ (স. শ) পানীৰ গুং, ভুমুক।

প্ৰস্ৰাৱ্ (স. শ.) মূত্ৰ, মূত।

প্ৰহৰ্ (স. শ.) এপৰ, দিন বা ৰাতিৰ চাৰি ভাগৰ এভাগ।

প্ৰহাৰ্ (স. শ.) আঘাত, মাৰ। (স.ধা.) আঘাত কৰ্, মাৰ; মাৰি পঠিয়া।

প্ৰক্ষেপ্ (স শ) নিক্ষেপ।

প্ৰাংস্ (স. শ.) লেখা বা কোৱা কথাৰ বান্ধনি, বাক্যত ব্যৱহৃত শব্দবিলাকৰ গাঁথনি বা শৃঙ্খলা।

প্ৰাকৃত্ (বি) স্বাভাবিক; সামান্য,নীচ।

প্ৰাক্তন্ (স. শ.) পূৰ্ব্বজন্মৰ কৰ্ম্মৰ ফল; বাসনা, কপাল।

প্ৰাচীন্ (বি) পুৰণি, বহু কলীয়া।

প্ৰাজ্ঞ (বি) বিজ্ঞ, জ্ঞানী [থকা শক্তি।

প্ৰাণ্ (স. শ.) জীৱ, জীৱন, জীয়াই

প্ৰাণাধিক্ (বি) প্ৰাণতকৈও অধিক মৰমৰ; (স্ত্ৰী) প্ৰাণাধিকা।

প্ৰাণান্ত (স. শ.) মৃত্যু, মৰণ।

প্ৰাণান্তিক্ (বি) প্ৰাণ নষ্ট কৰিবৰ সমৰ্থ, মৃত্যু ঘটাব পৰা

প্ৰাণী (স. শ) জীয়া জন্তু বা মানুহ।

প্ৰাণেশ্বৰ (স. শ.) প্ৰাণনাথ, স্বামী।
প্ৰাণ টাঁকি প্ৰাণপণে, দেহতৈ নেচাই, বৰ শ্ৰমেৰে। [প্ৰাণ এৰণ।
প্ৰাণ-ত্যাগ (স. শ.) আপোন ইচ্ছাৰে
প্ৰাণ-দণ্ড (স. শ.) প্ৰাণ মৰা শাস্তি।
প্ৰাণ-নাথ (সশ.) জীৱনৰ গৰাকী, স্বামী
প্ৰাণপণে (ক্রি. বি.) প্ৰাণ টাঁকি, বৰ শ্ৰম কৰি। [হৰ।
প্ৰাণ-প্ৰিয় (বি) প্ৰাণৰ সমান চেনে-
প্ৰাণ-বায়ু (স. শ.) প্ৰাণীৰ জীৱন-ৰক্ষা কৰা বায়ু, উশাহ।
প্ৰাণ বিয়োগ (জো)(স.শ) মৰণ, মৃত্যু।
প্ৰাণৰ-কাতৰে (ক্রি. বি.) প্ৰাণ টাঁকি, প্ৰাণ পৰ্য্যন্ত দুখ দি, (টান পৰিশ্ৰমত খাটে)। ১
প্ৰাতস্ / প্ৰাতঃকাল } (স.শ. ৰাতি পুৱা, প্ৰভাত
প্ৰাপ্ত (বি) পোৱা, লব্ধ।
প্ৰাপ্তি (স. শ.) পাওন, লাভ।
প্ৰাপ্য (বি) পাবলগীয়া। (স. শ.) পাবলগীয়া ধন বা বস্তু।
প্ৰায় (বি) সৰহ ভাগ, কিছু-কম সকলো
প্ৰায়শ্চিত্ত (স. শ.) পৰাচিত্ত।
প্ৰায়ে (ক্রি. বি.) অধিক সময়ত।
প্ৰাৰ্থ (স.ধা.) প্ৰাৰ্থনা কৰ, মাগ, খোজ।
প্ৰাৰ্থক (স. শ.) খোজোঁতা, মগনীয়া।
প্ৰাৰ্থনা (স.শ.) বাঞ্ছা, খোজন; মিনতি।
প্ৰাৰ্থনীয় (বি) খুজিবৰ যোগ্য; বাঞ্ছনীয়
প্ৰাৰ্থিত (বি) খোজা, মগা।
প্ৰিয় (বি) মৰমৰ, চেনেহৰ। (স. শ.) স্বামী, পৈ; (স্ত্ৰী) প্ৰিয়া।
প্ৰীত (বি) সন্তুষ্ট, আনন্দিত, ৰং পোৱা
প্ৰীতি (স শ.) প্ৰেম, চেনেহ; আনন্দ।
প্ৰেত (স. শ.) মৰা মানুহৰ আত্মা; ভূত। [কৰা কাৰ্য্য।
প্ৰেতক্ৰিয়া (স. শ.) মৃতকৰ উদ্দেশে
প্ৰেতাকাৰ (বি) ভূতৰ নিচিনা, ভূৰূপ
প্ৰেম (স. শ.) প্ৰীতি, মৰম। [কথন।
প্ৰেমালাপ (স. শ.) মতা-তিৰোতা বা দুজন বন্ধুৱে প্ৰীতিৰে কৰা কথোপ-
প্ৰেমাস্পদ (বি) প্ৰিয়, মৰমৰ। (স শ.) প্ৰিয় পাত্ৰ, মৰমৰ লোক।
প্ৰেৰণ (স. শ.) পঠোৱা কাৰ্য্য, পঠাওন
প্ৰেৰিত (বি) পঠোৱা।
প্ৰোটী (বি) প্ৰকাশিত, ব্যক্ত, সকলোৱে জনা। [ঘোষা।
প্লাৱিত (বি) পানীৰে পুৰ হোৱা, তল
প্লীহা (স. শ.) জৰ-খাপৰি।

---

## ফ।

ফই (স. শ.) ডালৰ ডোল, লেজু।
ফইদা (স. শ.) আৰাম, তেম, কটি।
ফঁহিওৱা (বি) সৰু বা পাতলকৈ (ফলা বাঁহ-কাঠ)।
ফঁহিয়া (স. ধা.) পাতলকৈ ফাল।

ফকবা ( স. শ. ) নীতি-শিকোৱা বা কোনো কথাব দৃষ্টান্ত-দিয়া দুই বা অধিক ফাঁকি কথা।

ফকাম্ (স শ.) পানীপাচব খুঁটাবপবা মাজপাচব খুঁটাত লগোৱা চতি।

ফকীব (বি) ত্যাগী, সন্ন্যাসী ( স্ত্রী ) ফকীবণী।

ফকীবী / ফকীবালি ( স. শ.) সন্ন্যাসীব দবে ফুবা, সন্ন্যাসীব কার্য্য।

ফচহ (বি) বিছলীয়া,চুলুং ; অকামিলা।

ফচ্‌ফচীয়া (বি) হাতেৰে মোহাৰিলে এৰাই যোৱা বা গুড়ি হোৱা, আটিল নোহোৱা।

ফটাকানি (স.শ.) কাপোৰৰ ছিগা খণ্ড।

ফটিক্ (স. শ.) এবিধ বগা নির্ম্মল জল-মলীয়া শিল।

ফটিকা (স. শ.) যন্ত্রৰ নলীয়ে দি টানি উলিয়াই কৰা মদ।

ফটুবৈ / ফুটুবাই (স. শ.) ভৰি ফটা ৰোগ, ভৰিৰ ফাট।

ফট্‌কা (স. শ.) জুই দিলে ফট কৰে ফটা এবিধ লবাই ওমলা বস্তু।

ফট্‌ফটীয়া (বি) ফটিকৰ দৰে নির্ম্মল, জলমলীয়া ; স্পষ্ট।

ফণা (স. শ.) সাপৰ ফেঁট।

ফণি ( স. শ.) চুলি-মেলোৱা সঁজুলি।

ফণিয়া ( স. ধা. ) ফণিৰে আঁচুৰি পৰিষ্কাৰ কৰ্।

ফতুৱা (বি) অকামিলা, ফুচুৰি।

ফন্তা (স. শ.) ফানটি।

ফন্দ / ফন্দি (স. শ.) ছল, কোনোৰ টানত পেলাবলৈ বা কোনো দুইচ্ছা সিদ্ধ কৰিবলৈ গোপনে কৰা উপায় বা মন্ত্রণা।

ফন্দিয়া (স.শ.) বৰকৈ হাত ভৰিৰ সির-কোঁচোৱা বেদনা।

ফন্দিয়াৰ (স.শ) আনক ছল কৰোঁতা, গোপনে বুধি কৰি লোকক টানত পেলোৱা বা কোনো দুইচ্ছা সিদ্ধ কৰা লোক।

ফন্দী (বি)ফন্দ-জনা, ছল কৰা, গোপনে মন্ত্রণা কৰি লোকক টানত পেলোৱা, দুকার্য্য সিদ্ধ কৰা।

ফপৰা / ফপৰীয়া (বি) ফাপৰে ধৰা, ছালত চোকোৱা বস্তুবে নোম সৰা, ( বস্তু ); যেনে, ফপৰা কুকুৰ ; খহটা বা নিমজ নোহোৱা ছাল-যুক্ত ; যেনে, ফপৰা গা।

ফপুৱা (বি) দুৰ্ব্বণি হোৱাত বাগী বা গুণ গুচা।

ফৰ্ (প. শ.) দীঘল বাক ; চাল।

ফৰকাল্ (বি) নির্ম্মল, পৰিষ্কাৰ, (গাত খাটে) ; তাৰৰ বা বৰষুণ নথকা, ( বতৰ ) ; পানী-বোকা নথকা, শুকান, ( মাটি )।

ফৰমা (স. শ.) এবিধ ধান।

ফৰিং (স. শ.) পতঙ্গ, এবিধ পাখি লগা কীট।

ফৰিং ফুটা (বি) ৰব পোহৰ, উজ্জ্বল, (জোনাকত খাটে)।

ফৰিঙতি, ⎫ (স.শ.) মাহ-সৰিয়হৰ বা
ফৰিংতলী ⎭ আহুধানৰ খেতি হোৱা মাটি। [চুবাই।

ফৰ্দী (স. শ.) এবিধ গুৱনি ভাটৌ

ফৰ্ ফৰণি ⎫ (স. শ:) মোহাৰেঁাতে
ফৰ্ ফৰা ⎭ ছালত হোৱা পোৰণি।

ফফৰ্ বা ⎫ (অ ধা.) ঘঁহনি খোৱাত ছালত
ফৰ্ফৰা ⎭ পোৰণি বোধ কৰ্।

ফৰ্ ফৰীয়া ⎫ (বি) কৰকৰীয়া, শুকান,
ফৰ্ফৰীয়া ⎭ পানী-বোকা নথকা।

ফৰ্মুটি (স শ.) কোনো বস্তুলৈ নিক্ষেপ কৰা এডোখৰ কাঠ বা বাঁহ।

ফৰ্মুটিয়া (স. ধা.) কোনো বস্তুলৈ হাতেৰে নিক্ষেপ কৰ্, দলি মাৰি পঠিয়া (কাঠৰ বা বাঁহৰ খণ্ডত খাটে)।

ফল্ (স. শ.) গছৰ গুটি; প্ৰতিকাৰ; লাভ, সিদ্ধি; হৰণ বা পূৰণ কৰিলে যি অঙ্ক পোৱা যায়। (অ. ধা.) সফল হ, সিদ্ধ হ।

ফলং (বি) মুকলি, বাঁৰ নথকা।

ফলন্ত (বি) গুটি-ধৰা।

ফল-ভোগী (বি) শস্য লাভ বা হানি-ভোগ-কৰা; (স্ত্রী) ফলভোগিনী।

ফলৱন্ত ⎫ (বি) গুটি ধৰা; ফল উৎ-
ফলৱান্ ⎭ পন্ন কৰা।

ফলা (স. শ.) বৰ্ণমালাৰ ব্যঞ্জন-আখৰ সমূহ; যেনে, ক-ফলা; একে বিধৰ সংযোগী আখৰ বিলাক; যেনে, আদ্য-ফলা, অন্ত-ফলা।

ফলাকাংক্ষা (স. শ.) লাভৰ বা কাৰ্য্য-সিদ্ধিৰ বাঞ্ছা। [সিদ্ধি বা অসিদ্ধি।

ফলাফল্ (স.শ.) ভাল বা বেয়া ফল,

ফলি (স. শ.) লবাই আখৰ লিখা কাঠৰ বা শিলৰ পাট; তাম্রপত্র, সোণা-বিয়ে গুণা টনা বহুত বিদ্যাযুক্ত তীখাৰ পাট। [মানুহৰ গা)।

ফলিক্ (বি) বগা, তেজাল, নিৰ্ম্মল,

ফলি-গুটি (স. শ.) ফলিত আখৰ লিখা এডোখৰ মাটি বা আন বস্তু।

ফলিতা (স.শ.) সপোনৰ অৰ্থ; কোনো অদ্ভুত ঘটনাৰ ফলৰ ব্যাখ্যা।

ফলিয়া (অ. ধা.) সফল হ, সিদ্ধ হ।

ফলী (স. শ.) ফলি। [পক্ষৰ।

ফলীয়া (বি) ফলা বা ফালি বেলেগ কৰা; কোনো এক ফালৰ বা

ফলোদয়্ (স.শ.) কোনো কাৰ্য্যৰ ভাল ফলৰ উৎপত্তি, বাঞ্ছিত বস্তুৰ লাভ, সিদ্ধি।

ফল্গুৎসৱ্ (স. শ.) ফাকুৱা।

ফট্টি (স.শ.) আয়ম, তেম,কিতাহি,গপ।

ফাও (স. শ.) তচি, কিনা-বেচাত লেখৰ বা জোখৰ ওপৰৰিকৈ দিয়া বস্তু; আধাৰে সৈতে জোখা বস্তুৰ আধাৰৰ পৰিমাণে কম হোৱা তাগৰ বাবে তৰি দিয়া বস্তু।

ফাং (স. শ.) বকিবৰ কাৰণ কোৱা মিছা কথা।

ফাঁক্ (স.শ.)অস্ত্ৰৰ মোট; কাঁৰ্কাইত বা হিলৈত লগোৱা কাঠ।

ফাঁকি (স. শ.) সম্পূৰ্ণ অৰ্থ বুজোৱা কিছুমান পদ; শ্লোকৰ এক চৰণ; বঞ্চনা, মিছা কথা, ছলনা।

ফাঁকিফুঁকা (স.শ.) ছলনা, বঞ্চনা।

ফাঁকু (স.শ.) ফাকুৱাত ছটিওৱা এবিধ ৰঙা গুড়ি; ফগু।

ফাকুৱা (স. শ.) ফাকু ছটিয়াই কৰা ৰাধা-কৃষ্ণৰ পূজা; দোলযাত্ৰা, ফল্গুৎসৱ।

ফাইতাং (স.শ.) গৰ্ব্ব, গপ (বি) গৰ্ব্বী[১]।

ফাইতাং মাৰ্ (ক্রি.বি.) মনত অহঙ্কাৰ কৰি বেগতে গুচি যা। ১

ফাকটি (স.শ.) তাও জোৰা কাৰ্য্য; ফাঁকি।

ফাগুন্ (স. শ.) একাদশ মাহ।

ফাগুন্-মহীয়া (বি) ফাগুনত হোৱা। (ক্রি. বি.) ফাগুন-মাহত।

ফাচাংফুচুং<br>ফাচ্ ফুচ্ } (বি) মিছা, ফাঁকি দিয়া।

ফাট্ (অ. ধা) বিদীৰ্ণ হ, ফুকাল হ; (স.শ.) ফুকাল হোৱাৰ চিন, ফাটি দুভাগ হোৱাত হোৱা ফাঁক বা ফাঁচ।

ফাটক্ (স.শ.) বন্দীশাল। [পাওঁতা।

ফাটকিয়াল্ (স.শ.) বন্দীয়াৰ, ফাটক-

ফাটন্ (কৃদ. স.) ফাটি দুভাগ হওন।

ফাতিহা ( স. শ. ) গণ্ডপ গণ্ডলিকা, ডাক্কোপ।

ফানটি (স.শ.) কাইটৰ পৰা ৰক্ষা পাবৰ কাৰণ ভৰিৰ তলুৱাত বন্ধা ছাল বা পাতল কাঠ, ফন্তা।

ফান্দ্ (স. শ.) হাতী-ধৰা খোবোচা; চৰাই-পহু-ধৰা যতন; লোকৰ অহিতৰ কাৰণ গোপনে কৰা উপায়; নোমাল নেজ; নেজৰ আগৰ নোম; মাছৰ ফিচা। (অ.ধা) আনক কষ্টত পেলাবলৈ গোপনে উপায় কৰ্। (স. ধা.) বনৰীয়া হাতীৰ ডিঙিত ফান্দ লগা।

ফান্দনি (স.শ.) কলাফুলৰ তল-ভাগ।

ফান্দী<br>ফান্দৈ } (স. শ.) ফান্দ মাৰি বনৰীয়া হাতী-ধৰোঁতা।

ফাপ্ (অ.ধা.) মন্ত্ৰ বা দৰবে গুণ ধৰ্।

ফাপৰ্ ( স.শ. ) জন্তুৰ বাখিছাল ছিগি

নোম সৰা ৰোগ ; মানুহৰ ছালৰ কৰ্কশতা বা খহটা গুণ।

ফাৰ্চী (স.শ.) পাৰস্য-দেশৰ ভাষা।

ফাল্ (স. শ.) নাঙলৰ মূখত লগোৱা চেপেটা লোহা খাঁহ বা লো ; চেপেটা এক খণ্ড, ফলা এভাগ ; এক পাৰ্শ্ব ; এক দিশ, দুজন বিবাদীৰ এজন, এক পক্ষ। (স.ধা.) দুই বা বহু ছিটা কৰ্। (কৃদ.স.) ফালোঁতা, (স্ত্ৰী), ফালতী।

ফালন্ (কৃদ.স.) ফলা কাৰ্য্য, বিদাৰণ।

ফালি (স. শ.) মূৰত মেৰোৱা ঠেক কাপোৰ। [পক্ষে, অনুকূলে।

ফালে (অব্য) দিশে, দাঁতিত, পাৰ্শ্বত ;

ফালেজি (স. শ.) এজনৰ বস্ত আন এজনক বেচি লাভ-লওঁতা ; বস্ত বা কাপোৰ-আদি সামান্ত বস্ত এঠাইৰ পৰা নি আন ঠাইত বেচোঁতা।

ফাগুন্ (স.শ.) ফাগুন-মাহ।

ফিংফিঙীয়া (বি) অলপ কথাতে খং-কৰা, খঙাল।

ফিংফিং কৰে } (ক্রি.বি.) বেগাই ধাৰে
ফোঁ-ফোঁ কৰে } বৈ, (তেজত খাটে)।

ফিচা (স. শ.) মাছৰ কাম্ব।

ফিচ্ (অ.ধা.) উখহ্ ; ওফন্দ্।

ফিকা (স. শ.) গৰাত খুন্দা খাই হোৱা পানীৰ কোব, গৰাৰ দাঁতিত লগা পানীৰ খুন্দা।

ফিচ্কাৰী (স.শ. হিং) বা দুটৰা যন্ত্ৰ, চেৰেকা পানী মৰা নঁহুলি।

ফিচাহিনী (স.শ.) বৰ অভৱনী তিৰোতা

ফিচিক্ (অ.ধা.) অলপকৈ টনাতহে ফাটি, পুৰণি কাপোৰৰ দৰে অলপ-অলপকৈ ফাট মেল্। [অলপ ফটা।

ফিচিকা (বি) অনেক ঠাইত অলপ-

ফিচিকাফিচিকি } (স. শ.) চকুৰ ঠাৰেৰে কোনো কথালৈ উদুকিয়া এজনৰ মূখলৈ আন জনে চাই খিটিকি-ওৱা কাৰ্য্য।
ফিচকাফিচিকি }

ফিচ্ফিচীয়া (বি) ধৰিলেই বা চুলেই ফিচিকা।

ফিতাহি (স.শ.) আপোনাক ভালৰ দেখাবলৈ কৰা কাম, অহঙ্কাৰ দেখোৱা কাম।

ফিন্দা (স. ধা.) ওফন্দা, উঠন্দা, টন-টনীয়া কৰ্। [কণিকা।

ফিৰিঙটি (স.শ.) জুই-আখনি, জুইৰ

ফিৰিঙি (স. শ.) বহু পুৰুষ ভাৰতত থকা বিলাতী মানুহ ; বিলাতী পুৰুষৰ পৰা হোৱা দেশী তিৰো-তাৰ সন্তান বা তাৰ সন্তান।

ফিৰ্কীয়া (বি) বিৰবিৰীয়া, অতি অল-পকৈ চলা, (বতাহ)।

ফুঁই (স.শ.) ওঁঠ চেপি ধৰি মুখৰ পৰা এৰি দিয়া বায়ু।

ফুঁৰ (স. ধা.) মুখৰ বায়ুৰে বজা, ফুঁই মাৰি বাজ কৰ্।

ফুঁতে উৰা (স.ধা.) তুচ্ছ কৰ্, অলপো আদৰ নকৰা, যেনে মোৰ কথাটো ফুঁতে উৰালে। ১

ফুঁৱা (স.ধা.) মুখেৰে বায়ু দি, মুখৰপৰা বায়ু উলিয়াই ওপৰত পেলা; যেনে ফুই ফুঁৱায়। (অ. ধা.) ওঁঠ চেপি ধৰি মুখৰ পৰা বায়ু উলিয়া।

ফুঁহৰি উগাৰ্ (স. শ.) অজীৰ্ণৰপৰা হোৱা টেঙা দুৰ্গন্ধি উগাৰ।

ফুকন্ (স.শ.) অসম-ৰজাৰ এজন বিষয়া (ফুকনৰ অনেক শ্ৰেণী আছিল)।

ফুকলীয়া (বি) পোনেই ওপজা, পিয়াহ খোৱা। [ওপজা।

ফুকা (স. ধা.) প্ৰসৱ কৰ, জন্মা,

ফুচুৰি (বি) চুলুং, গহিন নোহোৱা; মিছলীয়া; অকামিলা।

ফুচ্‌ফুচনি (স. শ.) সক-সককৈ কোৱা কথাৰ শব্দ।

ফুচ্‌ফুচা (অ. ধা) সক-সককৈ কথা ক।

ফুচ্‌ফুচীয়া (বি) সক-সককৈ কোৱা।

ফুট (অ. ধা.) বিন্ধা-যুক্ত হ; শব্দ কৰি ভাগ; নেদেখা বা কণা হ, (চকুত খাটে); বিকল বা বিপৰীত হ, (কপাল বা ভাগ্য); লেখত বা জোখত কম; ব্যক্ত হ, প্ৰকাশিত হ; লৰাৰ মাতৰ লগে অলপ-অলপকৈ ওলা; বিন্ধি গাৰ কোনো ভাগত সোমা, (কাঁইটত খাটে)। (স. ধা) বিন্ধ্, (কাঁইটত খাটে) যেনে, বামক হুলে ফুটিলে। (স.শ.) উৰা, গুপ্ত কথাৰ সম্বাদ; এটা বিন্দু. এটা সক কোঁটৰ নিচিনা চিন; ফলৰ ভিতৰৰ কোঁহ বা ভাগ·

ফুটংগিৰী (বি)মিছা গপ বা গণ্ডপ-মৰা।

ফুটনি (স. শ.) লেখত বা জোখত কম হোৱা বস্তু। (বি) নখেৰে চেপিলে ফুট শব্দ কৰি ফুটা, এজেকে নজগা, ভিতৰত পোৱালি থকা, (লেখি-ঙকণীত খাটে); যেনে, ফুটনি লেখি।

ফুটনি } (স. শ.) ফোলা বস্তুৰে
ফুটনি-বিন্ধনি } খোঁচাৰ নিচিনা বেদনা

ফুটা (স ধা.) বিন্ধাযুক্ত কৰ, বিন্ধ্।

ফুটাই (ক্রি. বি.) স্পষ্টকৈ, সকলোৰে শুনাকৈ। [ যেলেগ কৰ্।

ফুটিয়া (স. ধা.) ফুটবিলাক উলিয়া বা

ফুটুকা (বি) অনেক ফুট বা সক-সক কোঁটৰ নিচিনা চিন থকা; স্ত্ৰী) ফুটুকী। (স. শ.) এবিধ সৰু গছ; সক কোঁটৰ নিচিনা গাঁচ, ফুট।

ফুটকাফুটুকী (বি) অনেক ফুটুকাযুক্ত, ফুটফুটীয়া।

ফুটুকলা ( স. শ.) ফুটুকাৰ গুটি।

ফুট্‌পধূলি (স. শ. ) বেলি মাৰ যোৱাৰ নিচেই পাচৰ সময়।

ফুটুছাই (স. শ.) মিহি ছাই, তুঁহ-পতানাদিৰ ছাই।

ফুট্‌ফাট্‌ (স. শ) কোনো গুপ্ত বিষয়ৰ 'অলপ সম্বাদ. উন্বাদিহ।

ফুট্‌ফুটীয়া (বি) অনেক ফুটযুক্ত, ফুটুকা-ফুটুকী। (স. শ) ফুটৰ সমূহ।

ফুট্‌মনিয়াৰ্‌ ( বি ) চোকা-দৃষ্টিযুক্ত, অলপ আভাস পালেই গুপ্ত কথা বুজিব পৰা ; টেঙৰ।

ফুতি (স. শ.) এবিধ এদিন মাথোন জীয়াই থকা বগা পতঙ্গ ; এবিধ শোভাৰ নিমিত্তে লগোৱা ঘূৰণীয়া চেপেটা মূৰেৰে তুঁহ-গজাল।

ফুৰ্‌ (অ. ধা.) ভ্ৰমণ কৰ্‌, এঠাইৰ পৰা আন ঠাইলৈ যা।

ফুৰণ্‌ ( কৃদ. শ.) ভ্ৰমণ, ফুৰা কাৰ্য্য।

ফুৰা (স. ধা.) ভ্ৰমণ কৰা, এঠাইৰ পৰা আন এঠাইলৈ নি ; ঘূৰা।

ফুকলি (স. শ.) অনেকে গোট খাই একে বেলিয়েই মৰা আটাহ বা চিঞৰ।

ফুকহা (স. শ.) অলঙ্কাৰাদি ওলমাই পিন্ধিবৰ কাৰণ লগোৱা সৰু আঙঠিৰ নিচিনা যতন ; এবিধ বন ; কোমোৱা আদিৰ গাৰ বগা মিহি ধূলি।

ফুৰ্‌ ফুৰ্‌ কৰে } (ক্ৰি.বি.) মৃদুৰূপে নাকৰ
ফুৰ্ফুৰ্‌-কৰে } সততে জন্মাই, (গৰুত খাটে)।

ফুল্‌ (স. শ.) পুষ্প, গছৰ গুটিৰ প্ৰথম অৱস্থাত তাক আৱৰি থকা পাহি-বিলাক ; ফুল-ধৰা গছ ; কাপোৰ আদিত দিয়া ফুলৰ আকৃতি ; মাছৰ কল। (অ. ধা.) পাহি মেল, প্ৰফুল্লিত হ ; ফুল ধৰ্‌ ( গছত খাটে ) ; স্ফীত হ, ওকন্দ্‌।

ফুলতী (স.শ.) কাপোৰত তাঁতেকৈ ফুল দিব জনা তিৰোতা।

ফুলনি (স. শ.) ফুলৰ বাৰী।

ফুলবি (বি) ফুল-ধৰা, (ধানত খাটে)।

ফুলা (স.ধা.) প্ৰফুল্ল কৰ্‌, পাহি মেলা ; ফুল ধৰা ; ওকন্দা, বহলা।

ফুলাম্‌ (বি) ফুলৰ আকৃতিৰে শোভিত কৰা।

ফুল্‌-কটা (বি) ফুলৰ আকৃতি যুক্ত, ফুল কাটি শোভিত কৰা।

ফুল্‌-চতি (স. শ) যাই চতিৰ ওপ-ৰৰ সৰু চতি।

ফুল্‌দাৰী. } (স. শ.) এবিধ খাৰৰ
ফুল্‌খাৰী, } বাজী।

ফুল্‌পৰা (বি) পাতল বগা ছালেৰে ঢকা হৈ নেদেখা হোৱা, ( চকু )।

ফেঁহুৰ্‌ ( অ. ধা. ) উঙুপি কান্দ্‌, কান্দোতে বহুকৈ চুটি উশাহ ল।

ফেঁচা (স. শ.) এবিধ সৰু হুদুজাতিৰ চৰাই ; (স্ত্ৰী) ফেঁচী। [ ফেঁচামুঁজ।

ফেঁচা মুৰা (বি) কুৰূপ, অশুৱনি ;

ফেঁচু (স.শ.) ফেঁহু-চৰাই।

ফেঁচুলুকা ( স. শ.) এবিধ চৰাই।

ফেঁচ্‌কুৰি (স. শ.) চকুৰ মলি।

ফেঁচ্‌কুৰিয়া (অ. ধা.) ফেঁচকুৰিযুক্ত হ, ফেঁচকুৰি উলিয়া।

ফেঁট্ (স. শ.) সাপৰ ফণা বা ফুলা।

ফেঁটা (স ধা.) অহিত কৰিবলৈ উদগা বা লগাই দে ; কামুৰিবলৈ লগাই দে, ( কুকুৰ )।

ফেঁটি (স.শ.) ঐশ্বৰ্য্য, বিভূতি ( অলপ ধনক তুচ্ছ বুজাবলৈ বিপৰীত-ভাৱে কোৱাত ব্যৱহৃত )।

ফেঁটী (বি) ফেঁট থকা, ফণাযুক্ত।

ফেঁটী-গোম্ (স. শ.) ফেঁটথকা বিষাল সাপ।

ফেঁহু ( স. শ. ) এবিধ চৰাই, ফেঁচু ; পোনেই জগা মহৰ বা গৰুৰগাৰীৰ

ফেঁহুজালি (স. শ.) নিচেই প্ৰভাত।

ফেকাম্ (স. শ.) গপ, অহঙ্কাৰ।

ফেচেকা (বি) পানী মাৰ যোৱা কিন্তু পৈণত নোহোৱা, (ভাষোল)।

ফেচেৰাই (ক্ৰি. বি.) ফেচেৰ শব্দ কৰি, (পূৰণি কাপোৰ ফটাত খাটে )।

ফেটেঙা } (বি) সাপৰ ফেঁটৰ দৰে
ফেট্‌লেলা } চেপেটা আৰু বহল হোৱা

ফেণা ( স. শ. ) সাপৰ ফেঁট।

ফেদা ( স. শ. ) মলি।

ফেদুৰা (বি) মলিন, মলিয়ন।

ফেদেলা (বি) মলিন, অপৰিকাৰ, গা-ম-ভোৱা (মুনিহ) ; (স্ত্ৰী) ফেদেলী।

ফেন্ (স. শ.) বৰকৈ লৰাত বা উতল খৱাত ফুলিয়া বস্তুৰ ওপৰলৈ উঠা ফুট ফুটীয়া মল ; তাৰ নিচিনা আন বস্তু ; যেনে, মুখৰ ফেন ওলাল।

ফেনা (স. শ.) ফেন উৎপন্ন কৰ্।

ফেনী, ( স. শ. ) ফেনৰ দৰে পাতল আৰু বগা এবিধ পিঠা।

ফেনেক্ (স. ধা.) মোহাৰি ফেন তোল্, মোহাৰ্, মৰ্দন কৰ্, ঘচ।

ফেন্‌কুটি (স. শ.) টানকৈ বা অধিককৈ কথা কোৱাত মুখৰপৰা ওলোৱা ফেন। [ ফেনযুক্ত।

ফেন্‌ফেনীয়া ( বি ) ফেনৰ নিচিনা ;

ফেনে-কোঁত্‌কাৰে ( ক্ৰি. বি. ) ফেন-আদিৰে সৈতে, ( পানী বঢ়াত খাটে। )

ফেপা (বি ) তাৰৰ হোৱা, কিন্তু সাৰ ফুকুটা (গছ)।

ফেৰ্ (স. শ.) কপালৰ গতি, দশাৰ লৰচৰ ; ভৰ্দ্দ-আদিৰ একালত্‌কৈ আন কালৰ গধুৰতাৰ কম-বেচ ; মেখেলা-চোলা-আদিৰ বেৰ বা বেৰ আনৰ সমান হবৰ চেষ্টা।

কেৰা(উপদ)অলপ বা ক্ষুদ্ৰ বস্তু বুজাবলৈ সংজ্ঞা বা সংখ্যা শব্দৰ পাচত দিয়া শব্দ ; যেনে, মাছ-কেৰা, ভাল বা অতি ক্ষুদ্ৰ বস্তু বুজাবলৈ কেৰি যেনে, মাছ কেৰি।

কেৰিয়াকেৰি ( স. শ. ) এজনে আন জনৰ সমান হবলৈ কৰা চেষ্টা ; এজনে আন জনেৰে যুজিবলৈ বা বিবাদ কৰিবলৈ কৰা উদ্যোগ।

কেকৰা ( স. শ. ) কেউ-কেউ শব্দ কৰা শিয়াল।

কেকেকা (বি) এটাৰপৰা, আনটো বৰ ঋাত্তৰ,(ঠেং) ; ঠেং বহলাই খোজ কঢ়া, পাতিহাঁহৰ দৰে চলা।

কেকেকা-কোলা ( স. শ. ) কঁকালৰ দুফালে দুই ঠেং থৈ লৰাক বহওৱা কোলা।

কেকেৰুনি (স. শ.) গছৰ দুটা ডালৰ যোৰা, দুটা ডাল বেলেগ হৈ যোৱা ঠাই। [ ডাল-আদি।

কেৰ্কেটা ( বি ) একে গুৰিৰপৰা ওলাই বেলেগ হৈ যোৱা, ( গছৰ

কেৰ্‌কেৰীয়া } ( বি ) নেৰাকৈ চলি
কেকেঁৰীয়া } থকা, (বতাহ)।

কেৰ্‌কেৰ্‌-কৰে } (ক্ৰি. বি.) সো-সো
কেকেঁৰ-কৰে } কৰি, অবিচ্ছেদে, ( বতাহ চলাত খাটে )।

কেলাই ( স. শ. ) খুৰা নথোৱা ভাত খোৱা পাত্ৰ, ভাতথান।

কৈদ্ (স. শ.) বংশ, একে আদি পুৰুষৰ পৰা বঢ়া লোক সমূহ।

কৈদীয়া (বি) কোনো এক কৈদৰ।

কোঁচ্‌কোচনি (স. শ.) টানকৈ উশাহ-লোৱাৰ বা সাপৰ শব্দ।

কোঁচ্‌কোঁচা (অ. ধা.) কোঁচ্-কোঁচ্ শব্দ কৰ্।

কোঁট্ ( স. শ. ) কপালত বা ক্ৰুৰ মাজত লোৱা চন্দন-আদিৰ বিন্দু ; জন্তুৰ কপালত থকা বগা সাঁচ।

কোঁটা } (বি) কোঁটযুক্ত, কোঁট
কোঁটাল্ } থকা।

কোঁপ্ (স. শ.) চুলাৰ বিন্ধা ; কোনো বস্তুৰ ভিতৰৰ শূন্যভাগ।

কোঁপনি (স. শ. ) কোঁপোৱা কাৰ্য্য ; কোঁপোৱাৰ শব্দ ; পৰিশ্ৰমৰ কাৰণে খৰকৈ লোৱা চুটি উশাহ।

কোঁপা ( অ. ধা.) পৰিশ্ৰমৰ কাৰণে খৰকৈ চুটি উশাহ ল।

কোঁপাউৰি (স.শ.) সাপে খেদোৰে মাকে দি কৰা শব্দ। [ ডকা গছ।

কোঁপাত্ (স.শ.)এবিধ্ চোৰাঙৰ দৰে

কোঁপাল্ } (বি) কোঁপ-যুক্ত, ভিতৰ
কোঁপোলা } ফঁপা।

কোঁপালি (বি) সৰু-সৰু বিন্ধা থকা, পৰমাণু ঘন নোহোৱা।

কোঁপ্চুৰা (বি) জ্ঞান-বুদ্ধি নথকা মানুহ, মূৰ্খ।

কোঁপ্ডাং (স. শ.) ডাকোপ, গণ্ডগ।

কোঁপ্ৰহী (অ) ফুটংগিৰী, আপোনাৰ বিদ্যা ৰশস্তা প্ৰকাশ কৰা, আপোনাৰ সৰু কাৰ্য্যকে ডাঙৰকৈ কোৱা।

কোঁহা (স. শ.) ছালৰ ওপৰত হোৱা পক-নথকা ফুৰ্ৰ খহ।

কোঁহোৰা (স.শ.) গাঁড়, খহ।

কোৰ্ (স. শ.) বেজীৰে এবাৰ সুমোৱা বটিয়া, বেজীৰ এখোট ; মোজোৰৰ কাপোৰ পোনেই লগাই লোৱা গিৰনি। [ খিউ বা তেল।

কোৰণ্ (স. শ.) আঙ্গাত দিয়া তপত

কোৰোহনি (স. শ.) হাতীয়ে খেদেৰে মৰা গোঁজৰণি।

কোচ্কু (অ. ধা.) কোচ্চ্ শব্দ কৰি উতলা যেন হ। [ উতলা পানী।

কোচ্কা-পানী (স. শ.) কোচ্চ্ কৰি

কোকোৰা (বি) আঠা নথকা, শুকান পিঠা-গুড়িৰ নিচিনা।

---

## ব, ৰ।

ৰ (স. শ.) ৰজাৰ গলধন ; তাঁতত বাণিৰ সূতা সুমাবলৈ দীঘৰ সূতা বিভাজৰ এডাপক আন ডাগৰপৰা ফালি বেলেগোৱা জৰী। (অ. ধা.) পানীৰ দৰে বাগৰি যা; বায়ুৰ দৰে চল; খাই, ভুঙাৰ কাম কৰ্, চাকৰি কৰ্। (স. ধা.) ফালি দৈ যা, কান্ধত, মূৰত বা হাতত তুলি নে; সিচ্, ৰোপণ কৰ্, গজিবৰ কাৰণে মাটিত স্থাপন কৰ্, (গুটিত খাটে); সূতাৰে বা কাঠীৰে নিৰ্ম্মাণ কৰ্।

বইনা, (স. শ.) কিনিব খোজা বস্তু নেৰেচাকৈ ৰাখিবলৈ দিয়া ধন; উকীল ৰাখিবলৈ দিয়া ধন।

বও (স. শ.) তাঁতৰ ব। "ৰ" চোৱা।

বওঁতা (কৃদ. স.) ভাৰ-নিওঁতা; গুটি-সিচোঁতা; চাকৰি কৰোঁতা; সূতাৰে বা কাঠিৰে নিৰ্ম্মোঁতা। (স্ত্রী) ৰ-ঁতী। [ শব্দ বং।

বং, (স. শ.) বটালীৰ নাল, কথাৰ নাল, কথা কওঁতে ভাবিবলৈ সময় পাবৰ বা ধন লগাবৰ নিমিত্তে কথাৰ মাজত সুমোৱা আলাগতীয়া কথা; যেনে, মই তাৰ ঘৰলৈ গলোঁ। বুলিয়েই, তোমাক কওঁ, সি মোক গালি পাৰিব যে পায়, ইয়াত "তোমাক কওঁ," এই দুটা

বংশ (স. শ.) বৈংশ, একে জনা আদি পুৰুষৰপৰা বঢ়া লোকবিলাক ; বংহ।

বংশধৰ্ (স. শ.) বংশৰ খাই মানুহ।

বংশহীন্ (বি) নিৰ্ব্বংশ, বংশ নথকা।

বংশাৱলী (স. শ.) কোনো এক বংশৰ লোকবিলাকৰ এজনেৰে সৈতে আন জনৰ সম্বন্ধ দেখাই লিখা নাম-বিলাক।

বংশী (স. শ.) বাঁহী, মুৰুলী।

বঁকিয়া "বক্সিয়া" চোৱাঁ।

বঁজা (বি) গুটী-নধৰা; সন্তান বা পোৱালি জন্মাবৰ শক্তি নথকা; (স্ত্রী) বাঁজী।

বঁটা (স. শ.) ভাল কাম-কৰাৰ বাবে দিয়া ধন বা বস্তু। [অংশ কৰা।

বঁ-টা (স. ধা.) আনৰ দ্বাৰা ভাগ কৰা,

বঁতিয়া (অ. ধা.) বাস্ত কৰ্, পেটৰ বস্তু মুখে উলিয়া, যেনে, লৰাই বঁতিয়ালে। (স.ধা) পেটৰপৰা মুখে উলিয়া; যেনে, তেজ বঁতিয়ালে।

বঁ-ভী (বি) বৈ থকা, সোঁত চলা; যেনে, বঁ-ভী নৈ।(স.শ.)বণ্ডতাৰ স্ত্রীলিঙ্গ। "বণ্ডতা" চোৱাঁ। [ভাৰ্য্যাহীন।

বঁৰলা (স.শ.) বিয়া-নকৰা বা তিৰোতা মৰা মুনিহ। (বি) বিয়া নকৰা,

বঁহীয়া, (বি) আগ-দিনাই ধুই থোৱা, (মাহত খাটে)। [তিতৰৰ ভাগ।

বকটু (স.শ.) বেঁতৰ বা বাঁহৰ বুকু বা।

বক্ (অ. ধা.) বলিয়াৰ দৰে নিৰৰ্থক কথা ক, বলক্; অবাবত অনেক কথা ক,অকামিলা কথা ক; (স.শ.) এবিধ ফুল আৰু তাৰ গছ।

বকনি (স.শ.) বলিয়াৰ নিচিনা কথা; অবাবত কোৱা অধিক কথা।

বকৰ্ } (স. শ.) জাবৰ, পাৰি
বাকৰি } পেলোৱা বস্তু; মুকলা হাবি।

বকবাৰি (স.শ.) চুৱা-পাত্ত বা জাবৰ-পেলোৱা ঠাই।

বকলা, (স. শ.) গাঁচি-গছৰ পবিকাৰ নকৰা ছাল; গুণ্ডদোষ। [হীন।

বকহাবকহ্ (বি) সোৱাদ নথকা, বল-

বকাৰ্ (স.শ.) ব-আখৰ।

বকুল্ (স.শ.) এবিধ গছ; তাৰ ফুল।

বক্তা (স.শ.) কওঁতা। [লগীয়া কথা।

বক্তব্য (বি) কবলগীয়া। (স.শ.) কব-

বক্‌বক। (অ. ধা.) বক্, অস্পষ্ট বা নিৰ-ৰ্থক কথা ক।

বক্‌বকনি "বকনি" চোৱাঁ।

বক্র (বি.) বেঁকা, পোন নোহোৱা।

বখনিয়া (বি) পিয়ন্ ছুৱা, পিৰলৈ এৰা, (গৰু-মহৰ পোৱালিত খাটে)।

বখলা (স. শ.) গোলাকাৰ চেপেটা, পাতল বস্তু, ঘূৰণীয়া চেপেটা খণ্ড।

বখলাবখল্ (বি) অনেক বখলাযুক্ত, অনেক বখলা-কৰা। [কৰ্।

বখলিয়া, (স. ধা.) ছেলা, বাকলিহীন

বগ্ (স.শ.) বক-জাতিৰ মতা; এবিধ মাছ-খোৱা দীঘলঠুঁটীয়া বগা চৰাই; (স্ত্রী) বগলী।

বগৰা (বি) নিজৰ ঘৰ নথকা কিছু

দিন এজনৰ কিছু দিন আন এজনৰ ঘৰত বাস-কৰা।

বগৰি / বগৰী (স.শ.)এবিধ সক ফল ; তাৰ গছ।

বগা (বি)শুক্ল, বগৰ নিচিনা বৰণযুক্ত ; (স্ত্রী) বগী। (স.শ.) শুক্ল বৰণ, বগৰ বৰণ। (অ.ধা.) বুকু চোঁচৰাই গতি কৰ্, পেট পেলাই যা ; লতাৰ দৰে বাঢ়ি যা, গছ-আদিত বেৰাই দীঘল হৈ যা। (স. ধা.) আৰোহণ কৰ্, উঠ্।

বগা বাহক (স.শ.) তিতাফুল জাতীয় এবিধ ঔষধি গছ, সিংহ গছ।

বগিতাম্ (স.শ.) বাংচৰোৱা লোৰ পিতা।

বগি মনোহৰ্ (স. শ.) এবিধ কল।

বগিয়াবগি (স. শ.) একনে কোনো কাম নকৰিলে আন একনে সেই কাম কৰিবলৈ অমান্তি হওন।

বগুৰা বা, দুই হাত আৰু দুই আঁঠু মাটিত দি চুঁচৰি যা।

বগ্‌ঠুঁটীয়া (বি) দীঘল আগ-জোঙা আৰু অলপ বেঁকা।

বগ্‌-ভিজীয়া (বি) দীঘল ভিজিযুক্ত।

বঙহ্ (স.শ.) এঁকে বংশৰ মানুহ।

বঙাল্, ( স. শ. ) বঙ্গ-দেশৰ সাধাৰণ মানুহ ; ( স্ত্রী ) বঙালনী।

বঙালী, ( বি ) বঙ্গ-দেশৰ, বঙ্গ-দেশত উৎপন্ন। (স. শ.) বঙ্গদেশৰ জন্ম লোক ; বঙালী ভাষা।

বঙালী-এৰা (স. শ.) এবিধ চাপত বোৱা গছ।

বজিয়া (স. শ.) পথাৰৰ আলি।

বচ্ (স. শ ) কুমলীয়া তামোল নষ্ট কৰা এবিধ পোক ; এবিধ ঘৰত দিয়া শিপা ; তাৰ গছ।

বচন্ (স. শ.) বাক্য, কথা ; কোনো বিষয়ৰ বিধান-কৰা শ্লোক।

বচী (স. শ.) এবিধ সুগন্ধি কাঠ।

বছৰ্ (স. শ.) বাৰ মাহ।

বছৰি (ক্রি. বি.) প্রতি বছৰত।

বছৰ্ উঁদানি / বছৰ্-বন্ধীয়া (বি) এক বা অধিক বছৰৰ নিমিত্তে দিয়া বা লোৱা। "বছৰ-বন্ধনীয়া" এনেও হয়।

বছৰ্ উঁদানিকৈ / বছৰ্-বন্ধীয়াকৈ (ক্রি. বি.) এক বা অধিক বছৰৰ নিমিত্তে, এক বা অধিক বছৰ স্থিৰ থকাকৈ। "বছৰ বন্ধনীয়াকৈ" এনেও হয়।

বছৰ্ বিয়নী ( বি ) বছৰি পোৱালি-পোৱা।

বছা (স. শ.) এবিধ মাছ। (স. ধা.) বছা কাৰ্য্য আমৰ দ্বাৰা কৰা "বাছ" চোৰী।

ব-ছিগা (বি) গলধনত যা লগা, (বলদ)

ব-ছেৰা (বি) ভাই-ককাই আদিৰ মৰম এৰা, আপোন মানুহৰ মৰম নজনা, (প্ৰায়ে লৰাত খাটে)।

বছেৰেক (স. শ.) এবছৰ।

বছেৰেকীয়া (বি) এবছৰ বয়স-পোৱা; এবছৰ থকা বা বছেৰেকত এবাৰ কৰা বা হোৱা। (স. শ.) মৰাৰ প্ৰথম বছৰৰ অন্তত কৰা শৰাধ।

বজৰীয়া (স শ) এবিধ সক আঠীয়া কলা।

বজকৰা (বি) বজাৰৰ, বজাৰত থকা।

বজা (স. ধা.) বাদ্য যন্ত্ৰৰ ধ্বনি তোল্।

বজাৰ্ (স. শ.) বেচা কিনা ঠাই।

বজাৰী (বি) বজাৰৰ, বজকৰা। (স.শ.) বজাৰত বস্তু বেচোঁতা।

বজাল্ (স.শ.) এবিধ বনবীয়া বাঁহ।

বজুৱা (বি) বাজৰ, বাহিৰৰ, নিজ ঘৰৰ নোহোৱা।

বজোৱা (স. ধা.) আনৰ দ্বাৰা বাদ্য কৰা।

বজোৱাৰ্ (স. শ.) পানীৰ বৰ ঢৌ।

বজ্ৰ (স. শ.) ইন্দ্ৰৰ বাই অস্ত্ৰ; ভয়ঙ্কৰ গাজনি মাৰি মহা বেগেৰে পৃথিবীলৈ অহা বিজুলী।

বজ্ৰপাত্ (স.শ.) ভয়ঙ্কৰ গাজনি যুক্ত বিজুলীৰ আঘাত।

বজ্ৰময়্ (বি) বৰটান।

বজ্ৰলেপ্ (বি) বৰ টানকৈ লাগি ধৰা, একেবাৰে নোৱাৰাকৈ লগা; বৰ টান

বজ্ৰাঘাত্ (স.শ.) বজ্ৰৰ প্ৰহাৰ, বিজুলীৰ খুন্দা, বজ্ৰপাত; অকস্মাৎ হোৱা বৰ আপদ।

বঞ্চ্ (স. ধা, প্ৰতাৰ, ছল্, ফাঁকি দি, ছলেৰে ল; বাস কৰ, থাক (কামত খাটে); পৰিত্যাগ কৰ, (টোপনি)।

বঞ্চক্ (স. শ.) প্ৰতাৰক, ছলোঁতা।

বঞ্চন্ (কৃদ. স.) বঞ্চা কাৰ্য্য।

বঞ্চনা (স. শ) প্ৰতাৰণা, ছল, ফাঁকি।

বঞ্চিত্ (বি) প্ৰতাৰিত, ফাঁকিত পৰা; নিৰাশ।

বঞ্চোতা (কৃদ. স.) বঞ্চনা-কৰোঁতা, ছলোতা, (স্ত্ৰী) বঞ্চতী।

বট্, বট্‌গছ্, } (স. শ.) বড়-গছ।

বটলা (স. শ) বাটলুৰ স্বামী।

বটা (স. শ.) তামোল-পাণ থোৱা বা দেৱতাক নৈবেদ্য দিয়া এবিধ খুৰাললোৱা পাত্ৰ।

বটা, বটা-চৰাই, } (স.শ.) এবিধ সক চৰাই।

বটালী, (স.শ.) এবিধ কাঠ খোলা অস্ত্ৰ।

বটিয়া (স.শ.) বিষাত হেঁচি গুৰা।

বটীয়া (স.শ.) সূতা পকাই কৰা মিহি জুৰী; এবিধ সক মাছ।

বঠা (স.শ.) এবিধ চেপেটা আৰু বহল আগেৰে নাও চলোৱা সঁজুলি।

বঠা-পতীয়া (বি) বঠাৰ আগৰ দৰে চেপেটা আৰু ক্ৰমে আগলৈ ঠেক।

বঠি (স.শ.) ধুপ খুচি দিয়া ওখ সঁজুলি, মৈদাৰ বা বেন্দাৰ কাঠ; গঢ়, আকৃতি ( নিন্দাত )।

বড়্ (স. শ.) বান্ধিবৰ নিমিত্তে কলা-মাহ মাটি কৰা লাক। (বি) বৃহৎ, ডাঙৰ; বৰ।

বড়্, বড়্-গছ্, } ( স. শ.) বট, এবিধ বগা আঠা ওলোৱা গছ।

বড়ুৱী, বড়া, বড়ুৱা "বৰুৱী" "বৰা"; "বৰুৱা" চোৱা।

বঢ়নী (স.শ.) ধান বানোতে খুৱলিলৈ ধান ঠেলি দিয়া মাৰি।

বঢ়া (স.শ.)ডাঙৰ বা দীঘল কৰ্; ওপৰলৈ বা আগলৈ ঠেল। (বি) উত্তম, শ্ৰেষ্ঠ, আনতকৈ অধিক বা ভাল।

বঢ়াবঢ়ি (স. শ.) এজনে আন জনলৈ খেদি যোৱা কাৰ্য্য, পৰস্পৰে বিবাদলৈ আগ বঢ়া কাৰ্য্য।

বঢ়িয়া (বি) উত্তম, বৰ ভাল।

বণিয়া (স. শ.) বেপাৰী।

বতৰ্ ( স. শ. ) বদ বা বৰষুণ হোৱা কাল, কালৰ অৱস্থা; কোনো এক শস্য আৰ্জিবৰ বা চপাবৰ সময়।

বতৰ্ কালি, (স.শ.) কোনো এক শস্য আৰ্জিবৰ বা চপাবৰ সময়।

বতা (স শ.) ইকৰা-জাতিৰ এবিধ সৰু তৃণ; বতানি, নভঙা মাটি।

বতানি (স. শ.) বতাৰে আবৃত মাটি।

বতাহ্ (স. শ.) চলি থকা বায়ু।

বতাহী (বি) বতাহৰ দৰে বেগী; অস্থিৰ্, চঞ্চল, ( স্ত্ৰী )।

বতুৱা (বি) বাতে ধৰা; অধম, বেয়া।

বত্ৰিশ্ (চ্) (সং) একুৰি বাৰ।

বৎস তৰী (স.শ.) চেঁউৰি গৰু, দামুৰি; বৃষোৎসৰ্গৰ মাইকী গৰু চাৰি জনী।

বৎসৰ্ (চ) (স.শ.) বছৰ, বাৰ মাহ।

বৎসল্ (চ) (বি)মৰমিয়াল, চেনেহ-কৰা।

বদতি (স. ধা) কোৱা। ১

বদন্ (স শ.) মুখ।

বদান্য (বি) বৰ দানী, বৰ-দানী।

বদিয়াৰ্ (স.শ.)বাদ-দিওঁতা,দোষাৰোপ কৰোঁতা; দমৰা-গৰু-খুন্দোঁতা গৰু-বাহোঁতা ( কাম )।

বদীয়া (বি) দোষত বা জগৰত পৰা। (স.শ.) দোষাৰোপিত হোৱা মতা (স্ত্ৰী) বদীয়ানী।

বদুৱা ( বি ) নথৰোৱা, ধাৰ নথকা, সোৱা।

বদ্ধ (বি) বন্ধা, মুকলি নোহোৱা।

বধ্ ( স. ধা. ) প্ৰাণ মাৰ্, হত কৰ্। (স. শ.) হত্যা, প্ৰাণ-নাশ, মাৰণ। (কৃদ, স.) বধোঁতা; (স্ত্ৰী) বধঁতী;

বধন্ ( কৃদ. স. ) প্ৰাণ-মাৰণ।
বধী (স. শ.) বধোঁতা, মাৰোঁতা।
বধ্য (বি) বধিবৰ যোগ্য।
বন্ (স. শ.) হাবি ; তৃণ, ঘাঁহ ; হাতৰ কাম, সামান্য কাম।
বনক্(স.ধা.)শব্দ, বৰণৰ ওপৰত লা লগা।
বন্গুটি (স. শ.) এবিধ বন আক তাৰ গুটি। কোঁৰ্শলা বন।
বনচৰ্ (বি) বনৰীয়া।
বন দেৱতা, বন-দেৱী (স. শ.) হাবিত থকা উপদেৱতা।
বননি (স. শ.) বনেৰে আবৃত ঠাই।
বনমালা (স. শ.) কৃষ্ণৰ মালা।
বন-বাস্ (স.শ) হাবিত নিবাস, হাবিত থাকন।
বন-বজা (স. শ.) বাঘ।
বনৰী (স.শ.) অসতী তিৰোতা, (গালি)
বনৰীয়া (বি)হাবিত থকা, হাবিয়লীয়া।
বনা ( অ. ধা. ) আকাশত উৰি ফুৰ্ ; স্থিতাপি.নোহোৱাকৈ ভ্ৰমি ফুৰ্।
বনাগ্নি (স. শ.) হাবিৰ জুই।
বনি (স. শ.) কাবণি, যোগৰ কাৰণ।
বনিয়া (স.ধা.) বান লগা,বৰ ঘন গুচাই পাতল কৰ্, ( শস্যত খাটে )। (অ. ধা.) মাজে-মাজে পক্ ( ফল বা চুলি )।
বনুৱা (বি) বন-কৰা, কামত নিযুক্ত।
(স. শ) কাম-কৰা মানুহ, হজুৰা ; ভৃত্য, চাকৰ স্ত্ৰী, পুং।
বনৌষধি (স.শ.) দৰবত দিয়া বন, গছ, ইত্যাদি। বন দৰব।
বন্ কুকুৰা(স.শ.)বনৰীয়া কুকুৰা-চৰাই।
বন্-কুহুম্ (স.শ) এবিধ কাঁইটীয়া হাল-ধীয়া ফুল ধৰা ক্ষুদ্ৰ গছ।
বন্ গৰু (স. শ.) মেঠোন।
বন্ আলুক্ (স. শ.) পাতৰ পিঠি-ফালে আলুকৰ নিচিনা সৰু গুটি হোৱা এবিধ বন।
বত্তি (স. শ ) প্ৰদীপ, জলোৱা চাকি।
বন্দ্ (স. ধা.) প্ৰণাম বা সেৱা কৰ্।
বন্দন্ (স. শ.) প্ৰণাম, সেৱা। [ পূজা।
বন্দনীয় (বি) সেৱা কৰিবৰ যোগ্য,
বন্-দৰব্, (স. শ.) বনৌষধি, দৰবত দিয়া গছ, পাত, শিপা ইত্যাদি।
বন্দী, (স. শ.) ৰণত ধৰি নিয়া মানুহ ; দাস, ভৃত্য। (বি ) আবদ্ধ, কামত নিযুক্ত, আজৰি নথকা।
বন্দীয়াৰ্ ( স. শ. ) ৰণত ধৰি নিয়া মানুহ ; কাটকিয়াল, অপৰৰ নিমিত্তে ৰজাৰ আজ্ঞাৰে আবদ্ধ মানুহ।
বন্দী-শাল্, ( স.শ. ) বন্দীয়াৰ ৰখা ঘৰ, কাট্টক।
বন্দুলি, (স. শ.) এবিধ ফুল।
বদ্ধ, (বি) আবদ্ধ, মুকলি নোহোৱা, আটকি ৰখা ; চলি নথকা, বৈ

নথকা; ভুৱাৰ মাৰি খোৱা বা কাম খতি হৈ থকা, (কাছাৰি-আদি) (স.শ.) কাম খতি হৈ থকা কাল; যেনে, পূজাৰ বন্ধত ঘৰলৈ গৈছে।

বন্ধন্ (স শ.) বন্ধা বা আটকি ৰখা কাৰ্য্য; বান্ধ, গাঁঠি।

বন্ধবস্ত (স. শ. ঘাং) কোনো বিষয় নিশ্চয় কৰা কাৰ্য্য, নিৰূপণ কৰা কাৰ্য্য।

বন্ধা, (স. প.) বন্ধুৱা, ধাৰে নিয়া ধনৰ বাবে চাকৰ খাটোঁতা। (স. ধা.) আনৰ হতুৱাই গাঁঠি দিয়া, বান্ধ দিয়া; খাতুৰে আবৃত কৰা, সোণ-ৰূপ-আদি লগোৱা; আলি নিৰ্ম্মাণ কৰা; দমবাৰ কণী খুন্দা। (কৃদ.স) বন্ধাওঁতা (স্ত্রী) বান্ধতী। [মানুহ।

বন্ধু (স. শ) সখি, সুহৃদ্, আত্মীয়, হিত

বন্ধুতা (ভ. শ.) বন্ধুৰ সম্বন্ধ, মিত্রতা।

বন্ধুৱা, (স. শ.) বন্ধা, ধাৰে নিয়া ধনৰ বাবে চাকৰি কৰোঁতা। (বি) বন্ধা-সোমোৱা, ধাৰৰ নিমিত্তে চাকৰি-কৰা; ধাৰ দিওঁতাক ভোগ কৰিবলৈ দিয়া, (মাটি)।

বন্ধ্যা(বি)বাঁজী, সন্তান-জন্মাবৰ শক্তি ন থকা, (স্ত্রী)। (স. শ.) বাঁজী তিৰি।

বন্‌বাৰি, (স.শ.) কাম-কাজ, (যৌগিক)

বন্ বিড়লী। } (স. শ.) বনৰীয়া, বন্-বিৰলী } মাইকি মেকুৰী।

বন্-বোন্দা, (স. শ.) বনৰীয়া মতা মেকুৰী। মতা বা মাইকীক বিশেষকৈ নকৈ কেৱল বনৰীয়া মেকুৰীক বুজাব লাগিলে "বন্ বোন্দা" বোলা যায়।

বন্ ভোজ্ (স.শ.) কেইবা জন মানুহে পঁচা তুলি নিজ ঘৰত বাজে আন ঠাইত কৰা ভোজন-পান।

বন্‌মলা, (স.শ.) গোসাঁইসকলে শিষ্যক দিবলৈ মালা-কৰা এবিধ বনৰীয়া গছ। [বান্দৰ।

বন্ মানুহ্ (স.শ.) এবিধ নেজ নথকা

বন্ত, (বি) বনৰীয়া, হাবিৰ।

বন্‌বৌ (স. শ.) কেঁকটাই।

বন্‌সটু, (স শ.) এবিধ চৰাইৰ জঁৰ নিচিনা ফুল-ধৰা বন।

বন্-হালধি, (স.শ.) কেঁতুৰি।

বপুৰা (স.শ.) মৰম বা পুতৌ কৰা মাত

বমন্ (স. শ.) বতিওৱা কাৰ্য্য।

বমি (স. শ.) বাঁতি, পেটৰপৰা মুখে দি উলিওৱা কাৰ্য্য, সেইৰূপে উলিওৱা বস্ত।

বয়ন্ (স.শ.) মুখ, মুখৰ গঢ়, আকৃতি।

বয়স্ (স. শ.) জীৱনৰ কালৰ এভাগ।

বয়সীয়া (বি) বয়স পোৱা; অধিক বয়স হোৱা।

বয়সে (ক্রি. বি.) বয়সৰ দ্বাৰা।

বয়াণ্ (বি) ভৱণি মুখ বিশিষ্ট, সুঠাম; বৰ্ণনা কৰা কথা।

বৰ্, (বি) উত্তম, শ্ৰেষ্ঠ, ভদ্ৰ; প্ৰধান; ডাঙৰ, বৃহত, বয়সে ডাঙৰ, জ্যেষ্ঠ। (স.শ.) দৰা; দেৱতা বা ঋষিয়ে বাঞ্ছা সিদ্ধিৰ নিমিত্তে দিয়া আশীৰ্ব্বাদ। (অ. ধা.) বশ হ, অধীনতা স্বীকাৰ কৰ, মিল হ; যেনে, নগাই অসম-ৰজাত ৰবিলে। (স. ধা.) স্বামী স্বৰূপে বাছি ল; যেনে, সীতাই ৰামক বৰিলে; কোনো কাৰ্য্য কৰিবলৈ প্ৰতিনিধি ৰূপে নিযুক্ত কৰ্, যেনে, হোম কৰিবলৈ পুৰোহিত বৰিছে।

বৰং, (ক্ৰি. বি.) দুটা কথাৰ আগৰ-টোতকৈ পাছৰটোক শ্ৰেষ্ঠ বুজোৱা মাত, যেনে, বেয়া কথা কোৱা-তকৈ বৰং মনে-মনে থাকিবা।

বৰগনি } (স. শ.) কোনো ক্ষমতাৱন্ত
বৰজনি } লোকে বলেৰে তোলা পঁচা।

বৰজা, (স. শ.) উলুতকৈ বহল আৰু দীঘল পাতেৰে এবিধ তৃণ; বৰতা।

বৰজানি, (স. শ.) বৰজাৰ হাবি।

বৰছা, (স.শ.) দুৰাত বা নালত নোম-লগোৱা যাঠী।

বৰটি, (স. শ.) ছাগৰ জৰী।

বৰণ্, (স. শ.) বৰ্ণ, বগা-কলা-আদি।

বৰতা, (স. শ.) বৰজা।

বৰতীয়া, (বি) ব্ৰত কৰা, উপবাসী।

বৰত্ মানি, (স.শ.) এবিধ কলা।

বৰ্তোপ্ (স. শ.) কামায়ন এবিধ যুদ্ধাস্ত্ৰ। [পতঙ্গ।

বৰল্, (স. শ.) এবিধ বিষাল হুং লগা

বৰলীয়া (স. শ.) এবিধ কাঠ-ফুটোৱা পাখিযুক্ত পোক।

বৰশী (স. শ.) এবিধ আগ বেঁকা মূখত হুং থকা মাছ-ধৰা যতন।

বৰশী-ডাঁৰি "ডাঁৰি" চোৱাঁ।

বৰষ্, (অ.ধা.) বৰষুণ পৰা। (স.ধা.) বৰষুণৰ দৰে ধাৰে নিক্ষেপ কৰ্; যেনে, শৰ বৰষিলে। [পৰা।

বৰষুণ্, (স. শ.) বৃষ্টি, মেঘৰপৰা পানী-

বৰষিৰিয়নী } "বছৰ্ বিয়নী" চোৱাঁ।
বৰষ্ বিয়নী }

বৰ্ আই(স.শ.) 'বৰ-মা; বসন্ত-ৰোগ।

বৰা (স. শ.) গাহৰি; বানিবলৈ নিয়া ধান; কোমল চাউল হোৱা এবিধ ধান, বড়া, কুৰি জন কাঁবীৰ ওপৰৰ বিষয়া। (স ধা.) সম্মত কৰা; মিল বা বশ কৰা।

বৰাই (স. শ.) ডাঙৰ লোকৰ স্বভাৱ বা আচৰণ; অহংকাৰ।

বৰাই-বুজাই (ক্ৰি বি.) মান্তি কৰিবৰ কাৰণ সকলো কথা পুনঃ পুনঃ কৈ।

বৰাগী (স. শ.) সন্ন্যাসী। [মাছ।

বৰালি (স. শ.) এবিধ বাকলি নথকা

বৰালিবকুৰা (স.শ.) এবিধ বন।

ববালি-লতা (স. শ.) ববালি মাছৰ পোৱালি, সৰু ববালি মাছ। ১

ববাহ্ (স.শ.) গাহৰি. বৰা।

ববাহী (স. শ.) অসমৰ এজাতি আদি-বাসী মানুহ।

বৰি (স. শ.) গুলীৰ নিচিনাকৈ কৰা দৰৱ। (বি) চন পৰি থকা, বাকৰি। [ মাটি।

ববিয়নি (স. শ.) চন পৰি থকা মাম-

ববিয়লা (স. শ.) এবিধ সৰু মাছ।

বৰীয়া (স. শ.) বাৰী বামুণীৰ জহৰা লৰা; জাতি খোৱা বামুণ; বামুণীৰ গৰ্ভত আন জাতিৰ মতাৰপৰা হোৱা সন্তান; সেইৰূপে উৎপন্ন এক জাতি; (স্ত্ৰী) বৰিয়ানী।

বৰী (বি) মিলেৰে থকা; বশে থকা।

বৰুণ্ (স.শ.) জলৰ অধিপতি দেৱতা; এবিধ গছ।

বৰুৱা (স. শ.) অসমৰ কোনো এক খেলৰ মাই বিষয়া। যি খেলত ফুকন থাকে তাত বৰুৱা তেওঁৰ তলতীয়া।

বৰৈ (স. শ.) শোভাৰ নিমিত্তে কোনো বস্তুত ওলমাই দিয়া সোণ-ৰূপ-আদিৰ মণি বা ঘূৰণীয়া বস্তু।

বৰ্-কথা (স. শ.) ডাকোপ, গগুপ।

বৰ্কথীয়া (বি) ডাকোপ-মৰা।

বৰ্-কাপোৰ্ (স. শ.) জাৰত গাত মেৰাই লোৱা দুতৰপীয়া কপাহী কাপোৰ।

বৰ্ কাঁহ্ (স.শ.) এবিধ কাঁহৰ বাস্ত।

বৰ্কৈ (ক্রি. বি.) ডাঙৰ কৈ, শকত ৰূপে, বলেৰে; অধিক ৰূপে।

বৰ্গনা (স. শ.) বাহু-মাছ।

বৰ্-গিৰী, (স.শ.) গাৱঁৰ বয়সীয়া। মানুহৰ উপাধি (কাম) ভাৰ্য্যাৰ ককায়েক।

বৰ্ ঘৰ্ (স. শ.) গৃহস্থ শোৱা আৰু মূল্যবান বস্তু-থোৱা ঘৰ।

বৰ্জ্ (স.ধা.) ত্যাগ কৰ্, এৰ্, , পাপী বা অশুচি বুলি সঙ্গৰ বাজ কৰ্।

বৰ্জন্ (স শ.) ত্যাগ কৰণ, এৰণ।

বৰ্-জনা (স শ.) জেঠোত, জেঠাল।

বৰ্জিত্ (বি) ত্যাগ-কৰা, এৰা; পাপী বা অশুচি বুলি সঙ্গৰ বাজ কৰা,বছা।

বৰ্টোকোলা (স.শ. এবিধ মাছ-আদি খোৱা বৰ দীঘল ঠোঁটেৰে ডাঙৰ চৰাই। [আখৰ; জাতি।

বৰ্ণ (স. শ.) বৰণ, বঙা-কলা-আদি;

বৰ্ণন্ (স. শ.) বিস্তাৰিত ৰূপে কথন।

বৰ্ণনা (স. শ.) বিবৰণ, বিস্তাৰিতৰূপে কোৱা বা লিখা কথা।

বৰ্ণবিন্যাস্ (স. শ.) লিখাত শুদ্ধ আখৰৰ ব্যৱহাৰ।

বৰ্ণমালা (স. শ.) কোনো ভাষাৰ সমুদায় আখৰ। [ লিখ্,

বৰ্ণা (স. ধা.) বিস্তাৰিত ৰূপে ক বা

বৰ্ণা-শুদ্ধি (স.শ.) অশুদ্ধ বৰ্ণবিন্যাস, যি আখৰেৰে যি শব্দ লিখিব লাগে তাতকৈ অন্য আখৰ।

বৰ্ত্ত ( অ. ধা. ) নষ্ট নহৈ থাক্, টিক্; ৰক্ষা পৰ্, সঙ্কটৰপৰা সাৰ্।

বৰ্ত্তমান্ (বি) হৈ থকা, জীৱিত, আগত থকা (স.শ.) এতিয়া হৈ থকা কাল।

বৰ্-থেকেৰা (স.শ.)"থেকেৰা" চোৱা।

বৰ্দৈচিলা / বৰ্দৈচিলা (স. শ.) বহাগৰ বিহুৰ অলপ আগ বা পাচত বা দুয়ো সময়ত হোৱা বৰ ধুমুহা।

বৰ্দ্ধক্ (বি) বঢ়োৱা, ডাঙৰ বা অধিক কৰা। [ কৰণ।

বৰ্দ্ধন্ (স. শ.) বাঢ়ন, ডাঙৰ বা বেচি হওন; বঢ়াওন, ডাঙৰ বা বেচি

বৰ্দ্ধিত্ (বি)বঢ়া,ডাঙৰ বা বেচি হোৱা বঢ়োৱা, ডাঙৰ বা বেচি কৰা।

বৰ্‌পাত্ৰ / বৰ্‌পাত্ৰ গোহাঁই (স.শ.)অসম ৰজাৰ তিনি জনা মন্ত্ৰীৰ শেষ জনা।

বৰ্‌ ফুটিৱা(বি)মিহি নোহোৱা(বালি।)

বৰ্-বৰুয়া(স.শ.)পুৰণি আসামৰ এজনা বিষয়া, তেওঁ বিচাৰক আছিল।

বৰ্-বাস্ত (স.শ.)ঢেকীয়া পতীয়া বাস্ত।

বৰ্-মা ( স. শ. ) পিতৃৰ ককায়েকৰ ভাৰ্য্যা। [প্ৰধান বা ঘাই মানুহ।

বৰ্-মুৰীয়া (বি)ডাঙৰ মূৰযুক্ত। স.শ.)

বৰ্‌মোহ্ / বৰ্মোহ্ (অ.ধা.) বদ বৰ্বুণত থকাৰ নিমিত্তে পচি মুমুৰীয়া হ, পচি ভেঁকুৰ্।

বৰ্‌লোকালি ( স.শ. ) ডাঙৰ লোকৰ আচৰণ, ভেম।

বৰ্ষ ( স.শ. ) বছৰ ; পৃথিবীৰ ন ভাগৰ এভাগ। [ বাৰিষা।

বৰ্ষা ( স. শ. ) এক ঋতু, শাওণ-ভাদ,

বৰ্হখুৰি(স.শ.)এবিধ গছৰ পাতৰখুৰি; তাক চোবালে মুখ কলা পৰে।

বল্ (অ.ধা.) বতাহৰ দৰে চল্ ; যেনে বতাহ বলিছে। (স.ধা.) পিটি বা টানি দীঘল কৰ, (ধাতুত থাটে)। ( স. শ. ) গাৰ শক্তি ; ক্ষমতা; পৰাক্ৰম। [ ক।

বলক্ (অ.ধা.)বক্. বলিয়াৰ দৰে কথা

বলকনি (স.শ.)বকনি, বলিয়াৰ নিচিনা কথা। [ নপুংসক-কৰা গৰু।

বলদ্ ( স.শ. ) কণী কাঢ়ি বা খুন্দি

বলদায়ক্(বি)শক্তি দিয়া, বল-বঢ়োৱা।

বলধা (স.শ.) অণ্ডকোষ ডাঙৰ হোৱা ৰোগ। ( বি ) অণ্ডকোষ বঢ়া ৰোগযুক্ত। [ বলদ্।

বলধি (স.শ.) এবিধ বিদেশী ডাঙৰ

বলয় (স.শ.)পথাৰৰ পানী যোৱা বাট, প্ৰতিমাৰ মাটিৰে সজা অলঙ্কাৰ বিশেষ ; শাস্ত্ৰবিশেষ।

বলয়া (স.শ.) এভলীয়া থাক।

বলৱৎ(বি)ডাঠ, দৃঢ়, লবচব নোহোৱা ; যেনে, সেই কথা বলৱত্।

বলৱন্ত } (বি) বলযুক্ত,বলী, বলিষ্ঠ।
বলৱান্ }

বলাৎকাৰ্ (স.শ.) বলেৰে কাম-কৰোৱা কাৰ্য্য ;বলেৰে অভিগমন।

বলি (স.শ.) দেৱতালৈ উচৰ্গা জন্তু বা আন বস্তু।

বলিকটীয়া (স.শ.) দেৱতালৈ উচৰ্গা জন্তু আদি কাটোঁতা।

বলিত্ (বি) দীঘল, লম্বা।-১

বলি-দান্,(স.শ.)দেৱতালৈ জন্তু-আদি-উচৰ্গা কাৰ্য্য।

বলিয়ৰা, (স. শ.) এবিধ মাছ।

বলিয়া (বি) বাতুল, উন্মত্ত, পগলা। (স.শ.) বাতুল মানুহ ; (স্ত্রী) (বি) (স.শ.) বাউলী।

বলিয়াতিওৱা (স.শ.) কাণসতাই দি হিমেজু হৈ বলিয়া হোৱা,(হাতী)।

বলিয়ালি, (ভ. শ.) উন্মত্ততা, বলিয়াৰ আচৰণ। [ বলিষ্ঠা।

বলিষ্ঠ (বি) বলী,বলৱন্ত, বলযুক্ত ;(স্ত্রী)

বলী (বি) বলৱন্ত, শক্তিমন্ত,বল থকা ; (স্ত্রী পুং) ; বৰকৈ বঢ়া, ফল-ফুল যুক্ত হোৱা, (শস্য) ; যেনে, ধান জৰা বলী হৈছে ; সাৰুৱা,সাৰ থকা, (মাটি)। (স. শ.) বল থকা বা ক্ষমতাৱন্ত মুনিহ বা তিৰোতা ; যেনে, বলীয়ে বল কৰে।

বলীকৈ (ক্রি.বি) প্রচুৰৰূপে,অধিককৈ।

বলী-দানী (বি) বদান্য, বৰ দানী।

বলুকা (স. শ.) বালি-চাপৰি, নৈৰ দাঁতিত বা মাজত ওখ হৈ ওলোৱা বালি ; সাগৰৰ দাঁতি।

বল্লভ্ (স.শ.) প্রিয়লোক, চেনেহৰ মানুহ ; (স্ত্রী) বল্লভা। [পৰাজিত।

বশ্ (বি)অধীন,তলতীয়া,আজ্ঞা-মনা ;

বশম্বদ্ (বি) অধীনতা স্বীকাৰ কৰা, আজ্ঞা অনুসাৰে চলা।

বশবৰ্ত্তী (বি) বশ, তলতীয়া।

বশীভূত্ (বি) অধীন বা বশ হোৱা ; ঔষধৰ বা মন্ত্ৰৰ দ্বাৰা মোহিত।

বশ্য (বি) অধীন, বশ, নম্ৰ।

বসতি (স.শ.) নিবাস, থাকন ; মানুহ থকা ঠাই।

বসতীয়া (স.শ.) লোকৰ পটাৰ মাটি খোৱা মানুহ। (বি) লোকৰ পটাৰ মাটি ভোগ-কৰা, যেনে, বসতীয়া প্রজা।

বসন্ (স. শ.) বস্ত্ৰ, কাপোৰ।

বসন্ত, (স. শ. ) এক ঋতু, চত-বহাগ ; গুটি ওলোৱা ৰোগ ; আই সকল।

বসুন্ধৰা } (স.শ.)পৃথিৱী। "বসুন্ধৰী" এনেও হয়।
বসুমতী }

বস্তু (স.শ.) দ্রব্য, পদাৰ্থ। জীৱা জন্তুত্ বাজে জগতৰ আন সকল অংশ ; সম্পত্তি।

বস্ত্র ( স.শ. ) কাপোৰ, গাৰ আবৰণ।
বহ্ (অ.ধা.) উপবেশন কৰ্, আসন ল; নিবাস কৰ্, ঘৰ-বাৰী কৰি থাক্; স্বামী ল,পতি ভজ্; দাব্, তলৰে যা।
বহত্ (স. শ.) ডেৰা-গছৰ গুটি।
বহওৱা (বি) ৰহাগত হোৱা।
বহতা ) ( স.শ. ) অসমৰ ভাৰৰ
বহতীয়া ) লোকৰ থাতৰ মাটি থাই কামকৰা মানুহ।
বহন, (স. শ.) উপবেশন; দাঙি লৈ যোৱা বা বোজা স্বৰূপে গাত লৈ থকা কাৰ্য্য; ধাৰণ।
বহনা, ( স.শ. ) মৰম, চেনেহ; মৰ মৰ মানুহ। প্ৰিয় লোক (স্ত্ৰী.পুং)।
বহনি ( স. শ. ) বাতি-পুৱা প্ৰথমতে হাততে ধন লৈ কৰা বিক্ৰী,বাতি-পুৱা প্ৰথমে বেচা বস্তুৰ নিমিত্তে পোৱা ধন।
বহৰী (স.শ.)বৰ ভাৰৰ জাতিৰ শেন।
বহল্ (বি) বিস্তীৰ্ণ, পথালিয়ে অধিক।
বহলা(স.ধা)বহল কৰ্,পথালিয়ে বঢ়া।
বহলে (ক্রি. বি.) পথালিয়ে এধাতিৰ পৰা আনধাতিলৈ।
বহা (স. শ.) অলপ দিন থকা বা প্ৰব-সুৱা ঘৰ, সত্ৰৰ ভকতৰ ঘৰ। (স. ধা.) দবা, নত কৰ, হেঁচি তললৈ নুৱা,কোনো বস্তুৰ ওপৰত স্থাপন কৰ্, সিজিবৰ কাৰণে চকত পেলাই তাপ দি। (অ. ধা. ) বৃহত কাৰ্য্য কৰ্, ভাৰৰ কামত সিদ্ধি লাভ কৰ্। [ মাহ।
বহাগ্ ( স. শ. )বৈশাখ, বছৰৰ প্ৰথম
বহাগ্-মহীয়া (বি)বহাগ-মাহত হোৱা, বহাগৰ। (ক্রি বি.) বহাগ-মাহত।
বহাগি (স.শ) দোলা-খোৱা মাৰি।
বহিখোৱা (স.শ.) দমৰা, চতিৰ ওপৰত বহাই মাৰলীত লগোৱা খুঁটি। ( বি ) কাম নকৰাকৈ লোকৰ পৰিশ্ৰমৰ ফল-ভোগ কৰা।
বহিৰ্গত্ ( বি ) বাজ ওলোৱা, বাহিৰ হোৱা। [ লোকৰ।
বহিৰ্দ্বাৰ্ (স.শ.) পদুলি; মলৰ দুৱাৰ,
বহিষ্কৃত(বি)বাহিৰ কৰা,বাজ উলিওৱা।
বহু ( বি ) অনেক, অধিক, সৰহ।
বহুকলীয়া (বি)অনেক-দিনীয়া,প্ৰাচীন, বৰ পুৰণি।
বহুত্ ( বি ) অনেক, অধিক, বহু। (স.শ.) অনেক লোক বা বস্তু।
বহুদৰ্শিতা (স.শ.) অনেক দেখি শুনি লভা জ্ঞান।
বহুদৰ্শী (বি) অনেক দেখি শুনি জ্ঞান পোৱা, জ্ঞানী।
বহুনা (স.শ.) হাতীৰ গজদন্তত মাউত বহা ঠাই; তেল পেৰাৰ যতন।
বহুবচন্ (স.শ.) শব্দৰ আৰু ক্ৰিয়াৰ

এটাতকৈ অধিক অৰ্থ বুজোৱা অৱস্থা ।

বহুবক্তী / বহুভাষী } (বি) বহুত কথা-কোৱা, বৰ কথকি ।

বহুমূল্য / বহুমূলীয়া } (বি) অধিক ধন লগা ।

বহল্ ( বি ) অধিক, বিস্তৰ ; নানা ; বিস্তৃত ; ব্যাপ্ত ।

বহল্ পৰিমাণে / বহল্‌ৰূপে } (ক্রি.বি.) অধিক-ৰূপে, সৰহকৈ ।

বহৱা (স.ধা) লোকৰ দ্বাৰা উপবেশন কৰা, আসনত স্থিৰ কৰ্ ; হেঁচি তললৈ নুমা, দবা, নত কৰ্ । ( স. শ. ) ৰং লগাবৰ নিমিত্তে ধেমেলীয়া-কথা-কোৱা আৰু অনেক ভাওলোৱা মানুহ ।

বহুৱালি ( গু. শ. ) বহুৱাৰ আচৰণ বা কথা ।

বহ্নি (স.শ.) অগ্নি, জুই ।

বক্ষ / বক্ষস্থল্ } হৃদয়, বুকু ।

বা (অব্য) নাইবা, দুইৰ এক (স. ধা.) বতাহে চলা, ( নাও ) ; নাঙলেৰে চহা ; বজা, বাদ্যকৰ্ ; খাটনিত নিযুক্ত কৰ্, খটা । (স.শ.) বতাহ । (কৃদ.স.) বাওঁতা, (স্ত্রী) বাতী ।

বাই ( স. শ. ) জ্যেষ্ঠা ভগিনী, একে পিতৃৰ বা দদাই-আদিৰ বয়সে ডাঙৰ জীয়েক । [সন্মানেৰে মতামাত ।

বাই-দেও, ( স. শ. ) জ্যেষ্ঠা ভগিনীক

বাইলুং ( স. শ. ) আভকতীয়া আহম-বিলাকৰ জ্যোতিষীয়া ।

বাইশ্ (চ্) (সং) দুই অধিক কুৰি ।

বাউ, (স.শ.) খৰাহি-পাচিৰ মুখত বন্ধা কামী ।

বাউ / বাউ-ধান্, } (স.শ.) এবিধ ধান ।

বাউনা (স.শ.) কঁটীয়া হৈ থকা বয়সীয়া মানুহ ; (স্ত্রী) বাউনী ।

বাউল্ / বাউলা } (বি) বাতুল,উন্মত্ত,বলিয়া ; (স্ত্রী) বাউলী ।

বাউলা (স.শ.) বলিয়া মানুহ ; ( স্ত্রী ) বাউলী । [চেপেনা ।

বাউলি (স. শ.) টৌ নমোৱা লোৰ

বাউসি (স.শ.) কান্ধৰ নাম আৰু হাতৰ ঠাবিৰ গুৰি ভাগ ; দবা পৰলি,-চালৰ দাঁতিত বন্ধা খেৰ ।

বাও / বাও-ধান্ } "বাউ" চোৱা ।

বাও-কণী (স.শ.) পোৱালি উৎপাদনৰ শক্তি নথকা ডিমা ; অহৰা লৰা ।

বাং-পিটা (বি) বৰকৈ মাৰ্, দগৰ ।

বাওঁ ( বি ) সোঁ৷ ফালৰ বিপৰীত ।

বাওঁকা (স.শ.) ধানৰ ডাঙৰি কঢ়িওৱা

দুই যুব জোৰা অলপ বেঁকা এচটা বাঁহ,শিকিয়াত বস্তু নিয়া কানমাৰি।
বাওঁ-পকীয়া (বি) বাওঁ-ফাললৈ ঘূৰা।
বাওঁ-ফলীয়া (বি) বাওঁ ফালৰ।
বাওঁ-হতীয়া (বি) বাওঁ হাতেৰে কাম-কৰা, বাওঁ হাতৰ ফালে থকা।
বাঁক্ (স.শ.) এবিধ মাছ-খোৱা পানীৰ ভূত।
বাঁকী "বাকী" চোৱাঁ।
বাঁকোহ্ (স. ধা.) আঁচুৰি ঘা লগা।
বাঁক্‌বাজ্(স.শ.) এবিধ আঁকাবঁকা সাপ।
বাঁজী "বঁজা" চোৱাঁ। [ স্তন।
বাঁটু (স.শ.) গাইৰ স্তন ; মাইকী জন্তুৰ
বাঁটু ( স.ধা. ) ভাগকৰ্, ভগাই দি। (কৃদ স.)বাঁ-টোঁতা ; (স্ত্রী) বাঁ-টঁতী।
বাঁটন্ (কৃদ.স.) বাঁ-টি বা ভগাই দিয়ন।
বাঁতি (স.শ.) বাস্ত, পেটৰ পৰা মুখে দি উলিওৱা বস্তু।
বাঁৰী (স.শ.)বিধৱা,স্বামী মৰা-তিৰোতা
বাঁহ্ (স.শ.) এবিধ কোঁপোলা গাঁঠি-যুক্ত গছ।
বাঁহনি (স.শ.) বাঁহৰ হাবি, বাঁহ-বাৰী।
বাঁহী ( স.শ. ) মুৰুলী, এবিধ বিন্ধাযুক্ত মুখেৰে বজোৱা বাঁহৰ বাস্ত।
বাঁহ-গাজ্ (স.শ.) বাঁহৰ কোঁৰা বা গজালি।
বাঁহ্-পতীয়া (বি) বাঁহ-পাতৰ নিচিনা।
বাঁহ্‌পাতী (স.শ.) এবিধ সৰু চেপেটা মাছ।
বাক্ (স.শ.) কথা, মাত। (স.ধা) ঢাল, পাত্ৰ কাতিকৈ তাৰপৰা পেলা।
বাকনি (স.শ.) দুই বাহৰ দাঁতি ; বৌখা, পুথিৰ বকলা। ১
বাকৰি (বি) ছন পৰি থকা,চাহ্-নকৰা।
বাকৰিয়নি (স.শ.) ছন পৰি থকা মাটি।
বাকলি } (স.শ.) ফলৰ ওপৰৰ ছাল,
বাকল্ } গুটিৰ চোকোৰা, মাছৰ গা-ঢকা বাকলি।
বাকলি-বসন্ ( স. শ. ) ঋষিবিলাকে পিন্ধা গছৰ ছালৰ মোটা কাপোৰ।
বাকলীয়া(বি)বাকলি লগা,বাকলিযুক্ত।
বাকী (স.শ.) অৱশেষ, ব্যয়ৰ পাচত বাচি থকা বস্তু। (বি) শেষ,ব্যয়ৰ পাচত বাচি থকা ; অনা, নিয়া বা লোৱাৰ পাচত শেষ থকা।
বাক্-চতুৰ্ } বি) কথা-কোৱাতনিপুণ,
বাক্-পটু } ভালকৈ কথা কব পৰা।
বাক্-চতুৰতা } (স.শ.) উত্তমৰূপে লানী
বাক্-পটুতা } লগাই কব পৰা গুণ বা শক্তি। [ কথা।
বাক্য (স.শ.)কথা, বচন, মাত,এফাঁকি
বাক্য-বিন্যাস্ (স.শ.) ব্যাকৰণৰ নিয়ম মতে শব্দবিলাকৰ শুদ্ধ গাঁথনি।
বাখৰ্ (স.শ.) হীৰা পানা-ভালিমা আদি চকুমকীয়া শিল ; আঙ্গুঠি দিয়া বা তামোলৰ লগত চোবোৱা জলা

সুগন্ধি গুটি-আদি ; মৰবত পিয়া গুটি, শিপা বা ছাল।

বাখৰ (স.শ.) গুটি-ধান-খোৱা মেৰ।

বাখৰুৱা } (বি) বাখৰ-লগোৱা, বাখবাখৰাম্ } ৰেৰে শোভিত কৰা। "বাখৰ-পতা" এনেও হয়।

বাগতি(স.শ.)সঁচা কথা লুকাবৰ ইচ্ছাৰে বেঁকাকৈ কোৱা কথা, চাঁচৰি।

বাগৰ্ (অ.ধা.) লুটিখা,লুটিয়ালুটি কৰ্; পুনঃপুনঃ ওপৰৰ দাঁতি তল আৰু তলৰ দাঁতি ওপৰ কৰি গতি কৰ্; বৈ যা, জুলীয়া বস্তুৰ দৰে গতি কৰ্; নিজ ঘৰ নথকাত আনেকৰ ঘৰত বাস কৰি ফুৰ্। (স.শ.) ওপৰৰ কাল তল,তলৰ কাল ওপৰ কৰা বা লুটি খোৱা কার্য্য।

বাগৰা ( স. ধা. ) বাগৰ খুৱা, লুটিয়াই পেলা ; তলৰ দাঁতি ওপৰ, ওপৰৰ দাঁতি তল কৰি গতি কৰা।

বাগৰাবাগৰি (স.শ.) লুটিয়ালুটি, ঘনেঘনে তলৰ দাঁতি ওপৰ আৰু ওপৰৰ দাঁতি তল কৰা কার্য্য।

বাগাড়ম্বৰ্ (স.শ.) অর্থলৈ নেচাই কৰা উচ্চ শব্দৰ ব্যৱহাৰ।

বাগি (স.শ.) এবিধ সৰু কাঁইটীয়া গছ আৰু তাৰ ফুল ; প্ৰতাৰণা,চাতুৰী, দাই এৰাবৰ নিমিত্তে দিয়া ফাঁকি।

বাগিচা ( স. শ. ) উদ্যান, ফুলবাৰী, চাহ-বাৰী।

বাগিয়াৰ্ (বি) বাগি দিয়া, ধূর্ত্ত।

বাগ-যন্ত্ৰ, (ঙ) (স.শ.) মানুহৰ বাক্যউচ্চাৰণৰ ঘাঁই যতন, যেনে জিভা, ওঁঠ, দাঁত, ইত্যাদি।

বাঘ্. (স.শ) এজাতি হিংসক জন্তু, তাৰ অনেক উপজাতি আছে।

বাঘ্জালী (স.শ.) চৰাইলৈ ফান্দপতা মানুহ লুকাই থকা গছ পাতেৰে আবৃত ঠাই। [ মৰা চাপৰ।

বাঘ্-ঢকা (স.শ.) দুয়ো হাতেৰে ৰবকৈ

বাঘ্নেজী থকা (স. শ.) এবিধ কলা আঁচযুক্ত ভুটীয়া নোমৰ কাপোৰ।

বাঘ্-মকৰা (স শ.)এবিধ ডাঙৰ মকৰা।

বাঘ্মৰীয়া (স.শ.) বাঘ মাৰোঁতা।

বাঙৰা (বি) অকামিলা ; অপাত্ৰ।

বাজৰ্ ( স.শ.) বজালী মহ, বিদেশৰ পৰা অনা মহ।

বাজি (স.শ.) এবিধ চিৰালৰ নিচিনা লতাৰ ফল ; তাৰ লতা।

বাচ্ (স.শ.) গন্ধ,কোনো বস্তুৰ সুগন্ধ।

বাচজিশ (চ) (সং) হকুৰি দুই।

বাচ্যাবাচ্যি (স.শ.) মৌখিক বিবাদ, উথনাউথনি।

বাছ্ (স.ধা.) এবিধৰ পৰা আন বিধৰ পৃথক্ কৰ্; বেয়া ভাগ এৰি ভাল ভাগ ল ; বেয়া বুলি এৰ্; কাটি বা

ছিদি বাছিবলৈ যুগুত কৰ্ ; কাপোৰত ফুল দি। (স. শ.) ভাল বেয়াৰ বিচাৰ। (কৃদ. স.) বাছোঁতা ; (স্ত্রী) বাছঁতী।

বাছকবনীয়া (বি) ভালতকৈও ভাল, অতি উত্তম।

বাছন্ (কৃদ.স.) বছা কাৰ্য্য।

বাছনি (স.শ.) মনোনীত কৰা বা বাছি লোৱা কাৰ্য্য।

বাছক (স.শ.) দামুৰি, গৰু-পোৱালি।

বাজ্ (স. শ.) বাহিৰৰ ভাগ বা কাল। (বি) বাহিৰৰ, ভিতৰৰ নোহোৱা; সম্বন্ধ নথকা, নিজ ঘৰৰ নোহোৱা : প্রকাশিত, ব্যক্ত, সকলোৱে জনা ; পৃথক্, বেলেগ। (অ.ধা.) বাদ্যৰ দৰে শব্দ কৰ্, ধ্বনি কৰ্, কোনো এক পক্ষৰ হৈ কথা ক ; যেনে, লোকৰ কথাত নেবাজিবা।

বাজন্ (কৃদ.শ.) বাদ্যৰ দৰে শব্দ কৰণ। (স.শ.) বলদ গৰু। [আদি।

বাজনা (স.শ.) বজোৱা যন্ত্র, ঢোল-খোল-

বাজী (স.শ.) টাটক, ইন্দ্রজাল ; কলাই খাৰেৰে কৰা নানাবিধৰ দীপ্তি।

বাজীকৰ্ (স. শ.) টাটকীয়া, ঐন্দ্র-জালিক।

বাজুক (স.শ.) সোনাৰ জাঁৰ লোৱা ভেটি, জাঁৰ লোৱা ওখ মাটি।[১]

বাজে (বি) আপোনাৰ ঘৰৰ নোহোৱা, ঘৰ প্ৰয়োজনীয় নোহোৱা, আলা-গতীয়া। (অব্য) বিনে, বাহিৰে ; নিৰূপিত বস্তুৰ বা পৰিমাণৰ উপৰি

বাজে-বাজে (ক্রি.বি.) ওচৰলৈ বা ঘৰলৈ নহাকৈ বা নমাকৈ। [ভাগত।

বাজ্‌কালে (অব্য) কোনো বস্তুৰ বাহিৰ

বাঞ্ছ (স.ধা.) ইচ্ছা কৰ্, বাঞ্ছা কৰ্। (কৃদ.স.) বাঞ্ছোতা (স্ত্রী) বাঞ্ছতী।

বাঞ্ছন্ (কৃদ.স.) ইচ্ছা-কৰণ।

বাঞ্ছনীয় (বি) ইচ্ছা কৰিবৰ যোগ্য।

বাঞ্ছা (স.শ.) ইচ্ছা, অভিলাষ, কামনা, হাবিলাষ।

বাঞ্ছিত্ (বি) অভিলষিত, যালৈ বা যিহলৈ ইচ্ছা কৰা যায়।

বাট্ (স.ধা.) পকা, মেৰা ; পটাত পিহ। (স.শ) পথ, আলি ; বিভা, বস্তু। (কৃদ.স.) বাটোঁতা (স্ত্রী) বাটঁতী।

বাট্-খৰচা (স. শ.) প্ৰবাসত খৰচৰ নিমিত্তে লগত নিয়া ধন-বস্তু।

বাটন্(কৃদ.স.) পিহা বা মে-মোৰা কাৰ্য্য।

বাটকৰা (স.শ.) পথুক, বাটে যাওঁতা। (বি.) বাটত থোৱা, বন্ধ-কৰা ;

বাটলু (স. শ.) বিয়া নকৰাকৈ অনা-তিবোতা।

বাটলু-গুটি (স.শ.) ধেনু-গুটি, ধেনুৰে প্ৰহাৰ-কৰা মাটিৰ গুলী।

বাটি (স.শ.) আহাৰ-পানী-খোৱা-এবিধ ধাতুৰ পাত্র ; বাক-হাতৰ দাড়িৰ দীঘলীয়া গোটা মহৎ।

বাটে (ক্রি-বি) বাটত, বাটে দি, যুক্তি ম মতে। ১

বাটে ১.) তিনি মুনি-বাটত থকা এজনী ভূতুনী ; বাত ব্যাধি।

বাড়বাগ্নি (স.শ.) সাগৰৰ তলত থকা জুই।

বাঢ়্ (অ.ধা.) বৃদ্ধি পা, ডাঙৰ হ, অধিক হ। (স.ধা.) ভোজনৰ পাত্ৰত ঢাল বা স্থাপিত কৰ্। (কৃদ.স.) বাঢ়োঁতা (স্ত্ৰী) বাঢ়তী।

বাঢ়ন্ (কৃদ.স.) ডাঙৰ বা অধিক হোৱা বা ভাত-আঞ্জা বাঁটি দিয়া কাৰ্য।

বাঢ়নী (স.শ.) বাঁহৰ কাঠী-আদি ঠৰেৰে কৰা, ঠাই-সৰা সঁজুলি।

বাঢ়নী-পানী, (স.শ.) বাঢ়ি অহা পানী, ধল। [ধন, সূত।

বাঢ়ি, (স.শ.) ধাৰে নিয়া ধনৰ পৰা বঢ়া

বাঢ়ৈ (স.শ.) কাঠৰ কাম-কৰোঁতা।

বাঢ়তি (স.শ.) বৃদ্ধি, বঢ়া।

বাণ্, (স. শ.) শৰ, কাঁড় ; লোকৰ পীড়া-প্ৰয়োৱা মন্ত্ৰ, মাছ বাখিবলৈ সোঁত-পানীত পথালিকৈ দিয়া বেৰ, বোৱা কাঠীৰ বা সূতাৰ ঘন বা পাতল অৱস্থা।

বাণি (স.শ.) কাপোৰৰ পথালি ফাল্, নাৱৰ দাঁতি।

বাণিজ্য্ } (স.শ.) বেহা বেপাৰ।
বাণিজ্য }

বাণি-ফটা (বি) দাঁতিত কাট থকা, (নাও)। [ সূতা।

বাণি সূতা (স.শ.) কাপোৰৰ পথালি-

বাণী (স.শ.) কথা, বাক্য মাত, সৰস্বতী।

বাণ্ডা (স. শ.) হাতীৰ ঠেং-জোঁটা যতন বা ফই। বাণ্ডা মাৰ্, হাতীৰ ঠেং জুঁটি বান্ধ।

বাত্ (স.শ.) বায়ু, বতাহ, অঙ্গৰ জোৰা উখহা আৰু বিষোৱা ৰোগ। (স.ধা) ভগা ফটা বা ফুটা বস্ত্ৰ ভাল কৰ্। (কৃদ.স.) বাতোঁতা (স্ত্ৰী) বাতনী।

বাতন্ (কৃদ. স) ভগা, ফুটা বা ফটা বস্ত্ৰ ভাল কৰণ।

বাতৰি (স.শ.) সম্বাদ, বাৰ্ত্তা।

বাতৰি-কাকত্ (স.শ.) সম্বাদ-পত্ৰ।

বাতৰি ঘোঁৰা (স.শ.) বৰবেগী ঘোঁৰা, ৰণুৱা ঘোঁৰা। ১

বাতি (স.শ.) চাকি, প্ৰদীপ, শলা, বন্তি জলোৱা সঁজুলি।

বাতুল্ (স. শ.) বলিয়া মানুহ, (স্ত্ৰী, পুং)

বাত্ৰা (স.শ.) বাৰ্ত্তা, সম্বাদ।

বাদ্ (স.শ.) কোনোৱে কোনো এটা কুকৰ্ম্ম কৰিছে বুলি কৰা উক্তি, দোষাৰোপ, তৰ্ক, আপোন মত বল-বত কৰিবলৈ বা সত্য উলিয়াবলৈ কৰা উত্তৰাউত্তৰি।

বাদল্ (স.শ.) ডাৱৰিয়া বতৰ ; মেঘ। (বি) সৰপা।

বাদানুবাদ্ (স. শ.) তর্কবিতর্ক, আপোন মত ৰাখিবলৈ বা সত্য উলিয়াবলৈ কৰা উত্তৰাউত্তৰি।

বাদী (স. শ) গুচৰীয়া, মিছা ভাও। কোনো পীড়া নোহোৱাতো পীড়া হোৱা যেন দেখোৱা কাৰ্য্য।

বাদ্ (স.শ.) কোনো-কোনো ফলৰ বা-কলিৰ তলত থকা কোমল ৰসাল আৰু ডাঠ ভাগ, কঁঠালৰ কোঁহক আবৰি থকা কোমল পদাৰ্থ।

বাদুলি (স. শ.) এবিধ ছালৰ নিচিনা ডেউকাৰে উৰি ফুৰা জন্তু।

বাদুলিসঁচাৰ্ (স.শ.) ওলমি থকা সঁচাৰ।

বাদ্য (স.শ.) বজোৱা যন্ত্ৰ, বাজনা।

বাদ্য-ভাণ্ড (স. শ.) অনেক বিধৰ বাদ্যৰ সমূহ।

বাধ্ (স. ধা.) নিষেধ কৰ্, হাক দে। (স.শ.) বাধা, হাক, নিষেধ। (কৃদ স.) বাধোঁতা; (স্ত্ৰী) বাধঁতী।

বাধক্ (স. শ.) বাধা-কৰোঁতা, হাক-দিওঁতা; এবিধ স্ত্ৰীৰোগ।

বাধন্ (কৃদ. স.) হাক-দিয়ন।

বাধা (স.শ.) হাক, নিষেধ, মানা।

বাধিত্ } (বি) নকৰি থাকিব নোৱৰা;
বাধ্য } উপকাৰৰ দ্বাৰা আবদ্ধ।

বান্ (স.শ.) অকস্মাৎ বৰ বেগেৰে অহা ধল; এবিধ খুৱা-লগোৱা ভোজনৰ পাত্ৰ; চাম,একেবাৰেই উৎপন্ন ফল বা ফুলৰ সমূহ। (স.ধা.) ঢেঁকীত বা উৰালত খুন্দি পৰিষ্কাৰ কৰ বা চোকোৱা গুচা, (ধানত খাটে) (কৃদ.স.) বানোতা; (স্ত্ৰী) বানতী।

বানচ্ (স.শ.) মূল্য, বেচ; বেতন, কাম কৰাৰ বাবে দিয়া ধন।

বানত্ (স.শ.) এবিধ নোমৰ কাপোৰ।

বানন্ (কৃ.স.) ধানৰ চোকোৱা-গুচাওন।

বানৰ্ } (স.শ) এবিধ মানুহৰ নিচিনা
বান্দৰ্ } হাত-ভৰি থকা জন্তু; (স্ত্ৰী) বান্দৰী বা বানৰী।

বান্ত (স.শ.) বমি, বাঁতি।

বান্দৰালি (গু. শ.) বান্দৰৰ নিচিনা স্বভাৱ বা আচৰণ, চুলবুলালি।

বান্দৰী "বান্দৰ্" চোৱা।

বান্দৰ্-কেঁকোৱা } (স.শ.) চোৱাতৰ
বান্দৰ্-চেলা } দৰে বেদনা কৰা গুণযুক্ত এবিধ গুটী; তাৰ লতা।

বান্দৰ্-বিটলীয়া (বি) মিছলীয়া আৰু অবিশ্বাসী, চুলুং, (গালি)।

বান্দী (স.শ.) বেটী, দাসী।

বান্ধ্ (স.শ.) বন্ধন, গাঁঠি। (স. ধা.) বন্ধন কৰ্, গাঁঠিবে আবদ্ধ কৰ্; আটকি বাধ্, বন্ধ কৰ্, (পানীত খাটে); মাটি তুলি নিৰ্ম্মাণ কৰ্, (আলি-আদি); নিৰ্দ্ধাৰিত কৰ্, কণী খুন্দি নপুংসক কৰ্; (দমৰা

(গৰু), বচ্, বচনা কৰ। (কৃদ.স.) বান্ধোতা, (স্ত্রী) বান্ধতী।

বান্ধ (স শ.) বন্ধু, ইষ্ট।

বান্ধন্ (কৃদ্.স.) বন্ধন, বন্ধা কাৰ্য্য। (স.শ.) গাঁঠি।

বান্ধনি (স. শ.) বান্ধ, গাঁঠি, চাবনী-সমন্বিতে কিতাপৰ বান্ধ বা গাঁথনি।

বান্ধনী (স শ.) বন্ধা জৰী, যিহেৰে কোনো বস্তু বন্ধা যায়।

বান্ধব্ (স.শ.) বন্ধু, বান্ধ।

বান্ধৈ (স.শ.) মতাই তিৰোতাক মৰ-মেৰে মতা মাত।

বান্ধ্কানি(বি) কৃপণ, কৰাইচ।

বান্‌পানী (স.শ.) বাঢ়নী পানী,বৰ ধল।

বান্ বাটি (স.শ.) এবিধ ভাঙৰ খুৰা-লগোৱা বাটি।

বান্-বাৰিষা (স.শ.) ঘোৰ বাৰিষা, বৰ ধল অহা সময়।

বানা (স শ.) গেজেৰাতকৈ বহল এবিধ বিৰি।

বাপ্ (স.শ.) পিতৃ, বোপাই ; বাপা।

বাপতি সাহন্ / বাপতি সাহোন্ (স.শ.) বুপা-ককাৰ দিনৰ সম্পত্তি।

বাপতীয়া(বি)বোপায়ে বা ককায়ে অৰ্জা।

বাপা (স.শ.) অলপ-বয়সীয়া মানুহক বা লৰাক ডাঙৰে মৰমেৰে মতামাত। বৰ চেনেহেৰে, বা সক লৰাক মাতোঁতে "বাপ্পি" হয়।

বাপু (স.শ.) বামুণক মতামাত।

বাপ-ভাই (স.শ.)ইষ্ট মিত্র,গোত জাতি, একে সমাজৰ লোকবিলাক।

বাব্ (স. শ.) আৱশ্যক, প্রয়োজন ; বিষয়, পদ ; মূল্য ; কৰ বা কাটল।

বাব্ কাট্, আঁক দি চিন লগা।

বাবতি (স.শ.)বদানুবাদ,উতৰা উতৰি

বা-বিচনী (স.শ.) বাহৰ মূল, বাউসি ; কাকৰ পাচৰ বহল ভাগ।

বা-বিৰিং (স. শ.) এবিধ দৰবৰ গছ।

বাবুৰি (স.শ.) বকনি, বলবলোৱা।

বাবুৰি বটা (বি) বলবলোৱা মানুহ।

বাবে (অব্য) কাৰণে নিমিত্তে ; পৰি-বৰ্ত্তে, সলনি।

বাম্ (বি) সোঁ। কালৰ বিপৰীত ; বিৰুদ্ধ, অহিত ; পানীৰে তল নোযোৱা, ওখ, (মাটি)। (স.শ.) বাওঁ কাল, পানীৰে তল নোযোৱা, ওখ মাটি।

বামাচাৰ্ (স.শ.) তন্ত্রৰ মতে ফটিকা-আদি নিষিদ্ধ বস্তুৰ ব্যবহাৰ।

বামাচাৰী (বি) বামাচাৰ কৰা ; (স.শ.) বামাচাৰত প্রবর্ত্তা লোক ; (স্ত্রী) (বি. স. শ.) বামাচাৰিণী।

বামানয়্ (বি) বেদৰ বা শাস্ত্রৰ বিৰুদ্ধ।

বা'মাড়লী / বা'মাবলী (স.শ.) ঘূৰা বতাহ,পাক মাৰি ধূলি আৰু খেৰ কুটা আদি উৰাই নিয়া বতাহ।

বামী (স. শ.) এবিধ বোকাত থকা সাপৰ নিচিনা মাছ।

বামুণ্ (স. শ.) ব্ৰাহ্মণ, হিন্দুৰ প্ৰধান জাতি ; (স্ত্ৰী) বামুণী।

বামুণীয়া (বি) বামুণৰ মতত প্ৰবৰ্ত্তা, শঙ্কৰ মাধৱৰ মত নলৈ পুৰণি হিন্দু শাস্ত্ৰৰ মতে চলা। [বেং।

বামুণ্ ভেকোলা (স. শ.) এবিধ ডাঙৰ

বাম্-গঁতীয়া (বি) পানীৰে তল নোযোৱা ঠাইত থকা বা উৎপন্ন।

বাম্-বটীয়া (বি) বামে যোৱা।

বায়ং (বি) পৃথক, বেলেগ। কোনো এক বিশেষ বস্তুৰ বাজ।

বায়ঙে (ক্ৰি.বি.) বেলেগে, আন কোনো বস্তুৰ লগ নলগোৱাকৈ।

বায়ন্ (স. শ.) বাদ্য-কৰোঁতা, বাজনা-বজাওঁতা।

বায়ু (স. শ.) স্থিৰ বতাহ ; বতাহৰ অধিপতি-দেৱতা ; শৰীৰত থকা বতাহ বা এটা ধাতু ; সি বিকৃত হৈ হোৱা দুৰ্ব্বলতা বা মূৰ-ঘুৰণি ৰোগ। [ মৰ চুক।

বায়ু-কোণ্ (স.শ.) উত্তৰ আৰু পশ্চি-

বায়ুৱা (বি) বায়ু-ৰোগে ধৰা।

বাৰ্ (স. শ.) সপ্তাহৰ এদিন, দেওবাৰ আদি ; সময়, বেলি, বেনে, এবাৰ ; বেৰ, ঘৰৰ চাৰিও ফালৰ বা বাজৰ কোঁঠালীৰ আবৰণ ; নাৱৰ দাঁতি।

বাৰ ( সং ) দুই-অধিক দহ।

বা ৰগা (স.শ.) পাখিত বগাচিন থকা এবিধ ভাটৌ চৰাই। ১

বাৰটা (স. শ.) বাৰৰ তলত দিয়া চেপেটা কাঠ।

বাৰণ্ (স. শ.) বাধা, নিষেধ, হাক।

বাৰ ভঁজীয়া (বি) বহুত ভাঁজ থকা, বেঁকা বেঁকি।

বাৰভূঞা (স. শ) আসাম বগ্ৰাব ৰাজত্বৰ পূৰ্ব্বে আসাম দেশ শাসন কৰা লোক সকল।

বাৰমতৰা (স.শ.) পঢোতে স্বৰ বিলা-কেৰে সৈতে ব্যঞ্জনবিলাকক মিলাই মাতিবৰ নিয়ম।

বাৰমহীয়া (বি) বাৰ মাহ সমানে চলি থকা, সদায় গুটি-ধৰা।

বাৰম্বাৰ্ (ক্ৰি.বি.) ঘনে-ঘনে, অনেক বাৰ। [ ভাদ।

বাৰিষা (স. শ.) বৰ্ষাকাল, বৰকৈ বৰ-ষুণ হোৱা সময়, এক ঋতু, শাওণ-

বাৰী (স.শ.) ফুলৰ বা ফলৰ গছ-ৰোৱা ঠাই ; ঘৰৰ চাৰিও ফালে গছ-আদি থকা ঠাই।

বাৰী-চোৰা (স. শ.) বাৰীত বন-কৰোঁতা।

বাক (বি) অলপ ভাল ; কিছু উপশান্তি-পোৱা, নবিয়া কমা। (ক্ৰি.বি.) শলগা বা সমত হোৱা মাত।

বাৰুণী (স.শ.) শতভিষা-নক্ষত্ৰত পৰা চৈত্ৰৰকৃষ্ণা ত্ৰয়োদশী, এবিধ ফটিকা
বাৰু (স. শ.) ৰণত শত্ৰুৰ তৰোৱালৰ কোৰ নিবাৰণ কৰা যতন, ঢাল।
বাৰুৱতি (স. শ.) বাৰু লৈ ৰণ-কৰোঁতা। [সদায়।
বাৰেওকাল্ (ক্রি. বি.) বাৰেও মাহ,
বাৰেও বৰতে (ক্র. বি.) সকলোৰে মূলি, সকলোৰে মোট।
বাৰেপতি ( ক্রি. বি. ) প্ৰতি-বাৰত; অনেক বাৰ, ঘনে ঘনে। [বাৰ।
বাৰে বাৰে (ক্র. বি.) বাৰম্বাৰ, অনেক
বাৰে শত্ৰু (স.শ.) শত্ৰু, যেহৰ ছয় বিপু্ যেনে, ঘৰত জুই দিয়া, বিহ দিয়া, দা-ষাঠি আদিৰে মৰা, ধন চুৰ কৰা, সীমা ঠেলা, তিৰোতা চুৰ কৰা আদি বাৰ প্ৰকাৰ; বহুত শত্ৰু, নানাপ্ৰকাৰে হিংসা কৰা লোক; প্ৰবল শত্ৰু।১
বাৰ্দ্ধক্য (স.শ.) বুঢ়া বয়স।
বাৰ্ বাঁহ্ (স.শ.)হোলোং নাৱৰ বাৰত বন্ধা বাঁহ। [হোলা।
বাৰ্ষিক্ (বি) বছেৰেকীয়া,বছৰত এবাৰ
বালক্ (স. শ ) মুনিহ-লৰা ( স্ত্রী ) বালিকা। [বয়স।
বালকত্ব ( গু. শ.) লৰাৰ অৱস্থা বা
বালি (স. শ.) নৈয়ে উটাই অনা মিহি শিলৰ গুড়ি; বালিময় ঠাই।
বালি অঁহীয়া (বি) বালিৰ অংশ থকা, অলপ বালিৰে মিহলি, (মাটি)।
বালি-খোঁৱা (স. শ.) নৈৰ বালিত চৰা এবিধ চৰাই।
বালিচন্দা (স. শ.) বালিৰ লগত থকা এবিধ ক্ষুদ্ৰ জিলিকা বস্তু; আক-ৰত উৎপন্ন, তাৰ নিচিনা আন-এটা পদাৰ্থ; অভ্ৰ। [কাপোৰ।
বালিচৰী (স.শ.) এবিধ ফুলাম পাট-
বালি-চঁহীয়া (বি) বালি আঁহিয়া, বালিময়। ১ [পোক।
বালিচাহী (স.শ ) চাহী, এবিধ ক্ষুদ্ৰ
বালিময়্ ( বি ) বালিৰ নিচিনা; বালিৰে পূৰ।
বালিমাহী (স. শ.) খঞ্জৰী-চৰাই।
বালীয়া ( বি ) বালিযুক্ত, বালিৰে মিহলি; বালিৰ দৰে খচ্খচীয়া।
বালুকা (স. শ. ) বালি।
বাল্য ( বি ) লৰাৰ সম্বন্ধীয়, লৰাৰ যোগ্য। [কাল।
বাল্যাৱস্থা (স.শ.) শিশুৰ অৱস্থা, বাল্য-
বাৱন্ (সং) জুকুৰি বাৰ।
বাৱষ্ঠি (সং) তিনি কুৰি দুই।
বাষ্প (স. শ.) ভাপ, তাপৰ দ্বাৰা পাতল হৈ যি ৱাৰ দৰে ওপৰলৈ উঠা পানী। [ঠাই।
বাস্ (স. শ.) থাকন, নিবাস; থকা
বাসত্তৰ্ (সং) তিনি কুৰি বাৰ।

বাসনা (স. শ.) দশা, কপাল।

বাসনা বন্ধীয়া (বি) কপালত থকা, দৈবৰ নিৰূপিত।

বাসী (বি) বাস কৰা, থকা।

বাসুকী (স. শ.) সাপৰ ৰজা।

বাসুদেৱ (স. শ.) কৃষ্ণ, বিষ্ণু।

বাহ্ (স. শ.) চৰায়ে বা আন জন্তুৱে থাকিবলৈ বা পোৱালি জগাবলৈ আবৰি বা সাজি লোৱা ঠাই; কোনো বস্তু থোৱা ঢাকনীযুক্ত সজুলি, কোনো ফলৰ শাহ ঢাকি থকা টান আবৰণ; পোকে মুখৰ-পৰা আঁহ উলিয়াই সজা ঢাকনী; সমূহ, জাক, মথা।

বাহক (স. শ.) এবিধ ভিতা পাতযুক্ত দৰবৰ গুছ; লৈ যাওঁতা।

বাহটুৱা (বি) অনেকে ব্যৱহাৰ-কৰা, সঞ্চালনি। [বস্তু বা দ্ৰব্য।

বাহন্ (স. শ.) উঠি ফুৰাত ব্যৱহৃত

বাহৰ্ (স. শ.) ৰজা, গোসাঁই বা আন ডাঙৰ লোকৰ প্ৰৱস্থা ঘৰবিলাক; ৰণলৈ যোৱা কটক থকা ঠাই।

বাহিৰ্ (স.শ.) বাজ-ফাল, বাজ-ভাগ।

বাহিৰা (বি) বাহিৰৰ, ভিতৰ নোহোৱা; নিৰ্জৰ নোহোৱা, পৰৰ।

বাহিৰে (অব্য) বাহিৰত, বাজ-ফালে; নিৰূপিতবস্তুৰ বা পৰিমাণৰ উপৰি; বিনে, নহলে।

বাহী (বি) আগ-দিনা যুগুত কৰি পাচ-দিনালৈ থোৱা; আগ দিনা ফুলি পাচ দিনালৈ থকা।

বাহী-গা (স.শ.) নোধোৱা গা, ৰাতি-পুৱা স্নান কৰাৰ পূৰ্ব্বৰ অৱস্থা।

বাহী গাই (ক্রি. বি.) ৰাতি-পুৱা, গা-নো-ধোৱাকৈ।

বাহী-বিয়া (স. শ.) বিয়াৰ পাচ দিনা ৰাতি-পুৱা কৰা কৃত্য।

বাহী-মুখ (স. শ) ৰাতি পুৱা নোধোৱা মুখ। [নোধোৱাকৈ।

বাহী-মুখে (ক্রি. বি.) ৰাতি পুৱা মুখ

বাহু (স. শ.) কিলাকুটিৰ ওপৰৰ ভাগ; (কেতিয়াবা) হাতৰ গাঁঠিৰ পৰা বাউঁসিলৈকে হাতৰ ঠাঁৰ; এবিধ ডাঙৰ মাছ। [কয়া পোৱালি।

বাহু-ঢেকেৰা (স.শ.) বাহু-মাছৰ ডেকে-

বাহু-বল্(স.শ.) শক্তি, পৰাক্রম।

বাহু-মূল(স.শ.) বাহুৰ গুৰি-ভাগ,বাউঁসি।

বাহৰি (ক্রি. বি.) উলটি, পুনৰ্ব্বাৰ।

বাহুল্য (স্ত শ.) প্রচুৰতা, অধিক পৰিমাণ।

বাহ্য (বি) বাহিৰৰ [মাত।

বি.বিৰনি (স.শ.) বুজিব নোৱৰা,অস্পষ্ট

বিংবিঙা (অ.ধা.) হুবুজা মাতেৰে কথা ক, অস্পষ্ট ৰূপে ক।

বিংশতি (সং) কুৰি।

বিক্ (স.শ.) বেচ, মূল্য লৈ দে। (কৃৎ. স.) বিকোঁতা, (স্ত্রী) বিকঁতী।

বিকট্ } (বি) ভয়ঙ্কৰ,দেখিলে ভয়-লগা
বিকটা }

বিকটা (স.ধা.) বেঁকা বা ভেঙুৰা কৰ্, বেয়া আস্বাদ বা সোৱাদ পাই সঙ্কোচিত কৰ্, (মুখত খাটে)।

বিকটাকাৰ্ (স. শ.) ভয়ঙ্কৰ আকৃতি, ভয়-লগা মূৰ্ত্তি। (বি) ভয়ানক, দেখিলে ভয়-লগা। [যুক্ত.

বিকটামুৰা (বি) বেঁকা বা ভেঙুৰা মুখ

বিকন্ (কৃদ. স) বেচন।

বিককৰা (বি) বেচিবলৈ অনা বা কৰা।

বিকৰ্ষ্ (স.ধা) নিন্দ্, গালি পাৰ্।

বিকৰ্ষনা (স.শ.) নিন্দা,গালি,তিৰস্কাৰ।

বিকল্ (বি) আতুৰ, টান বা আপদত পৰা ; দোষযুক্ত অসম্পূৰ্ণ(অঙ্গত খাটে,

বিকলতা (গু শ.) বিকল হোৱা অৱস্থা ; কোনো অঙ্গৰ দোষ বা অসম্পূৰ্ণতা।

বিকল্পে (বি) বক্তা বা সিখোঁতাৰ ইচ্ছা অনুসৰি।

বিকসিত্ (বি) প্ৰফুল্লিত, ফুলা।

বিকা (স. ধা ) আনৰ দ্বাৰা বেচা।

বিকাৰ্ (স.শ.) ৰূপান্তৰ,এবিধ গুচি হোৱা আন এবিধ ; লৰচৰ, বিশৃঙ্খলা।

বিকৃত্ (বি) ৰূপ বা গুণ সলনি হোৱা, আন এক প্ৰকাৰৰ হোৱা ; কুৰূপ, বিগড়ী।

বিকৃতি (স. শ.) বিকাৰ।

বিকৃচিনা (স.শ.) ঘিণ, অশুচি-বোধ।

বিক্ৰম্ (স.শ.) পৰাক্ৰম, বীৰত্ব, শক্তি।

বিক্ৰয়্ } (স.শ.) বেচন, বেচা কাৰ্য্য।
বিক্ৰী } (বি) বেচা, বিক্ৰয় কৰা।

বিখ্যাত্ (বি) প্ৰখ্যাত,সকলোৰে জনা।

বিগড়ী, (বি) আগচী, অশুৱনি ; গঢ় সলনি হোৱা। ১

বিগতি (স.শ.) পৰিহাস,খেনি,ইতিকিং

বিঘা (স.শ ) মাটিৰ হিচাপ, পাঁচ কঠা মাটি, পূৰাৰ চাৰি ভাগৰ এভাগ।

বিঘিনি (স শ.) বাধা,ব্যাঘাত ; আপদ, সঙ্কট।

বিঘ্ন (স. শ.) বাধা; ব্যাঘাত।

বিচ্ (স.ধা ) বিচনিৰে বা দে বা বতাহ লগা। (কৃদ. স.) বিচোঁতা ; (স্ত্ৰী) বিচঁতী।

বিচন্ (কৃদ.স.) বিচা কাৰ্য্য।

বিচনী (স. শ.) বিচিবলৈ তাল-পাত আদিৰে সজা এটা সঁজুলি ; বতাহ বলোৱা সঁজুলি।

বিচৰণ্ (স. শ.) আনন্দেৰে ইফালে সিফালে ফুৰণ, চলি ফুৰা কাৰ্য্য।

বিচৰা(স.ধা.)আনৰ দ্বাৰা অন্বেষণ কৰা।

বিচল্ (স শ.) আচল, বিজুতি।

বিচলিত্(বি)লৰচৰ হোৱা,একান্ত হোৱা

বিচক্ষণ (বি) সুন্দৰ, উত্তম।

বিচাট্ (স.শ.) বিৰক্তি, বিৰাগ।

বিচাৰ্ (স. ধা.) অনুসন্ধান কৰ, বুজ লা। (স. শ.) দোষী নে নিৰ্দ্দোষী,

ভাল নে বেয়া বা সঁচা নে মিছা, ইয়াৰ বিবেচনা, সোধ : অনুসন্ধান, অন্বেষণ। (বৃদ. স.) বিচাৰোঁতা, (স্ত্রী) বিচাৰঁতী।

বিচাৰক্ (স.শ.) সোধ-কৰোঁতা, দোষ-দোষৰ বিবেচনা কৰোঁতা।

বিচাৰ্‌পৰ্ (স শ.) অন্বেষণ, বুজবাঙ্গ।

বিচিত্র (বি) নানা বৰণীয়া; উত্তম, সুন্দৰ; আচৰিত।

বিঁচুৰি (বি) বিস্মিত; বিস্ময়াপন্ন,অ.চৰিত; ভয়ঙ্কৰ বা নেদেখা বস্তু দেখি বিবুদ্ধি।

বিচৌঁা(বি)পীড়াত অস্থিৰ বা বিজ্ঞান; সঙ্কটত পৰি বিবুদ্ধি; বিভত,উত্রাবল, অসাৱধান; আহ্লাদত মগ্ন।

বিচ্ছেদ্ (স.শ.) পৃথক হৈ বা সঙ্গ এৰি আঁতৰত থকা অৱস্থা। [বিৰহ।

বিচ্‌বিচ্‌(বি) অসংখ্যাত, মুঠি-মুঠি,

বিছনা(স.শ.) আসন, শয্যা।

বিছা (স. শ) গাত শুং থকা এবিধ পোক; অষ্টম ৰাশি। [এবা দি।

বিছুই (ক্রি. বি.) পৰিত্যাগ কৰি, চাহ-

বিছোৱা (স শ.) ত্যাগ, বৰ্জ্জন (বি) ত্যাগ কৰা বস্তু, বৰ্জ্জিত দ্রব্য।

বিজকুৱা (বি) জাত-এৰা, নিজ জাতি বা শ্ৰেণীতকৈ নিকৃষ্ট হোৱা, জন্মদাতাৰ গুণতকৈ অধম হোৱা (জন্তু আৰু গছ)।

বিজয়্ (স. শ.) জিকন, জয়।

বিজলি-তুলা } (স.শ.) ধুনোতে জোঁৰৰ
বিজ্‌লি-তুলা } পৰা উফৰি যোৱা তুলা

বিজাতৰীয়া(বি) জাতিভ্রষ্ট,নিজ জাতিৰ গুণ এৰি নিকৃষ্টহোৱা,(নিন্দাত খাটে)

বিজিত্ (বি) পৰাস্ত, হৰা।

বিজুতি (স.শ )জুতি বা সুচলৰ অভাৱ, অসুচল। (বি) বিসোৱাদ, জিভাক সন্তোষ নিদিয়া; কাৰ্য্য কৰাত সুখ দায়ক নোহোৱা, কষ্টদায়ক,আচল।

বিজুলী (স.শ.) বিদ্যুৎ।

বিজুলী-বাঁহ (স শ )এবিধ গা-সক বনবীয়া বাঁহ।

বিজোখ্ } (বি) যি পৰিমাণৰ হব
বিজোখা } লাগে তাতকৈ ডাঙৰ বা সৰু; সকলো ভাগ সমান নোহোৱা, মানী নোহোৱা।

বিজেগ্ (স.শ) চিঠিৰ খামৰ ওপৰত লিখা নাম-আদি; ভিতৰত থকা বস্তুৰ বিষয়ে বাজ-ফালে লেখা কথা

বিজ্ঞ (বি) জনা, জ্ঞানী, নিপুণ।

বিজ্ঞতম্ (বি) অতিশয় বিজ্ঞ,বৰজ্ঞানী।

বিজ্ঞান্ (স.শ.)-জগতৰ বস্তুবিলাকৰ গুণ আৰু স্বৰূপৰ বোধ, গ্রহ-নক্ষত্রৰ গতি, দ্রব্যবিলাকৰ গুণ, ইত্যাদিৰ বিদ্যা। (বি) অচেতন, জ্ঞান-লোপ হোৱা।

বিজ্ঞাপন্(স.শ.)জনোৱা কাৰ্য্য, জাননী।

বিজ্‌বিজনি (স.শ.) খজুৰতিৰ নিচিনা অসুখ-বোধ। [অসুখ বোধ কৰ।
বিজ্‌বিজা (অ.ধা) খজুৰতিৰ নিচিনা
বিটলিয়া (বি) দুষ্ট, অধম, অসত, (বামুণতখাটে।) (স.শ.) দুষ্ট বা অসত বামুণ, (গালি)।
বিটাক্ (স.শ.) বাক্ষনি নোহোৱা কথা; আহকাল, জঞ্জাল। ১
বিঠিক্ (বি) নিশ্চয় নথকা, অনিশ্চিত।
বিড়ম্ব (স. ধা.) বঞ্চ, বঞ্চনা কৰ, নিৰাশ কৰ্। [নিৰাশ-কৰণ।
বিড়ম্বনা (স. শ.) প্ৰতাৰণা, বঞ্চনা
বিড়ম্বিত্ (বি) বঞ্চিত; নৈৰাশ।
বিড়াল্ (স.শ) মতা মেকুৰী, বোন্দা (স্ত্ৰী) বিড়ালী বা বিড়লী।
বিড়িং,বিড়িংগ,"বিৰিং" "বিৰিঙ্গ"চোৰী
বিঢ়া (স শ.) বুঢ়া ওঙ্গী।
বিত (স.শ.) বিত্ত, ধন, টকা।
বিতণ্ডা (স.শ.) তিৰস্কাৰ, গালি।
বিতত্ (বি,পীড়াত অস্থিৰ বা অজ্ঞান; বিচেষ্টা,বিবুদ্ধি; অসাৱধান, উভ্ৰা-ৱল; শোকত বা আহ্লাদত মগ্ন।
বিতৰণ্ (স.শ) দান-দিয়া কাৰ্য্য।
বিতুষ্ট (বি) অসন্তুষ্ট, বেয়া-পোৱা।
বিতুষ্টি (স.শ.) অসন্তোষ।
বিতোপন্(বি)অতি সুন্দৰ,অতি উত্তম।
বিত্ত (স শ.) ধন, টকা।
বিত্‌শগুণ্ (স.শ.) মুৰ আৰু ডিঙিত বগা ছাগ থকা এবিধ শগুণ।
বিদৰ্ (অ.ধা) ডুফাল হ, ফাট্।
বিদৰা (স.ধা) উৎনিয়া কৰি অলপ বহল কৰ্, (মুখ বা ওঁঠত খাটে); যেনে, তেওঁ মুখ বিদৰালে।
বিদায়্ (স.শ.) মেলানি,যাবৰ অনুমতি।
বিদাৰ্ (স ধা.) ফাল্, ডুফাল কৰ্।
বিদাৰক্ (স.শ.) ফালোঁতা, যি ফালে।
বিদাৰণ্ (স.শ.) ফালন, ফলা কাৰ্য্য।
বিদাৰিত্ (বি) ফলা, খণ্ড-খণ্ড কৰা।
বিদিত্ (বি) জ্ঞাত, জনা, বুজ-পোৱা, প্ৰকাশিত। [ চুক।
বিদিশ্ (স.শ.) দুই দিশৰ মাজ, দিশৰ
বিদীৰ্ণ (স.শ.) বিদাৰিত, ফলা।
বিদুলী (স.শ.) আকাশৰপৰা ওলোৱা চকমকীয়া পোহৰ।
বিদুলী-চমৰ্ (স.শ.) বিদুলীৰ শাস্তি।
বিদুলী-ডাক্ (স.শ.) বিদুলীৰ শক্তিৰে বাত্ৰা-পঠোৱা যতন।
বিদুলীয়া (অ.ধা.) বিদুলী মাৰ্,বিদুলীৰ দ্বাৰা পোহৰ দে।
বিদেশ্ (স.শ.) পৰ দেশ, ভিন্ন দেশ।
বিদেশী (বি) বিদেশৰ, পৰ-দেশত থকা বা উৎপন্ন। (স. শ.) পৰ-দেশৰ লোক; (স্ত্ৰী) বি স.শ.) বিদেশিনী।
বিদ্যমান্ (বি) আগত থকা, বৰ্ত্তমান।

বিদ্যা (স.শ.) শিক্ষা-কৰা জ্ঞান, অভ্যাসৰ-
পৰা হোৱা কোনো কথাৰ বোধ ।

বিদ্যাধৰ (স.শ.) গন্ধৰ্ব্ব, স্বৰ্গৰ গায়ন ;
(স্ত্ৰী) বিদ্যাধৰী । [কৰা যত্ন ।

বিদ্যাভ্যাস্ (স. শ.) বিদ্যা শিকিবলৈ

বিদ্যালয় (স.শ.) বিদ্যা-শিকা ঘৰ, পঢ়া-
শালি ।

বিদ্যাৱন্ত } (বি) বিদ্যা-গুনা, শিক্ষিত ;
বিদ্যাবান্ } (স্ত্ৰী) বিদ্যাৱতী ।

বিদ্যুৎসঞ্চাৰে (ক্ৰি.বি.) বিজুলীৰ বেগেৰে-
ৰবকৈ বেগাই ।

বিদ্ৰূপ (স.শ.) পৰিহাস, ইতিকিং ।

বিদ্ৰোহ (স.শ.) নিজ ৰজাৰ অহিত-
চিন্তা, ৰজা ভাজিবলৈ কৰা উদ্যোগ

বিদ্ৰোহী (বি) ৰজা ভাজিবলৈ যত্ন-কৰা
(স.শ.) ৰজাৰ বিৰোধে উঠোঁতা বা
অস্ত্ৰ ধৰোঁতা ; (স্ত্ৰী) (বি.স.শ.)
বিদ্ৰোহিণী ।

বিদ্বান্ (বি) বিদ্যাৱন্ত ।

বিদ্বেষ (স.শ.) শত্ৰুতা, হিংসা ।

বিদ্বেষী (বি) হিংসা-কৰা, অহিত । (স.শ.)
শত্ৰু ; (স্ত্ৰী (বি.স.শ.) বিদ্বেষিনী ।

বিধ (স.শ.) প্ৰকাৰ, জাতি ।

বিধতা (স.শ.) বিধাতা, ব্ৰহ্মা ।

বিধৰ্ম্ম (স.শ.) অধৰ্ম্ম, পাপ ; অন্যায় ।

বিধৰী (বি) বিবস্ত্ৰ, গোটেই নাগঠ ।

বিধৱা (স.শ.) বাৰী ।

বিধাতা (স.শ ) ব্ৰহ্মা, সৃষ্টিকৰ্ত্তা ।

বিধান্ (স.শ.) ব্যৱস্থা, কাম কৰিবলৈ
দিয়া উপদেশ, দিহা ; (কাম) কঠীয়া ।

বিধি (স.শ.) নিয়ম, ব্যৱস্থা, বিধান ;
কাৰ্য্যৰ প্ৰণালী ; ব্ৰহ্মা ।

বিধি-সিদ্ধ (বি) নিয়মৰ, মতৰ, বিধিৰ
মতে হোৱা । [অনিয়মিত ।

বিধিহীন্ (বি) বিধিৰ মতে নো-হোৱা,

বিধূতি (বি) অপবিত্ৰ, অশুচি ।

বিধেয় (বি) বিধি সিদ্ধ, উচিত ।

বিধ্বংসনা (স.শ.) সমূলি নাশ ।

বিনচ কৰ, অকালত অসম্পূৰ্ণ পোৱালি
জগা ; গৰ্ভপাত কৰ (জন্তুত খাটে)

বিনতি ( স. শ. ) মিনতি, কাউবাউ
কাকূতি ; বিনয় ।

বিননি (স.শ.) বিলাপ, উচ্চ স্বৰেৰে
গুণ বৰ্ণাই কৰা শোক । [ভৱনি ।

বিনন্দ (বি) আনন্দযুক্ত ; সুন্দৰ,

বিনন্দীয়া (বি) আনন্দময়, হৰ্ষযুক্ত ;
অতিশয় সুন্দৰ, ভৱনি ।

বিনয় (স.শ.) নম্ৰতা, নম্ৰ-ভাৱে কৰা
প্ৰাৰ্থনা বা নিবেদন ।

বিনষ্ট (বি) নষ্ট, নাশ পোৱা, হত ।

বিনা (অ.ধা.) গুণ বৰ্ণাই কান্দ ।
(অব্য) শব্দৰ আগত থাকি অভাৱ-
বুজোৱা মাত ; যেনে, বিনা দোষ,
বিনা কাৰণ ; (পাচত থাকিলে )
বাজে, বহলে ; যেনে, তোমাত
বিনা, তোমাত বিনা ।

বিনামূল্যে } (ক্রি.বি.)বেচনোলোৱাকৈ
বিনামোলে }

বিনাশ্ (স.শ.) ধ্বংস, নাশ ; মৃত্যু ।

বিনাশক } (স.শ.) নাশ কৰোঁতা,
বিনাশী } ধ্বংস-কৰোঁতা ; মাৰোঁতা
(স্ত্রী) বিনাশিকা, বিনাশিনী ।

বিনত্ (বি) বিনয়যুক্ত, নম্র ।

বিন্নৈ (স. শ.) আহধানৰ মাজত হোৱা এবিধ বন, বিনৈ ।

বিনে (অব্য) বাজে, বাহিৰে ।

বিনৈ (স. শ. ) বিন্নৈ ।

বিন্দু (স. শ.) এটা ফুট ; যেনে (•) ; অতি ক্ষুদ্র অংশ ; বীৰ্য্য, ৰেতস

বিন্দুসাৰ্ (স. শ.) স্ত্রী পুৰুষৰ গুপ্তাঙ্গৰ পৰা ৰেতসৰ পৰাস্রাব হোৱা ৰোগ, শুক্রমেহ । [খোঁচ্ ; ফুটা কৰ্ ।

বিন্ধ্ (স. ধা.) জোঙা বস্তুৰ আগেৰে

বিন্ধন্ (কৃদ.স.) ফুটা কৰা বা জোঙা বস্তুৰ আগেৰে খোঁচা কাৰ্য্য ।

বিন্ধনা (স.শ.) ফুটা কৰা শলা, ভোঁহৰ ।

বিন্ধা (স.শ.) ৰন্ধ্র, ফুটা, কলজা ; আহধান পাতলোৱা অবকাৰ নিচিনা এটা সঁজুলি । (স. ধা.) বিন্ধাৰে পাতল কৰ্ ; লোকৰ দ্বাৰা ফুটা কৰা বা জোঙা বস্তুৰে খোঁচা।

বিপত্তি (স. শ. ) আপদ, বিপদ, প্রমাদ, কষ্ট ।

বিপথ্ (স শ.) অবাট, বেয়া বাট ।

বিপথে (স. শ. ) অবাটে ।

বিপদ্ (স. শ ) বিপত্তি, আপদ ।

বিপৰীত্ (বি) বিৰুদ্ধ, ওলটা, অমিল ।

বিপৰীতে (অ. ব্য.) বিৰোধে, ওলটা-ভাবে । [ মানুহ ।

বিপক্ষ (স.শ.) শত্রু ; শত্রুৰ ফলীয়া

বিপক্ষতা (গু.শ.) শত্রুতা, অহিত, চিন্তা

বিপক্ষে (অব্য) অহিতে, বিৰোধে ।

বিপাক্ (স.শ.) এৰাব বা শীঘ্রে নিষ্পত্তি কৰিব নোৱৰা লেঠা,উপায়ৰঅভাব ; কষ্ট-দায়ক বা সঙ্কটযুক্ত ঘটনা ।

বিপাকে } (ক্রি. বি. ) বিপাকত
বিপাজে } পৰি, উপায়হীন হৈ ।

বিপুল্ (বি) ডাঙৰ, বৃহৎ ; অনেক, বহুত ।

বিপ্র (স. শ.) বামুণ, ব্রাহ্মণ ।

বিপ্লব্ ( স. শ. ) ৰণৰ দ্বাৰা দেশত হোৱা হুলস্থুল ; বৰ আপদ ।

বিপোৰ্ (স.শ.) দেহ, শৰীৰ ।

বিফল্ (বি) নিষ্ফল, অসাৰ্থক, সিদ্ধ নোহোৱা । [কৈ, ভুদাই ।

বিফলে (ক্রি. বি. ) ফল নহোৱা-

বিবৰণ্ (স.শ.) বৃত্তান্ত, বিস্তাৰিত ৰূপে কথন, ভাঙি পাতি কোৱা কথা । (বি) বিবৰ্ণ, ৰবণ-গুচা, মলিন ।

বিবৰ্ণ (বি) ৰবণ-গুচা, মলিন ।

বিবশ (বি) আপদত পৰি বুদ্ধি-হেৰোৱা, বিবুদ্ধি। [নাষ্ঠ।

বিবস্ত্র (বি) গাত কাপোৰ নথকা,

বিবাদ্ (স. শ.) কন্দল, দন্দ।

বিবাদী (বি) বিবাদ-কৰা দন্দুৰা।

(স. শ.) দন্দ-কৰোঁতা, বিবাদ-কৰা লোক; (স্ত্রী) (বি. স. শ.) বিবাদিনী। [সম্বন্ধ কৰা কাম।

বিবাহ্ (স. শ.) বিয়া, ভাৰ্য্যা-স্বামীৰ

বিবাহিত্ (বি) বিয়া-কৰা, ভাৰ্য্যা লোৱা; (স্ত্রী) বিবাহিতা।

বিবিধ্ (বি) অনেক বিধৰ, নানা প্ৰকাৰৰ।

বিবুদ্ধি (বি) টানত পৰি বুদ্ধি হেৰোৱা, বিবশ, নিৰুপায়।

বিবেক্ (স. শ.) ভাল বেয়া বা ন্যায়-অন্যায়-বুজা শক্তি।

বিবেকী (বি) ন্যায়-অন্যায়-বুজা।

বিবেচক্ (স. শ.) ন্যায়-অন্যায়ৰ বিচাৰ-কৰা লোক। (বি) বিচাৰ কৰা, ন্যায়-অন্যায় বুজিবলৈ যত্ন কৰা।

বিবেচনা (স. শ.) বিচাৰ, ভাল বেয়াৰ সঁচা-মিছাৰ বা ন্যায় অন্যায়ৰ নিশ্চয় কৰিবলৈ যত্ন কৰা কাৰ্য্য; ভাল বেয়াৰ বা উচিত-অনুচিতৰ বোধ।

বিভক্ত (বি) ভাগ-কৰা, ভগোৱা; পৃথক্ বা বেলেগ হোৱা।

বিভগ্ (বি) পৃথক্, বেলেগ।

বিভগা (স.ধা.) ভাগ কৰ্, বেলেগা।

বিভগে (ক্রি. বি) বেলেগে।

বিভংগে (ক্রি. বি.) বৰণত ভঙ্গ দি, পৰাস্ত হৈ।

বিভৱ্ (স. শ.) ধন-সম্পত্তি।

বিভাগ্ (স. শ.) পৈতৃক বস্তুৰ ভাগ-কৰা কাৰ্য্য।

বিভিন্ন (বি) পৃথক্, বেলেগ।

বিভিন্নতা (গু. শ.) প্ৰভেদ, বিভেদ।

বিভূতি (স. শ.) ঐশ্বৰ্য্য, সম্পত্তি।

বিভূষণ্ (স. শ.) কাপোৰ-অলঙ্কাৰ আদিৰে সজোৱা কাৰ্য্য, ধুন; অলঙ্কাৰ। [সজোৱা, ভূষিত।

বিভূষিত্ (বি) কাপোৰ-অলঙ্কাৰেৰে

বিভেদ্ (স. শ.) প্ৰভেদ, বিভিন্নতা, বেলেগ।

বিভোল্ (বি) মোহিত, ভ্রান্ত, আচ-ৰিত হৈ আপোনাক পাহৰা।

বিভ্রাট্ (স. শ.) জগৰ, বিপ্লৱ; দেশ-জোৱা আপদ।

বিমত্ (বি) অসন্মত, অমান্তি।

বিমন্ }
বিমৰ্ষ } বি) মন-মৰা, আনন্দহীন।

বিমল্ (বি) নিৰ্মল, নিকা।

বিমাতা }
বিমাক } (স. শ.) সতিনীৰ আই, মাহী আই।

বিমান্ (স.শ.) দেৱতাবিলাক আকাশত উৰি ফুৰা বা বৈ থকা এবিধ বাহন। ১ [বেয়া পা।

বিমানী (স.শ.) বিষাদ, বেজাৰ, ²পেটে

বিমুখ (বি) পাচলৈ মুখ কৰা ; কাৰ্য্যলৈ আগ নবঢ়া বা পাচ হোঁহকা ; নিৰাশ কৰি ওলটাই পঠোৱা ; বিৰুদ্ধ, শত্ৰু স্বৰূপ।

বিমুখে ( ক্রি. বি. ) পাচলৈ মুখ কৰি ; অসাক্ষাতত, অনুপস্থিতিত,আগত নথকা সময়ত ; যেনে এজনৰ বিবোধে আন এজনক বিমুখে নকৰা।

বিমৃষা (স.শ.) বিবেচনা, আলচ।

বিমোৰ (বি) কি কৰা উচিত নিশ্চয় কৰিব নোৱৰা, বিমুঢ়ি। (স.শ.) বিমোৰ হোৱা অৱস্থা ; কোনো কাপোৰ বা কাঠীৰ বস্ত বোৱাত হোৱা ভ্ৰম।

বিম্ব ( স. শ. ) পানী বা আৰ্চিত পৰি ওলোৱা আকৃতি ; কোৱাভাতুৰী, লাটুম। [চুপ্‌চুপ কৰে।

বিম্বাশবদে ( ক্রি. বি. ) বব বেগেৰে,

বিয়ন্ (স.শ.) সন্তান-প্ৰসৱ,লৰা-পোৱা।

বিয়নী (স.শ.) বিয়ৈৰ ভাৰ্য্যা।

বিয়প্ } ( আ. ধা. ) বিস্তাৰিত হ, বিয়প্ } বহল হ, অনেক ঠাই জোৰ ব্যাপ্ত হ ; ববকৈ প্ৰকাশিত হ, বৌচি ফুট।

বিয়লি } ( স. শ. ) আবেলি, বিয়লি-বেলা } ভাটি-বেলা।

বিয়া ( স.শ. ) বিবাহ, ভাৰ্য্যা-স্বামীৰ সম্বন্ধ-লগোৱা কাম।

বিয়াগম্ (বি) ডাঙৰ, বৃহৎ, অচল ; পক্ষী। [পদ।

বিয়াহ্ (স.শ) ওজা-পালীয়ে গোৱা

বিয়ুৰীয়া ( জু ) ( বি ) যোৰ ভগা, যোৰৰ এটা নথকা, একণীয়া।

বিয়োগ্ ( জো ) (স.শ.) প্ৰিয় লোকৰ পৰা আঁতৰত থকা অৱস্থা,বিচ্ছেদ।

বিযোৰ্ ( জো ) ( বি ) যোৰৰ এটা আনটোৰ নিচিনা বা তুল্য নোহোৱা।

বিয়ৈ (স.শ.) পোৰ বা জীৰ শহুৰেক।

বিয়ৈবাজী (স.শ.) এটা সন্তান পাই বাঁজি হোৱা তিৰোতা। ১

বিয়ৈবথ্ (স.শ.) ভূত, উপদেৱতা (স্ত্ৰীলোকৰ প্ৰসৱৰ সময়ত এই ভূতে পীড়া কৰে।

বিৰক্ত ( বি ) অনুৰক্ত নোহোৱা, আসক্তি নথকা, ভাল নোপোৱা বেয়া বোধ কৰা ; বেজাৰ-পোৱা, অসন্তুষ্ট।

বিৰক্তি (স.শ.) আশক্তিৰ অভাব, ভাল নোপোৱা; অসন্তোষ,বেজাৰ।

বিৰচিত্ (বি) ৰচনা কৰা, ভণিত, লিখিত। [ৰা আশক্তি-এৰা।

বিৰত্ (বি) নিবৃত্ত, ক্ষান্ত; চেনেহ

বিৰতি (স.শ.) ক্ষান্তি, নিবৃত্তি, বিৰত হোৱা অৱস্থা। [পাৰলৈ টান।

বিৰল্ (বি) পাতল, ঘন নোহোৱা;

বিৰস্ (বি) ৰস নথকা. বিসোৱাদ; শুকান, নীৰস; বিমৰ্ষ,আনন্দহীন।

বিৰহ (স.শ.) প্ৰিয় লোকৰ বিচ্ছেদ, বিয়োগ।

বিৰহী (স.শ.) ভাৰ্য্যা বা প্ৰিয় ভিৰোতাৰ পৰা আঁতৰত থকা মতা; (স্ত্ৰী) বিৰহিণী।

বিৰা (স.শ.) এবিধা বা এপাত পাণ।

বিৰাজৰা (স. শ.) এবিধ ডাঙৰ জৰা-টেঙা। [শিত; শোভিত।

বিৰাজিত্ (বি) উজ্জ্বলিত, প্ৰকা-

বিৰাভজীয়া (বি) বেঁকা।

বিৰাম্ (স. শ.) বিশ্ৰাম, কামৰপৰা। ক্ষান্তি। [চোৰ।

বিৰাল্. বিৰালী. বিৰলী, "বিড়াল"

বিৰি (স. শ.) মাদলী, এবিধ ডোলৰ নিচিনা ডিজিৰ অলঙ্কাৰ।

বিৰিং (স. শ.) এবিধ দৰৱৰ গছ। (অ.ধা.) খামি ওলা, অলপ্ অলপকৈ জৰি ওলা।

বিৰিজ (বি) চতুৰ, পাৰ্গত; খাইকৈ ৰণত পাৰ্গত, পৰাক্ৰমী।

বিৰিণা (স. শ.) এবিধ তৃণ।

বিৰিয়া (স. শ.) চক-আদি-খোৱা বেঁতৰ আধাৰি; ধানৰ ডাঙৰি কচিওৱা বাওঁকা।

বিৰুদ্ধ (বি) বিপৰীত, ওলোটা; শত্ৰুস্বৰূপ।

বিৰূপ্ (বি) কুৰূপ, আগচু।

বিৰোধ্ (স. শ.) অমিল; বিপক্ষতা, শত্ৰুতা, দ্বন্দ্।

বিৰোধাবিৰোধি (স. শ.) ইজনে সিজনৰ প্ৰতি কৰা বিৰোধ,দ্বন্দাদন্দি

বিৰোধী (বি) বিপৰীত; অহিত, শত্ৰুতাথকা; অমিল, অসঙ্গত।

বিৰোধে (অব্য) বিপৰীতে, বিপক্ষে, অহিতে। [দীঘল বন্ধ পানী।

বিল্ (স. শ.) এখান বহল আৰু

বিলগ্ (বি) বেলেগে, পৃথক্; লগ-নথকা।

বিলনিয়াৰ্ }
বিলনীয়া } (স.শ.) ভোজ-সৰাহ আদিত খাদ্য বস্তু বাঁটি দিওঁতা।

বিলনীয়া (বি) বিলাই দিয়া, যেচ নোলোৱাকৈ বাঁটি দিয়া; যেনে, বিলনীয়া বস্তু।

বিলৰ (স.শ.) গহৰি, পলম।

বিলৰে (ক্ৰি.বি.) পলমে, গহৰি কৰি।

বিলা (স. ধা.) বাঁটি দি, ভগাই দি।

( কৃদ. স ) বিলাওঁতা, ( স্ত্রী ) বিলাঁওতী। [ বিলৈ।

বিলাই ( স. শ. ) দুখ, কষ্ট, দুৰৱস্থা,

বিলাতী (বি) বিলাতৰ, বিলাতত জন্মা বা উৎপন্ন। [ আলু।

বিলাতী-আলু (স.শ.) প্ৰথমতে বিলাতৰ পৰা অনা এবিধ ঘূৰণীয়া

বিলাহী } (স. শ.) এবিধ

বিলাহী-বেঙেনা } পকিলে সেন্দূৰীয়া হোৱা বেঙেনা-জাতিৰ ফল ; তাৰ গছ।

বিলৈ (স.শ.) বিলাই।

বিশল্যকৰণী (স. শ.) ৰোগৰ প্ৰতিকাৰৰ এবিধ মহৌষধ।

বিশাখা ( স. শ. ) ষোল সংখ্যা পূৰক নক্ষত্ৰ। [পোৱা।

বিশাৰদ্ (বি) জনা, বোধ থকা, শিক্ষা-

বিশাল্ (বি) বহল, ডাঙৰ, বৃহত।

বিশিষ্ট (বি) শ্ৰেষ্ঠ, উত্তম ; যুক্ত, থকা ; যেনে, হস্তবিশিষ্ট।

বিশুদ্ধ (বি) নিৰ্ম্মল, মিহলি বা ভাঁও নথকা ; পবিত্ৰ, শুচি।

বিশৃঙ্খল্ ( বি ) আউলবাউল, লৰ্ব্বাং তৰ্ব্বাং, ছিন্ন ভিন্ন। [হোৱা অৱস্থা।

বিশৃঙ্খলা (স.শ.) শ্ৰেণী ভগা বা আউল বাউল হোৱা অৱস্থা, সানমিহলি।

বিশেষ্ (বি) অসামান্য, সাধাৰণ নোহোৱা, সদায় দেখা শুনা বস্তুত্কৈ বেলেগ। (স. শ.) প্ৰকাৰ, বিধ, (আন এটা শব্দৰ পাচত থাকে) ; যেনে, জন্তু-বিশেষ, (এবিধ জন্তু)।

বিশেষণ্ ( স. শ. ) সংজ্ঞা-শব্দৰ গুণ দেখোৱা শব্দ।

বিশেষ্কৈ (ক্রি. বি.) ঘাইকৈ ; বিত্তাবিত্তৰূপে, ভেদ ভাঙি ; পৃথক্ৰূপে।

বিশেষ্ৰূপে (ক্রি.বি.) বিত্তাবিত্তৰূপে, ভেদ ভাঙি ; পৃথকৰূপে। [ শব্দ।

বিশেষ্য (স.শ.) বিশেষণে গুণ দেখোৱা

বিশ্ৰাম্ (স.শ.) জিৰণি, বিৰাম।

বিশ্লেষ্ ( স. শ. ) কোনোৱে কোৱা কথাৰ বিপৰীত অৰ্থ কৰি বা তাক আন এক প্ৰকাৰে কৈ কৰা পৰিহাস।

বিশ্ব (স.শ) জগত, ব্ৰহ্মাণ্ড, পৃথিবী।

বিশ্বকৰ্ম্মা (স শ.) স্বৰ্গৰ বাঢৈ বা খনিকৰ। [ বিশ্বাসী।

বিশ্বস্ত (বি) যাত বিশ্বাস কৰা যায়,

বিশ্বাস্ ( স. শ. ) প্ৰত্যয়, পতিয়ন, সঁচাত ; প্ৰকাশ নকৰিবলৈ আনক কোৱা গুপ্ত কথা।

বিশ্বাসী (বি) বিশ্বস্ত ; গোপনে ৰাখিব লগীয়া, প্ৰকাশৰ অযোগ্য।

বিশ্বাসে (ক্রি.বি.) গোপনে।

বিশ্বাস্-ঘাতক্ ( স. শ. ) বিশ্বাস কৰি কোৱা কথা প্ৰকাশ কৰোঁতা। বিশ্বাস কৰোঁতাৰ বিশ্বাস ভাঙি

অপকাৰ-কৰোঁতা। (স্ত্রী) বিশ্বাস-ঘাতিকা। [কৰ কাৰ্য্য বা স্বভাৱ।

বিশ্বাস্ ঘাতকতা (গু.শ.) বিশ্বাস-ঘাত-

বিশ্বাস্ঘাতকী } (স.শ.) বিশ্বাসঘাতক!
বিশ্বাস্ঘাতী } (বি) বিশ্বাস ভঙ্গ কৰা, অসম্ভাতী, বিশ্বাস কৰি কোৱা কথা প্ৰকাশ কৰা; বিশ্বাস কৰোঁতাৰ বিশ্বাস ভাঙ্গি অপকাৰ কৰা; (স্ত্রী) (স.শ.)(বি) বিশ্বাসঘাতকিনী, বিশ্বাসঘাতিনী।

বিশ্বাস্-ভঙ্গ (স. শ.) বিশ্বাস ভাঙ্গন, বিশ্বাস কৰি কোৱা কথা প্ৰকাশ-কৰণ। [শ্বৰ, শিৱ।

বিশ্বেশ্বৰ্ (স.শ.) জগতৰ ঈশ্বৰ, পৰমে-

বিষ্ (স.শ.) খালে বা তেজেৰে মিহলি হলে প্ৰাণ-মৰা বস্তু,বিহ; বেদনা।

বিষণ্ণ (বি) বিমৰ্ষ,মন-মৰা,বেজাৰযুক্ত।

বিষণ্ণতা, (গু. শ.) বিষণ্ণ বা নিৰানন্দ-অৱস্থা। [অধম, বেয়া।

বিষম্ (বি) সমান নোহোৱা; বিষুৰীয়া;

বিষয়্ (স.শ.) পদ, ৰজাই দিয়া বাব; সংসাৰ বা তাৰ কাৰ্য্য; কোনো কথা বা কাৰ্য্য।

বিষয়া (স. শ.) কোনো পদত নিযুক্ত লোক; (স্ত্রী) বিষয়ানী।

বিষয়াসক্ত } (বি) সংসাৰৰ সুখত ৰত,
বিষয়ী } ইন্দ্ৰিয়ৰ সুখত মগ্ন।

বিষয়ে (অব্য) কোনো কথাৰ বা কাৰ্য্যৰ সম্পৰ্কে। [কাৰিণী দেৱী।

বিষহৰী (স. শ.) সাপবিলাকৰ অধি-

বিষা (অ.ধা.) বেদনা পা, বিষৰ পৰা পীড়া পা; বেদনা জন্মা, (খঁহ·আদিত থাটে।

বিষাক্ত (বি) বিহ-লগোৱা, বিষযুক্ত।

বিষাদ্ (স. শ.) মনৰ দুখ, বেজাৰ, অসন্তোষ। [পোৱা।

বিষাদিত্ (বি) দুঃখিত, মনত কষ্ট

বিষাল্ (বি) বিহযুক্ত; বিষ থকা।

বিষুব্-ৰেখা (স. শ.) পৃথিৱীক সমানে দুভাগ কৰা এটা কল্পিত আঁক।

বিষ্ঠা (স. শ.) বহিৰ্দ্বাৰে দি ওলোৱা মল; গু।

বিষ্ণু (স.শ.) হৰি, বৈকুণ্ঠত থকা চতুৰ্ভুজ,জগতক পালন-কৰা দেৱতা।

বিষ্ণু-লোক্ (স.শ.) বৈকুণ্ঠ, বিষ্ণুৰ নগৰ।

বিষ্-পানী (স. শ.) পকা ঘাৰ পৰা ওলোৱা পাতল বগা ৰস।

বিসঁচীয়া (বি) বেয়া সঁচৰপৰা উৎপন্ন, বেয়া জাতৰপৰা হোৱা।

বিসঙ্গত্ (বি) অযুগুত, অন্যায়, আচল, বিজুতি।

বিসঙ্গতি (স শ.) জুতিৰ অভাৱ আচল।

বিসৰ্গ (স.শ.) স্বৰবিলাকৰ শেষ আখৰ যেনে, ঃ। [দিয়া বিদায়।

বিসৰ্জন্ (স.শ.) পূজাৰ অন্তত দেৱতাক

বিসোৱাদ্ ( বি ) সোৱাদ নথকা, বেয়া সো

বিস্তৰ্ ৩, অনেক প্ৰচুৰ।

বিস্তাৰ্ (স.শ.) পৰিসৰ, ব্যাপ্তি।

বিস্তাৰিত্ (বি) বিস্তৃত।

বিস্তীৰ্ণ (বি) বহল , ডাঙৰ, বহু ঠাই জোৰা।

বিস্তৃত্ (বি) বহলোৱা, বহল কৰা।

বিস্ময়্ (স. শ.) আশ্চৰ্য্য-বোধ, আগে নেদেখা-নুশুনা বা অসম্ভৱ কথা দেখি বিচুৰ্ত্তি হোৱা অৱস্থা।

বিস্ময়ান্বিত্ ( বি ) আচৰিত, বিস্মিত, তৱধ।

বিস্মৰণ্ (স.শ.) পাহৰণ।

বিস্মিত্ (বি) বিস্ময়যুক্ত, আচৰিত।

বিস্মৃত্ (বি) পাহৰা, মনৰপৰা আঁতৰা বা গুচা।

বিহ্ ( স. শ. ) বিষ, খালে বা তেজত লাগিলে প্ৰাণ-মৰা বস্তু। (স.ধা.) দণ্ডৰ আজ্ঞা কৰ্ ; বিধান কৰ্ ; যেনে, পৰাচিত বিহে।

বিহঙ্গম্ (স. শ.) ডাঙৰ চৰাই, পক্ষী ১

বিহা (স.শ.) কুৰিৰ লেখ ; কুৰি গুটি পাণ। (স. ধা.) বিস্তাৰিত ৰূপে ক, বহলাই ক ; মাছ ধৰিবলৈ বিহ দি, (বিল আদিত খাটে )।

বিহাৰ্ (স.শ ) বং কৰি ইফালে সিফালে কৰা ভ্ৰমণ ; ক্ৰীড়া,খেবালি।

বিহিত্ (বি) বিধি-সিদ্ধ,উচিত,বিধান-কৰা, বিধি-দিয়া।

বিহীন্ (বি) নথকা, শূন্য।

বিহু (স.শ.) চত, আহিন আৰু পুহ-মাহৰ শেষ দিন, প্ৰথমটোক ৰঙা-লৰ বা চতৰ, দ্বিতীয়টোক কাতিৰ শেষৰটোক মাঘৰ বিহু বোলা যায়।

বিহুৱা (বি) বিহুৰ সম্পৰ্কীয়।

বিহুৱান্ (স.শ.) বিহুৰ ভেঁটী, বিহুত দিয়া কাপোৰ।

বিহ্‌কটি ( স. শ. ) বৰ তিতা বস্তু, যাত্‌কৈ তিতা নাই ; যেনে, কুইনাইন বিহকটি যেন তিতা।

বিহফোঁহোঁৰা ( স. শ. ) এবিধ বৰ বিষাল খহু।

বিহ্বল্ (স.শ.) আতুৰ, ব্যাকুল, শোকৰ বেদনাৰ বা ভয়ৰ দ্বাৰা বিভত।

বিহ্‌মনা (স.শ.) বিহ-কৌটকৰা, এবিধ কাঁইটীয়া গছ আৰু তাৰ গুটি।

বিহ্‌মোনা (স.শ.) সাপৰ মুখৰ ভিতৰত থকা বিহৰ জোলোঙা ; বৰল-আদিৰ বিষৰ ভঁৰাল।

বিহলঙনী (স. শ.) এবিধ বেদনা-কৰা ক্ষুদ্ৰ বনৰীয়া গছ। [চোৰা।

বীচ্, বীচনী, বীচন্, বীচোঁতা, "বিচ্"

বীজ্ (স. শ.) গুটি ; কঠীয়া ; বেতগ, বসন্তৰ মাঠা; পিহল,লেতুকেতীয়া বস্তু ; কণীৰ ভিতৰৰ বগা ভাগ।

বীজল্ (স. শ.) বীজ, লেত্‌কেতীয়া বস্তু; ডেমডোকা, এবিধ চেঁচুকত হোৱা লেত্‌কেতীয়াবস থকা ক্ষুদ্র গছ। [ নিচিনা।

বীজলীয়া (বি) বীজলযুক্ত; বীজলৰ

বীজা (অ. ধা.) বীজলীয়া হ।

বীজাল্ (বি) বীজযুক্ত, বীজলীয়া।

বীজমন্ত্র (স. শ.) মূল-মন্ত্র, কোনো মন্ত্রৰ আৰম্ভতে মতা,সাঙ্কেতিক অৰ্থযুক্ত এটা বা দুটা আখৰ; যেনে, হ্রীং, শ্রীং।

বীণ্‌, বীণা (স. শ.) এবিধ গুণা-লগোৱা বাদ্য।

বী-বিয়নি (স.শ.) টোপনিত বা অজ্ঞান অৱস্থাত কোৱা অস্পষ্ট কথা।

বী-বিয়া (অ ধা.) টোপনিত বা অজ্ঞান অৱস্থাত অস্পষ্ট কথা ক।

বীভচ্‌ (বি) কুৰূপ, অশুৱনি।

বীৰ্ (স.শ.) যোদ্ধা,বণত নিপুণ পুৰুষ; বামাচাৰী। [সাহ।

বীৰত্ব (স. শ.) বীৰৰ গুণ, বল আক

বীৰা (স. শ.) মানুহৰ তিৰোতাৰে সহ-বাস কৰা বুলি খ্যাত এটা ভূত।

বীৰ্য্য (স. শ.) বীৰত্ব; বেতস।

বীৰ্য্যহীন্ (বি) সাহ-পিত নথকা আক দুৰ্ব্বল।

বুক, বুকু (স. শ.) হৃদয়, পেটৰ ওপৰৰ ভিতিৰ নাম-ভাগ।

বুকু-কাকত্‌ (স.শ.) চিঠি আদিৰ বুকুত বা ভিতৰত সুমাই পঠোৱা কাকত।

বুকু-ভাঠ্‌ (বি) সাহিয়াল।

বুকু-পাতল্ (বি) ভয়াতুৰ।

বুকুবৰি (স. শ.) চোলাৰ বুকুৰ ওপৰত পৰা ভাগৰ ভিতৰে লগোৱা কাপোৰ। [সমান দ।

বুকুৱা (বি) বুকুলৈকে তল-কৰা, বুকুৰ

বুজ্ (স. ধা.) কোনো শব্দৰ বা কথাৰ অৰ্থৰ বা ভাবৰ ভিতৰলৈ মনেৰে প্রবেশ কৰ্, মনেৰে ধৰ্। কৃদ. স. বুজোঁতা; (স্ত্রী) বুজঁতী। স. শ. বোধ, জ্ঞান; সম্বাদ।

বুজন্ (কৃদ.স.) বুজা কাৰ্য্য। (বি) বুজিব পৰা, বোধ থকা।

বুজনি (স. শ.) মুখেৰে দিয়া শিকনি, উপদেশ; অৰ্থৰ ব্যাখ্যা, ভাঙি বুজোৱা কথা।

বুজন্-নির্গত্‌ (বি) জানি বুজি দুষ্টামি বা বেয়া আচৰণ কৰা।

বুজা (বি) বোধ থকা, জনা। (স.ধা.) বোধ জন্মা, শিকনি দি। (স. ধা.) বুজাওঁতা; (স্ত্রী) বুজাঁতী।

বুজ্‌বাজ্ (স. শ.) সম্বাদ, উদ্দিহ।

বুজ্‌বিচাৰ্‌ (স.শ.)অনুসন্ধান,বিবেচনা।

বুট্ (স. শ.) এবিধ মাহ।

বুটল্ (স. ধা.) তুলি ল।

বুটা (স. শ.) বেজীৰে বা লিখনীৰে কাপোৰ-আদিত দিয়া ফুল।

বুটি (বি) খৰগে ভোতা হোৱা, বহুদিন ব্যৱহাৰ কৰাত চোক বা জোং গুচা।

বুঢ়া (বি) বয়সীয়া, প্ৰাচীন; পুৰণি। (স. শ.) বয়সীয়া মুনিহ; (স্ত্ৰী) (বি. স. শ.) বুঢ়ী।

বুঢ়া-কাল্ (স.শ.) বুঢ়াৰ-অৱস্থা বা বয়স।

বুঢ়া-আঙুলি (স. শ.) ভৰি আৰু হাতৰ চুটি আৰু ঘাই আঙুলি। [মন্ত্ৰী।

বুঢ়া-গোহাঁই (স শ.) অসম-ৰজাৰ ঘাই

বুঢ়া-তামোল্ (স. শ.) জোৰতামোল।

বুঢ়া-বয়স্ (স. শ.) বুঢ়া-কাল।

বুঢ়ামুৱা (বি) বুঢ়া-মানুহৰ নিচিনা মুখ-যুক্ত। স্ত্ৰী) বুঢ়ামুঈ।

বুঢ়ী "বুঢ়া" চোৱা। [মহী।

বুঢ়ী-আই (স. শ.) পিতামহী বা মাত৷-

বুদ্ধ (স. শ.) বৌদ্ধ ধৰ্ম্ম-চলাওঁতা ঋষিৰ নাম; তেওঁ বিষ্ণুৰ নৱম অৱতাৰ বুলি খ্যাত।

বুদ্ধি (স. শ.) বোধ, বুজা শক্তি।

বুদ্ধিমন্ত, বুদ্ধিমান্ (বি) বুদ্ধিযুক্ত, বুধিয়ক।

বুদ্ধিহীন্ (বি) বুদ্ধি নথকা; বুদ্ধিৰ নোহোৱা। [বাৰ।

বুধ্ (স. শ.) চতুৰ্থ গ্ৰহ; সপ্তাহৰ চতুৰ্থ

বুধি (স.শ.) বুদ্ধি, পৰামৰ্শ,যাইকৈ বেয়া পৰামৰ্শ; উপায়, যেনে, এটা বুধি কৰা।। [(স.শ.) বুদ্ধিযুক্ত লোক।

বুধিয়ক্ (বি) বুদ্ধিমান, বুদ্ধি থকা;

বুধ্ বৰীয়া (বি) বুধবাৰে জন্ম বা হোৱা।

বুধ্ বাৰ্ (স. শ.) সপ্তাহৰ চতুৰ্থ দিন।

বুন্দাযাৰ্ (বি) সমূলি নষ্ট, ধ্বংসিত।

বুপা-ককা (স শ.) পিতৃ-পিতামহাদি উপৰি পুৰুষবিলাক।

বুৰ্ (স. শ.) মূৰলৈকে গোটেইটো গা পানীত প্ৰবিষ্ট কৰা কাৰ্য্য, জোবোৰা। (অ. ধা.) পানীৰ তললৈ যা। [বা বৰ্ণনা।

বুৰঞ্জী (স. শ.) পুৰণি কথাৰ বিৱৰণ

বুৰা (স.ধা.) পানীৰ তল কৰ্, পানীৰ তললৈ সুমা।

বুৰিয়া (অ. ধা.) বুৰ দি, বুৰ মাৰ।

বুৰুলিখেৰ্ (স.শ.) ঘৰৰ চালৰ পুৰণি খেৰ।

বুৰ্ বুৰণি, বুৰ্বুৰণি (স. শ.) পানীৰ ওপৰলৈ উঠা অতি ক্ষুদ্ৰ ফুটবোৰ বা ফেনবিলাক; মূৰ্চ্ছিত মানুহৰ মুখে ওলোৱা ফেন।

বুৰ্ বুৰীয়া, বুৰ্বুৰীয়া (স. শ.) পানীৰ ওপৰলৈ উঠা ফুটবোৰ; কোঁহাৰ সমূহ। [বা।

বুল্ (অ. ধা.) খোজ-কাঢ়্, খোজ-কাঢ়ি

বুলন্ } বুলনি } (স.শ.) খোজ-কাঢ়ন ; খোজ-কঢ়াৰ প্ৰকাৰ, গতি।

বুলনী-কাপোৰ (স. শ.) যাটিত ভৰি নিদিয়াকৈ খোজ-কাঢ়িবলৈ পৰা কাপোৰ।

বুলনী } বুলনী-ঘৰ } (স. শ.) গাত বদ্-বতাহ নপৰাকৈ এটা ঘৰৰ-পৰা আন এটালৈ যোৱা দীঘল ঘৰ।

বুলা (স. ধা) খোজ কাঢ়িবলৈ শিকা ; খেলৰ গুটি-আদি চলা ; গাত স্তুত লগাবলৈ অলপকৈ মোহাৰ বা হাত চলা।

বৃত্তান্ত (স. শ.) বিৱৰণ।

বৃত্তি (স.শ.) জীৱিকা ; ব্যৱসায়। [জাতি

বৃত্তিয়াল্ (স.শ.) সোণাৰিৰ বৃত্তি-লোৱা

বৃথা (বি) নিৰৰ্থক, নিস্ফল। [পূৰণি।

বৃদ্ধ (বি) বুঢ়া, বয়সীয়া ; বহুকলীয়া,

বৃদ্ধত্ব (গু. শ.) বুঢ়া অৱস্থা বা বয়স।

বৃদ্ধাঙ্গুলি (স. শ.) বুঢ়াআঙুলি।

বৃদ্ধি (স. শ.) বাঢ়ন, অধিক বা ডাঙৰ হোৱা অৱস্থা।

বৃষ } বৃষভ } (স.শ.) ষাঁড়, ভতৰা ; দ্বিতীয় ৰাশি।

বৃষ্টি (স. শ.) বৰষুণ।

বৃহৎ (বি) ডাঙৰ, বৰ।

বৃহস্পতি (স. শ.) এজনা ঋষি, তেওঁ দেৱতাবিলাকৰ গুৰু ; পঞ্চম গ্ৰহ ; পঞ্চম বাৰ।

বৃক্ষ (স. শ.) গছ।

বেই (স.শ.) দৰা বা কন্যাৰ গাধুওৱা ঠাইৰ ওপৰৰ আচ্ছাদন।

বেইতা (বি) বিয়া-কৰা, বিবাহিত (স্ত্ৰী, পুং)।

বেওঁ (স. শ.) এটাৰ বা আঠ হাত মাটি ; কঠ-বোৱা বাঁচ।

বেওঁচনীয়া (বি) পোন পটিৰ নোহোৱা ; একভীয়া হৈ যোৱা (স.শ.) জোৰাত খোৱা পাক, যোচোকা।

বেং (স. শ.) ভেকোলা।

বেঁকা } বেঁকোৰা, } (বি) ভঁজীয়া, পোন নোহোৱা।

বেঁকাবেঁকি (বি) অনেক ভাঁজযুক্ত, বাৰভঁজীয়া। [বেঁকামুই।

বেঁকামুৱা (বি) ভেঙুৰা মুখযুক্ত ; (স্ত্ৰী)

বেঁত (স. শ.) এবিধ লতা, তাৰ ফালি জৰী কৰা যায় ; মুখৰ বিকা।

বেঁতগাঁজ (স. শ.) বেতৰ আগ ডাগ (তাৰ স্বাদ তিতা)।

বেঁতৰক্কা (স. শ.) শত্ৰু প্ৰতিকাৰৰ অৰ্থে মনৰ দৃঢ় ভাৱ। ১

বেঁতনি (স. শ) বেঁতৰ হাবি।

বেঁতো বাহ (স.শ.) এবিধ গা-সৰু বন-ৰীয়া বাঁহ।

বেঁতেৰি "বেতেৰি" চোৱা।

বেঁৰা (স. শ.) চিকণ হোৱা দীঘলীয়া গাঁৰ । [খাটে) ।

বেকেটা (বি) বেঁকা, ভঙ্গীয়া, (মুখত)

বেকেটা মুৰা ( বি ) বেঁকামুৰা ; (স্ত্রী) বেকেটামুৰী ।

বেগ্ (স. শ.) শীঘ্রতা ; শীঘ্র গতি ।

বেগত্, বেগেত্ (স.শ.) মেলি বহলোৱা বুঢ়া আঙুলিৰ আৰু মাজৰ আঙুলিৰ জোখ ।

বেগেতীয়া (বি) এবেগত পৰিমাণৰ ।

বেগত্তিলেই, বেগতে ( ক্রি. বি.) শীঘ্রে, খৰকৈ ।

বেগৱন্ত, বেগ্‌বান্ ( বি ) বেগী, বেগাই যোৱা ।

বেগাই (ক্রি. বি.) শীঘ্রে, খৰকৈ ।

বেগাবেগি (স. শ.) ততাতৈয়া, খৰ-খেদা ।

বেগাল্, বেগী (বি) বেগৱন্ত ।

বেজা (বি) ফুটাই কথা কব নোৱৰা, ভাঁকৰা ; একো নজনা, অজ্ঞান । ( স. শ. ) ভাঁকৰা, আজলা বা অজ্ঞান মুনিহ ; (স্ত্রী) (বি) (স.শ.) বেজী । এটা তৰিৰ পৰা আনটো তৰি বহুত আগ বঢ়াই দিয়া খোজ; ওখত থকা বস্তুলৈ হাত মেলোঁতে তৰিৰ আঙুলিত ভৰ দি থিয় হওন ; এবিধ মাছ ।

বেজেটি ( স. শ. ) অন্তৰ খুৰাৰ পাচ ফালৰ ঘুৰীয়া নখ ; খুৰাৰ পাচ-ফালৰ খাল-ভাগ ।

বেজেতি চোবা, সঁচা কথা লুকাবলৈ বেঁকাকৈ কথা ক ।

বেজেনা (স.শ.) এবিধ কাঁইটীয়া গছ ; তাৰ ফল । [বেজা বৰণীয়া ।

বেজেনা-বুলীয়া (বি, কলাৰে মিহলি

বেচ্ (স.শ.) কিনা বস্তুৰ মূল্য, কাম-কৰাৰ বাবে দিয়া ধন । (স. ধা.) বিক্রয় কৰ, মূল্য লৈ দি । ( কৃদ. স. ) বেচোঁতা, (স্ত্রী) বেচঁতী ।

বেচন্ (কৃদ.স.) বিক্রয়, বেচা কার্য্য ।

বেচা (স. ধা.) লোকৰ হতুৱাই বিক্রী কৰা । (স.শ.) চালৰ ওপৰত মেলা এতৰপ খেৰ ।

বেচি ( বি ) অধিক, অতিৰিক্ত ।

বেচিকৈ (ক্রি. বি.) অধিককৈ, অতি-ৰিক্তকৈ । [ধা ।

বেচু (স. শ.) এবিধ কঁকালত হোৱা

বেচোৱাই (স. শ.) বেচ লৈ কাম-কৰা মানুহ । (বি) বেচ লৈ কাম-কৰা ।

বেজ্ (স. শ.) বৈদ্য,চিকিৎসা-কৰোঁতা, দৰব-দিওঁতা । [অসন্তোষ ।

বেজাৰ্ (স. শ.) মনৰ দুখ, শোক ;

বেজালি(ভ. শ.)বেজৰ বৃত্তি বা বিদ্যা ।

বেজিনী(স.শ.)চিকিৎসা কৰা তিৰোতা; প্ৰসবত সাহায্য কৰ্ত্তী।

বেজ্নী(স.শ.)কাপোৰ সিয়া লোৰ শলা।

বেজেৰা (বি) চোকা, লোণ বা টেঙা সৰহ হোৱা,বেজ বেজীয়া ;বেজাৰ-লগোৱা, অসন্তোষ-দিয়া, (মাত)।

বেজেৰা বেজেৰি (স. শ)বেজেৰা মাত, কেটেৰ-কেঙেৰ।

বেজ্কচু (স. শ.) এবিধ ডাঙৰ পতীয়া ৰবকৈ খজুওৱা কচু।

বেজ্ঘৰ্ (স. শ.) ৰোগীক চিকিৎসা-কৰা বা দৰৱ-দিয়া ঘৰ। [বৈদ্য।

বেজ্বকৰা (স. শ.) ৰাজ-বৈদ্য, ঘাই

বেজ্বেজা (অ. ধা.) গা বা মনত দুখ্ পা বা অসহ্য বোধ হ; যেনে, ধন ভাগোতে গা বা মন বেজ বেজায়।

বেজ্বেজীয়া (বি) চোকা, লোণ বা টেঙা অধিক হোৱা।

বেটী (স. শ.) দাসী, বান্দী।

বেটু (স. শ.) তামোলৰ ঠাৰিৰ কালৰ মূৰ; কোনো বস্তুৰ মূৰত লগোৱা চুপহি।

বেঢ়্ (স. ধা) বেষ্টন কৰ্, চাৰিও কাল আবৃত কৰ্, বেৰ্।

বেঢ়া (স. শ.) এবিধ তিনটা খুৰাযুক্ত ঘূৰণীয়া ভাতৰ কাঁহীৰ আধাৰ।

বেণু (স. শ.) বাঁহী, মুৰুলী।

বেতন্ (স. শ) বানচ, কামৰ বেচ।

বেতেৰি (স. শ.) তেল-পেৰা শলা, বৈতেৰি।

বেতেৰি-চোবা (স.ধা.)পুনঃ পুনঃ একে কথাকে কৈ থাক্, কথাৰ বাজ এৰি নি দি।

বেতেৰি-বৰীয়া, বেতেৰি-পকীয়া, } (বি)আওপকীয়া; পোন নোহোৱা, (কথা); কথাৰ গাঁঠি এৰি নিদিয়া, সৈমান নোহোৱা (মানুহ)।

বেথা (স. শ.) মৰম, চেনেহ।

বেদ্ (স. শ.) হিন্দুবিলাকৰ ঘাই শাস্ত্ৰ।

বেদনা (স. শ.) বিষ, পীড়া।

বেদান্ত (স. শ)এজনা পৰমেশ্বৰৰ উপাসনাৰ উপদেশ দিয়া এখান পুথি।

বেদান্তিক্ বেদান্তী, } (স. শ.) বেদান্ত-জনা পণ্ডিত।

বেপাৰ্ (স. শ.) বাণিজ্য, বেহা

বেপাৰী (স. শ) বেপাৰ কৰোঁতা, মুদৈ। [বাস্ত।

বেবনি (স. শ.) গৰু, মেৰ বা ছাগৰ

বেবা (অ. ধা) গৰু বা ছাগৰ ৰবে মাত্; দুখত ৰবকৈ কেঁকা; যেনে, জৰত বেবাইছে।

বেবুজ্ (বি) বুজ নধৰা, নির্ব্বোধ।

বেবুৰা (বি) অকস্মাত ভয় পাই বুদ্ধি হেৰোৱা, বিতত হোৱা।

বেবেজীয়া (বি) অনেক ঠাইৰ পৰা আহি এঠাইত বসতি কৰা (মানুহ); পৰস্পৰ অবাধ্য।

বেবেৰিবাং (বি) বিশৃঙ্খল, আউলীয়া, (কথাত খাটে)। [বেমাৰী।

বেমাৰ্ (স. শ.) নৰিয়া, ৰোগ, (বি)

বেমেজালি (স. শ.) কামৰ ভৰ, বহুত কামলৈ বা অনেক কথালৈ মন দিব লগা হোৱাত বুদ্ধি হেৰোৱা অৱস্থা। [বিশৃঙ্খল।

বেমেলি (বি) সিচৰতি, গোট-গোট,

বেয়া (বি) মন্দ, অধম, অভদ্ৰ, বিষম; (স. শ.) মন্দ কাম, কুকৰ্ম; অমঙ্গল, অশুভ; মন্দ মানুহ; অসন্তোষ।

বেৰ্ (স. শ.) বেষ্টন কৰ্, চাৰিও ফাল আবৃত কৰ্। (স. শ., ঘৰৰ আবৰণ,বাৰ ;কোনো বস্তুৰ বেৰ।

বেৰা (স. শ.)আনৰ দ্বাৰা বেষ্টন কৰা। (স. শ.) টাটী।

বেৰায়বৈ } (সং) নবৈ আৰু দুই।
বেৰানৈ, }

বেৰাশী (সং) চাৰি কুৰি দুই।

বেৰি (স. শ.)দা-কটাৰীৰ নালৰ গেজি সোমোৱা ভাগ জাঠ আৰু নকটা কৰিবলৈ লগোৱা লোৰ চেপেটা আঙঠি।

বেৰীয়া (বি) একলীয়াকৈ বা শাৰীৰ বাহিৰে গজা, (দাঁত)।

বেৰে (ক্ৰি. বি.) বেৰৰ বা চাৰিও ফালৰ জোখত; যেনে, গছ-জোপা বেৰে তিনি হাত।

বেৰেটি (স শ.) হাতৰ কিলা ফুটিৰ ভিতৰ ফালৰ সন্ধি স্থান।

বেল্ (স.প.) এবিধ কাঁইটিয়া গছ; তাৰ ফল।

বেলা (স. শ.) সময়, কাল; আধা দিন; যেনে এবেলাৰ বাট; তাৰৰ লোকৰ ভৰি ধুউৱা পাত্ৰ।

বেলি (স. শ.) সূৰ্য্য; সময়; যেনে, বহুত বেলি হল, পলম; যেনে, বেলি নকৰিবি; বাৰ, কোনো কাম সম্পূৰ্ণৰূপে কৰা কাল; যেনে এবেলি গল।

বেলি-ফুল্ (স. শ.) সূৰ্য্যলৈ মুখ কৰি থকা এবিধ ঘূৰণীয়া হালধীয়া ফুল।

বেলিয়ে পতি (ক্ৰি. বি.) প্ৰতি-বাৰত।

বেলেগ (বি) পৃথক, একে লগে নথকা; (স.শ.) প্ৰভেদ, বিভিন্নতা।

বেলেগতীয়া (বি) পৃথকায়,বেলেগ হৈ গৈ পৃথকে থকা।

বেলেগা (স.ধা) বেলেগ কৰ্, আঁতৰা।

বেলেগে (ক্ৰি. বি.) পৃথক কৰি বা হৈ, আঁতৰে।

বেলোল্ (স. শ.) কাচ।
বেল্‌ঠৈ (স. শ.) জলফাই টেঙা।
বেশ্ (স. শ.) সাজ, কাপোৰ আদিৰে শোভিত আকাৰ। [তিৰোতা।
বেশ্যা (স. শ.) নটনী, বাজহী
বেশ্যালয় (স. শ.) নটিনীৰ ঘৰ।
বেশ্যালি (গু. শ.) বেশ্যাৰ বৃত্তি বা আচৰণ।
বেষ্টন্ (স.শ.) বেৰি বা আবৰি ধৰা কাৰ্য্য, চাৰিও ফালে দিয়া বেৰ বা আবৰণ।
বেষ্টন্ ৰেখা (স.শ.) লেখাৰ মাজত শব্দৰ অৰ্থ-আদি বুজাবৰ নিমিত্তে লিখা কথাৰ আগত আৰু পাচত দিয়া বেঁকা আঁক; যেনে [()]।
বেষ্টিত্ (কৃদ.বি.) চাৰিও ফালে বেৰা, আবৃত।
বেহা (স শ.) বাণিজ্য, বেপাৰ। (অ. ধা.) বেপাৰ কৰ্, যেনে, বিদেশীয়ে আগামত বেহাইছেহি।
বেহানি (স. শ.) দ্ৰব্য, বস্তু।
বেহি (স.শ.) কলহ-টেকেলিৰ পৰা তেল উলিওৱা বাঁহ-ন্যাদিৰ সৰু চোঙা।
বেহু (স শ) যুদ্ধৰ কাৰণ শ্ৰেণী লগাই থিয় কৰা সৈন্য-সমূহ।
বেঁহমাৰি (স.শ.) তেলীশাল আৰু ঢুঁহিয়াৰ শাল ঘূৰোৱা মাৰি।

বেহৰাৰ } (স শ.) আধাৰ
বেহৰাৰ-বটা } দিবলৈ বটা সবিষহ।
বেহেকৰা (স. শ.) বেপাৰী।
বৈকুণ্ঠ (স. শ.) বিষ্ণুৰ নগৰ।
বৈগুণ্ (স. শ.) অহিত, অপকাৰ।
বৈচ্ (স. শ.) হালত নিয়োজন, বন-লগোৱা অৱস্থা, যেনে—বৈচৰ গৰু।
বৈচা (বি) লৈ যোৱা, বাহক, নিজৰ যতনেৰে নিয়া, যেনে—নাও বৈচা; কোনো কাৰণৰ সময়।
বৈঠ্ (অব্য) হাতীক আঁঠু কাঢ়িবলৈ কোৱা মাত।
বৈঠ্ পৰ্ হাতীৰ দৰে আঁঠু কাঢ়্।
বৈতৰণী (স.শ.) যমৰ নগৰলৈ যোৱা বাটত পৰা নৈ। [বিধান-কৰা।
বৈদিক (বি) বেদৰ মতে চলা; বেদে
বৈদ্য (স.শ.) চিকিৎসক, বেজ।
বৈনাই (স. শ.) ভনীৰ স্বামী।
বৈধ (বি) বিধি-সিদ্ধ।
বৈধব্য (গু. শ.) বিধৱাৰ অৱস্থা।
বৈপৰীত্য (গু. শ.) বিপৰীত হোৱা অৱস্থা, বিৰোধ।
বৈয়াল্ (বি) সহনশীল, সিধা, শান্ত।
বৈৰ-ভাৱ (স.শ.) শত্ৰুতা। [দৰে
বৈৰ-ভাৱে (ক্ৰি.বি.) শত্ৰুৰূপে, শত্ৰুৰ
বৈৰাগী (স.শ.) বৰাগী, সংসাৰৰ সুখ-এৰা লোক।
বৈৰাগ্য (গু.শ.) সংসাৰৰ সুখ-পৰিত্যাগ কৰি ঈশ্বৰত মন লগোৱা কাৰ্য্য।

বৈৰী ( স. শ. ) শত্ৰু।

বৈলাখ্য ( স.শ. ) বিলক্ষণতা, পৰান্তৰ।

বৈশাখ্ (স.শ.) বছৰৰ প্ৰথম মাহ।

বৈশ্য ( স.শ.) হিন্দু বিলাকৰ তৃতীয় জাতিৰ মানুহ।

বৈষ্ণৱ (স.শ ) বিষ্ণুৰ ভক্ত।

বোকা (স.শ.) পঙ্ক, পানীযুক্ত মাটি। (বি) পঙ্কময়।

বোকোচা (স.শ.) মানুহ বা বস্তু তুলি নিয়াত ব্যৱহৃত, মানুহৰ পিঠি; পিঠিত তুলি নিয়া বোজা;

বোক্‌বোকনি (স.শ.) মুখৰ ভিতৰত কৰা অস্পষ্ট শব্দ।

বোক্‌বোকা (স.শ.) মুখৰ ভিতৰত অস্পষ্ট শব্দ কৰ্।

বোজা (স.শ.) পিঠিত বা মূৰত নিয়া গধুৰ বস্তু। [ হস্ত।

বোজাই (স.শ.)নাৱৰ ভৰা, নাৱত ভৰা

বোটল্ (স.ধা.) বুটল্।

বোদ্‌বুদীয়া, বোদ্‌রূপ্ (বি) নেমাতি মুখ ওফন্দাই থকা, মৌন।

বোধ্ (স.শ.)জ্ঞান, বুজ,বুজিবৰ শক্তি।

বোধগম্য(বি)বোধে ধৰা, মনেৰে বুজা।

বোন্দা (স শ.) মতা মেকুৰী।

বোন্দা কাঁহ্ (স.শ.) এবিধ বেয়া মলিন কাহ; বিবৰ্ণ কাহ।

বোন্দা-কেঁচু(স.শ.)এবিধ ডাঙৰ কেঁচু।

বোন্দোৰা (বি) কঁটীয়া, বাঢ়িব নোৱৰা

বোপাই (স.শ.) পিতা।

বোবোৰা (বি) সৰু-সৰু ফোঁহাযুক্ত; মহ-আদিয়ে কামোৰাৰ অনেক সাঁচযুক্ত।

বোবোকামুৰা(বি)সৰু-সৰু টোপোৰাৰে পূৰ বা উথহাৰ নিচিনা মুখযুক্ত; (স্ত্ৰী) বোবোকামুৰী।

বোল্, (স.শ.) বৰ্ণ, ৰবণ। (স.ধা)মাত্, ক, উক্তি কৰ্। (কৃদ. স.) বোলোঁতা; (স্ত্ৰী) বোলঁতী।

বোলা (স.শ.) এবিধ কাঠ। (স.ধা.) ৰবণ লগা, বোল দি; লোকৰ দ্বাৰা মতা বা কোৱা।

বোলাবুলি (স.শ.) বাচ্যাবাচি।

বোলমাত্ (স.শ.) গালি।

বোৰঁতী (বি) সোঁত বৈ থকা, (নৈ)।

বোৱনী (স.শ.) ধন বৈ কাপোৰ-বোৱা তিৰী।

বোৱা(স.ধা.)সোঁত চলা; আনৰ দ্বাৰা চাহ কৰা, কাপোৰ কৰা বা নাও চলোৱা, ইত্যাদি।

বোৱাৰী (স.শ ) পোৰ বা ভাইৰ ঘৈণীয়েক।

বোৱাল্ (স.শ.) এবিধ মছ।

বৌ (স.শ.) ককাইৰ ঘৈণীয়েক।

বৌধা (স. শ.) কলা-পটুৱা; ভামোলৰ চকুৱা।

বৌদ্ধ / বৌধ্ } (স.শ.) বুদ্ধৰ মতত প্ৰবৰ্ত্তা লোক ।

বৌলা (স. শ.) কচু-পাতৰ ঠাৰিৰ বহল ভাগ ।

ব্যক্ত (বি) প্ৰকাশিত, বিদিত, দেখা ।

ব্যক্তি (স.শ.) লোক, মানুহ ।

ব্যগ্ৰ(বি)উতলা, পলম সহিব নোৱৰা ।

ব্যগ্ৰতা (গু.শ.) ব্যগ্ৰ হোৱা অৱস্থা ।

ব্যঞ্জন্ (স. শ.) আঞ্জা ; স্বৰৰ যোগ নোহোৱাকৈ মাতিব নোৱৰা আখৰ ; যেনে, ক্, খ্, ইত্যাদি ।

ব্যঞ্জনান্ত (বি) অন্তত ব্যঞ্জন থকা ; যেনে, ব্যঞ্জনান্ত শব্দ, ঘৰ্ ।

ব্যতিক্ৰম্ ( স.শ. ) বৈপৰীত্য, ওলটা ।

ব্যতিৰেকে (অব্য) বিনা,বাজে, নহলে

ব্যথা (স শ.) বেদনা, বিষ ।

ব্যভিচাৰ্ (স.শ.) নিজে বিয়া নকৰা তিৰোতা বা মতাৰে সহবাস ।

ব্যভিচাৰী ( বি ) নিজে বিয়া নকৰা তিৰীৰে সহবাস-কৰা ; (স্ত্ৰী) ব্যভিচাৰিণী ।

ব্যয়্( স. শ. ) খৰচ, ব্যৱহাৰ কৰি টুকোৱা কাৰ্য্য ; ব্যৱহাৰ কৰি টুকোৱা ধন ( বি ) ব্যৱহাৰ কৰি টুকোৱা (ধন বা বস্তু খাটে) ।

ব্যৰ্থ (বি) বৃথা, নিষ্ফল ।

ব্যৰ্থতা (গু. শ.) নিষ্ফলতা ।

ব্যৱধান্ (স.শ.) দুটা বস্তুৰ মাজৰ শূন্য ঠাই বা পদাৰ্থ ; যেনে, সেই দুটা ঘৰৰ মাজত ব্যৱধান নাই ।

ব্যৱসায়্ (স. শ.) কাৰ্য্য, কৰ্ম্ম ; বৃত্তি, জীৱিকাৰ নিমিত্তে কৰা কাম ।

ব্যৱসায়ী (স.শ.) কোনো এক ব্যৱসায়-কৰোঁতা, জীৱিকাৰ নিমিত্তে কোনো কাৰ্য্য কৰোঁতা ।

ব্যৱস্থা (স.শ.) বিধান, পণ্ডিতে প্ৰকাশ কৰা শাস্ত্ৰৰ মত ।

ব্যৱহাৰ্ (স.শ.)আচাৰ,ৰীতি ; কোনো বস্তু কাৰ্য্যত নিযুক্ত কৰণ ।

ব্যৱহাৰ্য্য (বি) ব্যৱহাৰৰ যোগ্য ।

ব্যৱহৃত (বি ) ব্যৱহাৰ কৰা, কামত লগোৱা ।

ব্যস্ত ( বি ) ব্যাকুল, বিবুদ্ধি, কামত [আবদ্ধ ।

ব্যস্ততা (গু. শ.) ব্যস্ত হোৱা অৱস্থা ।

ব্যাকৰণ্(স.শ.) ভাষা শুদ্ধকৈ লিখিবৰ আৰু কবৰ নিয়ম ।

ব্যাকুল্ / ব্যাকুলিত্ } (বি) আকুল, বিবুদ্ধি, ব্যস্ত ।

ব্যাখ্যা (স. শ.) ভাঙ্গি বুজোৱা কাৰ্য্য ; ভাঙ্গি বুজোৱা বুজনি ।

ব্যাঘাত্(স.শ.) বিঘ্ন, প্ৰতিবন্ধ,কাৰ্য্যত বিঘিনি ।

ব্যাঘ্ৰ (স. শ.) বাঘ ।

ব্যাধ্( স. শ. ) বস্তু বধি জীৱিকা- [কৰোঁতা ।

ব্যাধি (স.শ.) ৰোগ, নৰিয়া ।

ব্যাপ (অ.ধা.) বহু ঠাই জোৰ্, বহু

দূবলৈ বিস্তৃত হ। (স. ধা.) ভুবি-
পব, চাক্।
ব্যায়াম্ (স.শ.) অঙ্গ-পবিচালন।
ব্যুৎপত্তি (স.শ.) জ্ঞান, বিদ্যা, বোধ।
ব্যুৎপন্ন (বি) বিদ্যাবন্ত, জনা।
ব্রণ্ (স. শ.) ঘহু।
ব্রত্ (স.শ.) ধর্ম্মব অর্থে কবা উপবাস।
ব্রহ্ম (স.শ.) নিবাকাব ঈশ্বব,সৃষ্টিকর্ত্তা।
ব্রহ্মকণ্ (স.শ,) খুদ চাউল।
ব্রহ্মচাবী (স.শ.) বেদ পাঠ আক ধর্ম্ম-
কৃত্যত নিযুক্ত বামুণ; সেই নাম-
লোৱা এবিধ সন্ন্যাসী। [জ্ঞান।
ব্রহ্মজ্ঞান্ (স. শ.) পবমেশ্বৰব বিষয়ব
ব্রহ্মজ্ঞানী (স.শ.) পবমেশ্বৰক জনোতা,
পবমার্থ বুজা লোক।
ব্রহ্ম-বধ্ (স. শ.) বামুণব প্রাণ নাশ,
ব্রাহ্মণক বধা পাপ।
ব্রহ্মবধী (স.শ.) বামুণ বধোঁতা।
ব্রহ্ম-ভোজন্ (স. শ.) বামুণক দিয়া
ভোজ।
ব্রহ্মময়্ (বি) ঈশ্ববস্বরূপ, ঈশ্ববব তুল্য;
ঈশ্ববে ব্যাপি থকা।
ব্রহ্মলোক্ (স. শ.) ব্রহ্মাব নগব।
ব্রহ্মস্ব (স.শ.) বামুণব ধন বা বস্তু।
ব্রহ্মহত্যা (স. শ.) ব্রহ্মবধ, বামুণ বধা
পাপ। [এজনা দেবতা।
ব্রহ্মা (স.শ.) জগতক স্রজা, চাবিমুখীয়া
ব্রহ্মাণ্ড (স.শ.) জগত, পৃথিবী। [মাটি।
ব্রহ্মোত্তব্ (স,শ.) বামুণক দিয়া নিকব
ব্রহ্মোত্তবীয়া (বি) ব্রহ্মোত্তবব সম্বন্ধীয়।
ব্রাহ্মণ্ (স.শ.) হিন্দুবিলাকব প্রথম
আক প্রধান জাতি, বামুণ।

---

## ভ।

ভংভঙ্গীয়া (বি) অকপটীয়া, পেটত
কথা নথকা।
ভঁইবা (স.শ.) ভোমোবা গুটি; তাব
গছ। [বটি।
ভঁজ্ (স. শ.) ক্ষীণ বা বিকৃতি রূপ,
ভঁজীয়া (বি) ভাঁজ থকা; বেঁকা।
ভঁজুবা (বি) ভাঁজ বা মিহলি থকা, শুধ
নোহোৱা।
ভঁবসুবা }
ভঁড়লুবা } (বি) ভঁবালত থকা, ভঁবালব।
ভঁবাল্ (স.শ.) ভাণ্ডাব, ধান বা আন
বস্তু-থোৱা ঘব।
ভঁবালী (স. শ.) ভঁবালত বস্তু সামবি
থওঁতা, ভঁবালব অধ্যক্ষ।
ভকত্ (স. শ.) সেবক, দেবতাব উপা-
সক; কোনো সত্রত বিষ্ণুব নাম-
প্রসঙ্গ-কবোঁতা; কোনো বস্তুত
বব বত মানুহ, (নিন্দার্থত) যেনে,
কানিব ভকত।
ভকতনী (স. শ.) ভকতব ভার্য্যা।

ভকতালি (স. শ.) ভকতৰ গুণ বা আচৰণ ; ভকতৰ নিচিনা আচৰণ।

ভকতি (স.শ.) ভক্তি, দেৱতাৰ উপাসনা।

ভকতী (স' শ.) সভাৰ বিষ্ণুৰ নাম-প্ৰসঙ্গ-কৰা ভিৰোতা।

ভকতীয়া(বি) হিন্দুধৰ্ম্মত প্ৰবৰ্ত্তী ; সত্ৰৰ ভকত-সম্পৰ্কীয় ; যেনে, ভকতীয়া মাত।

ভকতীয়া বান্ধ্ মিঠা বা কোমল কথাৰে মৰকৈ হেঁচিধৰা কাৰ্য্য, মিঠা কথাৰ হেঁচা ; যেনে, ভকতীয়া বান্ধ লগাইছে। [ গালি।

ভকৰা-মাত্ (স. শ. ) বেঙেৰা মাত,

ভকুৱা (স.শ.) বাহু-ঢেকেৰা,বাহু-মাছৰ ডেকেৰা পোৱালি।

ভক্ত (স.শ.) ভকত, দেৱতাৰ মাইকৈ বিষ্ণুৰ উপাসক।

ভক্তি (স. শ. ) উপাসনা, আৰাধনা ; খাটনি, লোটনি।

ভক্তি-ভাৱে (ক্ৰি. বি.) ভক্তিৰে সৈতে, বৰ সন্মানেৰে।

ভক্তিমন্ত } (বি) ভক্তিযুক্ত,দেৱতাত
ভক্তিমান্ } শ্ৰদ্ধা থকা।

ভকৃতকনি (স.শ.) পোৰা ঘাৰ বেদনা।

ভকৃতকা (অ.ধা.) ভেং ভেংকৈ পোৰাৰ দৰে বেদনা অক্ষা।

ভঙ্গ্ (স-শ.) ৰণচ, ব্যয়,বিপ্লৱ, শক্ৰৰে দেশ আক্ৰমণ কৰাত প্ৰজাৰ পলায়ন ; যেনে, মানৰ ভগন।

ভগনিয়াৰ্ ( স. শ. ) কোনো কাৰণত নিজ ঠাই এৰি আন ঠাইত বাস লোৱা মানুহ।

ভগনীয়া (বি) ভাগি যোৱা, আপদৰ নিমিত্তে স্থানান্তৰ হোৱা ; ভয়ত পলোৱা।

ভগৱতী (স. শ.) দেৱী ; দুৰ্গা।

ভগৱন্ত } (স. শ.) পৰমেশ্বৰ ; বিষ্ণু
ভগবান্ } (বি) মহিমাযুক্ত, আৰাধ্য, পূজনীয় (দেৱতা বা ঋষিত খাটে)।

ভগা (স.ধা.) ভাগ কৰ্। ( সু. স. ) ভগাওঁতা, (স্ত্ৰীং) ভগাঁতী।

ভগি (স. শ ) ভোলোঙা।

ভগিনী (স.শ.) বাই বা ভনী। [ভাগী।

ভগিয়াৰ্ (স.শ.) ভাগ-পাওঁতা, অংশী,

ভগী (বি)ভাগ্যবান,ভগৱন্ত ; ভগনীয়া।

ভগীয়া (বি) ভাগ-পোৱা, এটা বিশেষণ বা সংখ্যা শব্দৰ পাচত লগ লাগে যেনে, পাঁচ-ভগীয়া ভকত।

ভগ্ন ( বি ) ভগা, দুই বা অধিক খণ্ড হোৱা ; কটা ; পৰাস্ত হৈ পলোৱা ; যেনে, ভগ্ন দূত।

ভঙ্গ (স. শ.) ভগ্ন অৱস্থা ; পৰাজয়। (বি) পৰাস্ত বা পৰাজিত ; ভগা, ছেদ-পৰা ; যেনে, নিদ্ৰাভঙ্গ হল। সিদ্ধ নোহোৱা, নিস্ফল হোৱা।

ভজনীয়া (বি) গোটা ৰূপ সলাই লোৱা, সক বা অলপ মূলীয়া,(ধনত খাটে); যেনে, ভজনীয়া ধন নাই।

ভজা (স. ধা.) আনৰ দ্বাৰা ভগ্ন কৰা; বুধি দি অমান্তি কৰ্, অমান্তি হৰলৈ বুধি দি; গোটা ৰূপ দি সক বা অলপমূলীয়া ধন ল। (কৃদ.স.) ভজাওঁতা; (স্ত্রী) ভজাওঁতী।

ভজি (স. শ.) হাতৰ, মুখৰ বা চকুৰ ঠাৰ; বহি, শুই বা থিয় হৈ থকাত অঙ্গৰ ভাঁজ।

ভজুৱা (বি) ভাঙ্গত ৰত, ভাং-খোৱা। (স. শ.) ভাং-খোৱা মানুহ; (স্ত্রী) (বি.স.শ.) ভাজুৱী।

ভচি (স. শ.) বেচা-কিনাত লেখৰ বা জোখৰ ওপৰঞ্চি দিয়া বস্তু, ফাও।

ভজ্ (স. ধা) উপাসনা বা আৰাধনা কৰ্, পূজা কৰ; স্বামী বা সহায়-ৰূপে গ্রহণ কৰ্।

ভজন্, ভজনা (স. শ.) উপাসনা, আৰাধনা, পূজা।

ভজা (স. ধা.) শৰণ লগা, হৰি-সমুখ কৰ্; যেনে,গোসায়ে শিচ ভজায়, আনৰ দ্বাৰা শুকানে নাইবা তেলত বা ঘিউত পাক কৰা (স. শ.) এবিধ গছ।

ভট্ (স. শ.) সেনা। ১

ভটৰাই (ক্রি.বি.)ভটৰ শব্দ কৰি,সহজে, (জৰী আদি ছিগাত খাটে)।

ভটা (স.শ.) পুৰিবলৈ যুগুত কৰা চুন, শিল বা ইটাৰ দম; টাং গুটি খেলা মাৰি।

ভটা-গুটি (স. শ.) টাং-গুটি; এটাৰ পাচত আনটো ওপৰলৈ দলিয়াই খেমালি-কৰা দুটা কাঠৰ গুটিৰ এটা।

ভটিমা (স.শ.) মাধৱ দেৱে ৰচনা-কৰা শঙ্কৰ দেৱৰ স্তব; স্তুতি।

ভটীয়ান্ (স.শ.) নৈৰ নাম ফাল,সোঁত বৈ যোৱা ফাল।

ভটীয়া (অ. ধা.) নৈৰ নামনি ফাললৈ নাও চলাই যা; দেশৰ পশ্চিম ফাললৈ যা; শয্যাৰ ভৰিৰ ফাললৈ হুঁহকি যা।
(বি) ভাটিৰ ফাললৈ যোৱা।

ভণ্ (স. ধা.) ৰচনা কৰণ।

ভণন্ (কৃদ. স.) ৰচনা কৰণ।

ভণা (স.শ.) কোৱা, বাক্য ৰচনা।

ভণিত্ (বি) ৰচনা-কৰা, লিখা, ৰচিত।

ভণিতা (স. শ.) পদ পুথিৰ অধ্যায় অন্তত পুথি লিখোঁতাই প্রকাশ কৰা আপোনাৰ নাম-আদি।

ভণ্ড (স. শ.) বঞ্চক, চলাহী মানুহ, মিছলীয়া।

ভণ্ডাৰ্ (স. শ.) ভঁৰাল, ধন বস্তু থোৱা [ কৰ।

ভঙাৰী (স. শ.) ভঁৰালত বস্তু সামৰি-থওঁতা।

ভতৰা (স.শ.) ষাঁড়।

ভতা (স. ধা.) ভাহোন লগা।

ভতিজা (স. শ.) ককাইৰ বা ভাইৰ পুতেক; (স্ত্রী) ভাতিজী। (বি) ককাইৰ বা ভাইৰ পৰা জন্ম পোৱা; যেনে, ভতিজা পো, ভতিজা জী।

ভতুৱা (স.শ.) জিলমিল শাক। (বি) ভাত-তাৰী, অকামিলা, চোকা বা চতুৰ নোহোৱা; ভাত কৰি-বৰ বা সিজাই খাবৰ যোগ্য; যেনে ভতুৱা চাউল।

ভদৰ্-কলী (স.শ.) এবিধ সৰু চৰাই।

ভদীয়া (বি) ভাদত ওপজা বা উৎপন্ন; ভাদ মাহৰ।

ভদ্র (বি) উত্তম, শ্রেষ্ঠ। (স. শ.) মঙ্গল, কুশল। [ভাল মানুহ।

ভদ্রলোক্ (স.শ.) উচ্চ বংশৰ লোক,

ভনী (স.শ.) একেজনা পিতৃৰ পৰা বা মদাই-আদিৰ পৰা জন্মপোৱা আপোনাতকৈ সৰু ছোৱালী।

ভনী-জোঁৱাই (স.শ.) ভনীৰ গিৰীয়েক

ভন্‌ভনানি (স.শ.) মাখিৰ শব্দ।

ভন্‌ভনা (অ.ধা.) মাখিৰ দৰে শব্দ কৰ্।

ভবিষ্যত্ (বি) আগলৈ হব লগীয়া। (স.শ.) যি কাল আগলৈ আহিব।

ভমক্ (স. শ.) অকস্মাত উঠা খং; খংৰ বা তাপৰ প্রবলতা, প্রতাপ বা শক্তি।

ভমকাই } (ক্রি. বি) অকস্মাত
ভমক্-কৰে } ভমক শব্দ কৰি, (জুই জ্বলাত খাটে।

ভমকাদ্ (বি) অকস্মাৎ খং কৰি উঠা।

ভমকাফুলীয়া (বি) ডাঙৰ-ডাঙৰ ফুলেৰে শোভিত,(কাপোৰ-আদিত খাটে।)

ভম্‌ভমনি (স.শ.) গাৰ পোৰণি।

ভম্‌ভমা (অ.ধা.) পোৰণি বোধ কৰ, পোৰণিৰ পৰা দুখ পা।

ভম্‌ভমীয়া (বি) বৰ তাপযুক্ত।

ভয়্ (স. শ.) ত্রাস, দুখৰ বা বিপত্তিৰ আশঙ্কাৰ পৰা হোৱা মনৰ অস্থিৰতা।

ভয়ঙ্কৰ্ (বি) ভয়ানক, ভয়-লগোৱা।

ভয়াতুৰ্ (বি) ভীত, ভয়যুক্ত।

ভয়ানক্ (বি) ভয়-লগোৱা, ভয়ঙ্কৰ।

ভৰ্ (স. শ.) গধুৰ গুণ, তাৰ, গধুৰতাই তললৈ দিয়া হেঁচা। (স. ধা.) পাত্র-আদিত প্রবিষ্ট কৰ, বা সুমা; বাধিত হৈ ব্যয় কৰ, ধন ভাং; যেনে, পাঁচ টকা ভৰিলে। (অ. ধা.) পূৰ হ, ভিঃৰত ঠাই নথকা হ; যেনে, ঘৰ ভৰিল। (ক্রম. স.) ভৰণ। [ভাবি।

ভৰক্ (স. শ.) বৰ-কথা, গপ্প; মিছা

ভৰকাদ্ (বি) ভৰক-মৰা; মিছা ভাবি-দিয়া।

ভৰকালি (ও. শ-) ভৰক-মৰা কাৰ্য্য, ভৰক। [গওপ মৰা।

ভৰকীয়া ( বি ) ৰবকধীয়া,

ভৰণ্ ( স. শ ) বায়ু শান্ত কৰিবলৈ মুৰত দিয়া চেঁচা বস্তু।

ভৰণি (স. শ.) অবাৰত বা বাধিত হৈ কৰা ব্যয়, ক্ষতি, হানি। (বি) হানি পূৰাবলৈ দিয়া অকাৰণত খৰচ হোৱা।

ভৰণী (স. শ.) দ্বিতীয় নক্ষত্ৰ।

ভৰা (স.ধা.).পূৰ কৰ্, পূৰা; যেনে ভঁৰাল ভৰালে; অবাৰত বা বাধিত কৰি ব্যয় কৰা। (স.শ.) নাৱত ভৰা বস্তু, বোজাই; ভাৰ বা বোজা কৰি অনা বস্তু। (কৃদ.স ভৰাওঁতা; (স্ত্ৰী) ভৰাঁওতী।

ভৰি (স. শ.) পদ, চৰণ, সৰু-গাঁঠিৰ তলৰ চেপেটা ভাগ; এবাৰ বৈ অনা বা আনিব পৰা বস্তু; যেনে, পথাৰৰ পৰা ধান দুভৰি আনিছে, আৰু এভৰি মান আছে।

ভৰণ্ ( বি ) লৰা-ছোৱালী-আদিৰে পূৰ্ণ; গাভ, ফল আৰু ফুলেৰে পূৰ; পূৰ্ণ অৱস্থা-পোৱা। [কৰ্।

ভৰ্হ্ (অ.ধা.) মল-ত্যাগকৰ্, শৌচ

ভৰ-পূৰ্ ( বি ) পৰিপূৰ্ণ, গোটেই পূৰ। [চিত বা মাজ-খাল হ।

ভল্ (অ.ধা.) তাপ পাই মেচ ল, সঙ্কো-

ভলা (স. শ.) এবিধ গছ।

ভলুকা (স.শ ) এবিধ শকত বাঁহ।

ভল্ভলীয়া বি) হৰ্হৰীয়া, ভংভঙীয়া, পেটৰ কথা ভাজি কোৱা।

ভৱ (স. শ.) জগত, পৃথিৱী ; শিৱ।

ভৱানী (স.শ.) দুৰ্গা, পাৰ্ব্বতী।

ভস্ম (স শ.) ছাই।

ভস্মীভূত্(বি)ছাই হোৱা, সমূলি নষ্ট।

ভক্ষ্ (স.ধা) খা. গিল।

ভক্ষক্ (স.শ ) খাওঁতা।

ভক্ষণ্ (স.শ.) ভোজন, খাওন।

ভক্ষিত্ (বি) খোৱা, গিলা।

ভক্ষ্য (বি) খাবৰ যোগ্য, খাব পোৱা।

ভাই (স.শ.) কনিষ্ঠ, একে পিতৃ মাতৃৰ বা দদাই-আদিৰ নিজতকৈ বয়সে সৰু সন্তান।

ভাই-পো "পো-ভাই" চোৱাঁ।

ভাই-বোৱাৰী(স.শ.)ভাইৰ বৈণীয়েক।

ভাও (স.শ.) কোনো কাৰ্য্য কৰিবৰ প্ৰকাৰ,দিহা ; লোকৰ কাৰ্য্যৰ বা কথাৰ অনুকৰণ। ভাও জোৰ্, মিছাকৈয়ে পীড়া-পোৱা যেন দেখা।

ভাং (স.ধা.) ভগ্ন কৰ্, দুই বা বহু খণ্ড কৰ্; পদচ্যুত কৰ্, বিষয়ৰ-পৰা গুচা; ব্যয় কৰ্; উচ্ছন্ন বা ধ্বংসিত কৰ্; ভাষান্তৰ কৰ্। চহ,চাহ কৰ্। (কৃদ স.)ভাঙোতা; (স্ত্ৰী) ভাঙতী। ( স. শ. ) এবিধ বাগীয়াল গছ।

ডাউৰী "ডাঁৱৰী" চোৱা।

ডাউৰীয়া লো (স.শ.) চকাৰ বাজৰ ঘূৰণীয়া লোহা।

ডাঁজ্ (স. শ.) মেচ, বেঁকা ; কোনো বস্তুৰ পৰিমাণ বঢ়াবলৈ মিহলোৱা বেয়া বস্তু।

ডাটা } (স.শ.) শিকালে মানুহৰ দৰে মতা এবিধ চৰাই,
ডাটৌ } তাৰ অনেক উপজাতি আছে।

ডাঁৰ্ (স.ধা.) ছল্, বঞ্চ, ফাঁকি দি ; আগৈ যাত্। পাত ন-ল। (কৃদ.স) ডাৰোঁতা (স্ত্রী) ডাঁৰঁতী।

ডাঁৰণ্ (কৃদ.স.) বঞ্চন, ছলন।

ডাঁৱৰী (স.শ.) কঁৰাশলি ঘূৰোৱা খিলা।

ডাঁৱৰীপকীয়া (বি) ৰৰ পাক লগাই কথা-কোৱা, পোন কথা নোকোৱা, পাক-চক্র থকা, পোন পটিৰ নোহোৱা, (কথা)।

ডাঁৱৰী-পাক্ (স,শ.) ডাঁৱৰীৰ দৰে লোৱা পাক, ৰৰ বেগীপাক।

ডাহুটহুটনি ( স.শ. ) গাৰ কোনো ভাগত হাত ফুৰালে উঠা ঘুৰঘুৰণি।

ডাহুইকুটা ( স.ধা. ) গাৰ কোনো ভাগত হাতেৰে লুৰকুৰাই ঘুৰঘুৰণি লগা, আৰু হাঁহি তোল্।

ডাকৰী } ( স. শ. ) গুটি-ধানৰ
ডাখৰী } ডঁৰাল। ( কাম )।

ভাগ্ (স.শ.) অংশ, খণ্ড, ৰবণীৰ ৰবীৰ পূজাৰ তলৰ তোখৰ। (অ.ধা.) দুই বা বহু খণ্ড হ ; উচ্ছন্ন বা ভোলাং হ ; নিজ দেশ এৰি বিদেশলৈ যা ; বিষয়া ভঙ্, নিষয় হেকৰা। [ কৰোঁতা।

ভাগেতী ( স. শ. ) ভাগৱত ব্যাখ্যা-

ভাগৰ্ (স. শ.) শ্রান্তি, কোনো কাম কৰোঁতে হোৱা দুখ বা দুর্ব্বলতা। ( অ.ধা. ) শ্রান্ত হ, কোনো কাম কৰি দুর্ব্বল হ।

ভাগৰণ্ ( কৃদ. স. ) শ্রান্ত হওন।

ভাগৰা (স.ধা.) শ্রান্ত কৰ্, ভাগৰ লগা।

ভাগৰুৱা (বি) শ্রান্ত, ভাগৰ-পোৱা।

ভাগৱত (স.শ.) ভগৱতৰ ভক্ত ; অঠৰ খান মহাপুৰাণৰ এখান।

ভাগিন্ (স.শ.) বাই বা ভনীৰ পুতেক ; (স্ত্রী) ভাগিনী।

ভাগী ( স. শ. ) অংশী, ভাগ-পাওঁতা ; একে বংশৰ মানুহ।

ভাগে (অব্য) ভাগ কৰি বা কৰা হৈ, (এটা সংখ্যা-শব্দৰ পাচত থাকে ) যেনে, পাঁচ ভাগে ভগালে ; কালৰ কোনো এক ভাগত, ( কালৰ অংশ-বুজোৱা আন এটা শব্দৰ পাচত থাকে ); যেনে, গধুলি ভাগে আহিবা।

ভাগ্য (স.শ.) কপাল, দশা, হুবাসনা।

ভাগ্যৱন্ত } (বি) সুকপলীয়া,সুখী।
যবান্ }

।ৰক্তি (বি) ভজা, চাহ-কৰা।

ভাঙতী "ভাং" চোৱঁা।

ভাজন্ (স.শ.) এবিধ মাছ। (কৃদ স.) ভজা কাৰ্য্য। [গজা ঠাই।

ভাঙনি (স.শ.) অধিক ভাং-গছ

ভাঙনিয়াৰ (স. শ.) ৰৰকৈ ধন-ভাঙোতা ; (স্ত্রী) ভাঙনী।

ভাঙি (স.শ.) হোলোং-নাও খোলা, বেঁকা হাঁতোৰাহ।

ভাঙুৰী "ভঙুৰা" চোৱঁা।

ভাঙোতা "ভাং" চোৱঁা।

ভাজ্ (স.ধা.) তেল বা ঘিউত সিদ্ধ কৰ্; জুইৰ তাপ দি মুগুত কৰ; ৰৱকৈ কষ্ট বা দুখ দে। (কৃদ.স.) ভাজোঁতা; (স্ত্রী) ভাজঁতী বা ভাজনী।

ভাজন্ (স.শ.) পাত্র, লোটা-বাটি-আদি; উপযুক্ত লোক। (কৃদ.স.) ভজা কাৰ্য্য।

ভাটী (স.শ) নৈৰ নাম-ভাগ; দেশৰ পশ্চিম-ফাল। [পাচ ভাগ

ভাটি-বেলা (স.শ.) আবেলি, দুপৰীয়াৰ

ভাণ্ড (স.শ.) মাটিৰ বা ধাতুৰ পাত্র।

ভাণ্ডক(স.শ.) ছলোঁৱা ভুৱা-দিওঁতা।

ভাণ্ডনা (স. শ.) ছলনা, বঞ্চনা, ফাঁকি।

ভাত্ (স.শ.) সিজোৱা চাউল )।

ভাতী (স.শ.) ধাতুৰ কাম-কৰা শালৰ জুইত বতাহ-লগোৱা যতন।

ভাতৃ (স.শ.) ভ্রাতৃ, ককাই বা ভাই।

ভাত্-কাপৰীয়া (বি)ধনৰ সললি ভাত আৰু কাপোৰ লৈ বন-কৰা।

ভাত্-কেৰেলা (স.শ.) এবিধ লতা; তাৰ খাদ্য ফল।

ভাত-ঘিলা (স.শ.) এবিধ গছ।

ভাত্তিতা(স.শ.)এবিধ বাহক-জাতিৰ গছ; তাৰ খাদ্য তিতা গুটি।

ভাত্-ভাৰী (বি) ভাতৰ-ভাৰ-বোৱা, ভতুৱা, কাম কৰিব নজনা,অধিক আহাৰ কৰা।

ভাদ (স.শ.) ভাদ্র, পঞ্চম মাহ।

ভাদ-মহীয়া (বি)ভাদ-মাহৰ। ক্রি,বি.) ভাদ-মাহত।

ভাপ্ (স.শ.) বাষ্প; তপত বস্তুৰপৰা ওলোৱা জলপীয়া তাপ; এবিধ বায়ুৰ দৰে নিচেই পাতল পদাৰ্থ; যেনে, অম্লোৎপাদক-ভাপ।

ভাপ্-জাহাজ্ (স.শ.) বাষ্পৰ দ্বাৰা চলোৱা এবিধ ডাঙৰ নাও।

ভাপ্-যন্ত্র(স.শ.)বাষ্পেৰে চলোৱা যতন।

ভাব্ (স.ধা.) গম, চিন্ত্, গুণি চা; চিন্তা কৰ্, ধ্যান কৰ্, যেনে; ঈশ্বৰক ভাবিবা। (স. শ.) অভি-প্রায়; গূঢ় অৰ্থ।

ভাবন্ (কৃদ.স.) ভৰা কাৰ্য্য, চিন্তন।

ভাবনা } (স.শ.) গুণনি,চিন্তা,উগুল-
ভাবনি } থুগুল।

ভাবৰ্ } ( স.শ. ) জাবৰ ; যাইকৈ
ভাবৰি } নাঙলৰ মুখত উঠা জাবৰ।

ভাবক্ (বি) ভাবার্থ বুজোৱা, ভাবেৰে বুজোৱা ; যেনে, ভাবুক বাক্য।

ভাবুকি ( স.শ.) মিছা ভাবি, মিছাকৈ দেখোৱা ভয় ; বনৰীয়া হাতী-খেদোৱা দীঘল খেঁাৰ।

ভাবোঁতা (কৃদ. স.) চিন্তোতা, ধ্যান-কৰোঁতা, (স্ত্রী) ভাবঁতী।

ভামাক্-ভুমুক্ "ভুমুকা ভুমুকি"চোৱা।

ভাৰা (স.শ.)সমনীয়া মানুহক আদৰেৰ মতা মাত।

ভাৰ্ (স.শ.)ভৰ,গধুৰতা ; কান-মাৰিৰ দুই মূৰে বান্ধি বৈ নিয়া বোজা ; কোনো কার্য্য কৰিবলৈ দিয়া ক্ষমতা।

ভাৰত্ } (স.শ.) চন্দ্ৰবংশী দুষ্মন্ত
ভাৰত-বর্ষ } ৰজাৰ পুত্ৰেক ভৰতে পৃথিবীৰ যি ভাগ শাসন কৰিছিল সেই ভাগ,এতিয়া তাৰ নাম ইণ্ডিয়া

ভাৰসা (স.শ.) উপকাৰৰ নিমিত্তে কৰা পাটনি ; উপকাৰ বা বাঞ্চা সিদ্ধ হব বুলি কৰা বিশ্বাস, আশা।

ভাৰী (স.শ.) ভাৰ-নিওঁতা।

ভাৰ-পাচি (স.শ.) ভাল-লোক কোনো ঠাইলৈ যাওঁতে তাৰ বাদ্ধি লগত বস্তু নিয়া চাৰি-চুকীয়া খুৰা লগোৱা পাচি।

ভাৰ্-মাৰি (স.শ.) কান-মাৰি, কান্ধত ভাৰ-নিয়া বাঁহ-আদি।

ভাৰ্য্যা (স.শ.) ঘৈণী,বেইতা তিৰোতা।

ভাল্ (বি) উত্তম, শ্ৰেষ্ঠ, সত্ ; যত্ন, নিৰোগী উচিত। (স.শ.) সুখ, মঙ্গল ; যেনে, তোমাৰ ভাল হলে বং পাওঁ ; উপকাৰ ; যেনে, লোকৰ ভাল কৰিবা ; উত্তম লোক, সন্ত ; যেনে, ভালৰ ভাল সর্ব্বতি-কাল্। (ক্রি বি.) শলগা বা সন্মতি বুজোৱা মাত, বাৰু।

ভালৰি (বি) বন্ধু-স্বৰূপ, সঙ্গৰঞ্জী, মিলি থকা। (স.শ.) বন্ধুতা, মিল।

ভালুক, (স. শ. ) এবিধ বৰ নোমাল হিংসক জন্তু। [ৰাকৈ।

ভালে (ক্রি.বি.) কুশলে,আপদ নোহো-

ভালেখানি } (বি) বহুত, অধিক।
ভালেখিনি }

ভালেটি (বি) অনেক, অধিক সংখ্যাৰ, (গণিৰ পৰা বস্তুত মাথোন খাটে)।

ভালেতো (ক্রি. বি.) এই কাৰণে হে, তাতে হে। [কাল।

ভালেদিন (স. শ.) অনেক, দিন বহু

ভালেবেলি (স.শ.) অনেক বেলা, দিন বা ৰাতিৰ বহুত সময়।

ভালে-ভালে (ক্রি. বি.) ভালে থাকোঁতেই, অনিষ্ট নৌ হওঁতেই।

ভালেমান্, (বি) বহুত, অনেক, বিস্তৰ ভালেহে "ভালেতো" চোৱা।

ভালকৈ (ক্রি.বি.) ভালৰূপে,ভালমতে।

ভাল্ মানুহ্ (স. শ.) ভদ্রলোক, উচ্চ বংশৰ লোক।

ভাব (স.শ.) মনৰ গতি; কাৰ্য্যৰ গতি; চেনেহ। ১

ভাৱনা (স.শ.) অসমীয়াৰ লগত আন ভাষা মিহলাই লিখা এবিধ উপ-নাটক, অৰ্দ্ধ পৈশাচী নাটক।

ভাৱৰীয়া (স.শ.)ভাও-দেখাওঁতা,বহুৱা।

ভাৱৰিবে (ক্রি. বি.) ভাবেৰে, মিনতি কৰি। ১

ভাবাৰ্থ (স.শ.) লেখাৰ ভাবৰপৰা বুজা অৰ্থ; কওঁতা বা লিখোতাৰ মনৰ ভাব।

ভাবে (ক্রি.বি.) প্রকাৰে, ৰূপে; যেনে, এই ভাবে,(এটা সংজ্ঞা বা বিশেষণ শব্দৰ পাচত থাকি ভাবে সৈতে এটা হৈ এটা ক্রিয়াবিশেষণ হয়); গুপ্ত-ভাবে, শত্রু-ভাবে।

ভাষা (স.শ.) কোনো এক দেশৰ বা জাতিৰ মানুহ বিলাকে ব্যৱহাৰ-কৰা মাত বা বাক্যসমূহ।

ভাস্ (স. শ.) সদাচাৰ, শুচি-অশুচিৰ বিচাৰ

ভাস্ভুৰ্ (ক্রি.বি.) অনৰ্থক,মিছামিছি। ১

ভাস্কৰ্ (স.শ.) সূৰ্য্য, বেলি।

ভিকহু (স.শ.) দৰিদ্র, দুখীয়া, নিছলা, (উপহাসত খাটে)।

ভিকাচন্ ভাগ, সকলো উপায় নষ্ট হ।

ভিঙা (স.শ.) দেখোৱা, ৰৰকৈ উথহা।

ভিঙাকাৰ্ (বি) উথহি ডাঙৰ হোৱা। (মৰি বা অন্য প্রকাৰে উথহাত খাটে)।

ভিজ্ (অ.ধা.) তিত, আৰ্দ্র হ।

ভিতৰ্ (স. শ.) মাজ; কোনো বস্তুৰ মাজৰ গুপ্ত ভাগ।

ভিতৰি (ক্রি. বি.) মনে-মনে, গোপনে, তলে-তলে।

ভিতৰুৱাল্ (বি) ঘৰৰ ভিতৰত থকা বা ভালৈ যোৱা, বিশ্বাসী।

ভিতৰে (অব্য) মাজে দি; যেনে, ঘৰৰ ভিতৰে আহিবি; ভিতৰৰ ফালে; যেনে, ভিতৰে ফোঁপোলা।

ভিতৰে ভিতৰে (ক্রি.বি.)ভিতৰৰ ফালে অনেক দূৰলৈকে,মাজে দি; মনে-মনে, গুপ্ত-ভাবে।

ভিতৰ-গুটি (স.শ.) জন্তুৰ বা মানুহৰ মূত উৎপন্ন কৰা মঙহ-গাঁঠি।

ভিতৰ্-ফাল্ (স.শ.) ভিতৰৰ ভাগ।

ভিতৰ্-ফালে (অব্য) ভিতৰৰ, মাজ-ভাগত; মাজে দি।

ভিতি (স. শ.) দিক, বিদিক। ১

ভিন্ ( বি ) বেলেগ, পৃথক।

ভিনীহি (স.শ.) বাইৰ স্বামী।

ভিন্ন ( বি ) পৃথক, বেলেগ।

ভিন্-ভাৱ (স. শ.) পার্থক্য, প্রভেদ, মিলৰ অভাৱ।

ভিন্‌টোকা (স.শ.) ভালৰূপে বান্ধ-নো-লোৱা বা কণী খুন্দাত ভাল নোহোৱা বলদ।

ভিন্নবাজ্ ( স. শ. ) অনেক জাতিৰ চৰাইৰ দৰে মাতিব পৰা এবিধ কলাবৰণীয়া চৰাই ; কেহেঁৰাজ।

ভিৰ্ (স.শ.)ভৰ ; হেঁচা ; মেচ, ভাঁজ। (অ.ধা.) বেঁকা হ ; ভাঁজ ল।

ভিৰা (স.ধা.) এজনী মহৰ এটা, ঠেং আন এজনীৰ ঠেঙৰে জুঁটি লগ লগা ; বেঁকা কৰ্, ঘোৰা।

ভিৰি (বি) মোহৰ নমৰা বা টকাৰ দৰে নচলা ; যেনে, ভিৰিৰূপ ; অকামিলা হোৱা, আগৰ ক্ষমতা আৰু খ্যাতি হেৰুওৱা ; যেনে, অমুক এতিয়া ভিৰি হৈছে।

ভিক্ষা (স.শ.) যাজ্ঞা, খোজন, মগনিয়া-বক দিয়া বস্তু।

ভিক্ষুক (স.শ.) মগনিয়াৰ, মগোঁতা।

ভীত্ (বি) ভয়যুক্ত, ভয়-পোৱা।

ভীতি (স. শ.) ভয়, ত্রাস।

ভীড়্ (স. শ. ) কার্য্যৰ ভাব ; বহুত লোক একত্র হোৱা কার্য্য।

ভীম্ (স.শ.) কুঁহিয়াৰ শালৰ কাঁতৰিৰ সগত খুৰি কুঁহিয়াৰ চেপা যতন ; দ্বিতীয় পাণ্ডব।

ভীম্-কল্ / ভীম্-কলা (স. শ.) আঠীয়া কল।

ভীম্‌কাৰ্ (বি) ভিওাকাৰ,উথহি ডাঙৰ হোৱা।

ভীমদল্ (বি) বিষৰ্ ঘাৰা উথহা বা উথহি ডাঙৰ হোৱা, গোৰ অঙ্গত থাটে।

ভু / ভু-ভা (স শ.) বুজ, সম্বাদ, বাৰ্ত্তা।

ভুঁক (স.শ ) পেটত আহাৰ-ধৰা আৰু জীণ-কৰা জোলোঙা।

ভুঁকলা (বি) ডাঙৰ ভুকযুক্ত, পেটাল ; (স্ত্রী) ভুঁকলী।

ভুক্ (অ.ধা.) কুকুৰৰ দৰে শব্দ কৰ্।

ভুকনি (স. শ) কুকুৰৰ শব্দ।

ভুকীয়া (বি) ক্ষুধিত, ভোকাল।

ভুকু (স.শ.)হাতৰ মুঠিৰে কৰা আঘাত।

ভুকুৱা (স. ধা.) হাতৰ মুঠিৰে মাৰ।

ভুকুৱাভুকি (স.শ.) এজনে আন জনক ভুকুওৱা বা মুঠিৰে মৰা কাৰ্য্য।

ভুজ্ (স. শ.) বাহু, হাতৰ ঠাবি ; হস্ত, হাত। [চোৰী।

ভুজং (স. শ.) কথাৰ নাল, বং। "বং"

ভুজঙ্গ (স.শ.) সাপ।

ভুজ্ (স.ধা.) ভক্ষণ কৰ্, খা ; ভোগ

কৰ, (সুখ বা দুখ্) ; যেনে, জগ-তত মানুহে সুখ বা দুখ ভুঞ্জে।
ভুঞ্জন্ (কৃদ.স.)ভোজন বা ভোগ কৰণ।
ভুঞ্জা ( স. ধা. ) খুৱা, ভোজন কৰা ; সুখত বা দুখত পেলা।
ভুটীয়া ( বি ) ভোটৰ, ভোটৰ দেশত হোৱা। (স. শ.) ভোট, ভোটাস্তৰ মানুহ।
ভুটুংকৰে } ( ক্রি. বি. ) অকস্মাত,
ভুটুকাই } আগেয়ে নজনোৱাকৈ, ( গুচি যোৱাত খাটে) ;
ভুটুকুৰা (বি) কঁটীয়া, বাঢ়িব নোৱৰা, চুটি-চাপৰ। (স্ত্রী) ভুটকুৰী।
ভুন্‌ভুননি (স.শ.) মাখিৰ ক্ষুদ্র শব্দ ; সকসককৈ কোৱা কথাৰ শব্দ।
ভুন্‌ভুনা (অ. ধা.) মাখিৰ দৰে সক-সক শব্দ কৰ্ ; সক-সককৈ কথা ক।
ভুবন্ (স.শ.) জগত, ব্রহ্মাণ্ড।
ভুবুৰিয়া (স. ধা.) শিয়ৰা, খিয় কৰ্, (নোমত খাটে )।
ভুমুকাভুমুকি (স. শ.) জাঁবৰপৰা সঘনে মুখ উলিয়াই আকৌ লুকুৱা কার্য্য
ভুমুকি (স.শ.) জাঁবৰপৰা অলপকৈ মুখ উলিয়াই আকৌলুকোৱা কার্য্য, কোনো লোকৰ আগলৈ আহিয়েই গুচি যোৱা কার্য্য। ভুমুকি মাৰ্, জাঁবৰপৰা মুখ উলিয়াই আকৌ লুকা ; কোনো লোকৰ আগলৈ আহি ততালিকে গুচি যা।
ভুমুকিয়া (অ. ধা.) বিন্ধা আদিয়ে দি অলপকৈ মুখ উলিয়াই আকৌ লুকা ভুমুকি মাৰ্।
ভুম্‌ৰতি (স. শ.) এবিধ গছ।
ভুৰা (স. শ.) গাত সেক-দিয়া তপত বস্তুৰ টোপোলা।
ভুৰামাছ (স.শ.) সকলো বিধৰ নিচেই সক মাছৰ সমূহ।
ভুৰুকা (স.শ.) নিচেই সক মাটিৰ টেকেলি, টিপা।
ভুৰুকিয়া (স.ধা.) ফাঁকি দি, ছল্ ; এটা বস্তুক আন এটা বুলি দি।
ভুৰ্-ভুৰীয়া } (বি) ঢিলা ; চহিৰলৈ
ভুভুৰীয়া } উজু, (মাটীতি খাটে)।
ভুল্ (স.শ,) ভ্রম, পাহৰণ ; লেখাৰ অশুদ্ধ। (স.ধা.) পাহৰ্। (অ.ধা.) ভ্রমত পৰ্,মোহিত হ, ভু হেকৰা ; যেনে, মিঠা কথা শুনি ভুলিল।
ভুল্ (বি) বৰ সোঁত নথকা, জাননে-জানকৈ বোৱা, (পানী) ( স. শ. ) বৰ সোঁত নথকা পানী, মলপ।
ভুলা ( স.ধা. ) উলমুলাই, বশ কৰ্, মিঠা কথা কৈ মান্তি কৰ্।
ভুৱা (স. শ.)প্রতাৰণা, ছলনা, ফাঁকি।
ভুঁই (স.শ.) মাটি, পৃথিৱী।

ভূঁইৰো, বোকা কৰা মাটিত ধানৰ পুলি ৰোপণ কৰ্। [মাটিলৰণ।

ভূঁই-কঁপ্ (স. শ.) পৃথিৱীৰ কম্পন,

ভূঁই খোৰা (স.শ.) মাটি ফুটি ওলোৱা, খোৰালি গাজ; কেতেকীৰনিচিনা পাতেৰে এবিধ বিলাতী গছৰ মাজৰপৰা ওলাই ফুল-ধৰা শকত আক ওখ গাজ; সেই গছ।

ভূঁয়া "ভূঞা" চোৱা।

ভূঁই-লতা (স.শ.) কেঁচু।

ভূগোল (স.শ.) ভূমণ্ডল, পৃথিৱী।

ভূচৰ্ (স.শ.) পৃথিৱীত থকা জন্তু।

ভূঞা (স.শ.) পূৰ্ব্বকালত উজনিৰ উত্তৰৰ-পাৰৰ বাৰ জন শাসন-কৰ্ত্তাৰ এজন।

ভূত্ (বি) গত, যোৱা (কালত খাটে)। (স.শ.) পিশাচ, অপদেৱতা; জগতৰ পাঁচোটা মূল-পদাৰ্থৰ এটা, "পঞ্চভূতা" চোৱাঁ। [ যৱম।

ভূত-দয়া (স.শ.) জীয়া জন্তুৰ প্ৰতি

ভূতল্ (স.শ.) পৃথিৱী।

ভূতীয়া (স.শ.) ভূত-পোহোঁতা, ভূতক বশ কৰোঁতা; (স্ত্ৰী) ভূতীয়ানী।

ভূতুনী (স.শ.) পিশাচী, মাইকী ভূত।

ভূধৰ্ (স.শ.) পৰ্ব্বত।

ভূপতি (স.শ.) ৰজা।

ভূমণ্ডল্ (স.শ.) পৃথিৱী। [ আধাৰ।

ভূমি (স.শ.) পৃথিৱী; মাটি; স্থান,

ভূমিকা (স.শ.) পুথিৰ পাতনি।

ভূমুক্ (স. শ.) পানীৰ পুং, উহ; আলামুখ।

ভূৰ্ (স.শ.) নাৱৰ দৰে চলাবৰ বা পানীত উটাই নিবৰ কাৰণে একে লগে বন্ধা কাঠ-আদিৰ সমূহ।

ভূৰ্ভং (স.শ.) অলপ মনোযোগ, উম-ঘাম; পাচত এটা না-পদ থাকে যেনে, ভূৰ্ভং নাই।

ভূলোক্ (স শ.) পৃথিৱী।

ভূষণ্ (স শ.) অলঙ্কাৰ। [সজোৱা।

ভূষিত্ (ব) শোভিত,অলঙ্কাৰ-আদিৰে

ভূস্বামী (স.শ) মাটিৰ গৰাকী।

ভৃত্য (স.শ.) পৰিকৰ, লগুৱা, চাকৰ।

ভেউ (স.শ.) এবিধ মাছ।

ভেঁকুৰ্ (অ. ধা.) বদ-বতাহ নলগা ঠাইত থকাৰ কাৰণে সেমেকি মিহি ধূলিযুক্ত হ; অকামিলা হৈ পৰি থাক্।

ভেঁকুৰা (বি.) বদ-বতাহ নলগা হেতু সেমেকি মিহি ধূলিযুক্ত হোৱা। (স.ধা.)ভেঁকুৰা কৰ্; যেনে চাউল ভলত পেলাই থৈ চাউলবোৰ ভেঁকুৰালে। [হৈ পৰি থকা।

ভেঁকুৰা-লগা (বি) ভেঁকুৰা; অকামিলা

ভেঁকুৰি (স.শ.) তিতা গুটি-ধৰা এবিধ বেজেনাৰ নিচিনা গছ।

ভেঁকুলী (স. শ.) মাইকী ভেকোলা। মাইকী বা মাতক ভুবুকোৱাকৈ

কেৱল বেং-জাতিৰ অন্তৰ কথা কওঁতে প্ৰায়ে এই শব্দ ব্যৱহৃত হয়। [বত হোৱা এবিধ ৰোগ।
ভেঁকুলীয়া (স. শ.) গৰুৰ ডিঙিৰ ভিত-
ভেঁকো (বি) মূৰ্খ, অপাত্ৰ ; ভেৰা।
ভেঁকোভাৱনা (স. শ.) কোনো কাৰ্য্যৰ আভাস মাথোন, গোটেই সংক্ষিপ্ত বা অমুষ্টুপীয়াকৈ কৰা কাম ;যেনে ই বিয়া নহয় ভেঁকো-ভাৱনা।
ভেঁকোলা (স.শ.) এবিধ হিচৰ, চাৰি-ঠেঙীয়া জন্তু, বেং।
ভেঁট্ (স.শ.) এবিধ পানীত হোৱা লতাৰ নিচিনা গছ। (স. ধা.) আগচি ধৰ্, আগুৰ্ ; নিৰোধ কৰ্, বন্ধ কৰ্ ; সাক্ষাত হওঁতে ডাঙৰ লোকক সন্মানেৰে দি ; যেনে,ডাঙৰ লোকক বস্তু ভেঁটে।
ভেঁটা (স.ধা.) সাক্ষাত কৰা, কোনো বৰ্ লোকৰ আগ কৰি দি, আনৰ বাবা ভেঁটা মৰা বা বন্ধ কৰা (পানী) ; আগচি ধৰা ; আগুৰা, নিৰোধ বা বন্ধ কৰা, (বাট)। (স.শ.) পানী বন্ধ কৰি ৰাখিবলৈ বন্ধা চাপ ; জেওৰা।
ভেঁটাই (স.শ.) এবিধ বগা ফুলধৰা গছ, আৰু তাৰ ফুল।
ভেঁটাভেঁটি (স.শ.) পৰস্পৰ সাক্ষাত, সমুখাসমুখি।
ভেঁটি (স.শ.) কোনো কাৰ্য্যৰ নিমিত্তে মাটিৰে ওখকৈ বন্ধা ঠাই।
ভেঁটি-মৰ্ (বি) ভেঁটি উচ্ছন্ন হোৱা, কোনো ভাগী নথকা, (কাম)।
ভেঁটী (স.শ.) ডাঙৰ লোকেৰে সাক্ষাত হোৱাত তেওঁক সন্মান কৰি দিয়া বস্তু ; কোনো উপকাৰৰ আশাৰে দিয়া ধন বা বস্তু।
ভেঁটুৱা (বি) ভেঁটী-স্বৰূপে পোৱা ; ভেঁটিবলৈ নিয়া। [ক্ষুদ্ৰ।
ভেঁটুগুটি (বি) ভেটৰ গুটিৰ দৰে সৰু,
ভেঁটু-চকুৱা (বি)বেগতে মনিব নোৱৰা, ভেলেকা।
ভেঁৰা } (স.শ.) এবিধ মেৰ-ছাগ ;
ভেঁড়া } (স্ত্ৰী) ভেঁৰী বা ভেঁড়ী।
ভেঁতকৰে (ক্ৰি. বি.) গিৰিসাই আহি নাকত লাগি, (দুৰ্গন্ধত খাটে)।
ভেঁৰী (স.শ.) এবিধ গুৰিলৈ চেপ আগলৈ বহল পেঁপা বা মুখেৰে বজোৱা বাদ্য। [কথা।
ভেকাহি (স.শ.) হকি, খঙেৰে বেগাই উচ্চ শব্দেৰে কোৱা এটা বা দুটা
ভেঙুৰি"ভেঁঙুৰি" চোৱা।
ভেঙুচালি (স.শ.) মুখৰ ভঙ্গিৰে কৰা ইতিকিং ; হাতৰ আৰু মুখৰ ভঙ্গিৰে দেখোৱা ভাও।
ভেদুৰ্ (স.শ.) ভাঁজ, বেচ, বেঁকা।

ভেজুৰা } (বি) বেঁকা, ভ'জীয়া।
ভেজুৰীয়া }

ভেচেলি (স.শ.) খলিহা-মাছ। [হল।

ভেচ্‌ভেচীয়া (বি) নিৰৰ্থক, নিষ্ফল; যেনে,সকলো উদ্যোগ-ভেচভেচীয়া

ভেজ্‌ (অ. ধা.) ভিতৰলৈকে সোমা, ওপৰে ভিয়াই ভিতৰ পা, (পানীত খাটে)।

ভেজা (স. ধা.) চেঁচা পানী মিলাই তপত পানী শীতল কৰ্‌। (স.শ.) আওজন, হেঁচা, ভৰ; ঢোকা।

ভেট্‌ভেটীয়া(বি)পানী সোমাই ওফন্দা; উশহি শেঁতা আৰু কোমল হোৱা; যেনে শোৰে ধৰিলে মানুহ ভেট-ভেটীয়া হয়।

ভেণ্টি (স.শ.) ভেঁট ফুল।

ভেদ্‌ (স.শ.) প্ৰভেদ, বিভিন্নতা; পেট চলা ৰোগ। (অ.ধা.) ভিতৰলৈকে প্ৰবেশ কৰ, মাজলৈকে সোমা। (স.ধা.) ভিতৰলৈ সোমাই পীড়া দি; যেনে, তাৰ কথাই হৃদয় ভেদে।

ভেদালী (স. শ.) এবিধ দৰৰত দিয়া দুৰ্গন্ধি লতা।

ভেবা (বি) নিৰ্ব্বোধ, আজলা, হাবাং।

ভেবুৰা(বি)ভয়াতুৰ, ভীত, সাহ-নথকা, যেনে, ভেবুৰা কুকুৰ; আজলা, একো নজনা; যেনে,ভেবুৰা লৰা।

ভেবেৰ্‌ } (স. শ.) গেদেৰি, জুলীয়া
ভেবেৰি } বস্তৰ ওপৰলৈ উঠা মল।

ভেম্‌ (স. শ.) আয়ম, গোৱা-থকাত ৰৰ লোকৰ নিচিনা আচৰণ।

ভেমেচা (বি) বেঁকা, বেঁকোৰা।

ভেৰ্‌ (স. শ) গেদ; ধাতু পাগত দিওঁতে ওলোৱা মল; দ বোকা বা গোবৰ। [কৰাৰ যেচ।

ভেৰণ্‌ (স.শ.) নাও-ঘৰ আদি ব্যৱহাৰ

ভেৰণি (স.শ.) বোকা-গোবৰ-আদিৰে পূৰ ঠাই।

ভেৰণীয়া (বি) ভেৰণ দিবলৈ লোৱা।

ভেৰাকুটি (স. শ.) ধেমালিত কৰা অঙ্গভঙ্গি, হাত-মুখ-আদি বেঁকা কৰি কৰা ধেমালি; ধেমালিৰ নিমিত্তে ধৰা মিছা ভাও।

ভেৰাকুটীয়া (বি) ভেৰাকুটি কৰা, ধেমেলীয়া।

ভেৰি (স.শ.) এবিধ ডাঙৰ পেপা।

ভেৰেহা (বি) পুষ্ট আৰু কোমল, তেল ধৰি কোমল হোৱা,(গাভ খাটে)।

ভেৰ্‌ভেৰীয়া } (বি)বোকাৰ নিচিনা
ভেৰ্ভেৰীয়া } কোমল, ভৰি দিলে বহি যোৱা। [মাত)।

ভেল্‌ (স.শ.) মানুহৰ শৰীৰ (ভকতীয়া)

ভেলেউ (স.শ.) এবিধ গছ।

ভেলেকা (বি) ভেবা, আজলা, চৈতন নোহোৱা; (স্ত্ৰী) ভেলেকী।

ভেলেকী } (স.শ.) এটা বস্তুক
ভেলেকী-বাণ্ } আন এটা যেন দে-
খোৱা বিদ্যা,টাটক।

ভেলেঙ্গী (স.শ.) শব-পহুব মাইকী।

ভেল্‌ভেলা (অ.ধা.) দুবতে নাকত লাগ, নাকক পীড়া দি, (দুর্গন্ধত খাটে)।

ভেল্‌ভেলীয়া (বি) নাকক পীড়া দিয়া, দুর্গন্ধযুক্ত। [দি, দুর্গন্ধি হৈ।

ভেল্‌ভেল্ কৰে (ক্রি.বি.) নাকক পীড়া

ভেহ্ (স.শ.) এবিধ গছ।

ভৈয়াই, (স.শ.) মোৰ প্রিয় বন্ধু, ( বৰ মৰমৰ মৰা মানুহৰ কথা কোৱাত ব্যবহৃত মাত); যেনে, ভৈয়াই কলৈ গল। [নোহোৱা মাটি।

ভৈয়াম্ (স.শ.) সমান মাটি, পর্ব্বত

ভৈৰৱ্ (স.শ.) শিবৰ পাৰিষদ।

ভৈৰবী(স শ )দুর্গা ; বামাচাৰী বিলাকে পূজা কৰা তিৰী।

ভৈৰবী চক্র (স.শ.)বামাচাৰী বিলাকে মদ-আদি খোৱা সভা।

ভোঁভোঁৱা (অ.ধা,) ভোঁভো শব্দ কৰ, ভোমোৰাৰ দৰে মাত্। [ওলা।

ভোঁহৰ্ (স.শ.) কাঠ-আদি ফুটোৱা শলা, বিন্ধনা। (অ.ধা.) গাঁৰ ফুটি পুঁজ ওলা; পেট ফুটি নাড়ী-ভুঁক

ভোঁহাৰ্ (স.ধা) ফুটা, 'বিন্ধি পুঁজ উলিয়া; ফুটা কৰ্, ফালি নাড়ী-ভুঁক উলিয়া, ব্যক্ত কৰ্, বাজ কৰ্ (গুপ্ত কথা)।

ভোক্ (স.শ.) ক্ষুধা, খাবৰ ইচ্ছা। [চাইটনীয়া।

ভোকন্দি (স.শ.)মগনিয়াৰৰ জোলোঙা,

ভোকাল্ (বি) ক্ষুধিত, ভোকযুক্ত।

ভোকোন্দা (বি) মৰহাল, ওকোন্দা (মুখত খাটে)।

ভোকোন্দামুৱা (বি) মৰহাল মুখযুক্ত, ওকোন্দামুৱা। (স্ত্রী) ভোকোন্দা-মুৱী।

ভোগ্ (স.শ.) ভুঞ্জন, সুখ বা দুখৰ প্রাপ্তি; উপভোগ, আপোনাৰ হাতত ৰাখি কৰা ব্যৱহাৰ; ৰন্ধা বা সিজোৱা নৈবেদ্য। (স.ধা.) পা, লভ, অধীন হ, ভুঞ্জ,(সুখ বা দুখত খাটে); যেনে, দুখ ভুগিছে।

ভোগা (স.ধা) সুখেৰে ভোগ কৰ্; যেনে, ভাল ভোগ ভোগালে।

ভোগালি (বি) সুখেৰে থাকিবৰ নিমিত্তে লাগতিয়াল সকলো বস্তু থকা (ঠাই বা সময়ত খাটে)।

ভোগ্‌ৰবা (স.শ.) ভাওৰিন, ভূঙ্গাৰ।

ভোগ্‌জীৰা (স. শ.) আঞ্জাত দিয়া এবিধ সুগন্ধি গুটি।

ভোগ্‌ধনী (স. শ.)দেৱতাৰ পূজা চলা-বৰ কাৰণে দিয়া নিষ্কৰ মাটি।

ভোগ্মুঠীয়া (বি) মুঠি ভৰি খোৱা, তাদৰ, শকত।

ভোগ্য (বি) ভোগ কৰিবৰ যোগ্য, ব্যৱহাৰৰ উপযুক্ত।

ভোগ্‌ৰোৱাতী (স.শ.) অতি উত্তম ৰোপিত মাটি।

ভোজ্‌ (স.শ.) অনেক লোকে একেলগে কৰা ভোজন। [আহাৰ।

ভোজন্ (স.শ.) আহাৰ কৰা কাৰ্য্য;

ভোজনী (স.শ.) কোনো পাত্ৰত ভৰি বামুণক দিয়া অনেক বিধৰ কেঁচা খাদ্য।

ভোট্ (স.শ.) এটা পাৰ্ব্বতীয়া জাতি।

ভোটা (স.শ) ৰাতি পহু-কটাত ব্যৱহৃত ডাঙৰ চাকি।

ভোটা-তৰা (স. শ.) পুৱঁতীয়া আকাশত ধূলি ৰবকৈ পোহৰ দিয়া চাৰিভঁৰীয়া ডাঙৰ তৰা।

ভোটাস্থ(স.শ.) ভোটৰ পৰ্ব্বত বা দেশ

ভোট্‌ এৰা (স.শ.) এবিধ ঢাপত ৰোৱা গছ, বঙালী এৰা। (কাম)

ভোটোকা } (বি) লোঠোঙা, চুটি আৰু
ভোটোঙা } গা-শকত। [থহু বা ঘা।

ভোট্‌গুটি (স. শ) হাওঁফাওঁত হোৱা

ভোট্‌ভোটনি (বি) অজীৰ্ণীয়া পেটৰ বা মুখৰ ভিতৰতে অস্পষ্টকৈ কোৱা কথাৰ শব্দ।

ভোট্‌ভোটা (অ.ধা.) অজীৰ্ণীয়া পেটৰ দৰে মাত্, মুখৰ ভিতৰতে অস্পষ্টকৈ কথা ক।

ভোট্‌-মৰিচ্ } (স.শ.) এবিধ ডাঙৰ
ভোট্‌-মৰীচ্ } জলকীয়া

ভোতা (বি) জোং নথকা, জোঙা নোহোৱা; ধাৰ বা চোক নথকা চোকা নোহোৱা, ভোতোহা; কথাৰ মৰ্ম্ম বুজিব নোৱৰা,(বুদ্ধি)।

ভোতোৰা (বি) শকত, গা ডাঙৰ।

ভোতোহা (বি) জোঙা নোহোৱা; ধাৰ বা চোক নথকা, ভোতা।

ভোদা (বি) আজলা, ভেৰা।

ভোবোকাৰ্ (বি) ভাটি-চুলি বঢ়াই থোৱা।

ভোবোকাৰ্ কৰি (ক্রি. বি.) ভাটি-চুলি বঢ়াই।

ভোবোৰা (বি) নোমাল, বহুত লোমযুক্ত। [পাঠা।

ভোবোলা (স. শ,) নোমাল, ডাঙৰ

ভোম্ (স. শ.) চকুৰ পিৰকটিৰ নোম।

ভোমাল্ (স. ধা.) ভোমোলা কৰ্, বহলকৈ ফুটা।

ভোমোৰা (স. শ.) এবিধ ফুলৰ মৌ পিয়া কলাবৰণীয়া পতঙ্গ; এবিধ গছ; তাৰ গুটি, ভঁইৰা।

ভোমোলা (বি) ডাঙৰ বিন্ধা-যুক্ত, বৰ ফুটা থকা; পেটত কথা নথকা, হৰ হুৰীয়া (স. শ.) ডাঙৰ বিন্ধা; যেনে, চালত এটা ভোমোলা আছে

ভোৰ্-তাল্ } (স. শ.) নাম লওঁতে
ভোৰ্তাল } বজোৱা ডাঙৰ তাল
ভোল্ (বি) মোহিত,এটা কথাত ববৈকে
 মন লগাত আন কথা পাহৰা।
 (স. শ.) এবিধ লতা ; তাৰ খাছ
 ফল ; এবিধ মাছ। [ এবিধ গছ।
ভোলা (বি) সাধু,সন্ত ; হোজা। (স.শ.)
ভোলানাথ্ (স. শ.) শিব্, মহাদেব।
ভোলোদা (বি) ভোমোলা, অধিক বা
 ডাঙৰ বিদ্যাযুক্ত।
ভৌভৌৱা (অ. ধা,) বৰ তাপ এৰি দি,
 তাপ বাজ কৰ্ ; বৰ তপত হ।
ভ্ৰম্ (স. শ.) ভুল, বিস্মৰণ, পাহৰণ ;
 এটা বস্তুত আন এটা যেন বোধ ;
 যেনে, লেজুত সাপৰ ভ্ৰম। (অ ধা)
 ভ্ৰমণ কৰ্, অনেক ঠাইত ফুৰ।
ভ্ৰমণ্ (স. শ.) ফুৰা কাৰ্য্য, এঠাইৰপৰা
 আন এঠাইলৈ গমন।
ভ্ৰমৰ্ } (স. শ.) ভোমোৰা, এবিধ
ভ্ৰমৰা } ফুলৰ মৌ-পিয়া পতঙ্গ।
ভ্ৰষ্ট (বি) নষ্ট, নিষ্ফল।
ভ্ৰষ্টাচাৰী (বি) আপোনাৰ ধৰ্ম্ম বা
 আচাৰ এৰা, অনাচাৰী।
ভ্ৰাতা } (স. শ.) ভাই,ভাতৃ,ককাই
ভ্ৰাতৃ } বা ভাই।
ভ্ৰাতৃবধূ (স. শ.) ককাইৰ বা ভাইৰ
 ভাৰ্য্যা।
ভ্ৰান্ত (বি) ভ্ৰমযুক্ত, ভোল হোৱা ; এটা
 বস্তুক আন এটা যেন ভবা; পাহৰা
ভ্ৰান্তি (স. শ.) ভ্ৰম, এটা বস্তুত আন
 এটা যেন বোধ, বিস্মৰণ, পাহৰণ।
ভ্ৰূৰ্ (স. শ.) চেলাউৰি। [বধ।
ভ্ৰূণহত্যা (স. শ.) গৰ্ভত থকা সন্তানৰ

---

# ম।

মই (সৰ্ব্ব) কওঁতা বা লিখোঁতাৰ
 আপোনাক বুজোৱা শব্দ।
মইন্ (স. শ.) কোঁটকৰা।
মইনা (স. শ.) শালিকা-জাতিৰ এবিধ
 চৰাই ; সক লৰাক মৰমেৰে মতা
 মাত ; (স্ত্ৰী) মইনী।
মইমত্ (বি) আপোনাৰ ইচ্ছাৰ দৰে
 চলা,লোকৰ কথা নুশুনা ; দাম্ভিক।
মইমতালি (গু, শ.) আপোনাৰ ইচ্ছাৰ
 দৰে চলা গুণ ; দম্ভ।
মকটীয়া (স.শ.)এবিধ সৰু ভলুকা-বাঁহ।
মকৰ্ (স. শ.) ঘঁৰিয়াল ; দশম ৰাশি।
মকৰন্দ (স. শ.) ফুলৰ মৌ।
মকৰা (স. শ.) মুখৰপৰা সূতা উলিয়াই
 জাল-গঁথা এবিধ কীট।
মকৰা-জাল্ (স শ.) মকৰাই গঁথা জাল।
মকৰ্ কুণ্ডল্ (স. শ.) এবিধ কাণৰ
 অলঙ্কাৰ।
মকাল্ (স. শ.) এবিধ বাঁহ।

মকুৰা ( স. শ. ) জেঁট গুটিৰ ভঁৰাল।

মকৰকনি } (স. শ.) বৰ-কথা,গওপ।
মকমকি }

মকমকা (অ. ধা.) বৰ-কথা ক, গওপ মাৰ্

মখনা (স, শ.) দাঁত নথকা বা নিচেই চুটি দাঁতেৰে এবিধ মতা হাতী।

মখা ( স. শ.) সমূহ, জন্তু বা মানুহৰ জাক; যেনে, মানুহ মখা, গৰু মখা।

মগ্ (স. শ.) সাধাৰণ কুঁহিয়াৰ।

মগজু ( স. শ. ) মজ্জা, হাড়ৰ ভিতৰত থকা তেলেতীয়া বস্তু; কাপোৰৰ দাঁতিত সি দিয়া কাপোৰ; বহা কঠৰ দাঁতিত লগোৱা ছাল বা কাপোৰ।

মগনিয়াৰ্(স.শ.) মাগি খাওঁতা ভিক্ষুক।

মগনীয়া ( বি ) মাগি খোৱা; যেনে, মগনীয়া মানুহ; মাগি পোৱা বা লোৱা; যেনে, মগনীয়া বস্তু ভাল নহয়। [আকৃতি।

মগৰ্ (স শ.) (সং মকৰ; হিং মগড়, ঘঁৰিয়াল) পকা ঘৰ আদিৰ ওপৰত দিয়া, ঘঁৰিয়ালৰ নহয় কিন্তু হাতীৰ নিচিনা শুঁড় আৰু মাছৰ নিচিনা গাৰে এটা কাল্পনিক বস্তুৰ

মগৰমুৰী (বি)মগৰৰ আকৃতিৰে শোভিত

মগু (স. শ.) এবিধ উত্তম মাছ।

মগ্ন (বি) পানীত বুৰা, তল যোৱা; আপদত পৰা; বৰকৈ মন-লগোৱা।

মঘা (স. শ.) দহ-সংখ্যাৰ নক্ষত্ৰ; মাটিত খোঁচ খাই ওখ হৈ থকা, জোঙা বাঁহ খাগৰি আদি।

মঘুৰা (বি) মাঘৰ,মাঘত হোৱা। (স.শ.) কলাতিলৰ বোৱা বা ঢাকনী।

মঙ্গল্ (স. শ.) শুভ, কুশল, ভাল; শুভ-অশুভ বুজিবৰ কাৰণ কৰা গণনা; সপ্তাহৰ তৃতীয় দিন।

মঙ্গলতি (স. শ.) মঙ্গল-চাওঁতা, শুভা-শুভৰ গণনা-কৰোঁতা,(স্ত্ৰী)মঙ্গলতী

মঙ্গলাকাংক্ষী (বি) শুভাকাংক্ষী।

মঙ্গলাচৰণ্ (স. শ.) কোনো কাৰ্য্যৰ সুসিদ্ধিৰ কাৰণ তাৰ আৰম্ভত কৰা দেৱতাৰ স্তুতি; মঙ্গলৰ নিমিত্তে কৰা কাৰ্য্য।

মঙ্গলে (ক্রি. বি.) কুশলে, ভালে।

মঙ্গল্ পাঠ্ (স. শ.) দুজনে গুটি থুলাই খেলা এবিধ খেল। [বাৰে হোৱা।

মঙ্গলবৰীয়া (বি) মঙ্গল-বাৰৰ, মঙ্গল-

মঙ্গল্-বাৰ্(স. শ) সপ্তাহৰ তৃতীয় দিন।

মঙহ্ (স. শ) মাংস, প্ৰাণীৰ গাৰ হাড় ঢাকি থকা কোমল বস্তু; ফলৰ কোমল ভাগ।

মঙহ্-পাঠি (স. শ.)গাৰ অকামিলা বস

পৃথক কৰা সক ঘিলা বা কড়িৰ নিচিনা মঙ্গহৰ খোপা ।
মচ্ (স.ধা)মাজ্, মোহাৰি গুচা,লিপ্ ।
মচতো (ক্রি. বি.) গৰ্ত্ততো, এই জগতলো (পাচত এটা না-পদ থাকে) যেনে, মচতো নাই ।
মচন্ (কৃদ. স.) মচা কাৰ্য্য ।
মচলা (স.শ.) বাখৰ,দৰৱত বা আঞ্জাত দিয়া সুগন্ধি গুটি, ছাল বা পাত ।
মচুৰ্ (স. শ.) এবিধ সক ৰঙ্গা মাহ ।
মচোৰা
মাচোৰা-গোম্ } (স.শ.)এবিধ কলা ফেঁট নথকা বিষাল সাপ ।
মচ্মচনি (স. শ.) কেঁচা পাত-আদি মোহৰাত বা ভাগোঁতে হোৱা শব্দ ।
মচ্মচা (অ. ধা.) মচ্মচ্ কৰ্, চনকা বস্তু ভগাৰ দৰে শব্দ কৰ্ ।
মচ্মচীয়া (বি)মচ্মচ কৰি ভগা,চনকা ।
মচ্মচ্কৰে (ক্রি.বি.) মচমচ্ শব্দ কৰি ।
মছন্দৰী (স. শ.) তাৰৰ মাছৰ গাত থকা এজনী ভুতুনী ; এবিধ বন ।
মছল্মান্ (স. শ.) গৰীয়া, কোৰাণৰ মতত প্ৰবৰ্ত্তী মানুহ । [সম্পৰ্কীয় ।
মছল্মানী (বি) মছলমানৰ, মছলমান-
মচা (স. ধা.)আনৰ দ্বাৰা মাৰ্জন কৰা ।
মছুৱা (বি) মাছ-যুক্ত, মাছ-সম্পৰ্কীয় ।
মজ্ (অ ধা.) মগ্ন হ, ৰবকৈ মন লগা, মোহিত হ, ভিতৰলৈকে সিজি-
কোমল হ, ভালকৈ সিজ্ । (স.শ) এবিধ গছ ।
মজৰা(স. শ )এবিধ ভিতৰে ফোঁপোলা খাগৰি ; এবিধ ৰসাল নোহোৱা টান কেৰ্কেৰীয়া কুঁহিয়াৰ ।
মজলীয়া (বি) মধ্যম, ৰৰ ভাঙ্গৰ বা নিচেই সক নোহোৱা, নিয়মীয়া ; বৰ ভাল বা বৰ বেয়া নোহোৱা, সাধাৰণ ।
মজা (স. শ.) কোনো বস্তুৰ-ভিতৰৰ ভাগ ; শাহ । (স. ধা.) আনৰ দ্বাৰা ঘঁহা ।
মজাঠি (স. শ.) এবিধ ৰঙ্গা লতা, তাৰ ৰঙ্গা ৰসেৰে বস্ত্ৰ বোলোৱা যায় ।
মজাঠি বুলীয়া(বি) মজাঠিৰে বোলোৱা, মজাঠি বৰণীয়া । [সদায় নোহোৱা ।
মজামজি ( বি ) মাজে-মাজে হোৱা,
মজামজিকৈ ( ক্রি. বি. ) মাজে মাজে, কেতিয়াবা-কেতিয়াবা ।
মজাবলি (স. শ ) এবিধ বিৰাল্ ৰজ-চীয়া পকৰা ।
মজিন্দাৰ্ (স. শ.) ৰজাৰ আজ্ঞাৰে বিদেশী ৰজালৈ চিঠি লিখা আৰু বিদেশী ৰজাৰ চিঠি ৰজাক মাতি শুনোৱা এজন বিষয়া ।
মজিয়া (স. শ.) ঘৰৰ মাজৰ মাটি ; ভাত-খোৱা ঠাই । [মগজু ।
মজ্জা (স. শ.)সাৰ, মাজ-ভাগ ; হাড়ৰ

মঞ্জৰ্ (অ. ধা.) গজালি ওলা ; কুঁহি-পাত ধৰ্।

মঞ্জৰি
মঞ্জৰী } (স. শ) অঙ্কুৰ, গজালি।

মটক (স.শ.) মোৰামৰীয়া, মৰাণ,আসামৰ এজাতি মানুহ ; (নিন্দার্থত) নিষ্ঠুৰ মানুহ।

মটৰাই (ক্রি. বি.) মটৰ শব্দ কৰি, ঠনৰাই। [ নন্দন নোহোৱা।

মটহা (বি) কৰ্কশ টান, লাৱণ্য বা

মটীয়া (বি) মাটিযুক্ত ; মাটিৰ নিচিনা ; মাটি-বৰণীয়া।

মটমটনি (স. শ.) মট্‌মট্ শব্দ ; আপোনাৰ বলৰ বা ক্ষমতাৰ কথা কৈ কৰা অহঙ্কাৰ, গওপ।

মট্‌মটা (অ. ধা.) মট্‌মট্ শব্দ কৰ্ ; আপোনাৰ বলৰ বা ক্ষমতাৰ গওপ মাৰ্।

মট্‌মটীয়া (বি) মট্‌মট্ শব্দ-কৰা, টান।

মঠ্ (স. শ) দেবতাৰ মন্দিৰ, দেৱালয় ; গপ, ঠেহ, ধং কৰি কোনো কাৰ্য্য কৰিবলৈ হোৱা অমান্তি।

মঠৰা (বি) ভাজৰ আৰু টান, মোটা।

মঠা (বি) শকত আৰু কৰ্কশ, (চাউলত খাটে)।

মঠাল্ (স. ধা.) দলি-মাৰিবে কোবাই গুড়ি কৰ্।

মঠীয়া (স. শ.) মুখ-বহল, ভিজি-চুটি এবিধ মাটিৰ পাত্র, মাঠী (হিং) মুট্‌কী।

মড়ল্ (স. শ.) বিয়াত পাণী-তোলা ঘট ধৰবলৈ সজা নানা বৰণীয়া চক্র, চন্দ্র বা সূৰ্য্যক বেৰি ওলোৱা নানা বৰণীয়া ৰশ্মি ; এবিধ বিষাল সাপ।

মড়লী (স. শ.) গাত ঘূৰণীয়া ফুল থকা

মড়লী পাক (স. শ.) ৰবকৈ ঘূৰা পাক।

মড়ুৱা (বি) মাড়-নকটা, মাড়ে সৈতে থকা (কাপোৰ)।

মণি (স. শ.) ৰত্ন, বাখৰ ; মুকুতা ; ডিঙ্গিত পিন্ধা অলঙ্কাৰ ; চকুৰ মাজৰ ঘূৰণীয়া কলা ভাগ।

মণিকূট (স. শ.) নাম-ঘৰৰ মূৰত লগাই সজা মূৰ্ত্তি-ভাগৱত-আদি থোৱা ঘৰ।

মণি-ছাল্ (স. শ.) হাইঠা-গুটিৰ ছাল।

মণিবন্ধ (স. শ.) হাতৰ তলুৱাৰ ওপৰৰ গাঁঠি। ১

মণিৰাজ্ (স. শ.) এবিধ ফুল।

মণ্ড (স. শ.) ভাত খচি বা চিৰা বা আখৈ সিজাই কৰা ৰস।

মণ্ডল্ (স. শ.) চক্র, গোলাকৃতি ; চন্দ্ৰ বা সূৰ্য্যক বেৰি ওলোৱা নানা-বৰণীয়া ৰশ্মি ; কোনো ধৰ্ম্ম-কৃত্যৰ কাৰণ নানা বৰণীয়া গুড়িৰে সজা চক্র, মড়ল।

মণ্ডলী (স. শ.) সভা, সমাজ, মেল ;

কোনো এক ধৰ্ম্মত প্ৰবৰ্ত্তা লোক-বিলাকৰ সমাজ, ধৰ্ম্ম-সমাজ।

মণ্ডিত্ (বি) ভূষিত, ধুন লগোৱা।

মত্ (স. শ.) বাঞ্ছা, অভিপ্ৰায়; ব্যৱস্থা, বিধান. বিধি।

মতণ্ডা (স. শ.) লোকৰ অহিত কৰিবলৈ কৰা মন্ত্ৰণা, (চহা)।

মতৰী (বি) দুষ্টা, অসতী; পুৰুষক বশ কৰিবলৈ মন্ত্ৰ বা আহুদি কৰা।

মতলীয়া (বি) ৰাগীয়াল বস্তুৰ পৰা হোৱা বলিয়া।

মতা (স. শ.) পুৰুষ, (জন্তু, মানুহ)। (স. ধা) আনৰ দ্বাৰা কোৱা বা পাঠ কৰা; নিমন্ত্ৰণ কৰা।

মতাকৰা (স. শ.) ঘৰৰ চাল সমানে ৰাখিবলৈ দিয়া শকত বাঁহ-কাঠ।

ম'তা } (স শ.) নীল বা ৰঙা দীপ্তি
মহ্তা } দিয়া এবিধ থাবৰ বাজী।

মতান্তৰ্ (স. শ.) মতৰ ভেদ, বিধানৰ অমিল, আন এক মত বা বিধান।

মতি (স. শ.) মন, বুদ্ধি, আশয়, মনৰ গতি।

মতিচ্ছন্ন (বি) নষ্ট-বুদ্ধি, বুদ্ধিহীন, বুদ্ধিগুচা। (স. শ.) বুদ্ধিৰ নাশ বা বিকাৰ। [প্ৰকাৰে।

মতিহীন্ (বি) বুদ্ধিহীন, বুদ্ধি নথকা।

মতে (অব্য) বিধান অনুসৰি; দৰে,

মতোৱাল্ (বি) "মতলীয়া" চোৱা।

মত্গজ্ (বি) ডাঙৰ, শকত, বলী, (পুৰুষত খাটে)।

মত্গৰ্ব্ব (স. শ.) অহঙ্কাৰ, মইমতালি।

মত্গৰ্ব্বী (বি) মইমত, অহংকাৰী।

মত্ত (বি) বলিয়া, ৰাগিয়াল বস্তুৰ, আনন্দৰ বা খঙৰ দ্বাৰা জ্ঞানহীন হোৱা। [বলিয়ালি।

মত্ততা (গু. শ) মত্তহোৱা অৱস্থা,

মৎস্য (স. শ.) মাছ, এবিধ পানীৰ জন্তু।

মথ্ (স. ধা.) ঘোঁট, মাৰি ঘূৰাই বৰকৈ লৰা। (কৃদ. স.) মথোঁতা (স্ত্ৰী) মথঁতী।

মথন্ (কৃদ স.) ঘোঁটন, মথা কাৰ্য্য।

মথনী (স.শ) ঘোঁটনী, মাথন কৰিবলৈ গাখীৰ ঘোঁটা মাৰি।

মথৰি (স. শ.) পাগুৰিৰ দৰে সূতা মেৰোৱা কাপোৰ।

মথাউৰি } (স.শ.) বাঢ়নী-পানী ভেঁটি-
মথাৰি } বলৈ নৈৰ দাঁতিত বন্ধা ওখঢাপ।

মদ্ (স.শ.) সুৰা, মদ্য; কটিকা; অহঙ্কাৰ

মদন্ (স. শ.) কামদেৱ।

মদনা (স.শ.) এবিধ বুকু-ৰঙা ঘাঁটো।

মদপী (স. শ.) মদ-কটিকাত বৰ্ ৰত মানুহ, মদাহী। (বি) মদ-কটিকাত ৰত।

মদমত্ত (বি) বৰ অহংকাৰী, অহংকাৰেৰে বলিয়া ; বলিয়াতিওৱা।

মদবাবি ( স. শ.) বলিয়াতিওৱা হাতীৰ কাণসঁতাই দি ওলোৱা ৰস।

মদকৰা ( বি ) অকাঠী, সাৰ নথকা. উজ্জ্বল নোহোৱা ( বং )।

মদাৰ (স. শ. ) এবিধ ৰঙা ফুল-ধৰা কাঁইটীয়া গছ ; বগা ফুল ধৰা আন এবিধ।

মদান্ধ (বি) অহংকাৰেৰে কণা বা অজ্ঞান, মদমত্ত।

মদাহী (বি) মদত ৰত। ( স.শ ) মদপী।

মদোন্মত্ত (বি) মদ খাই বলিয়া, অহংকাৰেৰে অজ্ঞান।

মদ্য (স. শ.) সুৰা, মদ, ফটিকা।

মধা (স. শ.) ভাজৰ আটি, মুঠা, পোলা।

মধাই (স. শ.) মাধৈলতা, মাধৱী ফুল।

মধু ( স. শ. ) মৌ ; ফুলৰ মিঠা ৰস, সুৰা।

মধুকৰ (স.শ.) মৌ-মাখি ; ভোমোৰা।

মধুনা (স.শ.) থোক-মেলা কল-গছৰ মাজৰ ভিগা বা সাৰ।

মধুনা (স. শ.) তেলীশালত ঘূৰাই সৰিয়হ ভঙা এডাল গোটা কাঠ বা ঠোৰা; কলগছৰ মুঢ়া।

মধুপৰ্ক ( স. শ. ) দেৱতাক দিয়া ঘিউ-মৌৰে মিহলি দৈ-গাখীৰ।

মধু ফল ( স. শ. ) অমৃতা।

মধুময় } (বি) মৌৰ নিচিনা মিঠা, বৰ
মধুৰ } সোৱাদ ; সন্তোষ-দিয়া।

মধুৰতা (গু শ ) মধুৰ গুণ, মিঠতা।

মধুৰি আম } (স. শ. ) এবিধ ফল,
মধুৰিয়াম } সফুৰি আম, তাৰ গছ।

মধুসূদন (স. শ.) বিষ্ণু।

মধ্য (স. শ.) মাজ, ভিতৰ।

মধ্যম ( বি ) মজলীয়া, বৰ ভাল বা বৰ বেয়া নোহোৱা, বৰ ডাঙৰ বা নিচেই সৰু নোহোৱা ; মাজিউ। [ মেলুৱৈ।

মধ্যস্থ ( স শ. ) দুই পক্ষৰ দন্দ ভঙা

মধ্যস্থতা (গু.শ.)মধ্যস্থৰ অৱস্থা বা কাৰ্য্য।

মধ্যস্থল (স.শ.) মাজ ঠাই।

মধ্যাহ্ন (স শ.) দুপৰ,দিনৰ মাজ ভাগ।

মধ্যে (অব্য) মাজত।

মন (স.শ.)মতি,চিত্ত, আশয়। (স.ধা.) চকুৰে দেখি বুজিব বা চিনিব পাৰ ; যেনে, চকুৰে নমনে।

মনন ( কৃদ. স. ) মনা বা দেখা কাৰ্য্য, দেখন। [ কৰ।

মন কৰ, মন দি, কাণ কৰ, মনোযোগ

মনস্থ (স শ.) স্থিৰ বাঞ্ছা, ইচ্ছা।

মনাকচু (স. শ.) বৰ কচু, এবিধ ডাঙৰ জাতিৰ কচু।

মনিয়বি (স. শ. ) এবিধ চৰাই, ডৰা-গমনি-খান।

শাঁকিনী } (স.শ.) ভূতকী তিৰোতা,
শাঁখিনী } হতাশিনী তিৰী, এবিধ
কাল্পনিক আপদীয়া সাপিনী।
শাঁত্ ( বি, ) স্থিৰ ; ক্ষুৰ, শীতল।
শাঁতি ( স.শ. ) শান্তি, স্থিৰতা, ধৈৰ্য্য।
শাক (স.শ.) ৰান্ধি খোৱা তৃণ, মাহুহে
সিজাই খোৱা পাত, ফুল আদি।
শাকনি (স. শ. ) শাক্-পাচলি কৰা
ঠাই।
শাক্ত ( বি. ) দেৱীৰ উপাসক।
শাখা (স.শ.) ডাল, ঠাল ; তাৰ নিচিনা
আন বস্তু।
শাণ্ } (-স. শ. ) অস্ত্র ঘঁহি চোকা
শান্ } কৰা সঁজুলি।
শান্-বালি ( স. শ. ) শান-বন্ধা বৰ-
ফুটীয়া বালি, শিল-বালি।
শান্ত (বি) স্থিৰ, কান্তি, থংনথকা, ক্ষুৰ,
শীতল। [ স্থিৰ আকৃতিযুক্ত।
শান্ত-মূৰ্ত্তি ( বি. ) দেখোঁতে গহীন,
শান্তি (স.শ.) স্থিৰতা,হলস্থুলৰ অভাৱ ;
শান্বনা, শোক, ভয় বা উদ্বেগৰ
অভাৱ ; আপদৰ বা গাৰ দুখৰ
উপশম ; বিশ্ৰাম, জিৰণি ; শুচি
কৰিবলৈ পবিত্র পানী ছটিওৱা
কাৰ্য্য। [শুচাবলৈ কৰা পূজা।
শান্তি-কৰ্ম্ম ( স. শ. ) দুখ বা আপদ
শান্তিকৰ্ম্মী ( বি. ) আনৰ নিমিত্তে
শান্তি-কৰ্ম্ম কৰা।
শান্তি-বিয়া,(স.শ.) বিয়া-দিয়া ছোৱালী
ঋণ-ভাবৰ হলে স্বামীৰ ঘৰলৈ
নিবৰ সময়ত পবিত্র পানীৰে শান্তি
কৰা কাৰ্য্য। [ পবিত্র পানী।
শান্তিয়নি (স. শ.) গাত ছটিওৱা-
শান্তী ( বি. ) সতী, সুচৰিত্ৰযুক্তা।
( স. শ. ) সতী তিৰোতা।
শান্বনা ( স. শ. ) সান্বনা, প্ৰবোধ।
শাপ্ ( স. শ. ) শাও, আনৰ অশুভৰ
বাঞ্ছা। ( স. ধা. ) শাউ দি, মন
বা বাক্যেৰে আনৰ অশুভৰ কামনা
কৰ। [দিয়া।
শাম্ ( বি. ) উপশম ; লঘু হোৱা, কম
শামুক ( স. শ ) এটা কঠিন বাহৰ
ভিতৰত থকা এবিধ পানীৰ জন্তু।
শামুকীয়া ( স. শ. ) গোৰোৱাৰ তলত
হোৱা এবিধ ঘা।
শামুকীয়া-গাঁঠি ( স. শ. ) এবিধ বেঁত
গুভৰ গাঁঠি।
শামুক-ভঙ্গা ( স. শ. ) এবিধ বক-
জাতিৰ চৰাই। [ হোৱা।
শাম্য ( বি. ) শাম, হ্ৰাস-পোৱা, লঘু
শাৰ্ (অ. ধা.) পানীৰ ওপৰত কাঙ্কেৰে
ছাটি মাৰি তললৈ যা, ( মাছ )।
শাৰী ( স. শ. ) শ্ৰেণী, লানী।
শাৰীৰিক ( বি. ) কায়িক, শৰীৰৰ।
শাল্ ( স. শ. ) এবিধ শলৰ নিচিনা
ভাতকৈ ডাঙৰ মাছ ; চেপেটা

বা জোকা মুখেৰে এডোখৰ বাঁহ বা কাঠ ; শিল্প-কৰ্ম্মৰ ঘৰ বা ঠাই ; কাপোৰ বোৱা যতন ; হাতীৰ বা ঘোঁৰাৰ্ ঘৰ ; প্ৰাণ-দণ্ড কৰিবৰ নিমিত্তে থিয়কৈ পোতা জোঙ্গা বাঁহ বা কাঠৰ শূল ; যতন।

শাল্মাৰ্, শালমুমাই লৰচৰ নকৰা বা টান কৰ্। [ ধান।

শালি ( স শ. ) ৰোপিত মাটিত বোৱা-

শালিকা ( স. শ.) মইনা-জাতিৰ দুবিধ চৰাইৰ সাধাৰণ নাম। এবিধ ভুটিয়া-শালিকা, সি হাবিত থাকে আন বিধ ঘৰ-শালিকা, সি প্ৰায়ে ঘৰৰ চালত বাহ লয় ; ( স্ত্ৰী ) শালিকী বা শালিকৰী।

শালে-কটা ( বি.) পোনেই তাঁত-শালৰ পৰা কাটি অনা, গোটেই নতুন।

শালচকুৰা ( বি. ) চোকা দৃষ্টিযুক্ত, টেঁৰৰ।

শাল্পতি (স. শ ) ভাৰ্য্যাৰ বায়েক বা ভনীয়েকৰ গিৰীয়েক।

শালমন্ } ( স. শ. ) ডেকা বয়সত
শাল্মইনা } গালত হোৱা এবিধ খহু।

শাশন্শাল্ ( স. শ. ) মবিশালি।

শাশন্শালী (স.শ.) মবিশালীৰ ভুতুনী।

শাশ্বত্ ( বি, ) চিৰস্থায়ী, সদায় থকা, নষ্ট নোহোৱা।

শাস্ (স. ধা. ) শাসন কৰ্, দম্।

শাসন্ (স. শ. ) দমন ; আনক তলত ৰাখি ইচ্ছা মতে চলোৱা কাৰ্য্য।

শাসিত্ ( বি. ) দমিত,অধীন হৈ থকা, বশীভূত।

শাস্তি (স. শ.) দণ্ড ; যাতনা, বৰ কষ্ট।

শাস্ত্ৰ ( স. শ. ) ঈশ্বৰৰ আদেশত হোৱা নীতি, ধৰ্ম্ম বা বিজ্ঞানৰ শিক্ষা দিয়া পুথি ; শাস্ত্ৰ চৈধ্যখন, যেনে, শিক্ষা, কল্প, নিৰুক্ত, জ্যোতিষ, ছন্দ, ব্যাকৰণ, মীমাংসা, ন্যায়, দণ্ড, আয়ুৰ্ব্বেদ, স্মৃতি, গান্ধৰ্ব্ব, ধনুৰ্ব্বেদ আৰু কাব্য।

শাস্ত্ৰজ্ঞ ( বি ; শাস্ত্ৰ-জনা।

শাস্ত্ৰ-সিদ্ধ (বি.) শাস্ত্ৰ অনুসাৰে উচিত।

শাস্ত্ৰীয় (বি. ) শাস্ত্ৰৰ বা শাস্ত্ৰ-সম্বন্ধীয়।

শাহ্ (স. শ.) কঠিন বাহেৰে আবৃত কোমল বস্তু ; যেনে, গুটিৰ শাহ, শামুকৰ শাহ।

শাহু (স. শ. স্বামী বা ভাৰ্য্যাৰ মাক।

শাহুৱতী ( বি. ) শাহুৱেক থকা (স্ত্ৰী) ; যেনে, শাহুৱতী বোৱাৰী।

শিক্ ( স. ধা.) শিক্ষা কৰ্, অভ্যাস কৰ্ ; অভ্যাসৰ দ্বাৰা আৰ্জ্। (কৃদ. স.) শিকোঁতা, ( স্ত্ৰী ) শিকোঁতী।

শিকন্ (কৃ. স.) শিকা কাৰ্য্য।

শিকনি (স. শ. ) শিক্ষা, উপদেশ ; বুজনি।

শিকৰ্ (স. শ.) গৰ্ভাৱতী তিৰোতাই চোবাবলৈ কুমাৰ মাটিৰে সাজি পোৰা খোলা; দাঁতৰ শিপা।

শিকলি (স. শ.) জিঁজিঁৰি, ইটোৰ পাচত সিটো-লগোৱা আঙঠি-সমূহ।

শিকলীয়া (স. শ.) দাঁতৰ গুৰিত বহু হোৱা ভাঠ মল, দাঁতৰ শিকৰ।

শিকা (স. ধা.) শিকনি দি, বুজা। (কৃদ. স.) শিকাওঁতা, (স্ত্রী) শিকঁতী।

শিকাৰ (স. শ.) ঘি শিকে, শিকোঁতা।

শিকিয়া (স. শ.) বাওঁকাব দুই মূৰে ওলমাই ভাৰ নিয়া জৰীৰ বা বেঁতৰ বন্ধন; একাজি।

শিখৰ্ (স. শ.) পৰ্ব্বতৰ টিং বা নিচেই ওখ ভাগ।

শিখা (স. শ.) বামুণে গায়ত্রী মাতি চুলিত দিয়া গাঁঠি; জুইৰ আগ।

শিং (স. শ.) জন্তুৰ মূৰৰ জোকা অঙ্গ।

শিংশপা (স. শ.) শিশু গছ; এবিধ সুকাঠী গছ।

শিঙৰা (স. শ) ভিতিৰ দুই দাঁতিত চটা কাঁইট থকা আবি-মাছৰ গচৰ এবিধ সৰু মাছ।

শিঙৰামূৰীয়া (বি) ওপৰলৈ চেপ-খোৱা মূৰযুক্ত; খজাল।

শিঙৰি (স. শ.) এবিধ কাঁইটিয়া গুটি-ধৰা পানীৰ বন; তাৰ গুটি; এবিধ সুকাঠী গছ।

শিঙা (স. শ.) মহৰ শিঙেৰে সাজি মুখেৰে বজোৱা এবিধ বাদ্য।

শিঙা-পাত্ (স. শ.) বিষ শুচাবলৈ বাটি লেপ-দিয়া এবিধ তৃণ।

শিঙাল্ (বি) শিংযুক্ত। [মাছ।

শিঙী (স. শ.) ভিতিৰ দুই দাঁতিত চুটা কাঁইট থকা মাগুৰৰ নিচিনা এবিধ

শিঙীমূৰী (স.শ.) আঙুলিৰ মূৰত হোৱা এবিধ ৰোগ।

শিঙীমূৰী-জোৰা (স. শ.) এডোখৰ কাঠৰ মূৰ আন এডোখৰ মূৰৰ খোলনিত সুমাই দিয়া জোৰা।

শিচ্ (স. শ.) শিখা।

শিতান্ (স. শ.) শয্যাত মূৰ দিয়া ঠাই, শয্যাৰ মূৰৰ কাল।

শিত্‌গুড়ি (স.শ.) নিচেই মিহি গুড়ি।

শিথিল্ (বি) ঢিলা, লোলা, আঁট-নোখোৱা।

শিথিলতা (গু. শ) ঢিলা বা লোলা গুণ; কামত হেলা। [মেল।

শিপা (স শ.) গছ বা তৃণৰ আঁহযুক্ত মূল (অ. ধা.) শিপা ধৰ, শিপা

শিপিনী (স. শ.) তাঁত-বোৱাত পাৰ্গত তিৰোতা, বৰ-কাটিব জনা তিৰী।

শিমলু (স.শ.) এবিধ তুলাযুক্ত গুটি-ধৰা গছ। [আক গুটিৰ ওঁৰাল।

শিমলু-কলা (স. শ.) শিমলুৰ তুলাৰ

শিয়ৰ্ (অ. ধা.) ভয়, জাৰ বা আশ্চৰ্য্যৰ দ্বাৰা থিয় হ, বোমাক হ।

শিয়ৰণ্ (কৃদ. স.) শিয়ৰা কাৰ্য্য।

শিয়ৰা (স. ধা.) থিয় কৰ্, ঙুৰুৰিয়া, (নোমত খাটে)।

শিয়া (স. শ.) শিপা।

শিয়াল্ (স. শ.) শৃগাল, এবিধ হাঁহ-কুকুৰা-খোৱা জন্তু; (স্ত্ৰী)শিয়ালী।

শিয়াল্-কটাহি (স. শ.) বনত লাগি থকা শিয়ালৰ মূত।

শিয়াল্‌গলা (বি) ওকোন্দা গালখুজ। (স. শ.) এবিধ গাল উখহা ৰোগ, ঘন্তুমণি।

শিয়াল্‌নেজা (স. শ.) শিয়ালৰ নেজৰ নিচিনা আগেৰে এবিধ বন।

শিৰ্ (স শ.) মুণ্ড, মূৰ, সিৰ।

শিৰলু (স. শ.) হালবাওঁতে ফালৰ মুখত উঠা লুবি।

শিৰা (স. শ.) বৃদ্ধি, কোষ বৃদ্ধি। ১

শিৰামূৰি (স.শ.) হাত ভৰিৰ শিৰ-বিলাক টানি ধৰা ৰোগ। ১

শিৰীষ্ (স.শ.)এবিধ মৃদু ফুল-ধৰা গছ।

শিৰোধাৰ্য্য (বি) মূৰত লবৰ যোগ্য, বৰ মান্য, (আজ্ঞাত খাটে)।

শিৰোমণি (স. শ.) মূৰৰ অলঙ্কাৰ; আনতকৈ শ্ৰেষ্ঠ বা ডাঙৰ লোক, (ভাল, বেয়া,দুয়ো অৰ্থত খাটে); যেনে, পণ্ডিতৰ শিৰোমণি, দুষ্টৰ শিৰোমণি।

শিল্ (স. শ.) পৰ্ব্বত বা আকৰত থকা এবিধ টান বস্তু; বৰষুণৰ লগত পৰা গোট মৰা পানী।

শিলনি (স. শ.)বহুত শিল থকা ঠাই।

শিলা (স. শ.) শিল, এবিধ টান বস্তু। (স. ধা.) শিলেৰে ঘঁহ্ বা খুন্দ্।

শিলাকুটী(স.শ.)শিলৰ কাম-কৰোঁতা।

শিলাধমনী (স. শ.) উখহি মঙহ টান হোৱা এবিধ ৰোগ।

শিলাবৃষ্টি (স. শ.) শিল পৰা বৰষুণ।

শিলিখা (স. শ.) এবিধ গছ; তাৰ গুটি, হৰীতকী।

শিলিখা-মণি (স. শ.) শিলিখাৰ গছৰ এবিধ সৰু সোণৰ মণি।

শিল্‌কোমোৰা (স. শ.) এবিধ দীঘল টান কোমোৰা।

শিল্‌গুটি (স. শ.) সৰু শিল।

শিল্‌বালি(স. শ.)শিলৰ গুড়িৰ নিচিনা এবিধ বালি।

শিল্প, শিল্পকৰ্ম্ম (স.শ.)যন্ত্ৰ বা হাতেৰে সজা বা গঢ়া কাম,বাঢ়ৈ,সোণাৰি ইত্যাদিৰ কাম।

শিল্পকৰ্, শিল্পকাৰ্ (স. শ.) যন্ত্ৰ বা হাতেৰে গঢ়োঁতা বা সাজোঁতা(স্ত্ৰী) শিল্পকাৰিণী।

শিল্পবিদ্যা (স, শ.) শিল্পকৰ্ম্মৰ জ্ঞান।

শিল্প-শাস্ত্ৰ (স. শ.) শিল্পকৰ্ম্মৰ শিক্ষা-দিয়া পুথি।

শিৱ (স.শ.) মহাদেৱ, তিনি জনা মাহঁ দেৱতাৰ তৃতীয় জনা।

শিৱ-লিঙ্গ (স. শ.) পুৰুষাঙ্গৰ ৰূপে সজা শিৱৰ মূৰ্ত্তি ; শিৱ ।

শিৱ-লোক্ (স.শ) কৈলাস ।

শিৱা / শিৱানী } (স.শ.)শিৱৰ ভাৰ্য্যা, দুৰ্গা ।

শিশিৰ্ (স. শ.) জাৰকালি ।

শিশু (স. শ.) মানুহৰ সন্তান, লৰা ; জন্তুৰ পোৱালি ; শিংশপা গছ ।

শিষ্ট ( বি ) ভদ্ৰ, সন্ত, সুশীল ; নম্ৰ । সাধু, সজ লোক ।

শিষ্টতা (গু. শ.) শিষ্টৰ গুণ বা স্বভাৱ ।

শিষ্টাচাৰ্ (স. শ.) সাধুৰ আচৰণ, সজ লোকৰ ব্যৱহাৰ ।

শিষ্য (স. শ.) ধৰ্ম্মৰ উপদেশ-লওঁতা. শিচ ; ছাত্ৰ ।

শিহৰ্ "শিয়ৰ্" চোৱাঁ । শিহৰা, "শিয়ৰা" চোৱাঁ । (পদ্যত) ।

শিহৰি (স. শ.) সূতাৰ নিচিনা সৰু শিপা, শম ।

শিহা (স. শ.)সৰু শিপা, শিহৰি ; যিহি শলাকালি ; গলীতা ।

শিহু (স. শ.) পানীৰ ভিতৰপৰা জাঁপ মাৰি আকৌ বুৰ-দিয়া এবিধ জন্তু, ভহু ।

শিক্ষক(স.শ.)শিকাওঁতা,শিকনি-দিওঁতা

শিক্ষা (স. শ.) বিদ্যাভ্যাস, শিকনি ।

শিক্ষিত্(বি)শিক্ষা-পোৱা.শিকা, বিদ্যা জনা ।

শীঘ্ৰ (বি) বেগৱন্ত, বেগাল, খৰ ।

শীঘ্ৰতা ( গু. শ.) বেগ । [সোনকালে ।

শীঘ্ৰে ( ক্ৰি. বি. ) বেগাই, খৰকৈ,

শীত্ (স. শ.) জাৰ ।

শীতল্ (বি) চেঁচা ; নিমজ, মিহি ।

শীতলতা (গু. শ.) চেঁচা গুণ ।

শীতলা (স. শ.) বসন্ত-ৰোগৰ আৰু গছ-আদিৰ অধিকাৰিণী দেৱী ।

শীত্কাল্ (স. শ.) জাৰকালি ।

শীতলী (স. শ.) চালৰ তলে ধেৰৰ আগ নোলোৱাকৈ বান্ধি মিহি দেখাবলৈ কৰাৰ ওপৰত পথালিকৈ বান্ধি দিয়া কামী ।

শীতলীয়া (স. শ.) যেকনি লাগি পাণৰ পাত গেলি যোৱা ৰোগ ।

শীতাৰ্ত্ত (বি) জাৰৰপৰা কষ্ট-পোৱা ।

শীৰ্ণ (বি) ক্ষীণ, দুৰ্ব্বল, জীৰ্ণ ।

শুং (স. শ.)ধানৰ আগৰ জোঙা ভাগ ; বিছাৰ নোম ; বৰল-আদিৰ হুল ; ৰৱণীৰ ওভোতা জোং ; কথাৰ উৰা ।

শুং-লগা (বি) শুংযুক্ত, জোং-থকা ।

শুংগুৰীয়া ( স. শ.) মাছৰি, এবিধ বনৰীয়া গছ ।

শুং-সূত্ৰ (স. শ.) উৰা, কোনো কথাৰ অলপ সবাদ ।

শুঁড়্ / শুঁৰ্ } (স.শ.) হাতীৰ নাকৰ আৰু হাতৰ কাম কৰা দীঘল অঙ্গ

শুঁড়ী } শুঁৰী } (স. শ.) মদ-কটকা কৰোঁতা বা বেচোঁতা।

শুঁহৰি (স. শ.) ভাৰ্য্যা-স্বৰূপে স্বামীৰ ঘৰত থকা অৱস্থা। শুঁহৰি থাকি, ভাৰ্য্যা-স্বৰূপে স্বামীৰ ঘৰত থাক।

শুকটি (স. শ.) শুকান মাছ।

শুকনি (স. শ.) শুকাই বা কমি যোৱা অৱস্থা, (পানীত খাটে); বা শুকোৱা অৱস্থা। [দৰৱ।

শুকনী (স. শ.) শহ-আদি-শুকোৱা

শুকুলতী (স. শ.) এবিধ ঔষধৰ গছ, প্ৰসূতী তিৰোতা সকলে ইয়াৰ পাতেৰে আঞ্জা কৰি খায়।

শুকা (অ. ধা.) নীৰস হ, বাষ্প হৈ উৰি কমি যা, তাপৰ দ্বাৰা আকৃষ্ট হৈ নথকা হ; পুঁহ-আদি শুচি ভাল হ; ক্ষীণ হ, খীণা। (স ধা.) শুকান অৱস্থা প্ৰাপ্ত কৰ; নীৰস কৰ্। (কৃদ. স.) শুকাওঁতা; (স্ত্ৰী) শুকাঁতী। [কাৰ্য্য।

শুকাওন্ (কৃদ. স.) শুষ্ক কৰণ, শুকোৱা

শুকান্ (বি) নীৰস, পানীযুক্ত বা জুলীয়া নোহোৱা; কেঁচা নোহোৱা; ক্ষীণ; (স্ত্ৰী) শুকানী। [শুকানৰূপে।

শুকানে (ক্ৰি. বি.) শুকান অৱস্থাত,

শুকুৰ্ (স.শ.) সপ্তাহৰ ছয় সংখ্যাৰ দিন।

শুকুৰ্-বৰীয়া (বি) শুকুৰ-বাৰে হোৱা; শুকুৰ-বাৰৰ।

শুকুলা (বি) বগা, ধলা (স্ত্ৰী) শুকুলী।

শুকোৱা (স.ধা.) আনৰ দ্বাৰা শুষ্ক কৰা।

শুক্ৰ (স. শ.) নৱ সংখ্যাৰ গ্ৰহ; শুকুৰ বাৰ; ভৃগু মুনিৰ পুত্ৰক আৰু দৈত্যবিলাকৰ গুৰু।

শুক্ল (বি) বগা, শুকুলা; (স্ত্ৰী) শুক্লা।

শুক্লগতি (স. শ.) পোৰৰ্ক-গুণ থকা, এবিধ লতাৰ নিচিনা গছ।

শুক্ল-পক্ষ (স. শ.) মাহৰ জোনাক ভাগ।

শগীয়া (বি. শোকযুক্ত, অসন্তোষীয়া, সন্তোষ-নোপোৱা।

শুগুনী "শোগোনা" চোৰা।

শুচি (বি) শুদ্ধ নিৰ্ম্মল, পবিত্ৰ।

শুচিতা } শুচিত্ব } (স.শ.) পবিত্ৰতা; নিৰ্ম্মলতা

শুধ্ (স. ধা.) ধাৰৰ বস্তু পুনৰায় দি, ধাৰ মাৰ্; হিত হ, দুৰ্গুণ নকৰা হ; যেনে, জৰীয়াক টেঙাই শুধলে।

শুধা (স. ধা.) আনৰ দ্বাৰা ধাৰ মৰা।

শুট্ (অ.ধা.) একনে আৰিত জিকা ধন বা বস্তু আন একনে জিকা ধনৰ বা বস্তুৰ দ্বাৰা শুধা হ, আৰিৰ ধন বা বস্তুৰ সমান হ, হিংসাৰ প্ৰতিকাৰ হ। [প্ৰতিহিংসা কৰ্।

শুটা (স ধা. শুধৰ দ্বাৰা এৰৰ ধাৰ শুধ্, খেলত হৰা জনে জিকা জনক হকতাই পৰিশোধ কৰ্।

শুটোৰাশুটি (স শ.) খেলত হোৱা

অন্যৰ দ্বাৰা অন্যৰ পৰিশোধ; প্ৰতিহিংসা কৰা কাৰ্য্য।

শুণ্ড (স. শ.) হাতীৰ শুঁড়।

শুদা (স. শ.) মিহলি নথকা, অকল, কেৱল, (বস্তু) থাটে; শূন্য, একো নথকা; নিস্ফল; ঢাকনী নথকা, উদং।

শুদাই } (ক্রি.বি.) নিৰৰ্থক, অকাৰণে; শুদায় } এনেই, বেচ নোলোৱাকৈ বা নিদিয়াকৈ, শ্ৰম নকৰাকৈ, কোনো সঙ্গী বা মিহলি নোহোৱাকৈ।

শুদাতে (ক্রি.বি.) অকাৰণে, নিৰৰ্থক।

শুদ্ধ, (বি) নিৰ্ম্মল, শুচি, পবিত্ৰ, নিষ্পাপী; মিহলি ন-থকা; লেখাত ভ্ৰম নথকা, নিভূ'ল।

শুদ্ধতা (স. শ.) শুদ্ধ অৱস্থা বা গুণ।

শুদ্ধি (স. শ.) নিৰ্ম্মলতা, পবিত্ৰতা।

শুধ (বি) মিহলি বা ভাঁজ নথকা; যেনে, শুধ সোণ। [শুচোৱা।

শুধৰা (স. শ.) শুদ্ধ কৰা. অশুদ্ধ কথা

শুধৰণী (কৃদ. স.) শুদ্ধ কৰা কাৰ্য্য, সংশোধন।

শুধি (স. শ.) পবিত্ৰ হওন, অশুচি শুচি শুচি হোৱা অৱস্থা; যেনে, বাঁঠৰ শুধি।

শুন্ (স. ধা.) শ্ৰৱণ কৰ্, কাণৰ দ্বাৰা বুজ; কাণ পাত্, কাণৰ দ্বাৰা বুজিবলৈ যত্ন কৰ। (কৃদ. স.) শুনোতা, (স্ত্ৰী) শুনতী।

শুনন্ (কৃদ. স.) শ্ৰৱণ কৰা, কাণৰ দ্বাৰা বোধ জন্মা। (কৃদ. স.) শুনাওঁতা; (স্ত্ৰী) শুনাতী।

শুবীয়া (বি) শোৱে থকা।

শুভ } (স.শ.) মঙ্গল, কুশল, ভাল।
শুভ } (বি) হিত, মঙ্গল-কৰা, ভাল কল্যাণযুক্ত।

শুভাকাংক্ষী (বি) আনৰ মঙ্গল-কামনা-কৰা, আশীৰ্ব্বাদ-দিয়া। (স. শ.) আনৰ মঙ্গল-কামনা-কৰোঁতা।

শুভাশুভ (স.শ.) মঙ্গল আৰু অমঙ্গল, কুশল আৰু আপদ। (বি) হিত আৰু অহিত, ভাল আৰু বেয়া।

শুৱনি (বি) সুদৃশ্য, গঢ়িত, দেখনিয়াৰ; (স্ত্ৰী) শুৱনী। [মনোৰম।

শুৱলা (বি) সুন্দৰ, ভাল, তুষ্টি-লগা,

শুৱা (স. ধা.) শোভিত কৰ্, ভূষিত কৰ্, ভাল দেখুৱা; যেনে, তাক সাজে শুৱায়, এনে কামে আমাক শুশুৱায়; শয়ন কৰা, শয্যাত স্থাপিত কৰ।

শুশ্ৰূষা (স.শ.) পৰিচৰ্য্যা, আলপৈচান।

শুষ্ক (বি) শুকান, নীৰস।

শুহ (স. শ.) সিহ।

শূৰ্ } (স. শ.) শস্য নষ্ট কৰা
শূঁৰ-পোক } অনেক বিধ পোকৰ সাধাৰণ নাম।

শূকৰ্ (স. শ.) গাহৰি, বৰা।

শূদিৰ্ } (স. শ.) হিন্দুৰ যাই চাৰি
শূদ্ৰ } জাতিৰ শেষ জাতি লোক।

শূন্য (বি) ভদা, উদং, একো নথকা। (স. শ.) আকাশ; একো নথকা বুজোৱা এটা ফুট; যেনে, ০।

শূন্যতা } (ভ,শ.)শূন্য অৱস্থা বা গুণ।
শূন্যত্ব }

শূৰ্ (স. শ.) বীৰ,বলৱন্ত আৰু সাহিয়াল লোক।

শূল্ (স. শ.) যাঠী, বৰছা; বুকু বা পেটত খোঁচ মাৰি ধৰা পীড়া; শাল, প্ৰাণ-দণ্ড কৰিবৰৈ যিহতৈ পোতা জোঙা মাহ বা কাঠ।

শূলা (স. শ.) পেটত কামোৰ মাৰি ধৰি ঘনে-ঘনে শৌচ হোৱা ৰোগ, সন্ধিত গ্ৰহণী।

শূলা হওৱা (বি) সন্ধিত গ্ৰহণীৰ কাৰণ সঘনে শৌচ কৰা, (চহা মাত)। (স্ত্ৰী) শূলা হাওৰী।

শৃগাল্ (স. শ.) শিয়াল; (স্ত্ৰী,শৃগালী।

শৃঙ্খল্ (স. শ.) শিকলি; শ্ৰেণী, যি বস্তু বেবেৰৈকৈ থাকিব লাগে, তাত সেই মতে কৰা অৱস্থিতি।

শৃঙ্গ (স. শ.)জন্তুৰ শিং; পৰ্ব্বতৰ টিং।

শৃঙ্গাৰ্ (স. শ.) মতাই নিজৰ আৰু তিৰোতাৰ কাম-শান্তিৰ নিমিত্তে কৰা কাৰ্য্য, সঙ্গম।

শৃঙ্গী (বি) শিঙাল, শিং যুক্ত। [বগা।

শেঁতা (বি) নিস্তেজ তেজ কমি হোৱা

শেঙুণ্ (স. শ.) নাকে দি ওলোৱা বীজলীয়া বস্তু। [শেঙুণ্যুক্ত।

শেঙুণীয়া(বি)শেঙুণৰ নিচিনা,বীজলীয়া,

শেঙুণ-নকা (বি) শেঙুণেৰে মলিন নাকযুক্ত।

শেজা (স. শ.) সোঁতৰ খাৰ, নৈয়ে লোৱা বাট; নৈ বৈ যোৱা দ ঠাই।

শেণী (স. শ.) ধান বা আন ফুলৰ থোকৰ সৰু ঠাল, য'ত গুটিবিলাক লাগি থাকে।

শেতুৰা (স.শ.) নৰিয়া পৰি ক্ষীণোৱা মানুহে ভৰি নধাই বহি থকাৰ কাৰণে ভৰিৰ উথহনি। সি আকৌ আমৰে। [কপৌ।

শেত্কপৌ (স. শ.) এবিধ ঈষৎ বগা

শেত্ ভেলাণী (স. শ.) এবিধ দবৰত দিয়া লতা।

শেত্-মদাৰ্ (স. শ.) এবিধ বগা ফুল-ধৰা মদাৰ গছ।

শেত্শেতীয়া (বি) শেঁতা,তেজহীন হৈ হোৱা বগা।

শেন্ (স. শ.) এবিধ চৰাই-ধৰা পক্ষী।

শেন্-চোৰা (স. শ.) ৰজা বা তাৰৰ লোকে খেমালি কৰিবলৈ শেন্-পোহা মানুহ।

শেৰ্, শেৰ্পেটা (বি) ঠেং মেলি দীঘল হৈ পৰা।

শেল্ (স. শ.) যাঠি বৰছা; কাপোৰৰ দাঁতিত বেলেগ-ৰবণীয়া বা তাৰৰ সূতাৰে দিয়া বেখা।

শেলাই (স. শ.) পানীত হোৱা তৃণ বিশেষ; জেকা ঠাইত বা গছৰ ছাল-আদিত হোৱা এবিধ অতি ক্ষুদ্র তৃণ।

শেলুক (স. শ.) ভেঁটৰ আলু।

শেলুকীয়া (বি) শেলুকৰ দৰে কোমল, গোটেই পূৰঠ নোহোৱা, (তামোলত খাটে)।

শেলুৰৈ (স. শ.) শেলাই।

শেৱালি (স. শ.) এবিধ বগা ঠাবিৰে বগা ফুল; তাৰ গছ।

শেষ্ (স. শ.) অন্ত, ওৰ; সকলোৰে পাচ, (সময়ত খাটে); অৱশেষ, বাকী, বাঢ়ি থকা ভাগ। (বি) অন্ত পৰা, টুকোৱা; বাকী থকা, বায়ৰ পাচত বাঢ়ি থকা।

শেষ্কাল, শেষাৱস্থা (স. শ.) জীৱনৰ শেষ ভাগ; অন্তকাল, মৰিবৰ সময়।

শেহ্ (স. শ. বি.) শেষ, অন্ত।

শেহতীয়া (বি) পাচতীয়া, ভুমলীয়া।

শেহনি (স. শ.) অৱশেষ, বাকী, আগলিকা। [পৰিশেষ, সৰ্ব্বশেষ।

শেহান্তৰ্ (স. শ.) সকলোৰে পাচ,

শেহৰা (বি) শেহতীয়া, পাচতীয়া।

শৈথিল্য (গু. শ) শিথিলতা, কামলৈ হেলা।

শৈৱ (বি) শিৱৰ। (স. শ.) শিৱৰ ভক্ত।

শো (অ. ধা.) শয়ন কৰ্, নিদ্রা ভোগ কৰ্, ঘুমটি মাৰ্। (কৃদ. স.) শোওঁতা; (স্ত্রী) শোৱঁতী।

শোক্ (স শ.) বেজাৰ, মনৰ দুখ।

শোকাকুল্, শোকাতুৰ্, শোকাৰ্ত্ত, (বি) শোকেৰে অভিভূত, বেজাৰত ব্যাকুল। [পাত।

শোকোতা (স.শ.) তিতা মৰাৰ শুকান

শোগ্ (স. শ.) ইচ্ছাৰ দৰে বস্তু নোপোৱাত হোৱা অসন্তোষ।

শোগোনা (বি) শুগীয়া, লোকে দিয়া বস্তুৰে সন্তুষ্ট নোহোৱা, অসন্তুষীয়া।

শোটৰ্ (অ. ধা.) শুকাই কোঁচ খা, ভিতৰৰ মঙহাল ভাগ শুকাই কমি যোৱাত ছাল কোঁচ খা; যেনে, বেজেনাটো শুটৰিছে।

শোটা (স. শ.) খেৰেৰে সজা ঠাই-সৰা সঁজুলি।

শোটাকানি (স. শ.) ঠাই-লিপা বা মচা এসোপা কটাকানি।

শোটোৰা (বি) শুকাই কোঁচ-খোৱা, টোটোৰা, ভিতৰৰ মঙহাল ভাগ শুকাই কম হোৱাত ছাল কোঁচ-খোৱা। (স. শ.) মঙহ কম হোৱাত কোঁচ খোৱা ছাল।

শোটোৰাশোটোৰ্ (বি) ৰৰকৈ শোটোৰা হোৱা, অনেক ঠাইত ছাল কোঁচ খোৱা।

শোট্কানি (স. শ.) শোটাকানি।

শোট্মোট্ (বি) মোহৰাস্ত লেতুসেতু বা সোপা হোৱা।

শোট্মোটা (স. ধা.) মোহাৰি লেতুসেতু বা সোপা কৰ্।

শোণিত্ (স. শ.) গাৰ বঙা ৰস, তেজ।

শোত্ (স. শ.) হোৰ, পোটক।

শোথ্ (স. শ) শোৰ, তেজপনীয়া হৈ গোটেই গা বা কোনো অঙ্গ উখহা ৰোগ। [ধৰা; এলেহুৱা।

শোথ্ কগীয়া (বি) শুৰীয়া, শোথৰোগে

শোধন্ (স. শ.) নির্ম্মল-কৰণ; পবিত্র বা শুচিকৰণ।

শোধা (স. ধা.) পৰাকীক পতাই দি; যাক দিব লাগে তাত সমর্পণ কৰ্। (কৃৎ. স.) শোধাওঁতা, (স্ত্রী) শোধঁতী।

শোধিত্ (বি) নির্ম্মল কৰা, পবিত্র কৰা।

শোৰ্ (স. শ.) শোথ, তেজ পনীয়া হৈ গোটেই গা বা কোনো অঙ্গ উখহা ৰোগ।

শোবাসেৰেলুৱা (বি) নিস্তেজ, লেতা।

শোভন্ (স. ক.) শোভা কৰণ। (বি) সুন্দৰ, শুৱনি, চকু-লগা।

শোভা (স. শ.) সৌন্দর্য্য, শুৱনি গুণ, জেউতি।

শোভাকৰ্ (বি) শোভাযুক্ত, সুন্দৰ।

শোভিত্ (বি) ভূষিত, উত্তমৰূপে সজোৱা।

শোলেংটেঙা (স. শ.) এবিধ বৰ চোকা টেঙা আৰু তাৰ গছ।

শোৱন্ (কৃৎ. শ.) শয়ন, শোৱা কার্য্য

শোৱনি-ঘৰ্ (স. শ.) শোৱা ঘৰ।

শোষ্ (স. ধা.) শোহ, ৰস টান্, শুকা।

শোষক (স. শ.) যি শোহে, ৰস টানি শুকাওঁতা।

শোহ (স. ধা.) ৰস টান্, শুকা; হোঁপ। (কৃৎ. স.) শোহোঁতা (স্ত্রী) শোহঁতী।

শোহন্ (কৃৎ. স.) শোহা কার্য্য, শোষণ।

শোহনী (বি) যি শোহে, শোহা, ৰস টানি শুকোৱা। (স. শ.) এবিধ ডাকৰ মহ।

শৌহা (স. শ.) হোঁপা; এহোঁপাত ৰিয়ান ৰস ভিতৰলৈ যায়।

শৌচ্ (স. শ.) পেটৰ মল, বিষ্ঠা। শৌচ্ কৰ্, মলত্যাগ কৰ্, পেটৰ মল উলিয়া।

শৌচাচাৰ্ (স.শ.) শৌচ কৰি থোৱা কাৰ্য্য।

শৌৰ্য্য (স. শ.) বীৰত্ব, পৰাক্ৰম।

শ্মশান্ (স. শ.) মৰিশালি।

শ্যাম্ (স. শ.) কলা বৰণ; সেউজ, কলাপতীয়া বৰণ। (বি) কলাবৰণীয়া; সেউজীয়া।

শ্যামা (স. শ.) কালী-গোসাঁনী।

শ্ৰদ্ধা (স.শ.) সন্মান, সৎকাৰ; আস্তিক, ভাব, বিশ্বাস।

শ্ৰদ্ধান্বিত্ (বি) শ্ৰদ্ধাযুক্ত।

শ্ৰদ্ধাহীন্ (বি) শ্ৰদ্ধা নথকা।

শ্ৰম্ (স.শ.) ভাগৰ, কামৰপৰা হোৱা দুখ, পৰিশ্ৰম, শৰীৰ বা মনেৰে কৰা বৰ যত্ন। [কাম-কৰা।

শ্ৰমী (বি) শাৰীৰিক পৰিশ্ৰম বা কঠিন

শ্ৰৱণ্ (স. শ.) শুনন, শুনা কাৰ্য্য; শুনা ইন্দ্ৰিয়, কাণ।

শ্ৰৱণা (স.শ.) বাইশ সংখ্যাৰ নক্ষত্ৰ।

শ্ৰাদ্ধ (স. শ.) নিৰূপিত সময়ত মৃতকৰ বা পিতৃসকলৰ উদ্দেশে দিয়া জল-পিণ্ড, শৰাধ।

শ্ৰান্ত (বি) ভাগৰ পোৱা, ভাগৰুৱা।

শ্ৰান্তি (স. শ.) ক্লান্তি, ভাগৰ, পৰিশ্ৰমৰপৰা হোৱা দুৰ্ব্বলতা।

শ্ৰাৱণ্ (স. শ.) শাওণ, বছৰৰ চতুৰ্থ মাহ।

শ্ৰী (স.শ.) ধন সম্পত্তি, মঙ্গল; শোভা, শুৱনি ৰূপ; লক্ষ্মী; গৌৰৱ, মানুহৰ নামৰ আগত দিয়া উপাধি যেনে, শ্ৰীকৃষ্ণৰাম।

শ্ৰী আঙঠী (স.শ.) আঙুলিৰ এবিধ শুৱনি অলঙ্কাৰ; বিয়াত দৰা-কন্যাক দিয়া আঙঠী।

শ্ৰীপেচ্ (স.শ.) বহুমূলীয়া এবিধ ৰাজ অলঙ্কাৰ।

শ্ৰীফল্ (স.শ.) এবিধ ডাঙৰ বেল।

শ্ৰীবৃদ্ধি (স.শ.) ধন সম্পত্তি বা শোভা বাঢ়ন, অৱস্থাৰ উন্নতি।

শ্ৰীমন্ত, শ্ৰীমান্ (বি) ভাগ্যৱন্ত, মঙ্গলময়, লক্ষ্মীযুক্ত, শুৱনি; (স্ত্ৰী) শ্ৰীমতী।

শ্ৰীযুক্ত, শ্ৰীযুত্ (বি) ভাগ্যৱন্ত, মান্য, সন্মান্ত; (স্ত্ৰী) শ্ৰীযুতা।

শ্ৰীল শ্ৰীযুক্ত, শ্ৰীল শ্ৰীযুত্ (বি) বৰ ভাগ্যৱন্ত; অতিশয় মান্য।

শ্ৰীহানি (স.শ.) ধন-সম্পত্তিৰ, শোভাৰ বা গৌৰৱৰ নাশ।

শ্ৰীহীন্ (বি) ধন-সম্পত্তি, শোভা বা গৌৰৱ শূন্য।

শ্ৰুতি (স শ.) কাণ; বেদ।

শ্ৰুৱ্ (স.শ) হোমত ঘিউ ঢলা হেঁতা।

শ্ৰুৱক্ৰচ্ (স.শ.) হোমত ঘিউ দিয়া হেঁতাৰ নিচিনা সঁজুলি যোৰ।

শ্ৰেণী (স.শ.) শাৰী, লানী; একে

কাৰ্য্য কৰা বা একে জাতিৰ লোক সমূহ।

শ্ৰেয়স্ (বি) উত্তম, বৰ ভাল। (স.শ.) কুশল, কল্যাণ, মঙ্গল, ভাল।

শ্ৰেয়স্কৰ্ (বি) হিত, মঙ্গল-জনক।

শ্ৰেষ্ঠ (বি) অতি উত্তম, উৎকৃষ্ট, বৰ ভাল। [গুণ বা অৱস্থা।

শ্ৰেষ্ঠতা (গু.শ.) উৎকৃষ্টতা, বৰ ভাল

শ্ৰোতব্য (বি) শুনিবৰ যোগ্য, শুনিব লগীয়া।

শ্ৰোতা (স.শ.) শুনোতা, যি শুনে।

শ্লাঘা (স. শ.) প্ৰশংসা, গুণৰ বৰ্ণনা।

শ্লাঘ্য (বি) প্ৰশংসাৰ যোগ্য, ভদ্ৰ।

শ্লেষ্মা (স. শ.) কফ, যাইকৈ নাকৰ পাতল কফ। [কৰা ৰচনা।

শ্লোক্ (স. শ.) কবিতা, ছন্দ লগাই

শ্বাস্ (স. শ.) উশাহ ৰোগ বিশেষ, হাঁই কাই, নাকে দি চলা বিকাৰী বায়ু।

শ্বেত্ (বি) ধবল, ধলা, বগা।

শ্বেততা (গু. শ.) বগা গুণ বা বৰণ।

---

## ষ।

ষঁঠুৱা (বি) ষাঁঠত হোৱা; ষাঁঠৰ সম্বন্ধীয়।

ষট্‌কোণ্ (বি) ছয়-চুকীয়া।

ষড়ৃতু (স.শ.) বসন্ত আদি ছটা ঋতু।

ষড়্‌গুণ্ (স.শ.) ছয় গুণ বা অংশ।

ষড়্‌ৰস্ (স. শ.) খোৱা বস্তুৰ ছটা আস্বাদ; যেনে মিঠা, তিতা, জলা, কেহা, টেঙা, খাৰ।

ষণ্ড (স. শ.) ষাঁড়, ভতৰা।

ষষ্ঠ (সং) ছয়।

ষষ্টি (সং) ষাঠি, তিনি কুৰি।

ষষ্ঠী (স.শ.) ছয় সংখ্যাৰ তিথি; দেৱী।

ষাঁঠ্ (স.শ.) অম্বুবাচী, আহাৰ-মাহত পৃথিৱী ৰজস্বলা বা অশুচি হোৱা চাৰি দিন।

ষাঁড়্, ষাঁৰ্ (স. শ.) বৃষভ, ভতৰা।

ষাঁড়্-চেলেকা, ষাঁৰ্-চেলেকা (স.শ.) কপালৰ ওপৰে পাক লাই ওপৰলৈ উঠা চুলি।

ষাঠি (সং) তিনি কুৰি।

ষেত্‌কপৰা (স.শ.) অৰ-বন, অবীয়াক ক্ষাৰ কৰি খুওৱা, আহতলীত হোৱা এবিধ বন।

ষোড়শ্, ষোল (সং) ছয়-অধিক দহ, ষোল।

---

## স।

স (স. ধা.) সহ, ধৈৰ্য্য ধৰ, যেনে, দুখ সব নোৱাৰি; স্থৈৰ্য্যৰূপে স্থিৰৰ প্ৰভাৱ কৰ্; যেনে, পাচ টকা লৈছে।

সও (অব্য) গৰু-মহক ৰখৰ নিমিত্তে কোৱা মাত, ৰ। [শেষ দিন।

সংক্রান্তি (স. শ.) সূৰ্য্যৰ এক ৰাশিৰ-পৰা অন্ত ৰাশিত প্ৰবেশ, মাহৰ

সংখ্যা (স. শ.) লেখ, এক, দুই, ইত্যাদি। [লগ-লগোৱা।

সংগৃহীত্ (বি) একত্র কৰা, গোটোৱা,

সংগোপনে (ক্রি.বি.) লুকাই, মনেমনে।

সংগ্ৰহ্ (স.শ.) একত্র কৰণ, একে ঠাই কৰা বা গোটোৱা কাৰ্য্য।

সংগ্ৰাম্ (স. শ.) ৰণ, যুদ্ধ।

সংগ্ৰাহক্ (স. শ.) সংগ্ৰহ বা একত্র কৰোঁতা, গোটাওঁতা।

সংজ্ঞা (স. শ.) নাম। [মাত।

সংজ্ঞা-শব্দ (স. শ) চকুৰে দেখা বা মনেৰে ভৰা বস্তুৰ নাম বুজোৱা

সংযুক্ত (জু) (বি) লগ লগোৱা, একে-লগ কৰা; মিহলি।

সংযোগ্ (জো) (স.শ.) মিলন, সংলগ্নতা লগ-লাগন।

সংযোজন্ (জো) (স.শ.) একত্র কৰণ, লগ-লগোৱা কাৰ্য্য।

সংযোজিত্(জো) } (বি) একে লগ-কৰা
সংলগ্ন } লগ-লগোৱা, মিলোৱা

সংলগ্নতা (গু.শ.) সংলগ্ন হোৱা অৱস্থা, মিলন, যোগ।

সংশয় (স. শ.) আশঙ্কা, সন্দেহ; ভয়।

সংশয়াপন্ন (বি) আশঙ্কা বা সন্দেহ যুক্ত ভীত।

সংশোধন্ (স. শ.) নিৰ্ম্মল বা পবিত্র কৰণ; লেখাৰ অশুদ্ধ শুদ্ধ কৰণ।

সংশোধিত্ (বি) নিৰ্ম্মল বা পবিত্র কৰা; ভুল-শুচোৱা।

সংসৰ্গ (স.শ.) সঙ্গ, একত্র বাস, একে লগে ভোজন; সম্পৰ্ক।

সংসৰ্গী (বি) সঙ্গী, একে লগে থকা বা খোৱা; লিপ্ত, সম্পৰ্কী।

সংসাৰ্ (স.শ.) জগত, ব্ৰহ্মাণ্ড; লৰ-তিৰোতা আৰু বন্ধুৰে সৈতে এই জগতত নিবাস।

সংসাৰী (বি) সংসাৰৰ কাৰ্য্যত লিপ্ত, বিষয়ী; সংসাৰৰ।

সংস্থষ্ট (বি) বেলেগ হৈ পুনৰ লগ লগা।

সংস্কাৰ্ (স. শ.) শুচি কৰা কাৰ্য্য; ব্ৰাহ্মণ আদি তিনি জাতিৰ গা শুচি কৰা দহোটা কাৰ্য্যৰ প্ৰত্যেক টো; ভগা-ছিগা বা উৎকৰ্ষ কৰা কাৰ্য্য।

সংস্কৃত্ (বি) পবিত্র কৰা, উৎকৰ্ষ কৰা। (স. শ.) আৰ্য্য বা হিন্দুবিলাকৰ আদি ভাষা। [থোৱা কাৰ্য্য।

সংস্থাপন্ (স. শ.) স্থাপন, পতা বা

সংস্থাপিত্ (বি) স্থাপিত, থোৱা; পতা।

সংহতি (স.শ.) সমাজ, মিল, দল।

সংহৰ্ (স.ধা.) নাশ কৰ ধ্বংস কৰ্। (কৃদ.স.) সংহৰোঁতা।

সংহৰণ্(স.শ.)নাশ-কৰণ, ধ্বংস-কৰণ।

সংহাৰ্ ( স. শ. ) নাশ, ধ্বংস।

সংহাৰক ( স. শ. ) নাশ কৰোঁতা।

সংহিতা(স.শ.)স্মৃতি-শাস্ত্র সংগ্রহ-কৰা বিধি সমূহ।

সংক্ষিপ্ত } (বি) সৰু কৰা,ক্ষুদ্র কৰা;
সংক্ষেপ্ } সৰু, ক্ষুদ্র।

সংক্ষেপ্‌তৈ } (বি) (ক্রি.বি)অলপী-
সংক্ষেপ্‌ৰূপে } য়াকৈ, চুটিৰূপে।

সঁচ্ (স.শ.) খেতিৰ কাৰণ সাঁচি থোৱা গুটি আদি; সন্তান।

সঁচা (বি)সত্য, যথাৰ্থ, স্বৰূপ। (স.শ.) সত্য কথা।

সঁচাকৈ ( ক্রি. বি.) সত্যৰূপে।

সঁচাৰ্ (স.শ.)পেড়া আদি-ৰখা ঘৰ।

সঁচাৰ্-পাঠী (স.শ.) সঁচাৰত ৰখাই পেৰা-আদি-থোৱা আৰ ৰখা সঁজুলি।

সঁচাসঁচি (বি) স্বৰূপ; নিশ্চয়, ভুল বা ফাঁকি নথকা।

সঁচিধন্ ( স.শ. ) সঁচা ধন, ৰূপ বা সোণৰ প্ৰচলিত মোহৰ; হাতলৈ দিয়া বা বাকী নথকা ধন।

সঁচুৱা(বি)কঠীয়ালৈ বা খেতিলৈ থোৱা।

সঁজতুৱা (বি) বিশ্বাসী, যাক বিশ্বাস কৰা যায়।

সঁজাত্ ( স. শ. ) বিশ্বাস, প্ৰত্যয়।

সঁজাতী (স.শ.) কোনো কথাৰ সত্য ঠিক কৰি জনাবলৈ পঠোৱা বিশ্বাসী মানুহ।

সঁজাল্ (স. ধা ) সবল কৰ্, নবিয়াৰ পাচত পুনৰ পুষ্টকৰ, গাতকা,পুনৰায় জলা; যেনে,ভুই কৰা সঁজাল। সঁজাল্ ধৰ, জুঁই পৰাৰ পাচত চৈন ধৰি ভাল গাড যেন,(ন-কৈ বোৱা গছৰ পুলিত খাটে)।

সঁজুলি (স.শ.) সকলো প্ৰকাৰৰ কামত ব্যৱহৃত বস্তু, কোৰ, কুঠাৰ,চাচন, চক, বলহ, লোটা বাটি, পাচি, খৰাহি, কাপ, দৈলাম, ইত্যাদি লাগতীয়া বস্তু। ১

সঁ ।। (অ.ধা.) সমৰ্পণ কৰ, গতাই দি।

সঁফুৰা (স.শ.)তামোলৰ টেমা, সাঁফৰ-লগোৱা, তামোলৰ আধাৰ।

সঁফুৰি আম্ } ( স.শ. ) মধুৰি আম,
সফুৰিয়াম্ } তাৰ গছ।

সঁকুৰা (স.শ.) যম-ঘৰাৰ দুজন চোকা টেকেলাৰ এজন, কালফুৰাৰ সঙ্গৰীয়া; তামোলৰ টেমা। [বাসী।

সঁযুতীয়া (জু). (বি) সংযোত কৰা, উপ-

সংযোত্ (ন) (স.শ.) হবিষ্য, কোনো ধৰ্ম্ম-কৃত্যৰ আগ দিনা এসাঁজ খাই কৰা উপবাস।

সঁবাহ (স শ.) কমাৰ আদিয়ে ধাতু চেপি ধৰা যন্ত্ৰ; যেতিয়া বা টাঙিৰ মুৰত বন্ধা মুৰীয়া কামী।

সঁহাৰি (স.শ.) গম, উমান্ আটকাল, পঞ্জাল।
সকৰ্ম্মক্ (বি) কৰ্ম্ম-কাৰক থকা।
সকল্ (স.শ.) বহুত বুজাবলৈ শব্দৰ পাচত লগ্-লগোৱা কথা।
সকলো (সৰ্ব্ব)আটাই, সমস্ত, সমুদায়।
সকলোৱে মূলি (ক্রি.বি.) আটাই-বিলাক গোটাই, সমুদায়ে।
সকাম্ (বি). ফলৰ আকাংক্ষা থকা, কামনাযুক্ত; যেনে,সকাম ভক্তি। (স.শ.) কৰ্ম্ম, কাম; প্ৰয়োজন আৱশ্যক।
সকাহ্ (স.শ.) লাগী বৰষুণৰ মাজত ছেদ; উপশম, নৰিয়াৰ হ্রাস; কামৰ মাজত পোৱা আজৰি।
সকীয়া (স. ধা) আগত সাক্ষী ৰাখি কোনো কাম কৰিবলৈ বা ন-কৰিবলৈ ক।
সখা (বি), হিত, প্ৰসন্ন; যেনে তাৰ গুৰু সখা।
সখি (স.শ.) নিয়ম মতে পৰস্পৰে কাপোৰ আদি দি কৰা বন্ধু, ইষ্ট, (স্ত্রী) সখী।
সখীয়তী (স.শ) পাটমাদৈ-চৰাই, এবিধ সৰু হালধীয়া চৰাই।
সগৰ্ভা (বি) গৰ্ভৱতী, গৰ্ভত সন্তান থকা।
সগুণী-লতা (স. শ.) আমৈলতা।
সগোত্ৰ } (বি) একে গোত্ৰৰ,
সগোত্ৰী } একে জনা ঋষিৰ বংশৰ।
সঘন্ (বি) ঘনে-ঘনে হোৱা, বিৰল নোহোৱা।
সঘনে (ক্রি. বি.) বাৰম্বাৰ, ঘনে-ঘনে।
সঙ্কট্ (স. শ.) আপদ, বিপদ, টান।
সঙ্কটাপন্ন (বি.) বিপদত পৰা।
সঙ্কল্ (স.ধা.) বধ্, মাৰ, (পশুক)।
সঙ্কলন্ (স. শ.) গোটোৱা, একে ঠাই কৰা (অ. ধা.) মৰণ। ১
সঙ্কল্প (স.শ.) কোনো কাৰ্য্য কৰিবৰ ইচ্ছা; ধৰ্ম্ম-কৃত্য কৰিবৰ প্ৰতিজ্ঞা।
সঙ্কল্পিত্ (বি.) কৰিবলৈ মনেৰে নিশ্চয় কৰা।
সঙ্কাশ্ (বি) তুল্য, সদৃশ, সমান ১
সঙ্কীৰ্ণ (বি) ঠেক, বহল নোহোৱা।
সঙ্কুচিত্ (বি) কোঁচ-খোৱা; আশঙ্কা-যুক্ত, আগ নবঢ়া।
সঙ্কেত্ (স. শ.) ইঙ্গিত, ঠাৰ; গুপ্ত বা নিশিকিলে বুজিব বা জানিব নোৱৰা কথা বা বিষয়।
সঙ্কোচ্ (স. শ.) কোঁচ; আশঙ্কা, কোনো কামলৈ আগ বাঢ়িবৰ অনিচ্ছা।
সঙ্গ (স. শ.) লগ; যোগ, মিলন।
সঙ্গত্ (বি) যুগুত, উচিত; মিলা।
সঙ্গম্ (স. শ.) মিলন, লগ লাগন; শৃঙ্গাৰ।

সগৰী (বি) নগৰীয়া একে নগৰ। (স শ.) নগৰীয়া মানুহ, নগৰ লোক।

সচকিত্ (বি) সাৱধান, সঙ্কটৰ আগন্তুক দেখি তত্তোৱাল।

সচল্ (বি) লৰিচৰি ফুৰা।

সচেতন্ (বি) সজীৱ, জ্ঞান বা বোধ থকা, বিজ্ঞান নোহোৱা, সাৱে থকা।

সচেতনে, (ক্রি বি.) সাৱে, টোপনি নহাকৈ। [ভচি।

সজ্ (বি) সন্ত, সাধু, ভাল, উত্তম,

সজাই (স. শ.) তামোল-পাণ-আদি অলপ-মূলীয়া বস্তু এঠাইৰপৰা নি আন এঠাইত বেচোতা, বজুৱাই। (স. ধা.) নির্ম্মাণ কৰা।

সজাগৰ্ (বি) জাগি থকা, সাৱে থকা।

সজীৱ্ (বি) জীৱ থকা, জীয়া।

সজকৈ / সত্ৰূপে (ক্রি. বি.) ভালকৈ, ভালৰূপে। [সাধু।

সজ্জন্, (স. শ.) ভদ্ৰলোক, ভালমানুহ;

সজ্জিত্ (বি) ভূষিত, শোভিত সজোৱা। [মিল।

সজ্জৰথী (বি) শুভাকাংক্ষী, ভালৰি,

সঞ্চয়্ (স. শ.) উপাৰ্জ্জন-কৰা ধন-বস্তুৰ ৰক্ষা, সাঁচন।

সঞ্চৰিত্ (বি.) সোঁচৰা, এজনৰ গাৰপৰা আন এজনক ধৰা, (ৰোগত খাটে)।

সঞ্চাৰ্ (স. শ.) গমন, গতি, যোৱা।

সঞ্চালন্ (স. শ.) সাৰণ, লৰোৱা কাৰ্য্য, জোকাৰণি। [খোৱা।

সঞ্চালিত (বি.) লৰোৱা, জোকাৰ-

সঞ্চিত্ (বি.) সাঁচি থোৱা, আদি গোটাই থোৱা; বহুদিন পীড়া দি থকা, (ৰোগত খাটে)।

সঞ্জাত্ (স. শ.) বিশ্বাস, প্ৰত্যয়, সঁজাত।

সটৰাই (ক্রি.বি.) সোনকালে, বেগতে।

সটীক্(বি) টিপনী থকা ব্যাখ্যাৰে যুক্ত।

সট্খাৰ (স. শ.) এবিধ পানীৰ বন পুৰি কৰা খাৰ।

সঠিক্ (বি.) নিশ্চয়, আশঙ্কা নথকা।

সঠিককৈ (ক্রি. বি.) নিশ্চয়কৈ।

সণ্ডলনি / সণ্ডালনীয়া (বি.) বাক্য,স কলোৰে জনা, আবুৰ জপা।

সত্ (বি.) সাধু, সন্ত, ধাৰ্ম্মিক, দুষ্ট নোহোৱা; উত্তম, ভাল। (স.শ.) চন্দন-কাঠৰপৰা কৰা এবিধ সুগন্ধি বস্তু। [সমহত।

সততে (ক্রি. বি.) সদায় সকলো

সত্তুৰ (সং) সাত-অধিক দহ।

সত্তৰি (সং) তিনি কুৰি দহ।

সতৰ্ক (বি) সাৱধান, তত্তোৱাল।

সতিনী (স. শ.) এজন স্বামীৰ দুই বা অধিক ভাৰ্য্যাৰ প্ৰত্যেক জনী আন জনীৰ সতিনী।

সতিনীযাবি (স. শ.) ধঁতৰ বটিয়া ধৰা যাবি। ১

সতিনীয়াহ্ (স. শ.) সতিনীৰ নিচিনা বিৰোধ, বৰ অমিল।

সতিয়ৈ ( বি. ) সতিনী-স্বৰূপ, সতিনী হোৱা; যেনে, সতিয়ৈ মাক; সতিনীৰ স্বামীৰ অন্য ভাৰ্য্যাৰ; যেনে, সতিয়ৈ পো।

সতি-সন্ততি, সতি-সন্তান্ (স. শ.) লৰা-ছোৱালী, পো-নাতি, নাতি-পুতি।

সতী ( বি. ) পতিব্ৰতা, নিজ স্বামীত বাজে আনক নভজা। ( স. শ. ) পতিব্ৰতা স্ত্ৰী, নিজ স্বামীত বাজে আনক নভজা তিৰী। সতী যা, স্বামীৰ লগত মৰ্, স্বামীৰ শৱ লগত চিতাত দগ্ধ হ।

সতীত্ব, ( গু. শ. ) সতীৰ ধৰ্ম্ম বা গুণ।

সতীৰ্থ (স. শ.) একে গুৰুৰ শিষ্য, হবিতকত। [ পুণ্য।

সৎকৰ্ম্ম (স. শ.) ভাল কাম, ধৰ্ম্ম-কৃত্য,

সৎকাৰ্ (স. শ.) সন্মান, সম্ভ্ৰম; আদৰ। [অবস্থা।

সত্তা ( গু. শ. ) স্থিতি, বৰ্ত্তমান থকা

সত্ৰ (স. শ.) গোসাঁই ভকতৰ নিবাসৰ ঠাই, মহন্তৰ ঘৰ।

সত্ৰাধিকাৰ্, সত্ৰাধিকাৰী (স. শ.) সত্ৰৰ অধিকাৰ বা ঘাই গোসাঁই।

সত্ৰীয়া ( স. শ. ) কোনো সত্ৰৰ অধিকাৰ মতে। [ আচৰণ।

সৎপথ (স. শ.) উত্তম বাট; সৎ

সত্য ( বি. ) সঁচা, যথাৰ্থ, যথাৰ্থ। (স শ.) সঁচা কথা; সৎ আচৰণ, ধৰ্ম্ম-পথ; নিশ্চিত, সিদ্ধান্ত, পৰীক্ষা কৰি স্থিৰ কৰা বিষয়; প্ৰথম যুগ।

সত্যতা ( গু. শ. ) যথাৰ্থতা, মিছা নোহোৱা অৱস্থা বা গুণ, সঁচা।

সত্যবাদিতা ( গু. শ.) সঁচা কথা-কোৱা গুণ বা স্বভাৱ।

সত্যবাদী ( বি. ) সঁচা-কোৱা। (স. শ.) সঁচা-কওঁতা; ( স্ত্ৰী ) সত্যবাদিনী।

সত্যাসত্য ( স. শ. ) সত্য নে অসত্য, সঁচা নে মিছা; যেনে, এই কথাৰ সত্যাসত্য ঠিক কৰা।

সত্যে ( ক্ৰি. বি. ) স্বৰূপে, নিশ্চয়ে, ধৰ্ম্মত, ( শপত-খোৱা মতে )।

সত্ৰ (স.শ.) যজ্ঞটৈ লিপা "সত্ৰ" শব্দ

সত্ত্ব, সত্ব (স. শ.) সত্ত্ব-গুণ।

সত্বৰে (ক্ৰি. বি.) সটৰাট, বেগতে।

সৎসংসৰ্গ ( স. শ. ) সাধুৰ সঙ্গ, সৎ লোকৰ লগত বাস।

সৎসতা (অ. ধা.) বহুত কথা ক।

সৎসৰ্ব্বস্ব (স. শ.) কোনো লোকৰ সকলো ধন-বস্তু।

সদন্ ( স. শ. ) গৃহ, ঘৰ।

সদয়্ ( বি. ) দয়ালু. মৰমিয়াল।

সদাই "সদায়্" চোৱা।

সদাকাল্ (স. শ. ) সৰ্ব্বতিকাল, চিৰ-
কাল ; অনন্তকাল।

সদাগৰ্ (স.শ.) সাউদ, ডাঙৰ বেপাৰী

সদাগৰী ( বি. ) সদাগৰৰ, সদাগৰ-
সম্বন্ধীয়। [পবিত্ৰ আচৰণ।

সদাচাৰ্ (স. শ ) সজ ব্যৱহাৰ শুদ্ধ বা

সদাচাৰী ( বি. ) সদাচাৰত প্ৰবৰ্ত্তা ;
শুচি ব্যৱহাৰ-কৰা। [আনন্দময়।

সদানন্দ ( বি. ) সদায় আনন্দিত,

সদায়্ } (ক্রি.বি.) সৰ্ব্বদা, সকলো
সদাসৰ্ব্বদা } সময়ত।

সদাশিৱ (স. শ.) শিৱ, মহাদেৱ।

সদৃশ্ ( বি. ) তুল্য, নিচিনা, একে
সদৃৰ।

সদৌ ( বি. ) সকলো, আটাই।

সদ্গতি (স. শ.) আত্মাৰ উদ্ধাৰ,মুক্তি।

সদ্গুণ } ( স. শ. ) ভাল গুণ।
সদগুণ্ }

সদ্ভাৱ্ ( স. শ.) মিল, প্ৰীতি, ভাল-
পাওন।

সদ্যঃ } ( ক্রি. বি. ) আজি, এতিয়া,
সদ্যো } সম্প্ৰতি।

সধৰ্ম্মী ( বি. ) একে ধৰ্ম্মত প্ৰবৰ্ত্তা ;
একে গুণ থকা। (স. শ. ) একে
ধৰ্ম্মত প্ৰবৰ্ত্তা লোক।

সধৱা ( বি. ) আয়তী, স্বামী থকা।

সধা ( স. ধা. ) নিজে পাৰ নগীয়া ধন
লোকৰ দ্বাৰা লোৱা ; ধন লগা-
নিকা, ( অন্তত থাকে )।

সনাতন্ ( বি. ) চিৰস্থায়ী,সদায় থকা ;
প্ৰাচীন, পুৰণি। ( স. শ. ) বিষ্ণু
( স্ত্ৰী ) সনাতনী।

সন্ত ( স. শ. ) সাধু, ধাৰ্ম্মিক লোক ;
( বি. ) ধাৰ্ম্মিক, সত্।

সন্তৰা ( স. শ ) এবিধ মিঠা ফল ;
সুমথিৰা।

সন্ততি ( স. শ, ) লৰা বা ছোৱালী,
সন্তান ; নাতি পুতি, বংশ।

সন্তৰ্পণ্ } ( স. শ. ) তৃপ্তি-দান,
সন্তৰ্পণা } খুৱাই পিয়াই দিয়া
সন্তোষ।

সন্তান্ ( স.শ. )লৰা বা ছোৱালী, পো
বা জী। [বেজাৰ।

সন্তাপ্ ( স. শ.) মনৰ দুখ, শোক,

সন্তাপিত্ ( বি. ) সন্তাপ বা বেজাৰ-
পোৱা, শোকাকুল,তাপ বা ঘামৰ-
পৰা দুখ-পোৱা।

সন্তুষ্ট (বি.) সন্তোষ-পোৱা, তুষ্ট , তৃপ্ত।

সন্তুষ্টতা (স. শ,) সন্তুষ্ট হোৱা অৱস্থা ;
সন্তোষ। [তৃপ্তি।

সন্তোষ্ (স. শ.) আনন্দ,হৰ্ষ, আহ্লাদ ;

সন্নিকৈ (স. শ.) ওপৰৰ শ্ৰেণীৰ
আহমবিলাকৰ চাৰি কৈদৰ লেখ

কৈছ ; যেনে, ডুবৰা, দিহিঙীয়া, লাহন, সন্দিহে।
সন্দিগ্ধ (বি.) সন্দেহযুক্ত।
সন্দেশ্ (স. শ.) চেনি আৰু ছানাৰে কৰা এবিধ লাৰু ; হাত-ভেঁটা।
সন্দেহ্ (স. শ.) অনিশ্চয়তা, আশঙ্কা, সংশয়।
সন্ধি (স. শ.) যোৰা, মিল, নির্ব্বন্ধ, দুই ৰজাই মিলি-থাকিবলৈ কৰা নিয়ম ; (ব্যাক.) দুটা শব্দৰ মিল।
সন্ধুক্ষণ্ (বি.) মূৰ্চ্ছীত বা অজ্ঞান হোৱাৰপৰা পুনৰ চেতনা বা জ্ঞান পোৱা।
সন্ধ্যাক্ } (স.শ.) সৈন্ধব-লোণ।
সন্ধ্যাক্-লোণ্ }
সন্ধ্যা (স. শ.) সময়ৰ তিনটা জোৰাৰ এটা ; যেনে, বেলি ওলোৱা আৰু মাৰ যোৱা আৰু দুপৰীয়া ; বামুণে এই তিনি সময়ত কৰা উপাসনা ; এসাঁজ, এবাৰ (ভোজনত খাটে)।
সন্নাহিত্ (বি) কবচযুক্ত ; যুদ্ধৰ নিমিত্তে গাত অস্ত্রাদি বন্ধা।
সন্নিধানে (অব্য) ওচৰত, ওৰিত ; কাষলৈ।
সন্নিপাত্ (স. শ.) বায়ু, কফ্, পিত্ত, এই তিনি ধাতুৰ বিকাৰৰ পৰা হোৱা পীড়া, ত্রিদোষ।
সন্নিবিষ্ট (বি.) প্রবিষ্ট, সুমোৱা, প্রবেশ-কৰোৱা। [অৱস্থা।
সন্ন্যাস্ (স. শ.) বৈৰাগ্য, সংসাৰৰ সুখ এৰি ধৰ্ম্মত মন-নিয়োগ কৰা-
সন্ন্যাসী } (স. শ.) বৈৰাগী, সংসাৰৰ সুখ এৰি ঈশ্বৰত মন-লগোৱা
সন্যাসী } আৰু ভিক্ষা কৰি খোৱা মানুহ।
সম্মত (বি.) মান্তি, সৈমান ; মত-দিয়া, ভাল বোলা।
সম্মতি (স. শ.) ইচ্ছা, বাঞ্ছা, স্বীকাৰ ; অনুজ্ঞা, অনুমতি, ব্যৱস্থা।
সম্মান্ (স. শ.) সম্ভ্রম, মান, সৎকাৰ।
সম্মানিত্ (বি.) সম্মান-পোৱা।
সন্‌সননি (স.শ.) সন্‌সন্ শব্দ, থৰ্‌থৰণি।
সন্‌সনা (অ ধা.) সন্‌সন্ শব্দ কৰ, থৰ্‌থৰা। [যেলা কাট।
সপতা (স. শ.) দা-কটাৰী আদিৰ চঁহ।
সপৰিবাৰে } (ক্রি.বি) পৰিবাৰে সৈতে,
সপৰিয়া'লে } লৰা তিৰোতা আৰু আন পোষ্য বিলাকেৰে একে লগে।
সপক্ষ (বি) নিজৰ ফালৰ, কোনোৰ নিজৰ হিত, আপোনাৰ ফলীয়া।
সপিণ্ডী কৰণ্ (স.শ.) মৰাৰপৰা এবছৰৰ পাচত মৃতকক পিতৃসকলেৰে লগ-লগোৱা ক্রিয়া, প্রথম সাম্বৎসৰিক শ্রাদ্ধ।
সপুত্ৰক্ (বি) পুত্ৰযুক্ত, সন্তান থকা।

সপুত্ৰবান্ধৱে ( ক্ৰি. বি. ) সপৰিবাৰে, লৰা তিৰোতা আৰু বন্ধুবিলা-কেৰে সৈতে।

সপোন্(স.শ.)সমাধিক,টোপনিত জাগি-থকাৰ দৰে কোনো কাৰ্য্য কৰা বা কোনো বস্তু দেখা যেন বোধ।

সপ্ত (সং) সাত, ছয় আৰু এক।

সপ্তদশ্ (সং) সতৰ।

সপ্তদ্বীপ্ (স.শ.) সাত দ্বীপ, যেনে :— প্লক্ষ, ক্ৰৌঞ্চ, শাল্মলি, কুশ, জম্বু, শাক আৰু পুষ্কৰ।

সপ্তম্ (সং) সাত সংখ্যা পূৰ কৰাটো, সাতোটাৰ শেষটো।

সপ্তমী (স.শ.) সাত সংখ্যাৰ তিথি।

সপ্ত সমুদ্ৰ(স.শ.)সাত সাগৰ, যেনে :— লবণ, ইক্ষু, সুৰা, ঘিউ, দধি, দুগ্ধ আৰু জল।

সপ্তাহ্ (স.শ.) সাত দিন ; যাইকৈ, দেওবৰা শনিলৈ সাত দিন।

সপ্তাহী (স.শ.) প্ৰতি সাত দিনৰ মূৰত অধিকাৰক কোনো কথা জনোৱা কাকত। [হোৱা।

সপ্ৰমাণ্(বি)প্ৰমাণযুক্ত,সঁচাবুলি নিশ্চয়

সফল্ (বি) ফলযুক্ত, গুটি থকা বা ধৰা, সাৰ্থক, সিদ্ধ, লাভ-জনক।

সফলতা, (গু.শ.) সাৰ্থকতা, সিদ্ধি।

সব্ (সৰ্ব্ব) সকলো, আটাই, সমস্ত, (পদ্যত)।

সবংশে (ক্ৰি.বি.) বংশে সৈতে, জাতি কুটুমে সৈতে।

সবহুৱা (বি) সদাহৰ, সবাহ সম্পৰ্কীয়।

সবাহ্ (স.শ.) অনেকে গোট খাই নৈ-বেদ্য দি কৰা হৰিকীৰ্ত্তন।

সবিনয় (বি) নম্ৰভাবে যুক্ত।

সব-সক ( বি ) সকলোতকৈ সৰু, আটাইতকৈ পাছে ওপজা।

সভয়্ (বি) ভয়যুক্ত, ভীত, ভয়-কৰা।

সভা ( স. শ. ) সমাজ, মেল, কোনো কাৰ্য্যৰ নিমিত্তে লগ লাগি বহা লোকবিলাক।

সভাপতি (স.শ.) সভাৰ মুখ্য সমজুৱা, সভাসদবিলাকৰ মূৰ।

সভাৰ্য্যে (ক্ৰি.বি.) ভাৰ্য্যাৰে সৈতে।

সভাসদ্ (স শ.) সভাৰ লোক, সম-জুৱা, মেলুৱৈ। [ সদ।

সভ্য (বি) ৰজা আৰু নিয়মৰ অধীনে গাওঁ বা নগৰত বাস কৰা আৰু জ্ঞান-বিদ্যা পোৱা। (স.শ.) সভা-

সভ্যতা (গু.শ.) সভ্য লোকৰ গুণ বা আচৰণ। [ নোহোৱা।

সম্ (বি) সমান, তুল্য ; ধলা-বমা

সমকক্ষ }<br>সমকৰ্ম্মী } (স.শ.)আন এজনেৰে সমান বা একে কামত নিযুক্ত লোক।

সমকালিক (বি) একে কালৰ, আন

কোনোবে সৈতে একে সময়ত থকা।

সমজুৰা (বি) সমাজৰ, সভা সম্বন্ধীয়; (স.শ.) সভাসদ, সভাৰ লোক, মেলুৰৈ।

সমজ্যা (স.শ.) সমাজ, সভা।

সমঞ্জস্ (বি) সঙ্গত, উচিত, যুগুত।

সমতা (গু শ.) তুল্যতা, সমান হোৱা অৱস্থা।

সমনীয়া (বি.) সমান-বয়সীয়া; সমান শ্ৰেণীৰ। (স.শ.) সমান-বয়সীয়া বা সমান শ্ৰেণীৰ লোক।

সমন্ধ (স.শ.) সম্বন্ধ, সম্পৰ্ক।

সমন্ধি (অব্য) অনুকূলে, প্ৰতি, ফালে।

সমন্ধীয়া (বি) সম্বন্ধ-লগা, সম্পৰ্কীয়, মিতিৰালি থকা।

সমন্বিতে (অব্য) সৈতে, একে লগে।

সমবেদন্ (স.শ.) আনৰ সুখত সুখৰ, দুখত দুখৰ বোধ।

সমভূমি (স শ.)সমান মাটি, ওখ-চাপৰ নোহোৱা ঠাই; ভৈয়াম।

সময় (স.শ.) কাল, বৰ্ত্তমান, ভূত, ভবিষ্যত।

সময়ত্তি (স.শ.) দুয়ো পক্ষৰ সমানে হানি বা লাভ কৰি মিলোৱা কাৰ্য্য।

সময়ে-সময়ে (ক্ৰি.বি.) বেলেগ বেলেগ সময়ত, মাজে-মাজে।

সমৰ (স. শ.) যুদ্ধ, ৰণ।

সমৰ্থ (বি) শক্তিমন্ত, পাৰগ, পাৰ্গত। (স.শ.)শক্তি, পাৰগতা, পাৰ্গতালি।

সমৰ্পণ (স.শ.) অৰ্পণ, শোধাই বা গতাই দিয়া কাৰ্য্য।

সমৰ্পিত (বি) গতোৱা, শোধাই দিয়া।

সমল্ / সম্বল্ (স.শ.) প্ৰবাসত খাবলৈ লগত নিয়া খাদ্য।

সম-লয় (বি) মিল হৈ হোৱা সুস্ৰাব্য।

সমলীয়া (বি) প্ৰবাসলৈ যাওঁতে খোৱা বস্তু-নিয়া। (স.শ.)প্ৰবাসত খাবলৈ বস্তু নিয়া ভাৰী; খোৱা-বস্তু যোগাওঁতা।

সমস্ত (বি) সকলো, আটাই। (স. শ.) সমূহ, গণ,(আন এটা শব্দৰ পাচত লগ লাগে); যেনে, নৰ সমস্ত।

সমস্যা (স. শ.) সম্পূৰ্ণ কৰিবলৈ দিয়া শ্লোক এটাৰ এভাগ।

সমাগম(স.শ.)অহা-যোৱা, যাতায়াত; সাক্ষাত, দেখাদেখি।

সমাচাৰ (স.শ.) সম্বাদ,বাৰ্ত্তা, বাতৰি।

সমাজ (স. শ.) মানুহৰ সমূহ; সভা, মেল।

সমাজিক (স. শ.) সংপোন।

সমাদৰ (স. শ.) আদৰ, সন্মান।

সমান্ (বি) সম, তুল্য; ওখ চাপৰ বা বেঁকা নোহো[illegible]

অব্য.[illegible] [illegible]শাখাই;

(ক্রি.বি.) তুল্যৰূপে, হীন-ডেটি নোহোৱাকৈ; যেনে, সমানে ভগালে।

সমানে-সমানে (ক্রি.বি.) আপোনাৰ সমান লোকে সৈতে, যোৰে-যোৰে।

সমাপ্ত (বি) শেষ, অন্ত।

সমাপন্ (স. শ.) শেষ কৰণ, অন্ত পেলোৱা কাৰ্য্য।

সমাপ্তি (স. শ.) শেষ, অন্ত, ওৰ।

সমাৰ্ (স. শ.) দীঘে বাই পথালিয়ে বোৱা হাল। (স. ধা.) সমাৰ বা দ্বিতীয় বাৰ হালেৰে চহা।

সমাৰ্থক্ (বি) একে ভাষাৰ আন এটা শব্দেৰে ঠিক একে বা তাতকৈ কিঞ্চিত লৰ অৰ্থ-বুজোৱা।

সমালোচন্ (স.শ) পৰামৰ্শ,আলচ,মন্ত্ৰণা

সমাস্ (স.শ.) অনেক পদক এক কৰণ।

সমিচাৰ্ (স.শ.)লেখা বা মৌখিক উত্তৰ

সমিধান্ (স.শ.)মৌখিক উত্তৰ; যেনে, আছে দান, নাই সমিধান।

সমিল্‌মিল্ (বি)মিলা,পুনৰ মিল হোৱা।

সমীপ্ (স. শ) ওচৰ, নিকট।

সমুখ্ (স. শ) আগফাল; সাক্ষাত।

সমুখাসমুখি (বি) এজন আন জনৰ সমুখ হোৱা, মুখামুখি, যেনে, দুয়ো সমুখাসমুখি হল।

সমুখে (অব্য) সাক্ষাতে, আগতে।

সমুচিত্ (বি) উচিত, যুক্ত।

সমুদয়্ } (বি.) সমস্ত, সকলো। [গোটেই।
সমুদায় }

সমুদায়ে (ক্রি. বি.) সকলোবোৰমুলি;

সমুদ্ৰ (স. শ.) সাগৰ।

সমূল্ (বি.) মূলযুক্ত, মূল থকা; শব্দৰ ধাতু বা মূল সংযুক্ত।

সমূলকে (ক্রি. বি.) মূলে সৈতে, সমূলি, গোটেই।

সমূলাকাশ্(বি.)গোটেই নষ্ট, ধ্বংসিত।

সমূলি } (ক্রি. বি.) গোটেই,সমুদায়ে
সমূলে } সম্পূৰ্ণৰূপে। (বি.) সমুদায়, গোটেই [অঙ্গ বা বস্তু।

সমূহ্ (স. শ.) জুম্, বহুত মানুহ,

সমৃদ্ধি (স. শ.) ধনসম্পত্তি, বিভূতি।

সমৃদ্ধিমন্ত } (বি.) ধনৱন্ত, ধনী,
সমৃদ্ধিশালী } চহকী।

সম-জোখ্ (স. শ.) সমান পৰিমাণ, জীৱন অনুসৰি পুৰুষ।

সম্পত্তি (স. শ.) ধন-বস্তু, টকা, মাটি, গৰু-মহ, থাক-মণি, ইত্যাদি।

সম্পত্তিমন্ত } (বি.) আঢ্যৱন্ত, ধনী,
সম্পত্তিমান্ } চহকী।

সম্পদ্ (স. শ) শুভ, মঙ্গল, সুখ।

সম্পন্ন (বি.) সম্পূৰ্ণ, শেষকৰা।

সম্পন্নতা (স. শ.) সম্পন্ন হোৱা অৱস্থা, সম্পূৰ্ণতা, সিদ্ধি।

সম্পর্ক (স. শ.) সম্বন্ধ, কুটুম্বিতা; লগালগি; একেলগে আহাৰ-ব্যৱহাৰ। [থকা, মিতিৰ-লগা।

সম্পর্কীয় (বি.) সম্বন্ধীয়, সম্পর্ক

সম্পাদ্ (স.ধা.) কৰ্, সম্পন্ন কৰ্।

সম্পাদক্ (স.শ.) কাম-চলওঁতা; বাতৰি-কাকত-লিখোঁতা।

সম্পাদন্ (স শ.) সম্পন্ন কৰণ,সমাপন; বাতৰি-কাকত-চলোৱা কার্য্য।

সম্পাদিত্ (বি) সম্পন্ন, সমাপন কৰা; লিখা, (বাতৰি-কাকতত থাটে)।

সম্পূর্ণ (বি.) পূৰ, পূৰা; অন্ত, শেষ; সফল, সিদ্ধি।

সম্পূর্ণতা (গু.শ.) পূৰ হোৱা অৱস্থা।

সম্প্রতি (ক্রি.বি) এতিয়া, সম্প্রতি।

সম্প্রদান্ (স.শ.) দান, দিয়ন; (ব্যাক) চতুর্থী-বিভক্তিৰ কাৰক।

সম্প্রদা (স.শ.) নির্ব্বন্ধ, অনেক কাল চলা আৰু শাস্ত্ৰৰ মতৰ দৰে বলৱত নীতি। [লোকসমূহ।

সম্প্রদায়্ (স. শ.) একে মতত চলা

সম্বৎসৰ্ (স. শ.) এবছৰ।

সম্বন্ধ (সম্বন্ধ) (স. শ.) সম্পর্ক, কুটুম্বিতা, মিত্রতা; ষষ্ঠী-বিভক্তিৰ কাৰক;

সম্বন্ধীয় (সম্বন্ধীয়) (বি.) সম্বন্ধীয়া, সম্বন্ধ থকা, সম্বন্ধ লগা।

সম্বাদ (স. শ.) বার্ত্তা, বাত্রা বাতৰি।

সম্বোধন্ (স. শ.) মাত-লগাওন, আও-কাণ কৰি থকা মানুহক কাণ কৰাবলৈ মতা মাত।

সম্ভৱ্ (বি.) হব পৰা, আগন্তুক থকা।

সম্ভাৰ্ (স. শ.) কোনো উৎসৱ বা ধর্ম্ম কার্য্যৰ নিমিত্তে গোটোৱা বস্তু, হাত-ভেঁটী, বাট-খৰচা।

সম্ভাবনা(স.শ.)আগন্তুক, হবৰ আশা।

সম্ভাষণ্ (স.শ.) মাত-লগোৱা কার্য্য।

সম্ভাষা (স. শ.) সাক্ষাত হৈ কৰা আলাপ বা কথোপকথন।

সম্ভেদ্ (স.শ.) সাৰ-মর্ম্ম, গূঢ় অভিপ্রায়, ভিতৰৰ ভাব্; কোনো বিষয়ৰ সকলো অৱস্থা বা বিৱৰণ।

সম্ভোগ্ (স. শ.) সুখেৰে ভোগ, সন্তোষেৰে খাওন-পিন্ধন; মৈথুন।

সম্ভ্রান্ত (বি.) মান্য, মাননীয়, মানিবৰ যোগ্য। [ভালমতে।

সম্যকৰূপে (ক্রি.বি.) সম্পূর্ণ প্রকাৰে,

সমূলেখ্ (স.শ.) সমান গণনা, বঢ়া-টুটা বস্তুৰ বা ধনৰ সমানে কৰা ভাগ।

সয়ম্বৰ্ / সয়ম্বৰা (স.শ.) কন্যাৰ জীয়ে সভাত বহা লোক বিলাকৰ ভিতৰৰ এজনক স্বামী বাছি লোৱা কার্য্য।

সয়ম্বৰ্শাল্ / সয়ম্বৰাশাল্ (স.শ.) সয়ম্বৰলৈ অহা কন্যাবিলাক একত্রে বহা ঠাই।

সৰ্ (স.শ.) এৰী-পাখীৰ ওপৰত চামনি-যৰা ভাগ; চাঁচী বা ফেওৰা ভাগি হোৱা বাট। (অ.-ধা.) থহি পৰ, এবাই তললৈ পৰ।

সৰক (অ. ধ.) কোনো বস্তুৰ মাজে বা তলে দি গতি কৰ্, একালে সোমাই আন ফালে ওলা।

সৰকা (স.ধা.) আনক মাজে দি বা তলে দি গতি কৰা।

সৰণ্ (কৃদ.স) সৰা বা খহি পৰা কাৰ্য্য।

সৰণ্-খেৰ্ (স.শ.) নতুন উলু খেৰ।

সৰ্কনা (স.শ.) ফটুবৈৰ তাদৰ ফাট।

সৰপা (বি.) এলেহুৱা।

সৰপালি (গু. শ.) আলস্য, এলাহ, কাম কৰিবলৈ অনিচ্ছা।

সৰৰ্জান্ (স.শ) নেদেখা সুগুনা বস্তুৰ কথাকো দেখাৰ দৰে কৰ পৰা মাহুহ।

সৰৰ্নু (বি) গোটেই নতুন।

সৰৰ্ৰহী (বি) সকলোৰে লৈতে মিলি থকা, সকলোৰে ভাল পোৱা।

সৰা্ (স.শ.) পৰিশ্ৰমৰ ভাগ লোকক দি লোৱা জিৰণি; পৰিশ্ৰমত সহায়তা।

সৰল (স.শ.) এবিধ সুগন্ধি গছ। (বি) সোজ; হোৱা, অকপট, উদাৰ, সত।

সৰস্ (বি) ৰসাল, ৰসযুক্ত, গুকান নোহোৱা; মিঠা, লোৱাদ, জিতাৰ, কাণৰ বা মনৰ সন্তোষ-জন্মোৱা।

সৰস্বতী (স.শ.) বিষ্ণুৰ ভাৰ্য্যা, বাক্য আৰু বিদ্যাৰ ঈশ্বৰী, দেৱী।

সৰহ্ (বি) অধিক, বহুত, অনেক। (স.শ.) বহুত, অনেক লোক বা বস্তু। [অধিক, বহুত।

সৰহীয়া (বি) সৰহ বা অধিক থকা;

সৰহীয়াকৈ } সৰহ্কৈ } (ক্রি.বি.) অধিকৰূপে।

সৰা (স. ধা.) তললৈ পেলা, থহা; গোটা বা বাঢ়নীৰ দ্বাৰা পৰিষ্কাৰ কৰা। [ঝঁ-তোৱা।

সৰা পোঁচা (বি) সাৰি আৰু মচি

সৰাল্ (স.শ.) নতুন হবৰ কাৰণে পুৰণি পাখি বা শিং সৰণ। সৰাল্ দি, পুৰণি পাখি বা শিং এৰ্।

সৰালি (স.শ.) পানীত থকা এবিধ চৰাই। ১

সৰিবৰি (বি) প্রচুৰ, বহুত, বিস্তৰ।

সৰিয়হ্ (স. শ.) এবিধ তেল-জন্মোৱা গুটি; তাৰ গছ।

সৰু (বি) ক্ষুদ্ৰ, কনিষ্ঠ, পাচে ওপজা; সামান্য, অধম। (স. শ.) সৰা-কাল; যেনে, সৰুতে, সৰুৰপৰা।

সৰু-আই (স.শ.) মুতি; পানী-চাৰবি।

সৰু-পাঁঠি (স.শ.) শৰিৰ আৰু ঠৈৰৰ মাজৰ ফোৰা।

সক দৈয়া (বি) মিহি কাঠীৰে সৰা।

সকধন্ (স শ.) টকাৰ সলনি দিয়া আধলি, সিকি ইত্যাদি, ভৰাধন।

সক-পানী (স.শ.) মূত্ৰশৌচ, প্ৰস্ৰাৱ, মূত। সকপানী ছো, প্ৰস্ৰাৱ কৰ্, মূত্। [টানত বাধ্।

সকৰা (স.ধা.) আপদৰপৰা ৰক্ষা-পোৱা,

সক-সুৰা (বি) সক. তাকৰীয়া, অলপ।

সৰোবৰ্ (সং.শ.) ডাঙৰ পুখুৰি, বিল।

সৰ্গ-দেও (স. শ.) আসাম ৰজাৰ উপাধি।

সৰ্গবীয়া } (বি)থকঙ্কা নলগা, কতো
সৰ্গবীয়া } নলগাকৈ মাতিব পৰা।

সৰ্প (স. শ.) সাপ।

সৰ্ব্ব (সৰ্ব্ব) সকলো, আটাই।

সৰ্ব্ব জ্ঞান্ } (বি) সকলো জনা, সকলো
সৰ্ব্বজ্ঞ } দেখা, (ঈশ্বৰত খাটে)।

সৰ্ব্বজ্ঞতা (গু. শ.) সকলো জনা গুণ বা শক্তি।

সৰ্ব্বঢাক্ (বি) সকলো বেদনা উপশম কৰা; (দৰৱ বা মন্ত্ৰত খাটে); সকলো ঠাইতে প্ৰচাৰিত, সকলোৰে জনা।

সৰ্ব্বতিকাল্ (স. শ.) সকলো সময়, চিৰকাল।

সৰ্ব্বতিকালে (ক্রি.বি.) সকলো সময়ত।

সৰ্ব্বত্ৰ (ক্রি. বি.) সকলো ঠাইত।

সৰ্ব্বদা } (ক্রি. বি.) সদায়, সকলো
সৰ্ব্বদায় } সময়ত।

সৰ্ব্বনাম্ (স. শ.) সংজ্ঞা-শব্দৰ সলনি ব্যৱহৃত শব্দ। [ধ্বংশ।

সৰ্ব্বনাশ (স.শ.) সমূলি নাশ, গোটেই

সৰ্ব্বব্যাপী (বি) সকলো ঠাইত আৰু সকলো বস্তুত থকা, (ঈশ্বৰ)।

সৰ্ব্ব-ভক্ষ (বি) সকলো ভক্ষণ-কৰা বা খোৱা।

সৰ্ব্ব শক্তিমন্ত } (বি) সকলো কাৰ্য্য
সৰ্ব্ব শক্তিমান্ } কৰিবলৈ শক্তি থকা সকলো কৰিব পৰা, (ঈশ্বৰ)।

সৰ্ব্বস্ব } (স. শ., সকলো ধনসম্পত্তি,
সৰ্ব্বহ্ } সত্ সৰ্ব্বহ।

সৰ্ব্বস্বান্ত (বি) সকলো ধন সম্পত্তি হেৰুওৱা, একো নথকা হোৱা।

সৰ্ব্বাঙ্গ (স. শ.) গোটেই গা।

সৰ্ব্বাঙ্গ সুন্দৰ্ (বি) সম্পূৰ্ণৰূপে ভাল, কোনো দোষ নথকা; কোনো অঙ্গত খুঁত নথকা; যেনে, সৰ্ব্বাঙ্গ সুন্দৰ পুৰুষ, সৰ্ব্বাঙ্গ সুন্দৰ পুথি।

সৰ্ সৰীয়া }
সৰ্সৰীয়া } (বি) সৰ্গবীয়া।

সলনাসলনি (স. শ.) সালসলনি, এটাৰে সৈতে আন এটা সলোৱা কাৰ্য্য।

সলনি (স. শ.) এটাৰ মূৰে আন এটা পৰিবৰ্ত্তন-কৰা বস্তু; প্ৰতিনিধি; সলোৱা কাৰ্য্য।

সলা (স.ধা.) সলনি কৰ্, এটা দি আনৰ মূৰে আন এটা ল'।

সলি-মাটি (স.শ.) জজা মাটি, চহা মাটি।

সলিসিয়ান্ (বি) চতুৰ, জনা-বুজা।

সশৰীৰে (ক্রি. বি.) শৰীৰে সৈতে, শৰীৰ নেৰাকৈ।

সষ্টম্ (বি) সাজু, কোনো কাম কৰিবলৈ প্ৰস্তুত।

সসাঙ্গ (বি) সম্পূৰ্ণ, সকলো অঙ্গ পূৰ; শেষ, সমূলি নষ্ট।

সৰীসৃপ (স.শ.) বুকেৰে চলা জন্তু, যেনে, সাপ, নাইপিয়া কেৰেলুৱা ইত্যাদি।

সহ্ (স. ধা.) মনে মনে ভুগি থাক্, স, ধৈৰ্য্য ধৰ্, কাতৰতা বা বং প্ৰকাশ নকৰাকৈ থাক্।

সহচৰ্ (স. শ) লগৰীয়া, সঙ্গী; অনুচৰ, লগত ফুৰোঁতা; (স্ত্রী) সহচৰী।

সহজ্ (স. শ.) অনেক বাৰ কোনো কাৰ্য্য কৰাত হোৱা সেই কাৰ্য্যত পাৰ্গতালি, অভ্যাস। (বি) সুকৰ, টিলা, উজু। [নোহোৱাকৈ।

সহজে (ক্রি. বি.) অনায়াসে, পৰিশ্ৰম

সহদেৱ (স. শ.) এই মাতেৰে মতা এবিধ চৰাই; পাণ্ডৱ, ৰজা যুধিষ্ঠিৰৰ ভাই।

সহন্ (স. শ.) ধৈৰ্য্য, সহি থকা কাৰ্য্য।

সহনীয় (বি) সহ্য, সহিব লগীয়া, সহিব পৰা।

সহনশীল } (বি) সহি-থকা; অপকাৰৰ
সহন্‌শীল্ } প্ৰতিকাৰ নকৰা; দুখত কাতৰ নোহোৱা, ধৈৰ্য্যযুক্ত।

সহনশীলতা (গু. শ.) সহি থকা গুণ বা স্বভাব। [সংসৰ্গ, সঙ্গম।

সহবাস্ (স. শ.) তিৰোতা আৰু মতাৰ

সহমৰণ্ (স. শ.) স্বামীৰ লগত ভাৰ্য্যাৰ মৃত্যু, সতী যাওন।

সহৰ্জনা (স. শ.) সৰু ফুটা, নিচেই ক্ষুদ্ৰ বিন্ধা।

সহস্ৰ (সং) হাজাৰ, দহ শ।

সহায়্ (স. শ.) লগৰীয়া, লগত যাওঁতা; ৰক্ষক, আপদত ৰাখোঁতা।

সহায়তা (গু. শ.) সাহায্য, সহায়ৰ কাৰ্য্য, হাত উজান।

সহিষ্ণু (বি) সহন শীল, সহি থকা

সহিষ্ণুতা (গু. শ.) সহনশীলতা, সহি থকা গুণ বা স্বভাব। [জন্মা।

সহোদৰ্ (বি) একে মাতৃৰ পৰা জন্মা। (স. শ.) একে মাতৃৰ পৰা জন্মা ভাই বা ককাই; (স্ত্রী) (বি)(স.শ.) সহো-

সহ্য (বি) সহনীয়, সহিব লগীয়া বা পৰা

সক্ষম্ (বি) ক্ষমতা বা শক্তি থকা, পাৰগ, পাৰ্গত।

সাইজ্ (বি) শতা, মৰণ নোহোৱা।

সাইলাখ্ (স.শ.) তুল্যতা, সমতা।

সাইলাখে (ক্রি. বি.) সমভাৱে, তুলনাৰে।

সাউংকৰে (ক্রি. বি.) বেগতে, একে চোঁচাই।

সাউদ্ (স. শ.) মুদৈ, সদাগৰ, ডাঙৰ বেপাৰী। [বিষ্ঠা।

সাঁও (স.শ.) গ্ৰহণী বা খৰে ধৰা মানুহৰ বগা ফফৰ দৰে বীজলীয়া

সাং (বি) অন্ত, ওৰ পৰা, নষ্ট, ধ্বংসিত (স. শ.) নাশ, ধ্বংস।

সাংঘাতিক্ (বি) সাঙ্ঘাতিক্।

সাংসাৰিক্ (বি) সংসাৰৰ,এই জগতৰ।

সাঁও (স. শ.) সাঙঁ।

সাঁকো (স.শ.) পাৰ হবৰ কাৰণ খাৰৈ-আদিৰ ওপৰত পাৰি দিয়া এডাল বা দুডাল বাঁহ বা কাঠ; ইটা বা শিলেৰে সজা দলং।

সাঁকোৰা-মাৰি (স. শ.) সাঁকো পাৰ হওঁতে ধৰিবলৈ বান্ধি দিয়া বাঁহ-বা কাঠ; খঁতৰৰ তলৰ চেপেটা কাঠ।

সাঁচ্ (স. শ.) হেঁচা খোৱাত হোৱা চিন; আঘাতৰ চিন; একৰবণীয়া বস্তুৰ কোনো ঠাইত লগা আন বৰণ; ঢলা যন্ত্ৰ, ঠাচা। (স. ধা) সঞ্চয় কৰ, গোটাই থ, ব্যয় নকৰাকৈ ৰাখ্। (কৃদ.স.)সাঁচোতা (স্ত্ৰী) সাঁচতী। [স্ত্ৰী, পুং)।

সাঁচতিয়াৰ্ (স. শ.) সাঁচনিয়াৰ্ সাঁচোতা, ধন-বস্তু গোটাই থওঁতা,

সাঁচতীয়া (বি) সঞ্চিত, সাঁচি থোৱা।

সাঁচন্ (কৃদ.স.) সাঁচি থোৱা কাৰ্য্য। (স. শ.) সাঁচি থোৱা ধন বা বস্তু।

সাঁচনীয়াৰ্ (স. শ.) সাঁচতিয়াৰ, সাঁচোতা। (স্ত্ৰী. পুং)।

সাঁচনী (স. শ.) সাঁচতী, ধন-বস্তু-সঁচাতিৰী।

সাঁচনীয়া (বি) সাঁচনীয়া, সাঁচি থোৱা। [যায়।

সাঁচি } (স. শ.) এবিধ গছ, সাঁচি-গছ } তাৰ ছালত পুথি লিখা

সাঁচি-পতীয়া (বি)সাঁচি-পাতত লিখা।

সাঁচি-পাত্ (স. শ.) পুথি লিখিবলৈ ঘঁতোৱা সাঁচিৰ ছাল।

সাঁচে-কাটে (ক্রি. বি.) পূৰ্ব্বৰ চিনতে, একে অৱস্থাতে, লৰচৰ নোহোৱাকৈ।

সাচোঁতা "সাঁচ্" চোৱা।

সাঁচ্-বাথ্ (স.শ.)ধন-বস্তু সাঁচি আৰু ৰাখি থোৱা গুণ; যেনে, সাঁচ-বাথ নেথাকিলে মানুহ দৰিদ্ৰ হয়।

সাঁজ্ (স.শ.) গধূলি, সন্ধ্যা, বেলি মাৰ যোৱা সময়; এবাৰ ভোজন।

সাঁজো (বি) আজিয়েই কৰা বা হোৱা, বাহী নোহোৱা; বাহী-গা ধুই শুচি হোৱা।

সাঁতৰ্ } (অ.ধা.) হাত-ভৰি লৰাই সাঁতোৰ্ } পানীত ওপঙি দুৰ। (স

শ.), হাত-ভৰি লবাই পানীত ওপঙি থকা কাৰ্য্য।

সঁাথৰ্ (স.শ.) ভাঙি কবলৈ দিয়া গুপ্ত অৰ্থৰ এক বা অধিক ফাঁকি কথা।

সঁাফৰ্ (স.শ.) কোনো গভীৰ বস্তুৰ মুখৰ ঢাকনী।

সঁাফি (স.শ.) হাড়ৰ জোৰা।

সঁাৰিয়া (স. শ.) বেচ নোলোৱাকৈ লোকৰ ধান দাই দিওঁতা।

সাকাৰ্ (বি) আকাৰ বা শৰীৰ থকা। (স.শ.) দেহ বা আকৃতি থকা দেৱতা।

সাখী (স. শ.) সাক্ষী।

সাগৰ্ (স.শ.) সমুদ্ৰ, পৃথিবী বেৰি থকা এখান বৰ ডাঙৰ পানী।

সাগৰ্-ফেন্ (স. শ.) সাগৰত পোৱা এবিধ সোপঙ্গপীয়া, পানী-শোহা বস্তু।

সাগৰ্-সকাশ্ (বি) সাগৰৰ দৰে দ আৰু বহল; বৰ গহীন।

সংগ্ৰাম্ (বি) পুৱাৰপৰা গধূলিলৈকে গোটেই; যেনে, সাগ্ৰাম দিন।

সাংকেতিক্ (বি) সংকেতেৰে বুজোৱা স্পষ্ট নোহোৱা, গুপ্ত।

সাঙ্গ (বি) সম্পূৰ্ণ, শেষ।

সাঙ্গী }
সাঙ্গী-ভাৰ্ } (স.শ.) দুই বা অধিক মানুহে একে লগে কান্ধত নিয়া বোজা।

সাঙোপাঙ্গে (ক্ৰি. বি.) আঙোপাঙ্গে, আগৰপৰা গুৰিলৈ।

সাঙোৰ্ (স. শ.) একেলগে যোঁৱাই, (বস্তুত খাটে)। (স. শ.) দুই বা অধিক বস্তুক খুঁটি দিয়া বান্ধ।

সাঙ্ঘাতিক্ (বি) একেবাৰেই অনেকক ধৰা, (ৰোগত খাটে); বধ-কৰা, প্ৰাণ-মৰা।

সাজ্ (স. ধা) নিৰ্ম্মাণ কৰ্, নিৰ্ম্ম্ যুগুতকৰ্; মনেৰে কল্পনা কৰি উলিয়া। (স.শ.) আকৃতি, গঢ়; পাত্ৰ, লোটা-বাটি-আদি; একেলগে পিন্ধা কাপোৰবিলাক; সা-সজোৱা কাপোৰ-অলংকাৰ; নৈবেদ্য, প্ৰসাদ। (কৃদ. স.) সাজোঁতা; (স্ত্ৰী) সাজঁতী।

সাজন্ (কৃদ.স.) নিৰ্ম্মাণ, সজাকাৰ্য্য।

সাজি-কাচি }
সাজি-পাৰি } (ক্ৰি.বি.) পিন্ধি-উৰি, সাজু হৈ।

সাজী (বি) সুন্দী, কুটুম, মিত্ৰ।

সাজু (বি) সৈয়ম, কোনো কাৰ্য্যৰ নিমিত্তে প্ৰস্তুত।

সাঠিত্ (বি) নিপুণ, পাৰ্গত।

সাজ্-পাৰ্ (স. শ.) কাপোৰ আৰু অলংকাৰ।

সাঠন্ (স. শ.) সমৰ্থ, শক্তি, পাৰগতা।

সাত্ (সং) ছয় আৰু এক।

সাত্ত-ত্রিশ্ (চ্) (সং) সাত অধিক তেবকুবি।
সাতাইশ্ (চ্) (সং) একুবি সাত।
সাতাযবৈ } (সং) সাত-অধিক নবৈ।
সাতাৰৈ }
সাতাম্-পুরুষীয়া, (বি) সাত জনা উপবিপুরুষব দিনব, অনেক পুরুষীয়া।
সাতাবন্ (সং) দুকুবি সতব।
সাতাশী (সং) চাবি কুবি সাত।
সাতেপাঁচে (ক্রি.বি.) সাত-পাঁচ ভাবি, এই বিলাক কাবণব নিমিত্তে।
সাত্-চল্লিশ্ (চ) (সং) দুকুবি সাত।
সাত্চাব্ (বি) সাতগুণে বঢ়া, আন কোনোতকৈ অনেক গুণে ভাল বা বেয়া।
সাত্ত্রিশ্ (চ) (সং) একুবি সতব।
সাত্-পাঁচ্ (স. শ.) সকলো কাবণ, কোনো বিষয়ব সকলো অবস্থা, আগ-গুবি। [অনেক পুরুষব।
সাত্-পুরুষীয়া (বি.) সাতামপুরুষীয়া,
সাত্বিক } (বি.) সত, ধার্ম্মিক।
সাত্বিক }
সাত্-শত্রু (স. শ.) বব শত্রু।
সাত্-ষষ্টি (সং.) তিনি কুবি সাত।
সাত্-সত্তব্ (স.) তিনি কুবি সতব।
সাত্তলবী (স. শ.) তিনিত ওলমাই পিন্ধা সাত-বেবীয়া মণি।
সাদব্ (স. শ.) আদব, মবম, বেথা, চেনেহ। (স. ধা.) আদব কব্, চেনেহ কব্।
সাদবী, (বি.) চেনেহি, চেনেহ-পোৱা, মবমব, (তিবোতা আৰু লবাত খাটে)। [মিল।
সাদৃশ্য (স. শ.) তুল্যতা, আকৃতিব
সাধ্ (স. ধা.) পূর্ণ কব্, সিদ্ধ কব্; দেৱতাক যাজ্ঞা কব্, বব মাগ্; ববকৈ প্রার্থনা বা কাকুতি কব্; পাব লগীয়া ধন বা বস্তু খোজ্। (কৃদ. স.) সাধোঁতা; (স্ত্রী) সাধঁতী। (অ. ধা.) কোনো কার্য্যব সিদ্ধিব নিমিত্তে যত্ন কব্। যেনে, সাধিলে সিদ্ধি হয়।
সাধক্ (স. শ.) দেৱতাব অনুগ্রহ-পোৱা লোক, সিদ্ধ পুরুষ; যি সিদ্ধি কবে বা ফল দিয়ে, যেনে, পবিশ্রম সুখব সাধক।
সাধন্ (কৃদ. স.) সিদ্ধ কবণ, পূর্ণ কবা কার্য্য। [সিদ্ধিব কাবণ যত্ন।
সাধনা (স. শ.) উপাসনা, আবাধনা; কাকুতি, মিনতি; কোনো কার্য্যব
সাধাবণ্ (বি.) অনেকব স্বত্ব থকা, উমৈহতীয়া; অনেকত চলা বা খটা; সামান্য, ইতব।
সাধনি } (স. শ.) মৌজাব ধন-সথা
সাধনী } বিষয়া।
সাধু (বি) সত, ধার্ম্মিক, শুদ্ধ,

পণ্ডিতে ব্যৱহাৰ-কৰা, (তাৰাত থাকে)। (স শ.) সন্ত লোক, ইন্দ্ৰিয়ক বশ-কৰোঁতা, ধাৰ্ম্মিক মানুহ।

সাধু-কথা (স. শ.) পুৰণি ঘটনাৰ কথা, উপকথা; উপদেশ দিবলৈ সজা কথা;

সাধুতা (ভ শ.) সাধুৰ গুণ বা স্বভাৱ

সাধ্য, (বি., সিদ্ধি কৰিব পৰা, পূৰ্ণ হব পৰা। (স. শ.) শক্তি, সমৰ্থ, ক্ষমতা। [পৰা যায় মানে।

সাধ্যমানে (ক্রি. বি.) শক্তি অনুসাৰে,

সাধ্যহীন্ (বি. ) অসমৰ্থ, অপাৰগ।

সাধ্যাতীত (বি. ) শক্তিৰ বাহিৰ, কৰিব নোৱৰা।

সাধ্বী (বি. স. শ.) সতী, পতিব্ৰতা।

সান্ (স. ধা.) মিহলি কৰ্, যেনেকি-মিহলা; খঁহি দি, লগাই দি।

(কৃদ. স.) সানোতা, (স্ত্রী) সানতী।

সান্ত্বনা (স.শ.) আশ্বাস, প্ৰবোধ, শোক বা ভয় গুচাবলৈ দিয়া বুজনি।

সান্মিহলি (বি.) মিশ্ৰিত, একেলগ হোৱা বা কৰা, মিহলোৱা।

সান্দহ্ (স. শ.) ভজা চাউল গুৰি কৰা এবিধ খাদ্য, কৰাই।

সান্দহৰা (বি) সান্দহৰ, সান্দহ সম্বন্ধীয়।

সান্দি (স. শ.) অনেক বছৰ মাজ, সহজে সোমাব নোৱৰা ঠাই।

সাপ্ (স. শ.) সৰ্প, এবিধ ঠেং নথকা বুকুৰে বগাই ফুৰা দীঘল আৰু বিষাল জন্ত।

সাবট্ (স. ধা.) জাকোৱালি ধৰ্, মেৰাই ধৰ্। (স. শ.) জাকোৱাল, আলিঙ্গন, দুয়ো বাহুৰে মেৰাই ধৰণ।

সাবটাসাবটি (স. শ.) ইজনে সিজনক জাকোৱালি ধৰা কাৰ্য্য।

সাবলক্ }
সাবালক্ } (বি) ডাঙৰ, ডেকা।

সাবল্ (স. শ.) শ্যাম বৰণ।

সাবলা (বি)শ্যাম বৰণীয়া (স্ত্রী) সাবলী।

সামগ্ৰী (স. শ.) দ্ৰব্য, বস্তু, বেহানি।

সাময়িক্ (বি) কোনো এক সময়ৰ কোনো এক সময়ত হোৱা।

সামৰ্ (স. শ.) দাবি বা গঁথাই ভাল ৰূপে ধৰ্; চপাই গোটাই ভাল-ৰূপে থ, (কাপোৰ)।

সামৰণ্ (কৃদ. স.) সামৰি থোৱা কৰ্ম।

(বি) আৱশ্যক হলে ব্যৱহাৰ [illegible]-বলৈ সামৰি থোৱা; সদায় ব্যৱহাৰ নকৰা।

সামাজিক্ (বি) সমাজ বা [illegible] সম্বন্ধীয়, সমাজৰ, সমাজত থকা।

সামান্য (বি) সাধাৰণ, ইতৰ, নীহ।

সামিল্ (বি)ভাগ বা অংশযুক্ত, লিপ্ত-হোৱা নোহোৱা; যেনে, সামিল-থাক।

সামুদ্ৰিক } (স. শ.) হাতৰ আঁক
সামুদ্ৰিক বিদ্যা } চাই শুভাশুভ কোৱা বিদ্যা।

সাম্বৎসৰিক (বি) বছেৰেকীয়া, বছৰত এবাৰ হোৱা।

সাম্-বেদ (স. শ.) তৃতীয় বেদ।

সাম্ৰাজ্য (স. শ.) চক্ৰবৰ্ত্তী-ৰজাৰ দেশ।

সাৰ (বি) বৰ প্ৰয়োজনীয়, উত্তম, ঘাই, প্ৰধান। (স.শ.) ঘাই বা বৰ লাগতিয়াল অংশ, উত্তম ভাগ; গছৰ মাজৰ টান অগ; শস্য বাঢ়িবলৈ দিয়া গোবৰ-আদি; তিৰোতা বা মতাৰ শুক্ৰাণৰ পৰা বীজ ওলোৱা ৰোগ, বহু মূত্ৰৰ ৰোগ; ছুলে বা কোনো বস্তু গাত লাগিলে হোৱা বোধ; চেতন, টোপনিৰ অভাৱ। (অ. ধা.) বক্ষা পৰ, উদ্ধাৰ পা। (স. ধা.) শোটা বা বাঢ়নীৰে পৰিষ্কাৰ কৰ্।

সাৰথি (স. শ.) ৰথ-ডকাওঁতা।

সাৰাংশ (স.শ.) ঘাই ভাগ, বৰ লাগতিয়াল অংশ।

সাৰি (স.শ.) শাৰী শ্ৰেণী।

সাৰুৱা (বি) সাৰ থকা, অধিক শস উৎপন্ন কৰা, (মাটিত খাটে); সাৰ-থুটা, মাজৰ ভাগ টানহোৱা (গছ)। [আগি।

সাৰে (ক্ৰি. বি.) টোপনি নহাকৈ,

সাৰেং (স. শ.) এবিধ বক-জাতিৰ চৰাই।

সাৰেং ঠেঙীয়া (বি) দীঘল-ঠেংযুক্ত।

সাৰোগত (বি) প্ৰয়োজনীয়, উত্তম বা ঘাই বুলি মানি লোৱা; যেনে, এই কথাকে সাৰোগত কৰি।

সাৰ্থক (বি) অৰ্থযুক্ত কোনো এক কথা বা বস্তু বুজোৱা; সফল, উদ্দেশ সিদ্ধ হোৱা। [সিদ্ধি।

সাৰ্থকতা(গু.শ.) অৰ্থযুক্ততা; সফলতা,

সাল্ (স.শ.) এবিধ মাছ, শাল; এবিধ মুকাঠী গছ। [শিল।

সালগ্ৰাম্ (স. শ) গণ্ডকী-নদীত হোৱা বিষ্ণুৰ মূৰ্ত্তি-স্বৰূপে পূজিত এবিধ

সাল্-কঠীয়া (বি) সাল-কাঠেৰে সজা; সাল-কাঠৰ দৰে শকত আৰু বলী।

সাল্চকুৱা (বি) শালচকুৱা।

সাল্সলনি (স. শ.) ইটোৰে সৈতে সিটোক সলোৱা কাৰ্য্য, সলনা-সলনি।

সাৱধান্ (বি) মনোযোগী, মন-দিয়া, ভতোৱাল। (স. শ.) ভতোৱাল বা সতৰ্ক মানুহ; যেনে, সাৱধানৰ মাৰ নাই।

সাৱধানতা(গু.শ.) ভতোৱাল গুণ,ভত।

সাৱধানে (ক্ৰি.বি.) মনোযোগেৰে বা ভতেৰে সৈতে।

সাৱশেষ(বি)সম্পূৰ্ণৰূপে; বাকী নথকা।

সাৰশেষে (ক্রি.বি.) সম্পূর্ণৰূপে বাকী নেৰাখি।

সাহ্ } (স.শ.) মনৰ দৃঢ়তা, ভয়-
সাহস্ } নকৰা গুণ।

সাহজিক (বি) অভ্যস্ত, অভ্যাস-কৰা বা থকা; যেনে, সাহজিক কাম অনায়াসে কৰিব পাৰি; অভ্যাস কৰি শিকা; যেনে, সাহজিক বিদ্যা।

সাহসিক } (বি) সাহিয়াল, নির্ভয়
সাহসী } (স্ত্রী) সাহসিনী।

সাহায্য (স.শ.) সহায়তা, হাত-উজান।

সাহিত্য (স.শ.) কোনো বিষয়ৰ বর্ণনা-কৰা গদ্যৰ বা পদ্যৰ পুথি।

সাহিয়াল (বি) সাহসী, নির্ভয়।

সাহন্ } (স.শ.) বাহন, পৈতৃক
সাহোন্ } ধন-বস্তু।

সাক্ষাত্ (বি) চকুৰে দেখা, আগত থকা। (অব্য) আগত, সন্মুখত। (স.শ.) দৃষ্টি, ভেট; দেখা দেখি হোৱা কাৰ্য্য।

সাক্ষাতে (ক্রি. বি.) আগতে, সন্মুখতে।

সাক্ষী (স.শ.) কোনো কাৰ্য্য হওঁতে আগত থকা লোক, কোনো কথা সপ্রমাণ কৰিবলৈ অনা মানুহ।

সাক্ষ্য (স.শ.) সাক্ষীৰ কথা।

সি (সর্ব) সেই পুৰুষ, বা মতা জন্তু; সেই বস্তু। (স্ত্রী. ধা.) বেজীৰে প্রস্তুত কৰ। (ক্রি.সে.) সিঁউজা; (স্ত্রী) সিঁৱতী।

সিংখাপ্ (স.শ.) এবিধ ৰূপৰ বস্তু-কৰা পাট-কাপোৰ।

সিংহ (স. শ.) এবিধ বলৱন্ত বাঘ জাতিৰ হিংসক বন্য পশুৰাজ; (স্ত্রী) সিংহী। ৰাশিচক্রৰ পঞ্চম ৰাশি; বাহক গ্রহ।

সিংহনাদ্ (স.শ.) সিংহৰ গর্জন; প্রবল কোনো বীৰে কৰা উচ্চশব্দ।

সিংহাসন্ (স. শ.) সিংহৰ মূর্তিৰ ওপৰত স্থাপিত, প্রতিমা-থোৱা বা ৰজা বহা আসন।

সিঁচ্ (স্ত্রী. ধা.) সিচ্।

সিঁয়াৰ্ (স.ধা.) আনে যেনে কৰে বা যেনে কথা কয়, তেনে কৰি বা তেনেকৈ কৈ উপহাস কৰ্; মুখ বেঙুচিয়াই ইঙ্গিতিং কৰ্।

সিকটা (স.ধা.) বেয়া সোৱাদ পাই বা বেয়া কথা শুনি বেকা কৰ্, (মুখত খাটে)।

সিকি (স. শ.) এটকাৰ চাৰি ভাগৰ এভাগ; সেই মূল্যৰ ধন।

সিকিটিয়া (বি) এসিকি মূল্যৰ।

সিচ্ (স.ধা.) ছটিয়া, তুলীয়া বা দ্রব্য বস্তু অধিক-পৰিমাণে নিক্ষেপ কৰ্; পথাৰৰ নিমিত্তে গুটি ছটিয়া;

## ক্ষ ।

ক্ষণ্ ( স. শ. ) অতি অলপ কাল, খন্তেক। [ কীয়া।

ক্ষণিক ( বি ) অলপ-কাল-থকা, খন্তে-

ক্ষণেক ( স. শ. ) এক ক্ষণ, খন্তেক।

ক্ষত (স. শ. ) ক্ষুদ্ৰ ঘা।

ক্ষত-বিক্ষত } ( বি ) অনেক ঠাইত ঘা লগা, অনেক ঠাইত কটা ; অনেক ঠাইত আধৰ কটা আৰু ওপৰত তোলা।
ক্ষত্‌বিক্ষত্

ক্ষতি (স. শ.) হানি, হ্ৰাস, নাশ্।

ক্ষতি ক্ষণ্(স.শ.) খতি ক্ষণ, ছেদ-ভেদ।

ক্ষত্ৰিয় } ( স. শ. ) হিন্দুৰ দ্বিতীয় জাতি, ৰজুৱা, যোদ্ধা, (স্ত্ৰী) ক্ষত্ৰিয়াণী, ক্ষত্ৰিয়া, ক্ষত্ৰিণী।
ক্ষত্ৰী

ক্ষম্ (স.ধা.) ক্ষমা কৰ, দোষ এৰ্।

ক্ষমতা ( গু. শ. ) পাৰগতা, শক্তি।

ক্ষমতাপন্ন(বি)ক্ষমতা পোৱা, শক্তিথকা।

ক্ষমা (স.শ.) সহন, দোষ-এৰণ, মৰ্ষণ।

ক্ষমাবন্ত } ( বি ) সহনশীল, ক্ষমা-কৰা বা দোষ-এৰাগুণযুক্ত
ক্ষমাবান্

ক্ষয়্ ( স. শ. ) নাশ, হানি।

ক্ষয়্-ৰোগ্ (স.শ.) যক্ষ্মা, যৰ-কাহ হৈ শুকাই নিয়া ৰোগ।

ক্ষয়্ৰোগী ( বি. স. শ. ) দেহ-ক্ষয়ীয়া, ক্ষয় ৰোগে ধৰা।

ক্ষৰ্ (অ.ধা.) ক্ষৰ্. টোপাটোপে পৰ

ক্ষৰণ্ ( কৃৎ. স. ) টোপাটোপে পৰা কাৰ্য্য, স্ৰবণ।

ক্ষৰিত্ (কৃৎ. বি.) টোপাটোপে পৰা, ধাৰা, জ বি বা বৈ পৰা।

ক্ষান্ত (বি) সহি থকা ; নিবৃত্ত, কোনো কাৰ্য্যৰ পৰা পাচ হোঁহকা।

ক্ষান্তি (স. শ.) তিতিক্ষা, সহন, ধৈৰ্য্য ; নিবৃত্তি। [ খাৰ ; তাৰ পানী।

ক্ষাৰ্ ( স. শ. ) লোণৰ গুণ থকা ছাই

ক্ষিতি (স. শ. ) পৃথিবী।

ক্ষিতি-পতি(স.শ.) ৰজা, ক্ষিতিপালক।

ক্ষিপ্ত ( কৃদ্. বি.) দলিওৱা, পেলোৱা ; উন্মত্ত, বলিয়া।

ক্ষীণ্ (বি ) কৃশ, খীণোৱা, চেৰেলা।

ক্ষীৰ্ (স. শ.) এৰ্বী গাখীৰ।

ক্ষীৰোদধি ( স. শ. ) সাত সাগৰৰ এখান, ক্ষীৰ সাগৰ।

ক্ষুণ্ (স. শ.) ক্ষত, ঘুণ, শৰীৰৰ দোষ।

ক্ষুদ্ৰ ( বি ) সৰু ; অলপীয়া ; নীচ, অধম। [সৰু গুণ।

ক্ষুদ্ৰতা ( গু. শ. ) ক্ষুদ্ৰ হোৱা অৱস্থা,

ক্ষুদ্ৰ-শৌচ্ ( স. শ. ) মূত্ৰ প্ৰস্ৰাব, সৰু শৌচ, সৰু পানী।

ক্ষুধা ( স. শ. ) ভোক, খাবৰ ইচ্ছা।

ক্ষুধাৰ্ত্ত ( বি ) ভোকৰ পৰা দুখ-পোৱা, ভোকাল।

ক্ষুধিত্ ( বি ) ভুকীয়া, ভোকাল।

ক্ষুব্ধ } ( বি ) উগ্ৰলথুতল-লগা, চিন্তিত, ভাবনা; সঞ্চালিত।
ক্ষুভিত

ক্ষুৰ্ ( স. শ. ) খুৰ, খুৰোৱা অস্ত্ৰ।

ক্ষেত্ৰ ( স. শ. ) খেতি, পথাৰ ; পবিত্ৰ ঠাই, তীৰ্থ।

ক্ষেপণ্ (স. শ.) দলিওৱা বা পেলোৱা কাৰ্য্য, নিক্ষেপ কৰা কাৰ্য্য।

ক্ষেম্ ( স. শ. ) কুশল, মঙ্গল।

ক্ষেমবন্ত } ( বি ) মঙ্গলযুক্ত, ভাগ্য-বন্ত, সুখী। [ভুঁজন।
ক্ষেমবান্

ক্ষোভ্ (স. শ.) মনৰ অস্থিৰতা; উতল

ক্ষৌণী (স.শ.) পৃথিবী।

ক্ষৌৰ-কৰ্ম ( স. শ. ) খুৰোৱা-কাৰ্য্য।

## অসমীয়া ভাষাৰ

# পঢ়াশলীয়া অভিধান।

## এৰাবোটলা শব্দ।

# (পৰিশিষ্ট)

---

### অ।

**অঋণী** (বি) নিধকৰা।

**অংশীদাৰ্** (স.শ.) অংশ লওঁতা, ভাগ পাওঁতা, ভাগী।

**অকৰা** (বি) অযোগ্য, অকামিলা, অবুজন।

**অকলশৰীয়া পছু** (স. শ.) লগৰীয়া নোহোৱা মানুহ, (উপহাস)।

**অকৈশকত্** (বি) বিনা সাহায্যে সক্ষম।

**অকাট্য** (বি) নিশ্চিত, স্থিৰ; যেনে— অকাট্য প্ৰমাণ।

**অকাল-কুষ্মাণ্ড** (স. শ.) অসময়ত হোৱা কোমোৰা; কুসন্তান।

**অকালবোধন্** (স. শ.) অসময়ত জগোৱা কাৰ্য্য; পূৰ্ব্বে ভগৱতীৰ আৰাধনা বসন্তকালত হৈছিল কিন্তু শ্ৰীৰামচন্দ্ৰই ৰাৱণক বধ-কৰিবৰ নিমিত্তে শৰত কালত পতা পূজা।

**অকাল মৃত্যু** (স. শ.) অসময়ত মৰণ।

**অকিঞ্চন্** (বি) দুখীয়া, নিধনী, সম্বলহীন, যেনে—অকিঞ্চনৰ নিবেদন।

**অকৃতজ্ঞ** (বি) কৃতঘ্ন, উপকাৰ মনা, শলাগ লোৱা।

**অক্ষত-যোনী** (স. শ. স্ত্ৰী) অকুমাৰী, মৰদ নোপোৱা বা ৰজস্বলা নোহোৱা ছোৱালী।

**অক্ষয় তৃতীয়া** (স শ.) বহাগ মাহৰ শুক্লা তৃতীয়া তিথি, সত্যযুগ আৰম্ভৰ দিন।

**অক্ষয়বট** (স.শ.) গয়াত থকা এজোপা অমৰণ বট গছৰ নাম; এই গছ কেতিয়াও নমৰে আৰু ক্ষীণ নহয়। এই গছৰ তলত শ্ৰাদ্ধ কৰিলে পিতৃসকল অক্ষয় তৃপ্তি হয় বুলি বিশ্বাস।

**অখাত্** (স. শ.) যি জলাশয় খনা নহয়, স্বভাৱতে হোৱা জলাশয়।

**অগণন্** (বি) অলেখ, বহুসংখ্যাৰ।

**অগস্তি** (স. শ.) এজন ঋষি; বক-ফুল আৰু তাৰ গছ।

**অগ্ৰমাংস** (স. শ.) আগ মঙহ, কলাডিল, বুকৰ আমঠু।

অঘ ( স. শ. ) পাপ. অধর্ম্ম, ব্যসন, কলহ। [কাৰ্য্য।

অঘমর্ষণ্ ( স. শ. ) পাপ গুচোৱা

অচলা ( বি ) স্থিৰা, অলৰ, নলৰচৰ নকৰা; অচলা ভক্তি ( স. শ.) দৃঢ়াভক্তি। অচলা লক্ষ্মী (স. শ.) স্থায়ী ধন সম্পত্তি।

অজীৰ্ণ. পাতকী ( বি ) কাৰো লগত মিলিব নোৱৰা। [এবিধ যন্ত্ৰ।

অণুবীক্ষণ্ ( স. শ. ) সূক্ষ্ম বস্তু দেখা

অঠে কঠে শুকা—ৰবকৈ পিয়াহ লাগ।

অতি টানে ( ক্রি. বি. ) অতিকৈ টান হোৱাটো।

অথলে ( ক্রি. বি. ) বিফলে, যেনে—মোৰ সকলো চেষ্টা অথলে গল।

অগাধ সাগৰ্ ( স. শ. ) গভীৰ সাগৰ; ভাৰৰ বিপদ। [দেশ্বাৰ।

অধমৰ্ণ ( স. শ. ) ধাৰ কৰোঁতা,

অধৰ্মী ( বি ) অধৰ্মীয়া, অনাচাৰী।

অধিত্যকা ( স. শ. ) পৰ্ব্বতৰ ওপৰৰ মাটি।

অধিবাস্ ( স. শ. ) বিবাহাদি শুভ-কাৰ্য্যৰ আগদিনা কৰা কাম।

অধিবাসী ( স. শ. ) বাসিন্দা, যি বাস কৰে, বাস কৰোঁতা।

অনা ( স. শ. ) হৰতীয়া, চাবি পইচা; খুৰলিৰ জোখাৰে দিয়া ধান বা চাউল।

অনাইবনাই ( ক্রি. বি. ) বিকলহৈ, অকাৰণত বিহ্বলহৈ।

অনুকৰণীয় ( বি ) নকল কৰিবৰ উপযুক্ত, আনৰ কোনো কাম দেখি তেনেকুৱা কৰা।

অনুপাত্ ( স. শ. ) পাচত যোৱা; এটা ৰাশিৰ লগত আন এটা ৰাশিৰ সম্বন্ধ (Ratio), ত্ৰৈৰাশিক।

অনুবাদ্ ( স. শ. ) ভাষান্তৰ কৰণ, এক ভাষাৰ পৰা আন ভাষালৈ নিয়া কাৰ্য্য। অনুবাদক্ (স. শ.) ভাষান্তৰ কৰোঁতা, এক ভাষাৰ পৰা আন ভাষালৈ নিওঁতা। অনুবাদিত্ ( বি ) অনুবাদ যুক্ত, যাৰ অনুবাদ কৰা হল।

অনুশীলন্ ( স. শ. ) বাৰে বাৰে আলোচনা, আন্দোলন, অভ্যাস।

অনৈক্য ( স. শ. ) বিৰোধ, ঐক্যৰ অভাব, অমিলন, যেনে—সিহঁতৰ ভিতৰত মতৰ অনৈক্য হৈছে।

অন্ততঃ ( ক্রি. বি. ) অতিকম হৈয়ো, কম পৰিমাণেও; কোনোৰূপে।

অন্তঃস্থ ( বি ) মাজত থকা, যেনে—য ৰ ল ৱ এই চাৰিটা বৰ্ণ স্পৰ্শ আৰু উষ্মবৰ্ণৰ মাজত আছে বাবে ইহঁতক অন্তঃস্থ বৰ্ণ বোলে।

অন্তৰ্জ্জল্ ( স. শ. ) পানীৰ ভিতৰত; হিন্দু শাস্ত্ৰমতে মৃত্যুৰ অলপ

আগতে মৰিব লগীয়া মানুহৰ তৰি এটা গাঁত দি তাত পানী দিয়া কাৰ্য্য। [মনোগত ভাৱ।

অন্তৰ্ভাৱ্ (স. শ.) আন্তৰিক ভাৱ,

অন্যথাচৰণ্ (স.শ.) বিপৰীত ব্যৱহাৰ, অন্যথা কৰণ। [নোহোৱা।

অন্যূন্ (বি) কমনোহোৱা, তাকৰ

অপিচ (অব্য) আৰু, অপৰ।

অপৌৰুষ্ (স. শ.) পুৰুষত্ব হীনতা, অগৌৰৱ। [গোপনীয়।

অপ্ৰকাশ্য (বি) প্ৰকাশৰ অযোগ্য,

অবচন্ (বি) অবাচ্য, কবৰ অযোগ্য, লাজলগা।

অবধ্ (স. শ.) অহিংসা, নমৰা, সংহাৰ নকৰা, বিনাশ নকৰা।

অবাইচ্—'অবচন' চোৱা।

অভাবনীয় (বি) অচিন্তনীয়, কল্পনা-তীত, অবৰ্ত্তমান হোৱা।

অভিচাৰ্ (স. শ.) পৰহিংসা, মানুহৰ অনিষ্ট কৰিবৰ উদ্দেশে কৰা তান্ত্ৰিক কাৰ্য্য; এই কাম ছয় প্ৰকাৰে কৰা যায়, যেনে—মাৰণ, স্তম্ভন, বশীকৰণ, মোহন, উচাটন, আৰু বিদ্বেষণ।

অভিনন্দন্ (স. শ.) সন্তোষ-প্ৰশংসা, সন্তোষেৰে কৰা গুণ-কীৰ্ত্তন; অনুমোদন; অভিনন্দন-পত্ৰ—সন্তোষেৰে গুণ-কীৰ্ত্তন কৰোৱা পত্ৰাদি।

অভিভাৱক্ (স. শ.) তত্ত্বাৱধাৰক, আশ্ৰয় দিওঁতা।

অভিমুখ্ (বি) সমুখ, উদ্দেশ।

অমাতৰ মাত্ (স. শ.) কেচুৱা লৰা ছোৱালীৰ মাত; কথা নোকোৱা মানুহৰ মাত, গুৱং।৷ কথা, যেনে —অমাতৰ মাত শুনিবলৈ ভাল।

অমাত্য (স. শ.) মন্ত্ৰী, সভাসদ, সহকাৰী।

অমূৰ্ত্তক্ (বি) বৰণকত, উগ্ৰ।

অম্বৰ্ (স. শ.) কাপোৰ; আকাশ।

অযথা (ক্ৰি.বি.) অন্যায়কৈ, অপ্ৰকৃত, অমূলক।

অযোত্ৰ (বি) যোত্ৰহীন, ধনহীন, দেউলিয়া; (স. শ.) যোত্ৰাভাৱ, দৈন্য, দীনতা, দুখীয়া অৱস্থা।

অৰিষ্ট (স.শ.) মানুহৰ জীৱনত পীড়া বা মৃত্যু ঘটাব পৰা যোগ, অশুভ অদৃষ্ট আ৷ ছৱশেষ শাক্তকাৰক পনীয়া ঔষধ, যেনে— অশোকাৰিষ্ট।

অৰুষ্ট (বি) সন্তুষ্টীয়া, তপীয়া নোহোৱা।

অৰূপ্ (বি) আগলী, অশুৱনি, ৰূপ-হীন, বিৰূপ।

অৰ্থলোভ্ (স. শ.) ধন লোভ, ধনা-কাঙ্ক্ষা, পৰৰ ধনৰ নিমিত্তে ইচ্ছা; অৰ্থলোভী (বি) ধনলোভী, অৰ্থ-লুভীয়া, লোকৰ ধন পাবলৈ ব্যগ্ৰ। [কৰি দুকোৱা ধন।

অৰ্থব্যয় (স. শ.) ধনৰ খৰচ, ব্যৱহাৰ

অৰ্থবোধ্ (স. শ.) শব্দাৰ্থ জ্ঞান, শব্দৰ অৰ্থ বুজিবৰ শক্তি, অৰ্থবুজ।

অৰ্থভেদ্ (স. শ.) অৰ্থৰ বিভিন্নতা, অৰ্থৰ প্ৰভেদ।

অৰ্দ্ধোদয় (স. শ.) যোগ বিশেষ, পুহ বা মাঘ মাহৰ অমাবস্তা ৰবিবাৰে ব্যতিপাত যোগত শ্ৰবণা নক্ষত্ৰ মিলন হলে তাৰ এই নাম। ই এক কোটি সূৰ্য্য গ্ৰহণৰ নিচিনা; গঙ্গা স্নানৰ বিশেষ দিন।

অলকাপুৰি (স. শ.) ইন্দ্ৰপুৰি, স্বৰ্গ।

অলপ্ পানীৰ্ মাছ (স.শ.) তাকৰীয়া পানীৰ মাছ; অলপ ধতুৰা মানুহ, কমবুদ্ধিৰ লোক।

অলাগতীয়া (বি) অনাবশ্যকীয়, অকামিলা, অসাকৰা।

অবলা (বি) আশ্ৰিতা, ৰক্ষিতা, পালনীয়া, (তিৰোতা)।

অৱসাদ্ (স. শ.) ভাগৰ লগা অৱস্থা।

অৱস্ত (স. শ.) বেয়া বস্ত; (বি) অসাৰ।

অবিচলিত্ (বি) স্থিৰ, লৰচৰ নোহোৱা, এফলীয়া নোহোৱা।

অবিদ্যা (স.শ.) বিদ্যাহীনতা, মূৰ্খতা; অজ্ঞানতা; মায়া।

অশ্ৰাব্য (বি) শুনিব নলগীয়া; কুৎসিত, বেয়া।

অষ্ট প্ৰহৰ্ (স. শ.) আঠ পৰ; দিন আৰু ৰাতিত আঠ পৰ অৰ্থাৎ ২৪ ঘণ্টা থাকে।

অষ্টবসু (স. শ.) আপ, ধ্ৰুব, সোম, অনল; অনিল, ধৰ, প্ৰত্যুষ, প্ৰভৱ এই অষ্টবসু; দেবতা বিশেষ।

অসংযুক্ত (বি) লগ-নলগোৱা, এক-লগ নকৰা, মিহলি নকৰা, নিমিলা (কথা)।

অসংস্কাৰ্ (বি) সংস্কাৰ নোহোৱা, অশুচি হৈথকা কাৰ্য্য, যাৰ নিয়ম মতে শুচি হবলৈ কাৰ্য্য হোৱা নাই।

অসম্মতি (স.শ.) অনিচ্ছা, অস্বীকাৰ, অমত, সম্মতিৰ অভাৱ।

অসবৰ্ণ (বি) বেলেগ জাতিৰ, ভিন্ন জাতীয়।

অসহায় (বি) সহায়হীন, লগৰীয়া নোহোৱা, আপদত ৰাখোঁতা নাই কিয়া।

অসুবিধা (স. শ.) অসুচল, ভাল জুতি নোহোৱা, কোনো কাৰ্য্যৰ উপযুক্ত সময় বা ঠাই নোপোৱা।

অসুস্থ (বি) ৰুগীয়া, নৰিয়া, স্বস্থ নোহোৱা, ভালে নথকা; অসুস্থতা (স. শ.) নৰিয়া মানুহ।

অস্পৃহা (স. শ.) অনিচ্ছা, অপ্ৰবৃত্তি, অৰুচি। নিৰ্লোভ; উদাসিন; অস্পৃহ (বি) অনিচ্ছুক, বাহান-কৰা।

আ।

আঁচলৰ ধন (স.শ.) ঘৰৰ সম্পত্তি; একেটি লৰা (বাৰীত খাটে)।

আঁঠুত মূৰ লগা (বি) বুঢ়া আৰু কুজা (মানুহ)।

আঁঠুৰ তলৰ মহ (স. শ.) আঁঠুৰ ভিতৰৰ মহ; একান্ত অধীন মানুহ।

আঁঠুৰে আঁঠুৰে সাঁতোৰ (অ. ধা.) হেৰাধৰি খাই ফুৰ, বিপদত পৰি বৰ কষ্টত ঘূৰি ফুৰ।

আঁহফলা (অ. ধা.) একে পৰিয়ালৰ ভিতৰত অমিল কৰা, পৰিয়ালৰ নিজ-নিজ স্বাৰ্থ আনক দেখুৱাই দিয়া; (বি) যেনে—আঁহফলা কথা।

আঁহে-আঁহে কথা (বি) পেটত কথা থকা, ধূৰ্ত্ত, চতুৰ।

আঃ (ভাব, অব্য) বেজাৰ, দুখ বা আশ্চৰ্য্যাদি ভাব বুজোৱা শব্দ।

আকৰ্ণ (ক্রি. বি.) কাণলৈকে, কাণ পৰ্য্যন্ত। [ঠিৰাঁৰে।

আকাৰে-ইঙ্গিতে (স. শ.) ঠাৰে-

আকালৰ ভাত (স. শ.) বিপদৰ সহায়।

আকাশত চাংপতা (অ.ধা.) ওপৰে-ওপৰে কাম কৰিবলৈ বিচৰা, গুৰি নোহোৱাকৈ কোনো কাম কৰিবলৈ খোজা।

আকাশী-চৰগ (স. শ.) বজ্ৰপাত, মহাবিপদ, হঠাৎ ঘটা ঘটনা।

আগ্ভাগ (স. শ.) প্ৰথম ভাগ, প্ৰধান অংশ।

আগলি খাৰণী (স. শ.) প্ৰথমে সৰা চোকা খাৰণী; চোকা মানুহ।

আগ্পিচ্ কৰ্ (অ.ধা.) কামত সাহঁৰা কৰ্।

আগৰ আগ্ভাগ (স. শ.) সকলোতকৈ প্ৰথম ভাগ, শ্ৰেষ্ঠ ভাগ।

আগ্ধৰি (ক্রি. বি.) আগেয়ে, যেনে —তই আগধৰি যা।

আগতৰি নোহোৱা (বি) বিশৃঙ্খল হোৱা, আউল বাউল, লকাং ভৰ্কাং।

আগায় পুৰায় (স. শ.) অতীত কালৰে পৰা এতিয়ালৈকে সকলো কথা, কোনো কথাৰ আদি অন্ত বৃত্তান্ত।

আগেপাছে (ক্রি. বি.) পূৰ্ব্বাপৰ।

আচমনীয় (বি) মুখ ধুব পৰা, মুখ ধুবৰ যোগ্য।

আঃচম্বাইকৰ্ (অ. ধা.) হঠাৎ ভয় পোৱাত বা কোনো অদ্ভুত কাৰ্য্য দেখাত মূৰ ঘূৰা; মানুহে বিকাৰত মূৰ ঘূৰা।

আজীৱন (ক্রি. বি.) জীৱন পৰ্য্যন্ত, যাৱজ্জীৱন, মৰণকাল পৰ্য্যন্ত।

আঢ্য (স. শ.) ধনী, বিত্ত।

আত্মজ্ (স. শ.) সন্তান, পুত্ৰ।

আত্ম জ্ঞান্ (স. শ.) নিজক জনা, নিজে কি বস্তু তাক জনা; পৰমাত্ম জ্ঞান।

আত্মতত্ব (স. শ.) আত্মা অৰ্থাৎ জীৱৰ প্ৰকৃত অৱস্থা, আত্মাৰ স্বৰূপ, নিজৰ প্ৰকৃত অৱস্থা।

আত্মদৰ্শী (বি) নিজক ভালকৈ দেখে এনেকুৱা, নিজৰ দোষ গুণলৈ চোৱাঁ।

আত্ম নিবেদন্ (স. শ.) নিজৰ বিষয় বিনীত ভাবে জনোৱা; আত্মোৎসৰ্গ, স্বাৰ্থ বিসৰ্জ্জন।

আত্মসাৎ কৰ্ (স.ধা.) লোকৰ বস্তু নিজৰ হাতলৈ আন্, নিজৰ অধীন কৰ্। [চোৰ্‌ৰা।

আথায় সাগৰ্—"অথায় সাগৰ"

আদৰি-আন্ (স. ধা.) সন্মান কৰি আগবঢ়াই আন্।

আদান-প্ৰদান্ (স. শ.) দিয়া-লোৱা, বিনিময়, বিবাহ সম্পৰ্কে কন্যাৰ সম্প্ৰদান আৰু প্ৰতিগ্ৰহ।

আদিম্ (স. শ.) প্ৰথম, আদ্য।

আন্দাজ্ (স. শ. হিং) অনুমান, যুক্তি, বোধ, বিবেচনা।

আন্দাজী (বি. হিং) আনুমানিক, মনেৰে ভাবি স্থিৰ কৰা।

আধা-পেটী (বি) পেট নভৰা।

আধাধুলী (বি) আধা মূল্যৰ, মূল্যতকৈ কম, কম বেচৰ।

আধ্যাত্মিক্ (বি)আত্মাবিষয়ক্,মানসিক, মনত উৎপন্ন, মনেৰে কৰা।

আপদ্ চোঁচৰা (অ. শ.) ভবিষ্যৎ আপদৰ কথা ক।

আপদৰ মাত্ (স. শ.) বিপদ কালৰ সহানুভূতি, আপদত আশ্বাসেৰে মতামাত।

আবৰণ্ (স. শ.) আচ্ছাদন, ঢাকনী, ঢাকন, সাঁফৰ; পৰ্দা; আবৰণীয় (বি) আচ্ছাদিত, আচ্ছন্ন, ঢকা।

আবেগ্ (স. শ.) শীঘ্ৰতা; মনৰ ব্যাকুলতা।

আবৃত্তি (স. শ) অভ্যাস, আলোচনা, মুখস্থ পাঠ।

আমৰণ্ (ক্ৰি.বি.) মৰণ কাললৈকে, জীৱন থাকেমানে; (বি) স্থায়ী, যুগমীয়া।

আমবাত্ (স শ.) বাতৰোগ বিশেষ।

আমুক্ত (বি) আবদ্ধ, বদ্ধ; পৰিত্যাগ কৰা; আমুক্তি (স. শ.) মুক্ত কৰা কাৰ্য্য, মুক্তি, আপদৰ পৰা সৰকা।

আমৰস্ (স. শ.) ৰস, কোনো বস্তু পাক কৰি কৰা ৰস-ঔষধ; মদ বিশেষ।

আম্‌লী (স. শ. বাং) ভাৰৰ বিষয়াৰ লগত থকা লগুৱা, পৰিকৰ, ভৃত্য।

আবদ্ধ (বি) আবদ্ধ কৰা, কৰিবলৈ ধৰা ; (স. শ ) আবদ্ধি।

আৰ্থিক ( বি ) অৰ্থ সম্পৰ্কীয়, টকা-কড়ি বিষয়ে।

আৰাধিত (বি ) অৰ্চ্চিত, পূজিত, উপাসিত, সেবিত ; আৰাধনা (বি) উপাসনা, পূজা।

আল্কতৰা } (স. শ.) তাঁৰ, এবিধ
আল্কাতৰা } কলা তেল।

আলাসতে(ক্রি.বি.)শূন্যতে,আকাশতে, ওপৰতে। [নথকা মানুহ।

আলেকৰ্ পালেক্ (স. শ.) একো নথক

আস্‌বাব্ (স. শ.) আহিলা পাতি, সঁজুলি ; ঘৰৰ অস্ত্ৰ আৰু থাব-ভুলী আদি।

আস্তৰণ্ (স.শ.) শয্যা ; শয্যাৰ ওপৰত পৰা চাদৰ আদি, উত্তৰীয় বস্ত্ৰ।

আস্তীন্ (স. শ. বাং) চোলাৰ কোটৰ হাত।

আস্তীৰ্ণ ( বি ) বিস্তীৰ্ণ, বিস্তাৰিত, আচ্ছাদিত।

ই।

ইতিবৃত্ত (স. শ.) ইতিহাস, পুৰণি কথা, বুৰঞ্জী বিষয়ক কথা।

ইপুৰী } ( স. শ. ) এই লোক, এই
ইপুৰি } সংসাৰ।

ইংৰাজ্ (স.শ.) ইংলণ্ডৰ মানুহ,বিলাতী মানুহ ; ইংৰাজী (বি) ইংৰেজৰ, বিলাতী ; ইংৰাজী ভাষা।

ইংলণ্ড (স. শ.) ইংৰাজবিলাক থকা ঠাই, বিলাত।

ই-সি ( স. শ. ) নিজৰ অথবা যা নথকা কোনো বস্তু বুজোৱা শব্দ, কিবাকিবি।

উ।

উকহে থোৱা ( বি. ) বিতত্ত, অধৈৰ্য্য।

উচাটন্ (স. শ.) মন বলিয়া কৰা কাৰ্য্য, তন্ত্ৰ শাস্ত্ৰৰ অভিচাৰ বিশেষ।

উজিৰ্ ( স. শ. ) মন্ত্ৰী।

উজুটিত্ পৰিবলা ( বি. ) নিপকটিয়া, অলপ বচুৱা।

উঠি-অহা ( বি ) জীৱনৰ আগচোৱা, লৰাৰ পৰা ডেকা হোৱা।

উঠি-বহা (ক্রি.বি) বেয়া অৱস্থাৰ পৰা ভালকৈ অহা, অতি ধনী হোৱা।

উঠি-বলা (স. শ.) বৰ সোহোৱাটিকে বলাৰ কথা চলাব পৰা লোক, ক্ষমতাশালী। [কৰ্।

উঠি-পৰিলাগ্ (অ. ধা.) অহো পুৰুষাৰ্থ

উদৰী ( স. শ. ) পেট-বঢ়া ৰোগ।

উদয় কাল্ ( স. শ. ) চন্দ্ৰ সূৰ্য্য ওলোৱা সময়, ওপৰলৈ উঠা ; আবিৰ্ভাৱ।

উদনীয়া তেল্ (স. শ.) উদাৰৰ সিজিলা ভাবৰ তেল, বৰ সোকাদি, বৰ বিতাহি, আহম।

উপসাগৰ্ (স. শ.) যি সাগৰৰ জল তাপৰ প্ৰায় চাৰিওকালেই মাটি।

উপপাদ্য (বি) যুক্তিৰে প্ৰমাণ কৰা, যুক্তি দ্বাৰা সমৰ্থনীয়। [প্ৰত্যুষ'

উপজি বাতি পুৱা (ক্রি. বি..) নিচেই

উপাদান্ (স. শ.) সঁজুলি, আহিলা পাতি, লাগতীয়া বস্তু।

উবুৰিধাই ধৰ্ } উধুৰিধাই পৰ্ } অনেক লোক একত্ৰ হৈ বিপদত সহায় কৰ্; কোনো বস্তু চোৰা বা খোৱাৰ নিমিত্তে বেঢ়ি ধৰ্; সন্ধি নোহোৱাকৈ হেঁচা খাই পৰ্।

উভঁহা উত্তৰ্ (স. শ.) ওভোতা উত্তৰ, যেনে হব লাগে তেনে নোহোৱা; আওপাকে দিয়া উত্তৰ।

উঃচৰ্ (বি) পানী আৰু মাটি এই দুয়ো ঠাইত চুৰা, যেনে—কাছ।

উভতি নাচ্ (অ.ধা.) অভপালি দৰ্।

উৰ্দ্দ্ (স.শ.) হিন্দুস্থানী, আৰবী আৰু পাৰ্চী মিহলি হৈ হোৱা ভাষা।

উৰহীৰ্ ওৰ্ (স. শ.) কোনো কথাৰ আতিগুৰি।

উৰি-আহ্ (অ. ধা.) কোনেৰে আহ্, খলেৰে বেগাই আহ্।

উলটি (ক্রি.বি.) লুটিয়াই, ঘূৰি, উভতি।

উশাহতে (ক্রি.বি.) বেগতে, তৎকালে।

উশাহ পা (অ. ধা.) কামৰ পৰা আৰৰি পা; বিপদৰ পৰা অলপ ৰক্ষা পা।

ঊ।

ঊনৈশ-বিহ্ (স. শ.) অলপীয়া প্ৰভেদ, সামান্য বিভিন্নতা।

ঊৰ্দ্ধৰেতা (স. শ.) মহাদেৱ, যোগী, (বি) শুক্ৰ সংযম কৰা, শৃঙ্গাৰৰ ইচ্ছা নথকা।

ঊৰ্দ্ধলোক্ (স. শ.) স্বৰ্গ।

ঊহ্য (বি) লুপ্ত, কোনো পদৰ অৰ্থ কৰিবলৈ কোনো শব্দ লোপ হৈ থকা।

এ।

এক্কালীন্ (বি) একেবাৰে, একে সময়ে। [কথাৰ।

এক্চেটিয়া (বি) একে মনৰ, একে

এক্পক্ষ (স. শ.) কৃষ্ণ বা শুক্ল পক্ষৰ, পোন্ধৰ দিন; এপষ।

এক্প্ৰকাৰ্ (স. শ.) এক ৰকম, (বি) একে। [একবাক্য।

এক্ভাৱ (স. শ.) একমত, এক বুদ্ধি,

এক্শিৰা (বি) এটা অণ্ডকোষ অৰ্থাৎ কণি উথহা ৰোগ।

একহি পুৰুষ্ (স. শ.) একৈচ পুৰুষ, অনেক পুৰুষ।

একাদশত্ বৃহস্পতি (স. শ.) বৃহস্পতি গ্ৰহ নিজ জন্ম ৰাশিৰ পৰা একাদশত থাকিলে ভাগ্যবান হয়, সৌভাগ্যশালী, জয় জয় মহবৰ।

একাহিক্ (বি) একেদিনাই উৎপন্ন, ( জ্বৰত খাটে )।

একৈকা বোটল্ (স.ধা.) সংগ্ৰহ কৰি থুৰ, এৰা বস্তু বুটলি থুৰ্।

একোণৰ্ বেলিতে ( ক্ৰি. বি ) সময় থাকোঁতে, বেলি যাব নৌ যাওঁতে।

একুমুহা (স শ.) একপালি, কোৰেৰে কৰা কাৰ্য্য।

এবুৰি ছ-অৰাঁ (স. শ.) কুৰিটাই এবুৰি আক চাৰিটাই এ-অৰাঁ হয়; বহুত, অধিকতা।

এক (স.শ.) এবাৰ, পুথি আদিৰ পৰা অন্তলৈ:ক এবাৰ পাঠ।

ও।

ওজঃ ( স. শ. ) তেজ, বল, কান্তি, প্ৰকাশ।

ওপৰ্ চকুৱা (বি) অসাবধান।

ওপৰ্ হাত্ (বি) প্ৰধান, ওপৰ খাপৰ।

ওকাই দাং (স. শ.) বৰ কথা, অহংকাৰ কৰি কোৱা কথা, ডাকোপ।

ওৱাপাত্ (অ.ধা) কানিলাগ, ইটোৰ পাচত সিটো আহ।

ওলোটা বেদ্ (স শ.) বিপৰীত কাৰ্য্য, নিয়মমতে নকৰা কাৰ্য্য।

ওৱাকিপ্ল (অ.ধা.) গোপনে অনু-সন্ধান কৰ।

ঔ।

ঔ-পাৰ্ ( স. ধা. ) কিলা, ভুহুৱা, ধুম-ধুম কৰে গাঁত।

ঔষধালয় ( স. শ. ) ঔষধ থোৱা ঘৰ, দৰৱ থোৱা ঘৰ।

ক।

কঁকাল্ পৰ্ (অ.ধা.) শৰীৰৰ মাজ ঠাই বেঁকা হ, বুঢ়া হ, দুৰ্ব্বল হ।

কঁকাল্-ভাজ ( অ.ধা. ) নাচিবলৈ গাৰ সোমাজ বেঁকাকৰ; বলৰ প্ৰধান কাৰণ নষ্ট কৰ।

কঁকাল্ ভাগ্ (অ.ধা.) শৰীৰৰ মাজ ঠাই ভগ্ন হ, দুৰ্ব্বল হ।

কঁকাল্ বান্ধ্ ( অ ধা. ) যুদ্ধলৈ সাজু হ, টান কাম কৰিবলৈ ধৰ।

কট্-কট্ ( স. শ. ) কট্-কট্ শব্দ; ৰোগ বিশেষ।

কটাকটি ( স. শ. ) দুটাৰ ভিতৰত পৰস্পৰে কটা কাৰ্য্য।

কটাহি (সশ.) দোষযুক্ত নতকোৱা বা।

কটাহি পোৰ্ ( অ. ধা. ) কটাহিলগা বা ওকাহলৈ কটাকানি পুৰি বান্ধ কোৱা। [কৰ, ধ্বংস কৰ।

কণ্ কঠিয়া যাব্ ( অ. ধা. ) সমূলি নষ্ট

কণাৰিখতা ( স. শ. ) মানুহৰ দুখ-দুখ বিধতাই লিখে একেকে যাব দুখ লিখে, তাৰ লিখিতে বিধতা কণা ( নিন্দাৰ্থে ); দুৰ্ভাগ্য।

কণা-বেহা (স.শ.) কণাবদৰে বেপাৰ ; অধিক মূল্যত কিনি আধামূলীকৈ বেচা কাৰ্য্য।

কণাৰ দলি (স. শ.) কণাৰ দৰে মৰা দলি ; অনুমানিক কাৰ্য্য ; আন্দাজত কৰা কাম।

কণাৰ লাখুটি (স. শ.) কণাৰ লাখুটি দালেই সহায়, এতেকে নিৰাশ্ৰয়ৰ আশ্ৰয়, অসহায়ৰ সহায়।

কণাকণি কৰ্ (স. ধা.) ফুচফুচাই ক, মনে-মনে আলচ কৰ, আনক কলহ দিবলৈ বা বিপদত পেলাবলৈ আলচ কৰ। [বেজেনা।

কণ্টকাৰী (স. শ.) কোটাৰোন

কথা পাগোল্ (স. ধা.) একে কথাকে ঘণাই ক অনেক সময় মিছা কথাতে নে।

কথাৰ্ কথা (স. শ.) কবলগীয়া কথা, উপযুক্ত কথা।

কথাৰ্ চল্ (স. শ.) কথা কোৱাৰ ভাও, কথাৰ লাচ।

কথাৰ্ ধাৰ্ (স. শ.) কথাৰ গতি, আঁতিগুৰি। [কোৱা কথা।

কথাৰ্ মাত্ (স. শ.) উদাহৰণ স্বৰূপে

কথাৰ্ মালিহা (স. শ.) অনেক কথা, কোৱাৰ নিপুণতা। [শেহ।

কথাৰ্ মূৰ্ (স.শ.) কথাৰ ওৰ, কথাৰ

কথা ৰাখ (অ. ধা.) অঙ্গীকাৰ ৰাখ ; কোনো কথা মুগমীয়া হ ; চিৰকাললৈ সুখ্যাতি বা কুখ্যাতি থাক। [কথাৰ ভাও।

কথাৰ্ লাচ্ (স. শ.) কথাৰ চল,

কনকনীয়া (বি) পূৰঠ, পৈণত ; শুকান (খৰি) ; ভৰপূৰ, ধনে-জনে ভৰা, যেনে—তাৰ কনকনীয়া গৃহস্থালি।

কণ্ঠাখোজ্ (স. শ.) ধীৰগতি, লাহে-লাহে যোৱা কাৰ্য্য।

কপাল্‌মুকা (অ.ধা.) ভাগ্য সুপ্ৰসন্ন হ।

কপাল্‌ফুল্ (অ.ধা.) সুভাগ্য উপস্থিত হ।

কপাল্‌ফুট্ (অ.ধা.) দুৰ্ভাগ্য উপস্থিত হ।

কপাল্ খো (স.ধা.) আশা এৰ।

কপাল্ নাই (অ.ধা.) ভাগ্য নাই।

কপাল্ খা (অ.ধা.) সুচল হেকৰা, কপাল ফুট। [ঠাই।

কবৰ্ (স. শ যাং.) মৃতদেহ পোতা

কবিৰাজ্ (স. শ.) বৈদ্য, বেজ।

কৰ্ম্মচাৰী (স. শ.) চাকৰী কৰোঁতা, বেতন লৈ কাম কৰোঁতা।

কৰ্ম্মদোষ্ (স. শ.) পূৰ্ব্ব জন্মৰ বেয়া কাৰ্য্যৰ পৰা হোৱা দুৰ্ভাগ্য। [বল।

কলমৰ্ খোঁচ্ (স. শ.) লিখা-পঢ়াৰ

কল্‌পতুৰা (স. শ.) কলাগছৰ বাকলি, (ইয়াৰে খোল আদি প্ৰস্তুত কৰে)।

কলাধাৰ্ (স. শ.) কলাগছৰ বাকলি আৰু মধুনা পুৰি কৰা চাই-খাৰ।

কলিকতীয়া কাঁকি (স.শ.) কলিকতাৰ

নিচিনা ফাঁকি, বুজিব নোৱৰা বঞ্চনা বা ছলনা।

কলিয়া কাণাই / কলিয়া কৃষ্ণাই } (স.শ) শ্ৰীকৃষ্ণভগৱন্ত।

কলিয়া খেটৰ্ (স. শ.) খেটৰৰ নিচিনা কলা; কলামানুহ।

কলিয়া আখৰ্ (স. শ.) হাতৰ আখৰ।

কলুষিত্ (বি) দূষিত, দোষী, নিন্দিত।

কক (স. শ.) ঔষধ পগোৱাৰ পাচত দিয়া দৰৱৰ মচলা।

কশ্যপ্ (স. শ.) এজনা মুনিৰ নাম, এওঁ ব্ৰহ্মাৰ পুত্ৰ মৰীচিৰ ঔৰসত আৰু কলাৰ গৰ্ভত জন্ম লয়। এওঁ দক্ষ প্ৰজাপতিৰ দ্বাদশ জীয়েকৰ সৈতে বিবাহ হয়, এওঁবিলাকৰ পুত্ৰ দেব-দানব-নাগ আদি। বৰুণৰ গাভী চুৰ কৰা অপৰাধত ব্ৰহ্মাৰ শাপত এওঁ মৰ্ত্ত্যত বসুদেব হৈ জন্ম পায়।

কয়লা (স. শ. হিং.) এবিধ খনিত হোৱা এজাৰ, খৰিৰ সলনি ব্যৱহাৰ কৰা এজাৰ।

কাঁচকল্ (স. শ.) পুৰা কল, এবিধ কল আৰু তাৰ গছ।

কাকত্ / কাগজ্ } (স. শ.) তুলা-পাত, লেখা বা নিলিখা কাগজ, চিঠি।

কাচন্ / কাচ্পাৰ্ } (স.শ.) পোছাক, সাজপাৰ, কাপোৰ অলঙ্কাৰাদি।

কাছুটি হেকৰা / কাছুটি এৰ্ } (স.ধা.) বিতত হ।

কাঠৰ কঠুৱা (বি) কাঠ-চিত্তীয়া, কঠিন মনৰ। [( উপহাস )।

কাঠৰ্ খুটা (স. শ.) অকৰ্মণ্য মানুহ

কাঠৰ্ পুতলা (স. শ.) আনে সকলো ৰকমে বশীভূত কৰিব পৰা মানুহ; অকামিলা মানুহ (উপহাস)।

কাঠৰ্ মুঢ়া (স. শ.) "কাঠৰ খুটা" চোৱা। [ঘোৰে-ঘোৰে পৰা।

কাঠে কাঠে পৰা - সৰ্ব্বপ্ৰকাৰে মিলা,

কাণ্-উনা (স. ধা.) কাণদে কাণপাত, কোনো কথাত মন দে।

কাণ্কটা (বি) টেঙৰ, নিলাজ।

কাণ ছুই থ—আগলৈ পোতক পাবলৈ বা হেৰুৱাব খাবলৈ মনত ৰাখ।

কাণ্ চোৱা (স. ধা.) কোনো কথা লোকক জনোৱা, যেনে—এই কথা তেওঁৰ কাণ চোওৱা হল।

কাণ্টাহ্ (স শ.) ডাঙৰ শব্দৰ দ্বাৰা কাণত লগা সোপা, কাণতাল মৰা কাৰ্য্য।

কাণ্দে / কাণ্প্ৰাত্ } (স. ধা.) মনদে, মন দি শুন, শুনিবলৈ সাজু হ।

কাণত্ ধৰি ক—শুনিয়াই ক, লাজ দি ক।

কাণত্ পৰ্ (অ. ধা.) অনিচ্ছাত বা শুনিবলৈ যত্ন নকৰিও শুন। [শুনা।

কাণত্ পেলা (স. ধা) শুনা; ছলকৰি

কাণ্‌খিয়কৰ্‌ (অ. ধা.) শুনিবলৈ আগ্ৰহ কৰ। [এৰি দে।

কাণ সাৰ্‌ এৰ্‌ (অ. ধা.) সম্পৰ্ক এৰ,

কাণ্‌সৰালিমাৰ্‌—মুগুনা ভাও জুৰি মনে-মনে থাক।

কাণে কাণমাৰি (ক্রি.বি.)কোনোমতে।

কাণে নাকে খা (স.ধা.) ততাতৈয়াকৈ খা, বেগাই খা।

কাণেনাকে মাত্‌ (অ.ধা) অতি দুৰ্ব্বল হ, মাতিবৰ শক্তি নোহোৱা হৈ বলেৰে মাত।

কাণে মুৰে খা (স.ধা.) জুমুৰি দি ধৰ, বিতত কৰ। [সম্পূৰ্ণ ভাৱ ল।

কান্ধ্‌ পাতি ল (স ধা.) কোনো কাৰ্য্যৰ

কান্ধ্‌পেলা(অ.ধা)কাৰ্য্যৰ ভাৰ এৰি দে।

কান্ধুলি লুটি দে—মতৰ সলনাসলনি কৰ। [নিগৰ সৰ্ব্বনাশ কৰ্‌।

কাপেথা—:নভাবি লিখা কাৰ্য্যে

কাফেৰ্‌ (বি যাং) বিধৰ্ম্মী, নাস্তিক; মছলমানে আনধৰ্ম্মলোৱাবিলাকক এই নাম প্ৰয়োগ কৰে।

কাবাজ্‌ (স. শ. যাং.) সৈগুবিলাকে কৰা নিজকামৰ অভ্যাস।

কাবৌ-কোকালি (স. শ.) কাকুতি-মিনতি।

কামান্‌ (স.শ.) ডাঙৰ হিলৈ, বৰতোপ।

কামান্ধ (বি) কাম-ৰিপু দ্বাৰা হিতাহিত জ্ঞানশূন্য, কামমুগ্ধ। [চোলা।

কামিজ্‌ (স. শ. যাং.) এবিধ দীঘল

কাৰিকৰি (স. শ.) শিল্পী পাৰগতা; মহাজন বা সদাগৰৰ পটুতা।

কাৰুণ্য (স. শ.) দয়া, কৰুণা।

কাৰু কাৰ্য্য (স. শ.) শিল্প কাৰ্য্য।

কাম্যকৰ্ম্ম (স. শ.) কামনা কৰি কৰা ধৰ্ম্ম-কৰ্ম্ম।

কালপুৰুষ্‌ (স. শ.) পুৰুষাকৃতি নক্ষত্ৰ সমূহ, যমৰ সহকাৰী।

কালযবন্‌ (স. শ.) এই নামৰ এজন মহাবলী যবনৰজা।

কালযাপন্‌ (স. শ.) সময়ক্ষেপণ, সময় কটোৱা কাৰ্য্য। [লোক, বৈৰী।

কালশত্ৰু (স. শ.) পৰমশত্ৰু, অপকাৰী

কাললৈৰ (অ. ধা.) চিৰকাললৈ থাক (দুৰ্নাম বা সুনাম)।

কালশুদ্ধি (স. শ) জ্যোতিষমতে শুদ্ধ সময়, শুদ্ধকাল।

কালি সৰ্প (স. শ.) এটা ডাঙৰ সাপৰ নাম। [কাৰীগ্ৰহ।

কুগ্ৰহ্‌ (স. শ.) অশুভগ্ৰহ, অনিষ্ট-

কুঙ্কুম্‌ (স শ.) কাশ্মীৰ দেশত জন্মা এবিধ গন্ধ দ্ৰব্য।

কুঁজাত্‌ ধৰ্‌ (অ. ধা.) নাঙলৰ খুটিত ধৰ খেতিকৰিবলৈ ধৰ।

কুতপ্‌ (স. শ.) দিনৰ ১৫ ভাগৰ অষ্টম ভাগ, মধ্যাহ্নকাল, একোদিষ্ট শ্ৰাদ্ধ আৰম্ভৰ সময় [এই কাল শ্ৰাদ্ধৰ নিমিত্তে অতি প্ৰশস্ত]।

কুতৰ্ক (স.শ) বেয়া বিচাৰ বা মীমাংসা, যি তৰ্ক দ্বাৰা সত্যনিশ্চয় কৰা নহয় ।

কুম্মত্ কটা (বি). ধুনীয়া, শুৱনি. আটোমটোকাৰি ।

কুম্ভকৰ্ণ ( স. শ. ) লঙ্কাধিপতি ৰাৱণৰ মাজু ভায়েক, এওঁ এদিন মাত্ৰ ভালমতে ভোজন কৰে আৰু ছমাহলৈ শোৱে ।

কুক·কাবাং (অ ধা.) লৰচৰ, লুৰছুৰ-লাৰফাৰ । [কুলক্ৰমাগত গুৰু ।

কুলগুৰু (স. শ.) বংশৰগুৰু ; মন্ত্ৰদাতা,

কুলপুৰোহিত্ (স.শ.) বংশৰ পুৰোহিত, কুল ক্ৰমাগত পুৰোহিত ।

কুলপ্ৰদীপ্ ( স. শ. ) বংশ উজ্জ্বল কৰোঁতা, বংশৰ গৌৰৱ বঢ়াওঁতা ।

কুষাঁ ( স.শ.) পকা দ-নাদ, পাট-নাদ ।

কৃপণ্ (বি) খৰচ কৰিব নোখোজা, দানী নোহোৱা, অদাতা ।

কেচি ( স শ. ) কাপোৰ-চুলি আদি সমানে কটা এবিধ অস্ত্ৰ ।

কেতোৰ.কলা (বি) বেচি কলা, অতি মলিয়ন ।

কেহেলি কেম্বেলি ( স. শ. ) কামলৈ হেলা কৰি কৰা ধেমালি, গহবি, গাফিলী ।

কোৰোণা লটি (স শ) চাপৰভি হোৱা এবিধ তিক্ত জাতিৰ লতা ।

কোমল্ চাউল্(স.শ.) তিয়ালেই কোমল হোৱা জলপনীয়া চাউল ।

কোশ্তি ( স. শ.) ব্যায়াম, অঙ্গ পৰিচালনা । [বহু বছৰৰ আগৰ ।

কৌটীকলীয়া (বি) অতি পুৰণিকালৰ,

ক্ৰব্যাদ্ (স. শ.) শৱদাহ কৰা অগ্নি, চিতাৰ জুই ।

ক্ৰিয়াকলাপ্ (স.শ )কাৰ্য্য সমূহ, কাৰ্য্যৰ নিয়ম ধৰণ আদি ।

ক্ৰিয়াপুট } ( বি ) ক্ৰিয়া যুক্ত, ধৰ্ম-
ক্ৰিয়াবান্ } কাৰ্য্য কৰা ।

খ ।

খংসৰা (ক্ৰি. বি ) নিৰ্দ্দোষীক দোষী সাব্যস্ত কৰি দণ্ড কৰা ।

খণ্ডনীয় ( বি ) ছেদ্য, খণ্ডনৰ যোগ্য, নিৰাকৃত ।

খবৰদাৰ্ (স. শ. যা) সাৱধান হবলৈ দিয়া হুকুম ; খবৰদাৰী ( বি ) সাৱধান যুক্ত. কামিলা, কামত গোৰা । [খণ্ড কৰা ।

খৰ্ব্ব-নিখৰ্ব্ব (বি) ধু নাধুনে, কাটি খণ্ড-

খৰাধুন্ ( স. শ. ) অসম্পূৰ্ণ পোহাক, অমিল সাজ পাৰ ।

খৰেখৰা ( বি ) গ্ৰহণী ৰোগী ।

খলিপোহ্ (অ.ধা.) নিপাজিকৈ ঠাই ল ।

খাওঁ খাওঁ মূৰ্ত্তি (স. শ.) খঙুৱা স্বভাৱ, খঙাল মূৰ্ত্তি ।

খাঁটি ( বি ) বিশুদ্ধ, আচল, প্রকৃত; যেনে—খাঁটি সোণ।

খাই এগাৰি যা—অতিপাতকৈ খা।

খাইকহ্ (স. শ.) অতিপাত খঁকুৱা।

খাচ্ ( বি ) আচল, প্ৰকৃত।

খামাখা } (ক্রি. বি.) তৎকালে, হঠাৎ
খামাখাই } দৈবাৎ।

খালৰ্ যখিণী (স. শ.) ভূতুনী, পিশাচী; লেতেৰা তিৰোতা ( নিন্দাৰ্থে )।

খালেদোঙ্গে (ক্রি. বি.) যতে-ততে।

খিচ্‌মিচ্ (স.শ.) এবিধ মিঠা ফল।

খিলিকি } (স.শ.) জলাকটা,
খিলিকি ডুবাৰ্ } বাৰত দিয়া সক ডুবাৰ।

খুটি খা (অ.ধা.) এটা এটাকৈ বুটলি খা, নিজে উপাৰ্জ্জন কৰি খা।

খুন্দাই লাখুটি(স.শ.) টান বান্ধৰ মানুহ, জটিল মানুহ। [সাবধানে।

খুপি-খুপি (ক্রি.বি.) খোপনি ধৰি,

খেও খা ( অ. ধা. ) মিলি যা।

খেৰণিয়ে বননিয়ে ( ক্রি. বি. ) খালে দোঙ্গে, যতে-ততে।

খোচামোদ্ (স.শ.)মনযোগোৱা কাৰ্য্য, তুষ্টিদায়ক বাক্য।

খোপনিপিত্তি(ক্রি.বি.)চেলুবিচাৰি ভৰি দি, খুপি-খুপি। [উৰাদিহ ল।

খোৰ্‌ল (অ.ধা.) খলিপোট; গুপ্তকথাৰ খোলা উলিয়া (স.ধা.) লাওলোৱা কৰ্, নিচেই ডুখীয়া কৰ্।

খোলাচা } (বি.) স্পষ্ট, পৰিস্কাৰ,
খোলোচা } ফুটাই কোৱা, ভাঙ্গি কোৱা, (কথা)।

খৃষ্টিয়ান্ } (স শ.) খৃষ্ট ধৰ্ম্মত প্ৰবৰ্ত্তা
খৃষ্টান্ } লোক।

## গ।

গঙ্গাজল্ (স.শ.) গঙ্গা-নৈৰ পানী, হিন্দু মতে এই জল অতি পবিত্র আৰু পাপ নাশক। [নিচিনা চলন।

গজগতি (স.শ.) গজীৰ গতি, হাতীৰ

গজঘণ্টা (স.শ.)হাতীৰ ডিঙ্গিত পিন্ধাৰ-লগীয়া ঘণ্টা, ডাঙ্গৰ ঘণ্টা।

গজৰাজ্(স.শ.) শ্রেষ্ঠ হাতী, ঐৰাৱত, বৰ্জাহাতী।

গঞ্জনা (স.শ.) লাঞ্ছনা, তিৰস্কাৰ।

গঠন্ (স.শ.) আকাৰ, নিৰ্ম্মাণ, গঢ়া কাৰ্য্য।

গঠিত্ ( বি ) নিৰ্ম্মিত, ৰচিত।

গঢ়গতি ( স. শ ) চলন-ফিৰণ।

গণ্ড ( স. শ. ) হাতীৰ গাল; গঁড়, গণ্ডাৰ।

গণ্ডগোল্(স.শ.) হাই-উৰুমি, কাজিয়া।

গণ্ডমূৰ্খ ( বি ) মহামূৰ্খ ( গণ্ড অৰ্থাৎ গঁড়ৰ নিচিনা মূৰ্খ )।

গণ্ডাৰ্ (স. শ.) গড়, হাতী জাতীয় জন্তু বিশেষ।

গতিলাগ (অ.ধা.) ভাল বা বেয়া হ।

গন্তব্য (বি) যি ঠাইলৈ যোৱা আৱশ্যক বা উচিত, যাবলগীয়া, গম্য।

গন্ধমাদন্ (স.শ.) এটা পৰ্ব্বতৰ নাম; লক্ষ্মণক যেতিয়া ৰাৱণে অস্ত্রেৰে অচেতন কৰে তেতিয়া হনুমান ঔষধ আনিবলৈ এই পৰ্ব্বতলৈ যায় কিন্তু ঔষধ চিনিব নোৱাৰি এই পৰ্ব্বতৰ আগভাগটো উভালি আনে সুষেণে তাৰ পৰা বিশল্যকৰণী লৈ লক্ষ্মণক পুনৰ জীৱন দান কৰে।

গন্ধৰ্ব্ববিদ্যা (স.শ.) গন্ধৰ্ব্ববেদ, গান-বাজনাৰ বিদ্যা।

গন্ধৰ্ব্ব বিবাহ্ (স. শ.) আঠ প্ৰকাৰ বিবাহৰ ভিতৰত উৎসৱ নোহোৱা বিবাহ; স্ত্ৰী-পুৰুষৰ পৰস্পৰ সম্মতিত গুৰুজনে জনা বা নজনাকৈ হোৱা বিবাহ, এই বিবাহ মাত্ৰ ক্ষত্ৰিয় জাতিৰ ভিতৰতহে হয়।

গবেষণা (স.শ.) কোনো বিষয়ৰ তত্ত্ব নিৰূপণৰ অন্বেষণ, সবিশেষ অনুসন্ধান।

গম্‌গম্ কৰে (ক্রি. বি.) শব্দেৰে, গম্‌গম্ শব্দ কৰি, যেনে—সি গম্‌গম্ কৰে আহিছে।

গম্য (বি) যাবলগীয়া, গন্তব্য।

গৰখীয়া মেল্ (স.শ.) যেমেলীয়া কথাৰ মেল। [নোহোৱা।

গৰহাজিৰ্ (বি) অনুপস্থিত, উপস্থিত

গৰ্ভ-যন্ত্ৰণা (স.শ.) গৰ্ভান্তৰীৰ যাতনা, গৰ্ভত থকা সন্তানৰ পৰা হোৱা পীড়া।

গৰ্মি }
গৰ্শি } (স. শ.) এবিধ বেমাৰ।

গলৰ্মণি (স.শ.) মৰমৰ বস্তু, আদৰৰ মানুহ।

গলবস্ত্ৰহ (অ. ধা.) ডিঙিত গামোচা-কাপোৰ লৈ সেৱা কৰ্; বিপদত কাতৰ হৈ সাহায্য বিচাৰ।

গলা (স.শ.) ডিঙি, কণ্ঠ।

গাঁতৰ এন্দুৰ্ (স. শ.) এন্দুৰ গাঁতত থাকে, এতেকে সদাই ভিতৰত থকা মানুহ (উপহাস্)।

গাঁজত লগা (বি) মনত বৰকৈ আঘাত লগা।

গাঁৱী খৰ্ (অ.ধা.) শকত হ, গা ধৰ্।

গা আহ্ (অ. ধা) উল্লাসিত হ, উৎ-সাহিত হ; খাতৰ চেৰে-চেৰে গা দাক, যেনে—বাহীৰ মাত শুনিলে তাৰ গা আহে।

গা-বা }
গা ধুৰি যা } (অ.ধা.) মাহিলী ঋতু হ, ৰক্তস্ৰাৱ হ।

গা-ছো (স.ধা.) কিলা, আঘাত কৰ, প্ৰহাৰ কৰ।

গাভাল্ হ (অ.ধা.) প্ৰসৱ হ।

গা ৰ (অ. ধা) বিপৰত পৰ, যেনে—আমাৰ কালে গা ৰল।

গা খাইজাই কৰ্ (স. ধা.) অথিৰ হ, ইচাটিবিছাটি কৰ।

গা পেলাই দে (স. ধা.) কোনোকামতে কাণ এৰি দে, কাৰ্য্যৰ ভাৰ এৰ।

গাবহ হ (অ.ধা.) গৰ্ভৱতী হ।

গা তোল্ (স.ধা.) উঠ, উদগাই দে।

গা সাৰ্ (অ.ধা.) কোনোমতে টানৰ পৰা উদ্ধাৰ হ।

গা মচুৰাই ফুৰ্ (অ. ধা.) বন নকৰি ধেমালি কৰি ফুৰ, ঘিতিঙালি কৰি ফুৰ।

গা লাগি কৰ্ (স ধা.) মন দি কৰ।

গাই ৰাই চা (স. ধা.) কিছু পৰিমাণে বয় কৰি চা।

গা পাতি ল (স. ধা.) মাজি হ, আনৰ দোষৰ বাবে নিজে দোষী হ, পৰৰ দায়িত্ব ল। [কৰিবলৈ বিভত হ।

গা ফুটফুটা (অ. ধা.) কোনো কাৰ্য্য

গা চেকেৰা (অ ধা) হঠাৎ বেয়া কথা-শুনি আচৰিত হ।

গা জৰ্জ্জৰীয়া হ (অ. ধা.) গা আৰু মনৰ অজান নাইকীয়া হ, লেঠা নোহোৱা হ।

গা জিলিক্ (অ.ধা.) গা ওলা; তিৰোতাৰ গৰ্ভ ভাৰৰ হ।

গা দহ্‌দহীয়া লাগ (স. ধা.) সুস্থ হ, আৰ্থিক অৱস্থা উন্নত হ।

গা বাজ্ (অ.ধা) কোনো দোষৰ কথা আনে গম পা। [ক্ষীণ হ।

গা ভাগ (অ ধা.) প্ৰসৱৰ পূৰ্ব্বে ভাৰ হ,

গাত্ দে (স.ধা.) বদনাম কৰ, কোনো কথা আনৰ ওপৰত আৰোপ কৰ।

গাত্‌লেঠা হ (অ. ধা.) গা ভাৰী হ, গৰ্ভ হ।

গাতে সামৰ্ (স. ধা.) আনলৈ নথৈ নিজেই তেনেই ল, আত্মসাৎ কৰ।

গীতা (স. শ.) পৰমেশ্বৰৰ উপদেশ বিষয়ৰ পুথি, যেনে—শ্ৰীমদ্ভগবদ্গীতা।

গীতি (স. শ.) গান, ছন্দবিশেষ, সঙ্গীত

গুণক্ (স.শ.) পূৰক, যি অঙ্কেৰে পূৰণ কৰা যায়।

গুণবাচক্ (বি. ব্যাক্) গুণ প্ৰকাশক, যি বস্তু বা মানুহৰ গুণ দেখাই।

গুণকীৰ্ত্তন্ (স.শ.) গুণ বৰ্ণোৱা কাৰ্য্য, সদ্গুণৰ বৰ্ণনা।

গুণনীয়ক্ (স. শ.) যি অঙ্কবোৰ আন এটা অঙ্ক ভাগ বা হৰণ কৰিলে ভাগশেষ একো নাথাকে সেই অঙ্ক দ্বিতীয় অঙ্কটোৰ গুণনীয়ক, যেনে—দুই আঠৰ গুণনীয়ক।

গুপ্তকথা (স. শ.) গোপনীয় কথা,

অপ্ৰকাশ্য কথা; মনে-মনে কোৱা কথা।

গুমৰ্ (স. শ.) অহংকাৰ, দম্ভ; কথাৰ ভেদ। [যন্ত্ৰ ল।

গুৰু সন্মুখ হ (অ.ধা.) গুৰুত শৰণ ল,

গুৱাল্ গালি (স.শ.) বেয়া গালি, কাৰো নাম নধৰাকৈ পৰা গালি।

গেলাগপ্ (স. শ.) ভাণ্ডৰ ভেম, ৰৰ লোকালি।

গেলা ভাৱৰীয়া (স. শ) নালিকৈ দিয়া নেৰানেপেৰা বৰযুণ-বতৰ।

গো-চিকিৎসা (স. শ.) গৰু আদিক ঔষধ খুওৱা কাৰ্য্য। [বেজ।

গো-চিকিৎসক (স. শ.) গৰু আদিৰ

গো-দুগ্ধ (স. শ.) গৰুৰ গাখীৰ।

গোজোৱা কথা (স.শ.)অসহনীয় কথা, কুৎসা, নিন্দা।

গোপ-গৃহ (স. শ.) গৰখীয়াৰ ঘৰ।

গোলমাল্ (স. শ) হুলস্থুল, ভোলপাৰ গণ্ডগোল।

গোৱাল্ } (স. শ.) গৰু ৰখোঁতা,
গোৱালা } গৰু চৰাওঁতা, গৰখীয়া; গাখীৰ বেচোঁতা; (স্ত্ৰী) গোৱালনী।

গৃহস্থ চৰণ্ (স.শ.) ইষ্টদেৱতা (ভকতীয়া মাত)।

গ্ৰন্থকাৰ্ (স. শ.) গ্ৰন্থকৰ্ত্তা, পুথি-ৰচনা কৰোঁতা।

## ঘ

ঘঁটিয়া (বি) টেঙৰ, দুষ্ট।

ঘৰ গচক্ (অ.ধা) বিয়াহৰ পাচত কন্যা প্ৰথম দৰাৰ ঘৰলৈ যা।

ঘৰ্ ধৰ্ (অ ধা.) ঘৰ চলা।

ঘৰ্ পাত্ (অ.ধা.)তিৰোতা বিয়া কৰাই দে, গৃহস্থি হ।

ঘৰ্-বুঢ়া (স.শ.) গৃহস্থ, গৰাকী, স্বামী।

ঘৰ্ বেৰা দে (অ.ধা.)ঘৰৰ চাৰিওফালৰ পৰা শত্ৰুৱে বেঢ়িধৰ।

ঘৰ্ ল (অ. ধা.) গিৰিহঁতৰ ঘৰৰ পৰা নোযোৱা হ, পোহমান (বহুত খাটে); ন ঘৰত বাস কৰিবলৈ আৰম্ভ কৰ।

ঘৰৰ্ দৈৱী (স.শ.) গিৰিহঁতনী, গৃহিণী।

ঘৰৰ্ মানুহ (স.শ.) গৃহস্থ, গিৰীয়েক বা ঘৈণীয়েক। [বিশেষ।

ঘণ্ট (স. শ.) মাছ আদিৰ কাঠ আঞ্জা

ঘন-বৰ্গ (স.শ.) সমান তিনিটা অঙ্কৰ গুণ, কোনো ৰাশিক তাৰে দুবাৰ গুণ কৰা কাৰ্য্য, যেনে—৩×৩×৩=২৭।

ঘনমূল্ (স.শ.) ঘন-বৰ্গৰ মূল, কোনো অঙ্কেৰে তিনিবাৰ ধাৰাবাহিক পূৰণ কৰা ৰাশিৰ মূল, যেনে—২৭ৰ ঘনমূল ৩।

ঘৰ্ দে (স.ধা) থাকিবলৈ ঠাই দে।

ঘণ্টাৰ্ণ (স.শ.) এবিধ হালধীয়া ফুল আৰু তাৰ গছ।

ঘাই ঘৰ্ (স.শ.) আচল ঘৰ ।

ঘুচুৰিয়াই থাক (স ধা.) বাৰে বাৰে কৈ থাক্, মনত পেলাই থাক্ ।

ঘুলি ল ( অ.ধা. ) বোকাত লেটি-পেটি হ ( মহত খাটে ) ।

ঘোঁৰাৰ্-চুটি (স. শ.) ঘোঁৰাৰ লৰ মৰা কাৰ্য্য, এতেকে কাৰ্য্যত অতি খৰতা । [কাৰ্য্য ।

ঘোৰ্-দৌড়্ (স. শ.) ঘোঁৰা চেকুৰা

## চ

চকু দে (স.ধা.) সাৱধান ল ।

চকুপৰ্ (স.ধা.) দে খিৰকৈ পা ।

চকুফুৰা } ( স.ধা. ) অলপকৈ চা,
চকুফুৰাই চা } ওপৰে-ওপৰে চা ।

চকুগৰ্ (অ.ধা.) বুজন হ, ডাঙৰ হ ।

চকুপকা (স. ধা.) খঙেৰে চা, খঙাল ভাৱ ধৰ্ । [ প্ৰাণ এৰ ।

চকুমুদ্ ( অ. ধা. ) চকুজপা, শো ; মৰ,

চকুমেলি চা স.ধা. ভালকৈ চা, অনুগ্ৰহ কৰ, কৃপাদৃষ্টি কৰ ।

চকুভাজি চা (স. ধা.) অতি আগ্ৰহেৰে চা, হেঁপাহেৰে চা । [ভাল লাগ ।

চকুত্‌লাগ্ (অ.ধা.) মন খা, দেখিবলৈ

চকুত্‌পৰ্ (অ. ধা.) দৃষ্টিগোচৰ হ, মন আকৰ্ষণ কৰ ।

চকুত্‌লগা ( বি ) দেখনিয়াৰ, ধুনি ।

চকুৰ্‌পচাৰতে ( ক্ৰি. বি. ) ভুৰতে, হঠাতলিকে ।

চক্ৰান্ত (স.শ.) কুমন্ত্ৰণা, আনৰ অনিষ্ট কৰিবলৈ কৰা আলচ ।

চটাই পাখৰী (বি. স্ত্ৰী) চটকীয়া ; ছটা ( নিন্দাৰ্থে ) ।

চত্‌কুৰ্ (অ. ধা.) টোলৰ ছাত্ৰবিলাকে চত মাহত আশীৰ্ব্বাদ দি ধন তুলি ফুৰ । [কালৰ সীমা ।

চতুঃসীমা (স.শ.) চাৰিসীমা, চাৰিও-

চতুষ্পাঠী (স. শ.) চাৰিবেদ পঢ়িবলৈ পঢ়াশালি, আজিকালি সংস্কৃত শাস্ত্ৰৰ পঢ়াশালি মাত্ৰেই চতুষ্পাঠী বা টোল নামে পৰিচিত হয় ।

চৰণ্‌সেৱক্ (বি) পদ সেৱাকাৰী ( ভকতীয়া মাত ) ।

চৰণ্‌সেৱা (স. শ.) পদসেৱা, পদ-পৰিচৰ্য্যা ( ভকতীয়া মাত ) ।

চৰণৰ ছাঁ (স.শ.) আশ্ৰয়, সহায় ।

চৰ্‌কাৰী(বি)ৰাজকীয়, ৰজাৰ সম্পৰ্কীয় ।

চৰ্কহোম্ (স শ.) হোমত দিবলৈ চৰুত কৰা পৰমান্ন । [আজ্ঞা ।

চৰ্চ্চৰী (স শ.) চৰ্চ্চৰীয়া, নিবহকৈ বজা

চৰ্ম্মাৰ্ (স. শ.) কুলী-শ্ৰেণীৰ কুলীৰ কাম চাওঁতা ।

চশ্‌মা স.শ.) দিব-চকু, দৃষ্টিৰ সাহায্য কৰা ঢাকনী, কাচেৰে নিৰ্ম্মিত চকুৰ আৱৰণ ।

চাউল্‌খোৱা (স. শ.) ভোজ, ভাত খুওৱা কাৰ্য্য ।

চাউল্ চুকা (অ.ধা.) আয়ুস টুটি, জীৱনৰ ওৰ পৰ্।

চাউল্ সিজোৱা (স.শ.) অন্ন, ভাত।

চাঞ্চল্য (স.শ.) অস্থিৰতা।

চান্দা (স.শ.) কোনো ৰাজহুৱা কাম কৰিবলৈ মানুহৰ পৰা তোলা টকা।

চান্দ্ৰায়ণ্ (স.শ.) চন্দ্ৰব্ৰত, শুক্লা প্ৰতি-পদৰ পৰা অমাবস্যালৈকে ভোজনৰ বিশেষ নিয়ম ধৰি কৰা ব্ৰত, প্ৰায়শ্চিত্ত বিশেষ।

চাপ্কণ্ (স.শ. যাং) আঁঠুলৈকে পৰা এবিধ দীঘল চোলা। [ পিয়ন।

চাপ্ৰাছি (স. শ.) চাপৰাছ পিন্ধোঁতা,

চাবি (স.শ.) তলা খুকলি কৰিবৰ যন্ত্ৰ।

চামিল্ কৰ্ (স. ধা.) একেলগ কৰ, একেলগে বান্ধি থ।

চাবি চাপৰ্ বাজ্—কোনো সম্পৰ্ক ন-থকা, সীমাৰ বাহিৰ।

চাৰে (বি) আধা।

চাহনী (স.শ.) কটাক্ষ।

চিত্তশুদ্ধি (স. শ.) মনৰ পবিত্ৰতা।

চিৰৰোগী (স.শ) বহুকলীয়া বেমাৰী।

চুক্তি (স. শ) বন্দবস্ত।

চূড়ান্ত (স.শ) চূড়াৰ অন্ত, শেষ সীমা, সিদ্ধান্ত, শেষ নিষ্পত্তি।

চুৰনোৱৰা হ (অ.ধা) চুৰা হ, অশুচি হ, বৰবলা হ। [খোৱা খোৰা।

চুৰই (স শ.) সাদা ধপাত বেৰাই

স্ফূৰ্তি (স. শ.) তত্ত্ব, ধৈৰ্য্য।

চুলা (স.শ.) কাপোৰৰ ভাগ; চৌকা।

## ছ

ছত্ৰধৰ্ (স.শ.) ছাতি ধৰোঁতা; বিপদৰ পৰা ৰক্ষা কৰোঁতা।

ছন্ন (বি) আবৃত, ঢকা; ধ্বংস।]

ছবি (স.শ.) চিত্ৰ, পট; পতৰ এবিধ ছন্দ।

ছাগলী (স. শ.) এবিধ চাৰিঠেঙীয়া জন্তু; নিগাজ বা চুলুং মানুহ (নিন্দাৰ্থত)।

ছেহনী (স শ.) খোঁৱাৰ মাত।

## জ, ঝ

জগত্কৰ্ত্তা (স. শ.) বিশ্বপতি, সৃষ্টি কৰোঁতা, পৰমেশ্বৰ।

জগদীশ }
জগদীশ্বৰ } (স.শ.) ঈশ্বৰ, পৰমেশ্বৰ।

জগদ্গুৰু (স.শ.) পৰমেশ্বৰ, জগতৰ গুৰু:

জগবন্ধু (বি) জগতৰ হিতকাৰী।

জঞ্জলীয়া (বি) আপদীয়া, উৎপতীয়া, কষ্টকৰ।

জঠৰাগ্নি }
জঠৰানল্ } (স. শ.) পেটৰ ভিতৰৰ জুই, পেটৰ ভিতৰত যি ৰসৰ গুণত খোৱা বস্তু জীৰ্ণ হয় তাক অগ্নি বোলা যায়, পেটত থকা ৰস স্বৰূপ অগ্নি।

জনাজাত্ (বি) সকলোৱে জনা।

জনাইনজনাই (ক্রি.বি.) ভালকৈ নজনাকৈ, অলপ জানি।

জমা-খৰচ্ (স.শ.) উৎপন্ন আৰু ভগন, আয় আৰু ব্যয়ৰ হিচাব।

জমি (স. শ. যাং.) মাটি, ভূমি।

জমিদাৰ্ }
জমীদাৰ্ } (স. শ. যাং) বহুত মাটিৰ গিৰিহঁত, মাটিৰ গৰাকী।

জয়্জয়্ ময়্ময়্ (স.শ.) বেউফালে জয়ময়, সৰ্ব্বত্র মঙ্গল। [বাদ্য।

জয়ঢোল্ (স.শ.) ডাঙৰ ঢোল, এবিধ

জয়পতাকা (স.শ.) জয়চিনৰ পতাকা, যুদ্ধত জয় হোৱাৰ পাচত যি পতাকা তোলা হয়, জয় হোৱাৰ চিন।

জলপথ্ (স.শ.) পানী যোৱা বাট, নৈ-সাগৰ আদিৰ ওপৰে যোৱা বাট।

জল্ফাই (স. শ.) এইনামে এবিধ গছ আৰু তাৰ ফল।

জলযন্ত্র (স.শ.) পানীতোলা কল, পানী ধাৰেৰে যোৱা যতন।

জল্জল্ পটুপটু (বি) ফটফটীয়া, জনাজাত।

জাকত্ জিলিকা (বি) শুৱনি, দেখনিয়াৰ।

জাকি (স. শ.) কাপোৰ বওঁতে সূতা দাঙিবলৈ আৰু পেলাবলৈ দিয়া যতন।

জাত এৰ্ (অ.ধা.) নিজ-কুল পৰিত্যাগ কৰ; চেঁকেৰা হ, যেনে—কঁঠাল জোপাই জাত এৰিলে।

জাতিচন্দন্ (স.শ) বগা চন্দন, এবিধ সুগন্ধি বগা কাঠ।

জাল্পাত্ (অ.ধা.) ফান্দপাত, ফিকিৰ কৰ্।

জীৱতত্ত্ব (স.শ.) যি শাস্ত্র পঢ়িলে প্রাণী বিলাকৰ জাতি স্বভাৱ ক্রিয়া আদি জনা যায়, প্রাণীবিদ্যা।

জুইপানী অসঙ্কাৰ্ (স.শ.) জুই আৰু পানী সাধাৰণ বস্তুকো যাক খোজা নাযায় এনেকে পৰম শত্রু।

জুগুপ্সা (স.শ.) ঘৃণা, কুৎসা, নিন্দা।

জুপুৰীঘৰ্ (স. শ.) চাপৰ সৰু ঘৰ।

জোখালাগ্ (অ.ধা.) পৰিমাণ অনুসাৰে হ; বেমেজলীয়া হ, অসুবিধা হ।

জোনাব্ (স. শ. যাং) মছলমানৰ সম্ৰমেৰে মতামাত।

জোবা দে (স. ধা.) দুটাক একেলগ কৰ; মতাক মাইকীৰ লগত বা মাইকীক মতাৰ লগত কথা বা নামেৰে বান্ধ (নিন্দাৰ্থে)।

জোৰাদি ক (স. ধা.) বঢ়াই ক, সঁচা কথাৰ লগত এডোখৰ মিছাও ক।

জোল্ওলা (অ.ধা.) ৰসওলা, ঘামওলা, হেঁচাটেপাত কষ্ট পা।

জোন্না (স.শ.) চন্দ্ৰৰ পোহৰ, দীপ্তি।

জ্যামিতি (স.শ.) মাটিৰ পৰিমাণ বিষয়ৰ শাস্ত্র, ক্ষেত্রতত্ত্ব।

## ট

টঙা (অ.ধা.) বেযাবৰ পৰা উঠি গা দাম।

ট-টকৰে (ক্রি. বি.) ফট্‌ফটীয়াকৈ, স্পষ্টৰূপে।

টপাটপ্ (ক্রি.বি) বেগাই, খৰকৈ,যেনে —সি সন্দেশবিলাক লুকাই থৈ এতিয়া টপাটপ্ গিলিছে।

টহল্ (স. শ. ধাং) লাহে-লাহে ফুৰা কাৰ্য্য; ভিক্ষাৰ নিমিত্তে গান কৰি ফুৰা।

টহল্ (অ.ধা.) ইকালে সিকালে ফুৰ্।

টাউৰি (স.শ.) মিছা ভাবি, ভাবুৰি, বৰ কথা।

টাকশাল্(স.শ.)টকা তৈয়াৰ কৰা ঘৰ।

টিকৃচিবিকৃচি (ক্রি.বি)খলন্ত একোনাই হৈ, খলন্ত অস্থিৰ হৈ।

টিকা স. শ.) ওখমাটি, চাপৰি।

টিকাফটা (বি) ওখমাটি ফাটিযোৱা, অৰ্থাৎ বৰ টান (বৰত থাটে)।

টিলা(স.শ.)সৰু পৰ্ব্বত; চাপৰ পৰ্ব্বত।

টুটুৱা (অ.ধা) লোভ দেখুৱা, কুচুপা।

টুপাই বুৰ্ মাৰ্ (স.ধা.) আসৈ মাত, অস্বীকাৰ কৰ।

টেকেলি দে (স. ধা.) ভোৰোণ দে, বিয়াৰ আৰম্ভৰ দিনা দৰাই কন্যালৈ অলঙ্কাৰ আদি পঠা।

টোটক্ নাটকৈ (ক্রি. বি.) কিৰ্পিণ ভাবে, কটকিনকৈ। [শব।

টোপাকাৰ.(স.শ.) মুৰটো শকত কাৰ,

টোপাথহ(স.শ.)উঠথহ,টোপোৱা থহ

টোল্ (স.শ) সংস্কৃত পঢ়াশালি, সংস্কৃত বিদ্যালয়।

## ঠ

ঠাট্টা (স.শ.) ৰঙেৰে কৰা নিন্দা।

ঠেকছিগা (বি) ঠাবি নোহোৱা, উপায় হীন, অতি দৰিদ্ৰ, নিঠক।

## ড

ডাবিকী (স.শ.) গছৰ গুটি আদি পৰা দীঘল মাৰি।

## ঢ

ঢকাকোৰা (অ. ধা) অস্থিৰ হৈ ফুৰ্, লৰিধাপৰি ফুৰ্।

ঢলপুৱা (স. শ.) নিচেই পুৱা সময়, ভোকানোকা সময়।

ঢেকীপোৱা (স. শ.) ঢেকীত লগাই দিয়া কাঠৰ সঁজুলি।

## ত

তক্তা (স. শ.) বহল আৰু দীঘলকৈ ফলা কাঠ।

তক্ৰ (স. শ.) দৈ গাখীৰৰ চতুৰ্থাংশ পানী দি কৰা ঘোল।

তত্তুল্য (স. শ.) তাৰ নিচিনা।

তত্ত্বাবধান্ (স. শ.) যি কাম যেনেকৈ হবলাগে তদ্ৰূপ হৈছেনে নাই হোৱা তাক মনোযোগেৰে পৰিদৰ্শন।

তৎক্ষণে } (ক্রি বি) ঠিক সেই সময়ত,
তদণ্ডে } সেই মুহূৰ্ত্তত।

তথাস্তু (অব্য) তেনেকৈ হওক, সেই প্ৰকাৰেই সিদ্ধি হওক।

তন্ন-তন্ন কৰি ( ক্রি. ৰ. ) বিশেষকৈ অনুসন্ধান কৰি, সূক্ষ্ম বিচাৰ কৰি।

তন্ময় ( বি ) তাৰ নিচিনা, তৎস্বরূপ।

তম্বি ( স. শ. ) শাসন।

তৰচেংেলি(স.শ.)বাম পানীৰ চেংেলী মাছ, ছটফটীয়া মানুহ।

তৰঙা (স. ধা.) মেলি থ।

তর্জ্জমা(স.শ.)অনুবাদ, ভাষান্তৰ কৰণ।

তলহাত্ (বি) হাত তলপৰা,পৰাধীন।

তলৰ মাটি ওপৰ্ কৰ—ৰবৰকৈ ধুম-ধাম কৰ, ফিটাহি মাৰি তুপ-তুপাই ফুৰ.। [অবজ্ঞা।

তাচ্ছল্য ( স. শ. ) অবহেলা, অশ্রদ্ধা,

তাপমান্-যন্ত্র (স. শ.) তাপৰ পৰিমাণ বুজা যন্ত্ৰ।

তাবৎ (ক্রি.বি.) সমুদায়, তৎপৰিমাণ।

তালবেতাল্ ( স. শ. ) এই নামৰ দুটা যক্ষ ; বিক্রমাদিত্য ৰজাৰ অনুচৰ, [ এই দুটা যক্ষৰ পৰা ৰাজ্যৰ সকলো সম্বাদ পাইছিল ]।

তালবাল্ (স.শ.) কঁপনি, অস্থিৰতা।

তিনি প্ৰধূলি (স শ.) সন্ধ্যাসময়, বেলি-পৰা সময়।

তিনি টলকতে (ক্রি. বি.) থন্তেকতে, চকুৰ পচাৰতে, তত্তালিকে।

তিনি টেংেলজনি ( স. শ. ) কৰ্ণাল, এঠাইত পিছল খাই আন ঠাইত পৰণ।

তিলতৰ্দ্ধ (বি) জোখত সমান হৈ থকা, এটা তিলৰ সমানো হেৰ-ফেৰ নোহোৱা।

তুঙ্গ ( বি ) অতি ওখ, শ্রেষ্ঠ, উগ্ৰ।

তুঙ্গী (বি) জ্যোতিষ মতে সোৰৰীত উচ্চ ঠাইত থকা গ্রহ; বিশেষ ৰাশিত কোনো কোনো গ্রহ থাকিলে তাৰ নাম তুঙ্গী, যেনে—মেৰ ৰাশিত ৰবি, বৃষত চন্দ্ৰ, মকৰত মঙ্গল,কন্যাত বুধ, কৰ্কটত বৃহস্পতি, মীনত শুক্ৰ, তুলাত শনি থাকিলে তুঙ্গ যোগ হয় অর্থাৎ বলবান।

তেজক্ পানীকৰ্ (অ.ধা.) বেজায় কা-কৰ কঠোৰ পৰিশ্ৰম কৰ।

তেজী (বি ) তেজাল, তেজযুক্ত, বলী, সাহিয়াল। [সাহসী, বলী।

তেজীয়ান্ (বি) অতি তেজী, দীপ্তিময়,

তেলী } (স. শ.) তেলৰ ব্যৱসায় তেলীয়া } কৰোঁতা, বর্ণশংকৰ জাতি-বিশেষ।

তেলেধৰ. (অ.ধা.)স্ফূর্ত্তি হ,উল্লাসিত হ।

ত্রিকটু (স. শ.) আদা, পিপলি আৰ জালুক এই তিনিটা বস্তুৰ নাম।

থ।

থ-থ কৰে (ক্রি. বি.) ৰৰকৈ, লহ-পহ কৰে।

থৰ্‌হ } (অ. ধা) অধৈর্য্য হ।
থৰ্‌মৰ্‌খা }

খিৰ কণা (বি) সজাগৰ, সতৰ্ক।

থেকেচি পেলা (স.ধা.) থেঁতালি পেল, গালি সপনী পাৰ।

দ।

দণ্ডশাস্ত্ৰ (স.শ.) দণ্ডবিধি, শাস্তি বিধান কৰা আইন।

দমদমা (স.ধা.) থং কৰ, ডাবি দে।

দয়াময় (বি) করুণাময়, দয়ালু।

দৰ্ভ (স শ.) কুশ।

দল্ (স. শ.) সমূহ, জাক।

দলাদলি (বি) বিৰোধী, বিবাদী, অমিল।

দশকৰ্ম্ম (স. শ) গৰ্ভাধানাদি দহবিধ সংস্কাৰৰ কাম, যেনে—গৰ্ভাধান, পুংসবন, সীমন্তোন্নয়ন, জাতকৰ্ম, নামকৰণ, নিষ্ক্ৰামণ, অন্নপ্ৰাশন, চূড়াকৰণ, উপনয়ন আৰু বিবাহ ব্ৰাহ্মণৰ কৰ্ত্তব্য এই দহবিধ কাম।

দশধা (অব্য) দহপ্ৰকাৰ, দহবাৰ।

দশ পিণ্ড (স. শ) প্ৰেত-পিণ্ড।

দশহৰা (স. শ.) জেঠ মাহৰ শুক্লা দশমী তিথিত গঙ্গাদেৱীৰ পৃথিবীলৈ অহা দিন, [এই দিনত গঙ্গাস্নান ক'ৰলে দহবিধ পাপৰ পৰা মুক্ত হোৱা যায় এতেকে ইয়াৰ নাম দশহৰা]।

দস্তা (স. শ. হিং) টিনৰ নিচিনা এবিধ ধাতু, বাং।

দহটকীয়া (বি) দহটকা মূল্যৰ; ধনী, গপগপীয়া।

দাগ (স. শ) চিন, চেকা।

দাগী (বি) চিহ্নিত, দোষী।

দায়ভাগ্ (স শ.) মৃত পিত্ৰাদিৰ ধন বিভাগ বিষয়ৰ ব্যৱস্থা শাস্ত্ৰ।

দাৰিদ্ৰ (স শ) নিৰ্ধনতা, দৈন্য।

দালান (স শ.) ইটাৰে তৈয়াৰ কৰা ঘৰ।

দিন্ ঢকম্ (অ ধা) শুভ দিনৰ শেষ হ, যেনে—শিৱসিংহ ৰজাৰ দিন ঢকিলি। [অৱস্থা।

দিন মন্দ (স শ) অশুভ অৱস্থা, বেয়া

দিনমান্ (স. শ) দিনৰ পৰিমাণ, সৰ্ব্ব-সাধাৰণ দিনৰাতিৰ ৬০ দণ্ড বা ১২ ঘণ্টা থাকে।

দিন হ (অ. ধা) দিন আৰম্ভ হ, ভাল দিন উদয় হ, অনেক দিন হ।

দিহালাগ্ (অ ধা) কোনো কামৰ সুবিধা হ, অসুবিধাত পৰ (বিপ-ৰীত অৰ্থত)।

দিহিঙে-দিপাঙে (ক্ৰি. বি) দিহাং আৰু দিবাং এই দুইখন নৈ সৰীয়াৰ ওপৰে অনন্যসৃষ্ট ঠাইত আছে এতেকে যত্তে-তত্তে, সকলোপিনে ঠাইত।

দীঘল্ ঠেঙীয়া (স. শ) বৰষুণ।

দীঘল্ পকুৱা (স. শ.) সৰ্প, সাপ।

দীৱাপলাই (স. শ.) জুইশলা।

দীক্ষক } (স.শ.) উপদেষ্টা,মন্ত্রদাতা।
দীক্ষাগুরু }

দুটি ভবিত্ ধর্.—কাকুতি কৰ ,মিনতি কৰ্।

দুচলীয়া (বি) ' দোভাচলীয়া" চোৱাঁ।

দুৰাশা (স. শ.) সিদ্ধিৰ আশা নথকাত কৰা আশা, মিছা আশা।

দুৰ্ব্বৃত্ত ( বি ) দুশ্চৰিত্ৰ, অশিষ্ট।

দুৰাণী (স. শ.) আদমহীয়া, দুই অনা জোৎৰ সোণ বা ৰূপৰ মোহৰ।

দুষ্প্ৰবৃত্তি (স. শ.) অসৎ কাৰ্য্যত ইচ্ছা।

দেও উঠ্ (অ. ধা.) উপদেৱতা লভ্, জ্ৰক উঠ, বৰ খং উঠ।

দেখা কথা (স. শ.) দেখি অহা কথা, জনাজাত কথা, হক কথা।

দেন্ } (স. শ.) ধাৰ, যেনে—দেনা
দেনা } পৰিশোধ কৰা, দেনা পাওনা।

দেশ্ ভগন্ (স. শ.) বিভ্ৰাট, বিপ্লৱ।

দেশৰ্ মানে—(ক্ৰি.বি) দেশৰ সমানে, অনেক পৰিমাণে, বহুতকৈ।

দেহে কেহে (ক্ৰি. বি.) দেহে-কায়ে, গা-লাগি,কায়মনোবাক্যে, অন্তৰেৰে সৈতে।

দোক্‌মোকালি (স. শ.) নিচেই বাতি-পুৱা, চলপুৱা, দোকানোকা।

দোপাত্ (বি) অতিপাত, অতিশয়, যেনে—সি দোপাত কানীয়া।

দোবাত্ } (স. শ.) মৈলাম, মহীৰ
দোয়াত } পাত্ৰ, মহী-চুঙা।

দোভাষী ( স. শ. ) দুটা ভাষাত কথা কওঁতা। [সহিত।

দোষকৰ্ ( বি ) দোষযুক্ত, নিন্দিত,

দোষাবহ্ (বি) দোষ কৰ, দূষ্য।

দৌলত্ আকাৰ্ (বি) "দোলায়মান্" চোৱাঁ।

দ্ৰষ্টব্য ( বি ) দেখিবৰ যোগ্য, দৰ্শনীয়।

দ্ৰুপদ্ (স. শ.) চন্দ্ৰবংশী ৰজা, পাণ্ডৱ পত্নী দ্ৰৌপদীৰ বাপেক।

ধ।

ধৰ্ম্মতঃ (ক্ৰি.বি.) ধৰ্ম্ম অনুসাৰে, ন্যায়-মতে।

ধৰ্ম্মনিষ্ঠ (বি) ধৰ্ম্মিষ্ঠ,ধৰ্ম্মত যাৰ আন্তৰিক ভক্তি আছে, পুণ্যবান।

ধৰ্ম্মপত্নী স. শ.) সহধৰ্ম্মিনী বিবাহিতা প্ৰথম বিবোতা।

ধৰাতল্ ( স. শ.) পৃথিৱী, ভূতল।

ধাৰণা (স. শ.) মনৰ স্থিৰতা, নিশ্চয়, বিশ্বাস, কোনো বিষয়ে মনত স্মৰণ ৰখা।

ধুনছিটিকা—ৰবকৈ ধুন ওলোৱা, ধুন উকৰি পৰা ( উপহাস )।

ধুন্ধাৰ্ (স. শ.) মহাসমাৰোহ, তাণ্ডৱ আড়ম্বৰ।

ধৃষ্টদ্যুম্ন (স. শ.) দ্ৰুপদ ৰজাৰ পুত্ৰ

ধৈর্য্যশীল্ (বি) ধীৰ, শান্ত।

ধোদৰ্ পচলা (স.শ.) কামত অমনোযোগী মাহুহ, লৰপা, অবালচন্দ বা এলে হুৱা মাহুহ।

ধ্যানগম্য ( বি ) ধ্যানেৰে পাব পাৰি বা জানিব পাৰি।

ধ্যেয় ( বি ) চিন্তনীয়, স্মৰণীয়।

ধ্বংসনীয় (বি) নাশৰ যোগ্য, নষ্ট কৰিবৰ উপযুক্ত।

ধ্রুবলোক্ (স. শ.) স্বৰ্গ, ধ্রুবৰ নিমিত্তে স্বৰ্গত দিয়া স্থান।

ন।

নগদ্ (স. শ.) ততালিকে টকা দিয়া কাৰ্য্য, উপস্থিত মূল্য দি কৰা খৰিদ।

নগণ্য (বি) লেখৰ অনুপযুক্ত, তুচ্ছ।

ন দি ক (স. ধা.) ভড়াই ক, ভাঠি ক, ঘূৰাই ক।

নৱদ্বাৰ্ (স. শ.) দেহৰ ৯ খন দুৱাৰ, যেনে—দুই কাণ, দুই চকু, দুই নাক, মুখ, মলদ্বাৰ আৰু মূত্ৰদ্বাৰ।

নৱযৌবন্ (স. শ.) ডেকা অৱস্থা।

নৰবাহন্ (স. শ.) ধনাধ্যক্ষ কুবেৰ।

নৰ্দ্দমা (স. শ.) পানী যোৱা পথ।

নলেগলে লগা (বি.) ভিৰিয়ে-ভিৰিয়ে লগা; পৰম প্ৰিয়তম।

নাকচ্ ( বি ধাং ) ৰহিত, অসমৰ্থ।

নাক্ কটা }
নাক্ কাণ্ কটা } (বি) নিলাজ, অপমানিত।

নানাপ্ৰকাৰ্ (বি) অনেক ৰকম নানা বিধ।

নাম্জাদা ( বি ধাং) বিখ্যাত, প্ৰসিদ্ধ।

নামচুৰ্—"নাকচ্" চোৱা।

নাম্ ল (অ. ধা.) নাম লা; বুজ্যা হ।

নামাবলি (স.শ.) দেৱতাৰ নাম লিখা চাদৰ, নাম শ্ৰেণী।

নাচ্‌পতি (স.শ.) এবিধ গছ আৰু তাৰ মিঠা ফল।

নিকুঞ্জ (স.শ) এবিধ কুঞ্জলতা, কুঞ্জলতাৰে নিৰ্ম্মিত স্থান।

নিঠকৰা (বি) নিৰুপায় অৱস্থাৰ,দৰিদ্ৰ।

নিত্যনৈমিত্তিক্ ( বি ) দৈনিক আৰু নিমিত্ত কাৰণে কৰ্ত্তব্য।

নিন্দুক্ ( বি ) আনৰ দোষ অনুসন্ধান কৰা, দোষ উলিওৱা, নিন্দাকৰি ফুৰা; (স.শ.) নিন্দাকৰি ফুৰোঁতা, দোষ অনুসন্ধান কৰোঁতা।

নিবেদক্ (স. শ.) নিবেদন কৰোঁতা, সম্ৰমেৰে জ্ঞাপন বা সমৰ্পণ কৰোঁতা।

নিবেশন্ (স. শ.) প্ৰবেশ, উপবেশন।

নিৰীহ ( বি ) নিস্পৃহ, স্পৃহা শূন্য, আকাঙ্ক্ষা নথকা, যেনে—ভেঁও নিৰীহ ভদ্ৰলোক। [এবিধ বন।

নিলাক্লাবন্ (স.শ.) ফুলে জয় পৰিবোৱা

নিষ্কলঙ্ক (বি) নির্ম্মল, কলঙ্ক শূন্য।
নিসহায়, (বি) অসহায়, অকল, সহায় হীন। [নকৰা।
নিস্পন্দ (বি) স্পন্দনহীন, লৰচৰ
নীতিবিৰুদ্ধ (বি) নিয়মৰ বিৰোধী, নীতি শাস্ত্রৰ বিপৰীত।
নীলাচল্ (স. শ.) নীলগিৰি পৰ্ব্বতৰ শেষ সীমাত থকা বাবে জগন্নাথ-ক্ষেত্ৰৰ অন্য নাম নীলাচল; কামাখ্যা পৰ্ব্বত।
নোৱৰা হোৱা (অ.ধা.) অশুচি হোৱা, ঋতু হোৱা। [ঠিক বাট।
ন্যায়পথ্ (স. শ.) উচিত মাৰ্গ, ধৰ্ম্মপথ,
ন্যায়পৰায়ণ্ (বি) ন্যায়ত অনুৰক্ত, ন্যায় নিষ্ঠ।
ন্যায্য (বি) যথাৰ্থ, উচিত, যোগ্য।
ন্যায়সঙ্গত (বি) ন্যায্য, উচিত, যথাৰ্থ। [দেহ।
ন্যুব্জ (বি) কুঁজা, বেকা, যেনে—ন্যুব্জ

## প।

পঁয়ালগা (স.শ.) পিয়াহৰ দোষত লৰা-ছোৱালী-বীণাই যোৱা ৰোগ।
পছন্দ (স. শ.) বাছনি, মনোনীত কৰা কাৰ্য্য।
পঞ্চতত্ত্ব (স. শ) পৃথিৱী, জল, তেজ, বায়ু আৰু আকাশ—এই পঞ্চভূত (দৰ্শন শাস্ত্র মতে)।
পঞ্চদেৱতা (স. শ.) সূৰ্য্য, গণেশ, দুৰ্গা শিব আৰু বিষ্ণু, এই পঞ্চ দেৱ।
পঞ্চপল্লব্ (স. শ.) আম, কাঁহত, বট, জৰী আৰু থহতা ডিমৰুৰ সৰু ঠাল।
পঞ্চপ্ৰাণ্ (স.শ.) প্ৰাণ, অপান, সমান, উদান আৰু ব্যান শৰীৰত থকা এই পঞ্চ বায়ু।
পঞ্চলৱণ্ (স.শ.) কৰ্কচ, সৈন্ধৱ, সামুদ্ৰ, বিট, সৌবৰ্চ্চল -এই পাঁচবিধ লৱণ।
পঞ্চবক্ত্ৰ (স. শ.) শিব, ৰুদ্ৰাক্ষ।
পঞ্চেন্দ্ৰিয় (স শ.) চকু, কাণ, নাক, জিভা আৰু ছাল এই পাঁচ জ্ঞানেন্দ্ৰিয়; বাক, পাণি, পাদ, মলদ্বাৰ আৰু মূত্ৰদ্বাৰ এই পাঁচ কৰ্ম্মেন্দ্ৰিয়।
পঞ্চোপচাৰ (স. শ.) গন্ধ, পুষ্প, ধূপ, দীপ আৰু নৈবেদ্য এই পাঁচ উপচাৰ।
পঞ্জা (স.শ.) অঙ্গুলিৰে সৈতে খামোচা মাৰি ধৰা কাৰ্য্য, নখ পুতি ধৰা কাৰ্য্য। [বস্ত্ৰ পৰা শব্দ
পটং (স. শ.) অস্ত্ৰ; পানীত কোনো
পটাপিহাঁ কৰ্ (স.ধা.) পটাত পিহাঁৰ দৰে মিহি কৰ, খৰছি ভাঙি গুড়ি কৰ।
পটুৱাছিৱা দে (স.ধা.)কল-পটুৱা ছিৱাৰ দৰে ছিৱাছিৱ কৰ।

পথাৰ হ্বৰ্ (অ.ধা.) পথাৰত ভুৰি সদম কৰ (জন্তু)।

পৰ্পালী (স. শ.) টান নবিলাত পাল-পাতি পৰ দিয়া কাৰ্য্য।

পৰিচালক্ (স. শ.) বাট দেখাওঁতা, চলাওঁতা, সাৰথি।

পৰিষ্কাৰ-পৰিচ্ছন্ন (বি) চাফ-চিকণ।

পৰিবেদনা (স. শ.) মনৰ দুখ; পৰিতাপ।

পৰিব্ৰাজক্ (স.শ.) দেশ ভ্ৰমণ কৰোঁতা।

পৰ্য্যটন্ (স. শ.) ইফালে সিফালে ভ্ৰমণ, পৰিভ্ৰমণ।

পহৰী } (স. শ.) পৰীয়া,
পহৰীয়া } চকিদাৰ।

পহিলা (বি) আদিৰ, আগৰ, প্ৰথমৰ, (ক্রি. বি.) আগেয়ে (স. শ.) মাহৰ আদি বা প্ৰথম দিন

পক্ষিণী (স. শ.) বৰ্ত্তমান সময় অহা-দিন আৰু ৰাতিক পক্ষিণী বোলে।

পাউৰুটী (স. শ. বাং) এবিধ আহাৰীয় দ্ৰব্য।

পাংপাত্ (অ.ধা) ষড়যন্ত্ৰ কৰ, কষ্টত পেলাবলৈ বুদ্ধি সাজ।

পাকস্থলী (স.শ.) পেটত থকা পৰিপাক যন্ত্ৰ।

পাণ্ডা (স. শ.) তীৰ্থস্থানৰ দেৱতাৰ পূজাৰী, তীৰ্থযাত্ৰী সংগ্ৰহ কৰোঁতা।

পাতি (স. শ.) বতৰ যুবোৱা পঁজুলি; কোৰ আদি শালোতে থবা শাল।

পানীকাটু (অ.ধা.) মন্ত্ৰ পঢ়ি পানী জাৰ।

পানীকৰ্ (স.ধা.) নষ্ট কৰ; বুজিবলৈ সুহলা কৰ; ঢিলা কৰ্।

পানী ল (অ.ধা.) শৌচ বা ক্ষুদ্ৰ শৌচ কৰি মাটি পানীৰে ধো।

পানী হ (অ.ধা.) নষ্ট হ; গলি যা।

পানী উঠ্ (অ.ধা.) পানীবাঢ়; নষ্ট হ।

পানীত্ পৰ্ (অ.ধা.) অথলে যা, হানি হ।

পানীৰ্ উটেৱা (স.শ.) সাজি কোৱা মিছা কথা, আকাশত চাং পতা কাৰ্য্য।

পাৰা } (স. শ.) হেঙুলৰ পৰা
পাৰদ্ } প্ৰস্তুত এবিধ ৰস ধাতু।

পাল্ খা (অ.ধা.) জাকত সম্ভোগ কৰ (জন্তু)।

পাপৰ (বি) পাপ সম্বন্ধীয়, পাপৰ নিচিনা নীচ; পাপৰী (স্ত্ৰী)।

পিয়াঁপি দে (অ.ধা.) চাৰিও ফালে ব্যাপীপৰ, অনেক মানুহৰ প্ৰত্যেকে বেলেগ বেলেগ ফালে গতি কৰ।

পেটুদে (স. ধা.) পেটৰ কথা ক, মনৰ গুপ্ত আশয় জানিবলৈ দে।

পেটু ৰ (অ.ধা.) ডেদ হ, পেট চলি যা, অধিককৈ শৌচ কৰ।

পেটুমাৰ্ (অ.ধা.) অনাহাৰত পেট শুকা; দোহাত কষ্ট কৰ।

পেট্ পা (অ.ধা.) মনৰ গুপ্ত ভাব বা আশয় জান।

পেট্ ল (অ.ধা.) ছল কৰি মনৰ গুপ্ত কথা জান, সন্ধেদ ল।

পেট্‌ভাটো (স শ.) মুখে কথা নকৈ পেটত কথালৈ থাকোঁতা।

পেটে ভাতে থা (অ.ধা.) কষ্টেৰে জীৱন ধাৰণ কৰ, নিজৰ পোহপাল কথমপি কৰ, কোনোমতে নৰ্ম চাটৈ খাই থাক। [ছোৱালী)।

পেট্‌মোচা (বি) শেহৰ ছুমলীয়া,(লৰা-

পেট্‌পেলাই থাক্ (অ.ধা:) খাবলৈ দিব বুলি আশা কৰি থাক, খাবলৈ নাপাই ভুই থাক।

পেটতে হাত্‌ভৰি লুকা—আচৰিত হ, স্তম্ভিত হ; কথাগুনি বেজাৰ পা।

পোছাক্ (স.শ.) পিন্ধা কাপোৰ আদি, বসন ভূষণাদি; পোছাকী (বি) পোছাকৰ যোগ্য।

পোতা মোচৰা (স. ধা.) উগ্ৰশাস্তি কৰা, ডিজি মোচৰা দিয়া।

প্ৰজাতন্ত্ৰ (স. শ) প্ৰজাৰ প্ৰতিনিধিৰ মতে কৰা শাসন প্ৰণালী, ৰাজ কাৰ্য্য নিৰ্ব্বাহৰ পদ্ধতি।

প্ৰত্যৰি (স. শ.) শত্ৰু; নিজৰ জন্ম নক্ষত্ৰৰ পৰা লেখ কৰি পঞ্চম, চতুৰ্দশ, ত্ৰয়োবিংশ তাৰা প্ৰত্যৰি হয় (জ্যোতিষ মতে)।

প্ৰদৰ্ (স. শ.) তিৰোতাৰ এবিধ ৰোগ, বেচিকৈ গা-ধোৱা ৰোগ।

প্ৰবেশিকা (বি. স্ত্ৰী.) প্ৰবেশ কৰা, যাৰ দ্বাৰা ভিতৰলৈ যোৱা যায়।

প্ৰমোচন্ (স. শ.) তাৰণ, উদ্ধাৰ বা ৰক্ষা কৰা কাৰ্য্য; মুক্ত কৰণ।

প্ৰয়াণ্ (স. শ.) প্ৰস্থান, যোৱা কাৰ্য্য; মৃত্যু, মৰণ। [শান্তি।

প্ৰশমন্ (স.শ.) নিবাৰণ, নিবৃত্তি কৰণ,

প্ৰসূতি (স. শ. স্ত্ৰী) প্ৰসব কৰোঁতা; মাতৃ। [স্বাভাবিক।

প্ৰাকৃতিক্ (বি) প্ৰকৃতি সম্বন্ধীয়;

প্ৰাগ্জ্যোতিষ্ (স. শ.) কামৰূপ দেশ।

প্ৰাণ্‌ধাৰণ্ (স. শ.) জীবিকা নিৰ্ব্বাহ, জীৱনৰ উপায় কৰা কাৰ্য্য।

প্ৰাণাধিক্ (বি) জীৱনাধিক, জীৱনতকৈও প্ৰিয়, (স্ত্ৰী) প্ৰাণাধিকা।

প্ৰাদুৰ্ভাব্ (স. শ.) আবিৰ্ভাব, প্ৰভাব, প্ৰবলতা; শক্তি।

প্ৰেতলোক্ (স. শ.) যমপুৰি, মৃত্যুৰ পাচত জীৱবিলাক যি ঠাইত থাকে।

প্ৰোক্ষণ্ (স. শ.) যজ্ঞাদিত পশু-বধ; পানীৰে কৰা শুদ্ধি কাৰ্য্য।

ফ।

ফটা কঁথা (স. শ.) ফটা কাপোৰ জাপি সিয়া নিহালি, তাৰ্কালি শোওঁতে

পাতলোৱা ফটা কাপোৰৰ প্ৰস্তুত জাঠ কাপোৰ।

ফৰ্মা } (স. শ.) গঠন, আকৃতি,
কৰ্ম্মা } আকাৰ।

ফলশ্ৰুতি (স. শ.) ফলপোৱাৰ আগত কৰা কোনোকাম, কোনো কামৰ ফল শুনা কাৰ্য্য।

ফুচুলন্ (ক্ৰ.স.) চহ, মাত্তি হৰলৈ দিয়া মিছা আশা।

ফুচুলনি (স. শ) প্ৰলোভন, লোভ দেখুওৱা কাৰ্য্য। [প্ৰবৃত্ত কৰ।

ফুচুলা (স. ধা.) লোভ দেখা, লোভত

ফুচুলোওৱা (ক্ৰ. স.) মিছাকথাকৈ চহ দিয়া।

ফুটা (স. শ.) বিন্ধা, গুকলা।

ফুটুকাৰ্ ফেন্ (স. শ.) ফুটুকা গছৰ ফেন, অসাৰবা বস্তু।

## ব।

ব-চুলা (স. শ.) ব-তোলাত ব্যৱহৃত চুলা।

বক্চিহ্ন্ (স. শ.) পুৰস্কাৰ, বঁটা।

বকলামেল্ (অ.ধা.) পুথিৰ খাম মুকলি কৰ,অসাৰবা অতিৰিক্ত কথা ক

বক্তা ( বি) কথক, বাকপটু, বহুবক্তা

বক্তৃতা (স.শ.) বাক পটুতা,কথা কবৰ শক্তি। [সলনি কৰণ।

বদলি (স. শ.) পৰিবৰ্ত্তন, সলনি,

বদলাবদলি (স. শ.) পৰস্পৰ উভয়ে হোৱা বদলি।

বধে চো (স ধা.) বৰকৰাৰ তুল্য হ, এবিধ ডাঙৰ শদত দে।

বন্ধক্ (স.শ.) ধন ধাৰে লওঁতে বন্ধুৱা দিয়া বস্তু, সোঁতা।

বন্দুক্ (স.শ.) কামায়ণ, এবিধ যুদ্ধাস্ত্ৰ।

বৰ নৈ (স. শ.) ডাঙৰ নৈ, ব্ৰহ্মপুত্ৰ।

বৰফ্ (স. শ) হিম সমূহ, বৰ জাৰত গোটমৰা নিয়ৰ।

বৰ্মতা (স. শ.) সাহিয়াল মানুহ; মই মতিয়া মানুহ। [মানুহ।

বৰ্মুখ্ (স. শ.) গচ্ লগাত কৰ জনা

বৰ্দাস্ (স শ.) দানী,দানকৰা লোক।

বৰঞ্চ (ক্ৰি. বি) বৰং, কথাৰ আগৰ-টোতকৈ পাচৰটোক শ্ৰেষ্ঠ বুজোৱা মাত, যেনে—দুষ্টলোকৰ সঙ্গ লোৱাতকৈ বৰঞ্চ অকলে থকা ভাল। [কমতা।

বৰাত্ (স. শ.) এজনৰ কৰ্ত্তব্য কাম কৰিবলৈ আন এজনক দিয়া

বহিৰলা (স. শ) বহি থকা বলা, হুকুমদাৰ ; বৰলোক।

বাট্কেঁৰা (স.শ.) বাটকৰা দুটামানুহৰ লগাবগা হওন, বাটকৰা মানুহৰ বাটত বাধা জন্মাওন।

বাটে ঘাটে } (ক্ৰি.বি.) যত্ৰ-তত্ৰে,
বাটে পথে } সকলো ঠাইতে।

বাটে যা (অ.ধা.) নিয়ম মতে চল।

বান্ বাৰিষা (স. শ.) ঘোৰ বাৰিষা, বানপানী অহা কাল।

বানান্ (স. শ.) আখৰ জোঁটনি আৰু উচ্চাৰণ কৰা কাৰ্য্য; (স. ধা.) বানান্ কৰ্।

বাপৰ ধন্ (স. শ.) পৈত্ৰিক সম্পত্তি, পিতৃ বা পূৰ্ব্ব পুৰুষে অৰ্জ্জা সম্পত্তি।

বাৰবেলা (স. শ.) সকলো কামত নিষেধ কাল, অমঙ্গলীয়া সময়।

বাৰাদ্ (স. শ.) "বৰাত্" চোৱাঁ।

বাৰাণ্ডা (স. শ.) ঘৰৰ বাৰৰ বাহিৰে থকা ভাগ, বহল পিৰালি।

বাৰুদ্ (স. শ.) গন্ধক আদিৰে তৈয়াৰ কৰা বন্দুক খঁজা খাৰ।

বাৰেভচহু কথা (স. শ.) অলাগতীয়া কথা, অসাৰুৱা কথা।

বাসিন্দা (স. শ) বাস কৰোঁতা, থাকোঁতা।

বাস্তবিক্ (বি) প্ৰকৃত, সত্য, যথাৰ্থ।

বাস্তবিক্ পক্ষে } (ক্রি. বি.) প্ৰকৃত
বাস্তবিকতে } পক্ষে, আচলতে, যথাৰ্থতে। [নিপুণ।

বাহাদুৰ্ (বি) বীৰ, সাহিয়াল, দক্ষ,

বাহাদুৰি (স. শ.) বীৰত্ব, দক্ষতা।

বাহাল্ (বি) ওলোটাই দিয়া; আগৰ দৰে থকা।

বিকাশ্ (স শ.) প্ৰকাশ, বিস্তাৰ।

বিজুলী সঞ্চাৰে (ক্রি. বি.) অতি বেগেৰে, দ্ৰুতবেগেৰে, খৰকৈ।

বিতৃষ্ণা (স.শ.) উদাস, বিষয়ত বিৰাগ, অনিচ্ছা। [থাক।

বিদাকৰ্ (স. ধা) মিছাকামত লাগি

বিদুষী (স. শ.) বিদ্যাৱতী, পণ্ডিতা; বিদ্বান্ (পুং)।

বিদ্ৰূপ (স.শ.) ঠাট্টা, উপহাস্, খেনি।

বিধতাৰ খোঁচ্ } (স. শ.) বিধতাৰ
বিধিৰ্ লিখন্ } লিখন, ব্ৰহ্মাৰ লিখা কাৰ্য্য।

বিনচলৈ ওলাৰ্ (অ.ধা.) অসময়ত ওলাৰ জীৱ হ, প্ৰসৱৰ সময় নৌ হওঁতেই ওলাৰিলে বিনচ হয়; গৰ্ভপাত বা অকালত প্ৰসৱ হ, (জন্তুত খাটে)।

বিনামেঘে বজ্ৰপাত্ (স. শ.) বিপদৰ সূচনা নোহোৱাকৈ হোৱা বিপদ।

বিভাকৰ্ (স.শ.) সূৰ্য্য; অগ্নি।

বিভীষিকা (স.শ.) ভয় দেখোৱা কাৰ্য্য।

বিৰ্ দি (ক্রি.বি.) ঠেলি, হেঁচি।

বিৰ দে (অ.ধা.) ওকণি চাওঁতে চুলি ফালি বাট উলিয়াই চোৱা হয় এতেকে হাতেৰে ফালি বাট উলিওৱা।

বিশুধি (বি) অশুচি; ঋতুমতী (স্ত্ৰী)।

বিশ্ৰী (বি) শ্ৰীহীন, কুৰূপ।

বিষয় বাসনা (স.শ.) ইন্দ্ৰিয় গ্ৰাহ্য বস্তুৰ ভোগৰ ইচ্ছা।

বৃষোৎসৰ্গ (স. শ.) আদ্য শ্ৰাদ্ধত গাই গৰু চাৰিজনী সৈতে ষাঁড় গৰুক ত্ৰিশূল চক্ৰেৰে টিকাত সাঁচ দি এৰি দিয়া যজ্ঞ।

বিস্ফোটক্ (স.শ.) ব্ৰণ, খহু, গাঁড়।

বীজগণিত্ (স.শ.) গণিতৰ সংখ্যাৰ সলনি বৰ্ণমালা আগৰবিলাকক সংখ্যাধৰি আৰু কিছুমান সাংকেতিক চিন ব্যৱহাৰ কৰি ৰাশি বিষয়ৰ সিদ্ধান্তবিলাক যুক্তিৰে স্থাপিত কৰা শাস্ত্ৰ।

বীভৎস (বি) অতি ঘৃণাৰ পাত্ৰ, জঘন্য, নীচ; পাপী।

বীৰা (স.শ.) এবিধ পিশাচ।

বুকুজুৰা (অ.ধা.) বুকু শাঁত হ, মন শান্ত হ। [কৰ।

বুকুফিন্দা (অ.ধা.) সাহ দেখা, অহংকাৰ

বুকুলৰ্ (অ.ধা.) ভয় খা; বুকু কঁপ।

বুকুৰ্বাঙ্কে (স.শ.) মৰমৰ বন্ধু, পৰম বন্ধু। [দেজাৰ।

বুকুৰ্শাল্ (স.শ.) সন্তাপ, অতিশাত

বুঢ়া ডাঙৰীয়া (স.শ.) একন উপদেৱতা (এওঁ অতি গহীন আৰু অনপকাৰী)।

বুঢ়ীবৈৰী (স.শ.) গৃহস্থনী, গিৰিহঁতনী।

বেচ্ (বি) ভাল, উত্তম।

বেচকৈ (ক্ৰি.বি.) ভালকৈ, উত্তমকৈ।

বেচ্ বেচ্ (ভা.অব্য.) ধন্য, প্ৰশংসাৰ যোগ্য, শলাগিব পগীয়া।

বে-দখল্ (বি) একনৰ দখল ওচোৱা; বাধা জন্মোৱা।

বেদৰ্বাণী } (স. শ.) বেদৰ মত,
বেদবচন } অভ্ৰান্ত বাক্য, শিলৰ ৰেখা।

বেদ্ব্যাস (স. শ.) অতি জঘন্য কাম, লোভৰ কাম।

বেমাৰ্ (স শ.) ৰোগ, ব্যাধি, নৰিয়া, (বি) বেমাৰী।

বোন্দাচৰ্ (স. শ.) ডাঙৰকৈ মৰা চৰ।

বোন্দাথেকেচা (স শ.) ডাঙৰ ঠাট্টা-বিদ্ৰূপ,উগ্ৰ দণ্ড(গালিত ব্যৱহাৰ)।

বোন্দাপৰ্দে (অ.ধা.) বোন্দা মেকুৰীৰ দৰে পৰ দে, খাবলৈ অনেক সময় বৈ থাক।

বৈজ্ঞানিক্ (বি বিজ্ঞান-শাস্ত্ৰ নিপুণ, শিল্পী, বিজ্ঞান সম্বন্ধীয়।

বৈশম্পায়ন্ (স. শ) যজুৰ্বেদৰ বক্তা মুনিৰ নাম, মহাভাৰত কৰ্ত্তা একন মুনি।

ব্যতিব্যস্ত (বি) অতিশয়ৰূপে ব্যস্ত, উৎকণ্ঠিত, ব্যাকুল।

ব্যৱস্থাপক (বি) আইন ৰচনা কৰা, নিয়ম কৰা। [ব্ৰহ্মজ্ঞান।

ব্ৰহ্মবিদ্যা (স. শ.) বেদান্ত বিদ্যা,

ব্ৰহ্মআকাল্ (স শ.) ডাঙৰ অভাৱ,

যেনে—এইবাৰ পথাৰত ধান কম হোৱাৰ নিমিত্তে ভ্ৰষ্ক আকাল হব।
ব্ৰাত্য (বি) সংস্কাৰহীন, অতিৰিক্ত বয়সত লগুণ দিয়া।

ভ।

ভক্তিমাৰ্গ (স. শ.) উপাসনা কৰা পথ, আৰাধনা বা সেৱা কৰাৰ বাট।
ভগ্নাংশ (স. শ.) গোটা ৰাশিৰ অংশ বা ভাগ, যেনে, ½ ; ভগ্নাংশ দুবিধ—সামান্য আৰু দশমিক ভগ্নাংশ।
ভৰিহাত্ ধো (অ.ধা.) শৌচাচাৰ কৰ্।
ভৰিৰ ধূলি (স. শ.) ভৰিৰ তলুৱাত লাগি থকা মিহিবালি বা মাটিৰ গুড়ি।
ভাগ্ফল্ (স.শ.) হৰণ ফল।
ভাগ্শেষ্ (স.শ.) ভাগ কৰা অৱশিষ্ট, বাকী।
ভাগ্যহীন্ (বি) দৰিদ্ৰ, দুৰ্কপলীয়া।
ভাজক্ (বি) যাৰ দ্বাৰা ভাগ দিয়া যায়, হাৰক।
ভাণ্ডাৰ্ (স.শ.) ভঁৰাল, ধন আদি বস্তু সামৰি থোৱা ঘৰ।
ভাণ্ডাৰী (স.শ.) ভঁৰালী, ভঁৰালত বস্তু সামৰি থওঁতা।
ভাজ্য (বি) ভাগ কৰিব লগীয়া।
ভাত্ঘৰ্ (স. শ.) ভাত খাব পৰা মানুহৰ ঘৰ, আপোন মানুহৰ ঘৰ, মিত্ৰিৰ ঘৰ। [নষ্ট হ।
ভাত্মৰ্ (অ. ধা.) জীবিকাৰ উপায়
ভাত্মাৰ্ (স. ধা.) জীবিকাৰ উপায় নষ্ট কৰ্ (লোকে কৰা অৰ্থত)।
ভাতে ভঁৰালে খা (অ. ধা.) ধন সম্পত্তি কৰি খাই বৈ থাক,ভঁৰালত সাঁচি ৰাখি খা।
ভাব্গতি (স. শ.) মনৰ ভাব আৰু চেষ্টা, ভাবভঙ্গী। [সুবিধা হ।
ভাল্ হ (অ ধা.) প্ৰসব হ; আৰোগ্য হ,
ভাবনাৰ্ চোঁ (স. শ.) ভাবনাত মুখা পিন্ধি অনেক বিধৰ চং, অনেক তৰহৰ ভাও দিয়া কাৰ্য্য।
ভূতপূৰ্ব্ব (বি) অতীত, অতি আগৰ।
ভেঁওঁ (স.শ.) এবিধ গছ আৰু জিকাৰ দৰে শিৰ থকা তাৰ ফল।
ভোগ দেহ (স. শ.) শৰীৰ, সুখ-দুখ ভোগ কৰা শৰীৰ।
ভোজ্বাজী } (স.শ.) ভেলেকী, ইন্দ্ৰ-
ভোজ্বিদ্যা } জাল বিদ্যা, এটা বস্তুক আন এটা যেন দেখোৱা বিদ্যা, ভেলেকী বাণ।
ভোদৰ্ কচু (স. শ.) ভোদামানুহ; আতুৰ মানুহ (নিন্দাৰ্থত)।

ম।

মইমতিয়া (বি) আপোন ইচ্ছাৰে চলা লোকৰ কথা নুশুনা, দাম্ভিক।

